# আজান

(এম. ইলিম উদ্দিন দেৱান সম্পাদিত 'আজান'
আলোচনীৰ নিৰ্বাচিত সংকলন)

সম্পাদনা

ডাঃ ছাহিদুল ইছলাম

কমল কলিতা



অসম সাহিত্য সভা

*AJAN* (A selective collection of Journal AJAN formerly edited by M. Ilimuddin Dewan) edited by Dr. Sahidul Islam and Kamal Kalita and Published by Sri Pratap Chandra Barua, General Secretary (incharge), Asam Sahitya Sabha, Chandrakanta Handique Bhawan, Jorhat - 785001 (Assam).
Price Rs.150/- Only

---

**প্ৰকাশক :**
শ্ৰীপ্ৰতাপ চন্দ্ৰ বৰুৱা
ভাৰপ্ৰাপ্ত প্ৰধান সম্পাদক
অসম সাহিত্য সভা
চন্দ্ৰকান্ত সন্দিকৈ ভৱন, যোৰহাট - ৭৮৫০০১

**প্ৰথম প্ৰকাশ :**
১৭ মাৰ্চ, ২০০৭ খ্ৰীষ্টাব্দ

**প্ৰকাশন সমিতি :**

| | | |
|---|---|---|
| **সভাপতি** | : | শ্ৰীকনকসেন ডেকা, সভাপতি, অসম সাহিত্য সভা |
| **সম্পাদক** | : | শ্ৰীপ্ৰতাপ চন্দ্ৰ বৰুৱা, ভাৰপ্ৰাপ্ত প্ৰধান সম্পাদক, অসম সাহিত্য সভা |
| **সদস্য সকল** | : | শ্ৰীভৱপ্ৰসাদ চলিহা, শ্ৰীৰিজু হাজৰিকা, শ্ৰীজ্যোতিপদ চৌধুৰী, শ্ৰীহেমন্ত ভৰালী, শ্ৰীসূৰ্য হাজৰিকা, শ্ৰীসতীশ চন্দ্ৰ চৌধুৰী, শ্ৰীকমল কলিতা, শ্ৰীভবেশ দাস, শ্ৰীপখিলা কলিতা। |
| **মূল্য** | : | ১৫০.০০ (এশ পঞ্চাশ টকা মাত্ৰ) |
| **মুদ্ৰক** | : | হিমা অফ্‌চেট প্ৰিণ্টাৰ্চ, এম. চি. ৰোড, চেনিকুঠী, গুৱাহাটী-৭৮১০০৩ |

# আগকথা

অসমীয়া সাহিত্য-সংস্কৃতিৰ একান্ত পূজাৰী এম. ইলিম উদ্দিন দেৱান চাহাবৰ দ্বাৰা সম্পাদিত 'আজান' কেৱল তেওঁৰ নিজৰ কণ্ঠৰেই পবিত্ৰ আজান নাছিল, দৰাচলতে আজানে আমাৰ সমাজ জীৱনৰ এছোৱাৰ সাক্ষ্য বহন কৰিছে। সেই দিশৰপৰা দেৱান চাহাব আমাৰ চিৰ নমস্য হৈ থাকিব। ইলিম উদ্দিন দেৱান চাহাব এগৰাকী নিষ্ঠাবান মুছলমান হৈও আন ধৰ্মৰ প্ৰতি উদাৰ মনোভাৱ গ্ৰহণ কৰিছিল। সেইবাবে 'আজান'ৰ পাতত কেৱল এটা ধৰ্মৰেই লোকসকলৰ ভাবানুভূতি প্ৰকাশ পোৱা বুলি ক'লে ভুল হ'ব; বৰঞ্চ 'আজান'ত প্ৰতিফলিত হৈছিল পশ্চিম অসমৰ সামগ্ৰিক জীৱনৰ প্ৰতিচ্ছবি। আলোচনীখনত আধ্যাত্মিক চিন্তা-চৰ্চাৰ উপৰি আৰ্থ-সামাজিক দিশসমূহো সামৰি লোৱা হৈছিল। বিশেষকৈ চৰ-চাপৰি অঞ্চলৰ লোকসকলৰ মাজত 'আজান'খনিৰ ব্যাপক প্ৰচাৰৰ ফলস্বৰূপে সেইসকলক অসমৰ সমাজ জীৱনৰ মূল সুঁতিলৈ অনাটো সম্ভৱ হৈ উঠিছিল। তদুপৰি আলোচনীখনত সেইসকলৰ জীৱনৰ সমস্যাসমূহৰো প্ৰতিফলন ঘটিছিল। 'আজানে' এচাম নতুন লেখক-লেখিকা উলিয়াই আনিবলৈয়ো সক্ষম হৈছিল। মহানগৰীৰপৰা প্ৰকাশিত কাকতসমূহত লেখাৰ সুযোগ নোপোৱাসকলে 'আজান'ত লেখাৰ সুযোগ পাইছিল আৰু সেইসকলৰ বহুতে পৰৱৰ্তীকালত সফল লেখক-লেখিকা হিচাপে স্বীকৃতি লাভ কৰিবলৈ সক্ষম হৈছিল।

অসমত কাকত-আলোচনী ধাৰাবাহিকভাৱে উলিয়াই থকাটো কিমান কষ্টসাধ্য আৰু ব্যয়বহুল কাম তাক ভুক্তভোগী মাত্ৰেই জানে। তেনে প্ৰতিকূল পৰিৱেশকো নেওচি এম. ইলিম উদ্দিন দেৱান চাহাবে সুদীৰ্ঘ কাল ধৰি 'আজান'ৰ প্ৰকাশ অব্যাহত ৰখাটো নিঃসন্দেহে শলাগিবলগীয়া। ইয়ে তেওঁৰ অসমীয়া সমাজৰ লগতে ভাষা-সংস্কৃতিৰ প্ৰতি থকা গভীৰ আস্থাকে সূচাইছে। এই এগৰাকী অসম প্ৰেমীৰ কৰ্মৰ স্বীকৃতি দি তেওঁৰ ঋণ পৰিশোধ কৰাটো উচিত হ'ব। তেনে উদ্দেশ্য লৈয়েই অসম সাহিত্য সভাই 'আজান'ৰ সংকলন এটি প্ৰকাশ কৰাৰ সিদ্ধান্ত লয়। সম্প্ৰতি প্ৰথম খণ্ডটো প্ৰকাশ হ'ল যদিও পৰ্যায়ক্ৰমে সমুদায় সংখ্যাকেইটা প্ৰকাশ কৰা হ'ব। আশাকৰোঁ ৰাইজে 'আজান'ক আদৰি লৈ দেৱান চাহাবৰ স্মৃতিত শ্ৰদ্ধাঞ্জলি জ্ঞাপন কৰিব।

কনকসেন ডেকা

১১ মাৰ্চ, ২০০৭

# পাতনি

"আজান" ১৯৬৫চনৰপৰা ১৯৯০ চনলৈ অসমীয়া ভাষাত ধাৰাবাহিকভাবে প্ৰকাশিত এখনি আলোচনী। চৰ-চাপৰি অঞ্চলৰপৰা উঠি অহা লেখক-লেখিকাসকলৰ পিতামহ স্বৰূপ এম. ইলিম উদ্দিন দেৱানৰ সম্পাদনাত প্ৰকাশিত আলোচনীখন সেই সময়ৰ অসমীয়া সংবাদ জগতত উচ্চস্থান দখল কৰাৰ উপৰিও অসমৰ চৰ-চাপৰি অঞ্চলৰ নৱ প্ৰজন্মৰ মাজত সাহিত্য চৰ্চাৰ এক পীঠস্থান হিচাপে সৰ্বজন স্বীকৃত। অসমৰ বাতৰি কাকতৰ ডেৰ শ বছৰীয়া জয়ন্তী উদ্‌যাপন সমিতিৰ বৰপেটা জিলা গোটৰ স্মৃতিগ্ৰন্থ "গণ বাতৰি"ত খ্যাত নামা সাহিত্যিক সাংবাদিক শ্ৰীযুত অক্ষয় কুমাৰ মিশ্ৰই আজান সম্পৰ্কে লিখিছে "একনিষ্ঠ সাহিত্যিক এম ইলিম উদ্দিন দেৱানৰ সম্পাদনাত মাহেকীয়া আৰু শেষত সাপ্তাহিক ৰূপত "আজান" নামৰ কাকতখন বৰপেটাৰপৰা প্ৰকাশ পায়। চেনীমাৰি চাপৰিৰ এম. ইলিম উদ্দিন দেৱান সেই সময়ত মাধৱ চৌধুৰী মহাবিদ্যালয়ৰ ছাত্ৰ আছিল। ১৯৬৬ চনত দেৱানে আজান প্ৰেছ স্থাপন কৰি ইয়াৰ যোগেদি কাকতখন ছপা কৰিবলৈ লয়। ১৯৯০ চনত ৰূপালী জয়ন্তী বৰ্ষ পালন কৰা আজান কাকতখনে অসমীয়া মুছলমান আৰু তেওঁলোকৰ সতি-সন্তানৰ মাজত অসমীয়া জগাই সংস্কৃতি আৰু সাহিত্য চৰ্চাৰ অনুপ্ৰেৰণা জগাই তোলাৰ ক্ষেত্ৰত, তেওঁলোকৰ আশা-আকাংক্ষা, আবেদন-নিবেদন, হাঁহি-কান্দোন আৰু ভাবনা-বেদনা প্ৰকাশ কৰাৰ ক্ষেত্ৰত গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰিছে। কেইবছৰমান আগলৈকে আজান অনিয়মিত ৰূপত হ'লেও ওলাইছিল।" তেতিয়াৰ সময়ত আধুনিক ছপাশালৰ তথা যোগাযোগ ব্যৱস্থাৰ বিশেষ সুবিধা নথকা বৰপেটাৰ নিচিনা প্ৰত্যন্ত চহৰৰ পৰা এনে এখন আলোচনী নিয়মিতভাবে প্ৰকাশ কৰি উলিওৱাটো সহজ সাধ্য কাম নাছিল। সৰ্বপোৰি যিটো সময়ত যিসকলৰ উদ্দেশ্যে আজান প্ৰকাশৰ উদ্যোগ লোৱা হৈছিল, সেইসকলৰ সামাজিক, অৰ্থনৈতিক আৰু শৈক্ষিক পৰিবেশ আছিল তেনেই পুতৌজনক। তেনে এক প্ৰতিকূল পৰিবেশত সাহিত্য চৰ্চাৰ অনুকূল বাতাবৰণ এটি গঢ় দিয়াৰ মহান উদ্দেশ্য আগত ৰাখি এম. ইলিম উদ্দিন দেৱান চাহাবে বিভিন্ন বাধা-বিঘিনি নেওচি এখনি সৰ্বাংগ সুন্দৰ সাহিত্য আলোচনী প্ৰকাশৰ পথত আগবাঢ়িছিল। এই চেগতে বংগীয় মূলৰ মুছলমান মানুহখিনিৰ তৎকালীন সামাজিক, অৰ্থনৈতিক আৰু শৈক্ষিক অৱস্থা বিষয়ে সম্যক ধাৰণা এটি দিয়াৰ প্ৰয়োজন বোধ কৰিছো।

### আজানৰ পটভূমি

উনৈছ শতিকাৰ শেষ দশকৰ পৰা কুৰি শতিকাৰ প্ৰথমাৰ্ধলৈ অবিভক্ত ভাৰতবৰ্ষৰ বংগদেশৰপৰা অসমলৈ প্ৰব্ৰজন হৈছিল অতি কৰ্মঠ, কষ্ট সহিষ্ণু অথচ সম্বলহীন উদ্বাস্তু এক শ্ৰেণীৰ মানুহৰ। জমিদাৰৰ অত্যাচাৰ অতিশয় জনবসতি, ভূমিহীনতা, দাৰিদ্ৰতা আৰু তৎকালীন ইংৰাজ চৰকাৰৰ অৰ্থনৈতিক স্বাৰ্থত কৰা প্ৰবল পৃষ্ঠপোষকতাৰ বাবে ডাল-দৰিদ্ৰ এই মানুহখিনি অসমলৈ প্ৰব্ৰজন কৰিছিল। প্ৰাকৃতিক দুৰ্যোগ, বনৰীয়া জীৱ-জন্তু

আক্ৰমণ, মহ-ডাহৰ উৎপীড়ণ আদিৰ লেখীয়া হাজাৰ প্ৰত্যাহ্বানকো নেওচি এই মানুহখিনি অসমৰ নৈপৰীয়া দুৰ্গম অঞ্চলত বসতি স্থাপন কৰি অসমৰ কৃষি অৰ্থনৈতিক এক ধনাত্মক বিপ্লৱৰ সূচনা কৰিছিল। পেটৰ তাড়ণাত প্ৰব্ৰজিত হ'বলগীয়া মানুহখিনিৰ প্ৰথম প্ৰজন্মই ব্যস্ত থাকিব লাগিছিল অন্ন, বস্ত্ৰ আৰু বাসস্থানৰ তাগিদাত। তেখেতসকলৰ কঠোৰ পৰিশ্ৰমৰ ফলত অসমৰ অনাবাদি অনুৰ্বৰা মাটি হৈ পৰিছিল সুজলা-সুফলা, শস্য-শ্যামলা প্ৰব্ৰজিত লোকসকলৰ দানবীয় পৰিশ্ৰমৰ ফলস্বৰূপে নিজৰ প্ৰয়োজনীয় অভাব পূৰণৰ উপৰিও অসমৰ কৃষি অৰ্থনীতিৰ ব্যাপক উৎকৰ্ষ সাধন হৈছিল। তেতিয়ালৈকে পেটৰ ভাত মুঠি, লজ্জা নিবাৰণৰ বাবে কাপোৰ আৰু মুৰ গুজিবলৈ সৰু এটি ঘৰৰ বাহিৰে বেলেগ চিন্তা কৰাৰ অৱকাশ এইসকল লোকৰ নাছিল। পৰ্য্যায়ক্ৰমে প্ৰয়োজনখিনি পূৰণ হোৱাৰ পিছত নিজৰ সতি-সন্ততিৰ বাবে শিক্ষা-দীক্ষাৰ তাগিদা অনুভৱ কৰিছিল। ফলত তেওঁলোকৰ দ্বিতীয় প্ৰজন্মৰ কিছু লোকে শিক্ষা-দীক্ষাৰ প্ৰতি অগ্ৰসৰ হোৱাৰ সুবিধা পাইছিল যদিও বেছি ভাগৰে অৱস্থা আছিল তথৈবচ। অৱশ্যে এই ক্ষেত্ৰত দুই-এক ব্যতিক্ৰম থাকিলেও সেয়া আছিল এপাচি শাকত এটা জালুকৰ লেখীয়া।

অৰ্থনৈতিকভাৱে কিছু স্বাৱলম্বী হ'লেও বিভিন্ন সমস্যাৰে ভাৰক্ৰান্ত নৱ প্ৰব্ৰজিত এইসকল লোকৰ নিজ নিজ সমস্যা সমাধানৰ চিন্তাই আছিল মূল লক্ষ্য। কুটিল ৰাজনীতিৰ মেৰপেচ আৰু দেৱানী মাতাব্বৰৰ দমন -শোষণৰ ফলত জুৰুলা হোৱা এই চাম লোকৰ মাজৰ পৰা উঠি অহা নব্য শিক্ষিত চামেও নিজ নিজ সমস্যা সমাধানতেই ব্যস্ত থাকিব লগা হোৱাত সৃজনীমূলক কাম-কাজত মনোনিবেশ কৰিবলৈ তেতিয়ালৈকে কোনো আহৰিয়ে পোৱা নাছিল। পৰৱৰ্তী সময়ত সামাজিক পৰিৱেশৰ কিছু উন্নতি ঘটাত অধিক সংখ্যক লোকে শিক্ষা-দীক্ষাৰ সুযোগ লাভ কৰে যদিও আধুনিক শিক্ষাতকৈ ধৰ্মীয় শিক্ষাৰ বাবে মোক্তব-মাদ্ৰাছাৰ ফালেহে অধিক মনোযোগ দিয়া হৈছিল। ইয়াৰ ফলত সেই সময়ত গোড়া ধৰ্মাৱলম্বী এক শ্ৰেণীৰ মোল্লা-মৌলবীৰ দলহে সৃষ্টি হৈছিল। এফালে দেৱানী- মাতব্বৰ শ্ৰেণীৰ শোষণ, আনফালে ধৰ্মীয় গোড়ামীৰ কেঁকোৰা চেপা ইয়াৰ মাজত কোনো আধুনিক চিন্তা-ধাৰাই ঠাই ল'ব পৰা নাছিল। পঞ্চাছৰ দশকৰ আগলৈকে এই এনে এক পৰিবেশেই বিৰক্তি কৰি আছিল যদিও দুই এক ব্যাতিক্ৰম নথকাও নহয়। ধৰ্মীয় শিক্ষাৰ লগতে কিছু পৰিমাণে আধুনিক শিক্ষাৰে লগতে কিছু পৰিমাণে আধুনিক শিক্ষাৰে শিক্ষিত দুই একে আধুনিক সমাজৰ অনুকৰণত চলিবলৈ নিজে প্ৰয়াস কৰাৰ উপৰিও সমাজখনকো পৰিচালিত কৰাৰ বাবে আহবান জনাইছিল। এই ক্ষেত্ৰত বিশেষ সফল নহ'লেও তেওঁলোকৰ প্ৰচেষ্টাই ভৱিষ্যৎ প্ৰজন্মক উৎসাহিত কৰি থৈ গৈছিল। সেইসকলৰ চেষ্টাৰ ফলত পৰৱৰ্তী সময়ত সংশ্লিষ্ট অঞ্চলসমূহত বিভিন্ন শিক্ষানুষ্ঠান গঢ় লৈ উঠিছিল। এইখিনিতে উল্লেখ কৰিব পাৰি যে বংগদেশৰপৰা প্ৰব্ৰজন কৰা বাবে এওঁলোকৰ প্ৰথম প্ৰজন্মৰ মাতৃভাষা বাংলা আছিল যদিও হাড়ে হিমজুৱে অসমীয়া হোৱাৰ স্বাৰ্থতে মুখৰ ভাষাটিক বিসৰ্জন দি ১৯৫১চনৰ জনগণনাত এইসকল লোকে অসমীয়া মাতৃভাষা হিচাপে স্বীকৃতি দি ভাষা জননীৰ পদ পীঠত পুষ্পাৰ্ঘ নিবেদন কৰিছিল।

পঞ্চাশৰ দশকৰ আগলৈকে এইচাম মানুহৰ মাজত সাহিত্য চৰ্চাৰ উদাহৰণ বিশেষ পাবলৈ নাই যদিও সেই দশকতে কেইবাজনো নব্য শিক্ষিত ব্যক্তিয়ে ভাষা জননীৰ সেৱাত ব্ৰতী হোৱাৰ নজিৰ পোৱা যায়। অবিভক্ত গোৱালপাৰা জিলাৰ (বৰ্তমান বঙাইগাঁও) চাকলা অঞ্চলৰ কবি মকবুল হুছেইন, জপেয়া মূলবাৰীৰ ওছমান গণি বৰপেটাৰ আতাউৰ ৰহমান, দেৱান আব্দুল হামিদকে আদি কৰি কেইবাজনো লেখকে নিজ নিজ সৃষ্টিৰে আত্ম-প্ৰকাশ কৰিছিল। তৎকালীন সময়ত নিজৰ সৃষ্ট সৃজনীমূলক প্ৰকাশৰ উপযুক্ত মাধ্যম নোপোৱাত হয়তো কলিতে মৰহিও গৈছিল।

ষাঠিৰ দশকত এই ধাৰাই এক নতুন মাত্ৰা পাইছিল সেই সময়ছোৱাত চৰ-চাপৰি অধ্যুষিত অঞ্চলসমূহৰপৰা কেইবাখনো আলোচনী-পত্ৰিকা আদি প্ৰকাশ হৈ ভাষা জননীৰ সেৱা আগবঢ়াইছিল। বৰপেটা জিলাৰ চেনীমাৰি গাঁওৰ এম. ইলিম উদ্দিন দেৱানৰ সম্পাদনাত প্ৰকাশিত "আজান", বিলাসীপাৰাত তাজউদ্দিন আহমেদৰ সম্পাদনাত ওলোৱা "ইনছানি আৱাজ", গোৱালপাৰাৰ পৰা প্ৰকাশিত আব্দুৰ ৰহমান ফিৰোজীৰ বিশ্বদুত" আদি উল্লেখযোগ্য। এইবিলাক আলোচনী পত্ৰিকা আদিয়ে সংশ্লিষ্ট অঞ্চলসমূহৰ পৰা ন ন লেখক-লেখিকা সৃষ্টিত প্ৰভূত অবিহণা যোগাইছিল। এইবিলাকৰ ভিতৰত দেৱান চাহাবৰৰ "আজান"খনে বহু ঘাত-প্ৰতিঘাতৰ মাজতো সুদীৰ্ঘ কাল সাহিত্য সেৱাত ব্ৰতী হৈ ৰূপালী জয়ন্তী পালন কৰিবলৈ সক্ষম হৈছিল। এই আলোচনীবিলাকৰ পৃষ্ঠাত আত্ম প্ৰকাশ কৰা লেখক-লেখিকাসকলৰ ভিতৰত দেৱান আব্দুল কাদিৰ (পল্লাৰ পাৰ, বৰপেটা), ইছমাইল হুছেইন (মন্দিয়া, বৰপেটা), ছকিনা খাতুন (বৰপেটা), এম. ইব্ৰাহীম আলী (বৰপেটা), ছামছুল হুদা (ৰাজাবাৰী, নগাঁও), আব্দুল জব্বাৰ মিএগ (ৰাম-হৰিৰচৰ, গোৱালপাৰা), বছিৰ আহমেদ (নায়েৰ আলগা, ধুবুৰী), নবীৰ হুছাইন (মহচৰা, বৰপেটা) মহবুবুৰ ৰহমান (গোৱালপাৰা), মিৰ্জা হুমায়ুন কবীৰ (সোণতলী, কামৰূপ), ছিৰাজুল ইছলাম (চুনাৰী, গোৱালপাৰা), আহম্মদ হুছাইন খান, (গোমাযুল বৰপেটা), হেকিম আহমেদ (গুৱাহাটী), আঞ্জুম আনোৱাৰা বেগম, জমিৰ উদ্দিন আহমেদ (নলবাৰী), মিৰ্জা আব্দুৰ ৰৌফ, মোবাৰক আলী, এম. কোবাদ আলী, অনিমা গুহ, উদ্ধৱ দাস, আব্দুৰ ৰেজ্জাক (গুনিয়ালগুৰি) খবিৰ উদ্দিন আহমেদ (বাঘবৰ), মুছলিম উদ্দিন আহমেদ, হাজেৰা বেগম আদি উল্লেখযোগ্য।

পৰৱৰ্তী কালত আজানৰ উপৰিও অসমৰ বিভিন্ন ঠাইৰ পৰা প্ৰকাশিত বাতৰি কাকত, আলোচনী আদিৰ পাতত আত্ম প্ৰকাশ কৰা উদীয়মান লেখক-লেখিকাসকলৰ ভিতৰত এম. আকবৰ হুছাইন (বলাই পাথাৰ, বৰপেটা) আব্দুল মান্নান (গুৱাহাটী), ইছমাইল হুছাইন (কয়াকুছি), ড. শেখ অহিজুদ্দিন (মানকাচাৰ), হাফিজ আহমেদ (মন্দিয়া), ডাঃ ৰেজাউল কৰিম (গুণিয়ালগুৰি), কাছেমা খাতুন (গৌৰীপুৰ) দিলোৱাৰা খন্দকাৰ (মানকাচাৰ), আব্দুল খালেক (ৰবতাৰী, বৰপেটা) ফজল আলী (কুজাৰ পীঠ, বৰপেটা), ছমিৰুদ্দিন আহমেদ (নগাঁও) আদি উল্লেখযোগ্য। এইসকলৰ ভিতৰত কেইবাজনো সৃজনীমূলক লেখনিৰে বৌদ্ধিক মহলৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ সক্ষম হৈছে। অসম

সাহিত্য সভাৰ আম্বিকাগিৰী বঁটা প্ৰাপ্ত বহুমুখী প্ৰতিভাৰ লেখক ইছমাইল হুছেইন (মন্দিয়া, বৰপেটা), আব্দুল মান্নান, কাশেমা খাতুন, খবিৰ উদ্দিন আহমেদ, ফজল আলীকে আদি কৰি ভালেমান গ্ৰন্থকাৰৰ গ্ৰন্থই অসমীয়া সাহিত্য জগতৰ নব সংযোজন বুলি ইতিমধ্যে স্বীকৃত হৈছে। আজানে দেখুৱাই দিয়া বাটেৰে অগ্ৰসৰ হৈ অতি সম্প্ৰতি এই জনগোষ্ঠীৰ মাজৰপৰা সাহিত্য চৰ্চাত ব্ৰতী হোৱা লেখক-লেখিকাসকলৰ ভিতৰত ছফিমুদ্দিন (গোৱালপাৰা), ইউছুপ আহমেদ (কাৰবালা, গোৱালপাৰা), জিয়াউৰ ৰহমান (নীলবাগান) ড. শ্বেখ শ্বাহ জামাল (মানকাচাৰ), ডাঃ ছাহিদুল ইছলাম (কলগাছিয়া), আবুল কালাম আজাদ (মাজৰ চৰ), কোৰবান আলী চৌধুৰী (মাজগাঁও), নুৰুল আমিন (মইনবড়ী), হজৰত আলী (নায়েৰ আলগা), আনোৱাৰ হুছেইন (চাপৰ), জমশ্বেৰ আলী (বিজনী), জামাল উদ্দিন (খাৰুপেটীয়া), দেৱান আৰশাদ আহমেদ (কলগাছিয়া), ফয়জাল হক (ধুবুৰী) আবুল মতিন (গোসাঁইগাঁও), আখতাৰুল ইছলাম, গোলাপ মজুমদাৰ (বালিকুৰী) আদি আজানোত্তৰ লেখক-লেখিকাই সাহিত্যৰ বিভিন্ন দিশত সেৱা আগবঢ়াই আহিছে।

### আজানৰ জান (আত্মা)

আজন্ম সাহিত্যিক এম. ইলিম উদ্দিন দেৱানৰ দিনলিপিৰ পৰাই আজানৰ আত্মা বিচাৰি উলিয়াব পাৰি। ১৯৬৫ চনৰ ২৮ জানুৱাৰীৰ দিনলিপিত আজান সম্পৰ্কে তেখেতে লিখিছে "সপোনতে ফুলে ফুলপাহি। মোৰ সপোনত ফুলে পাহি মেলি ফুলিব নে নাই তাক নাজানো। কিন্তু মদাৰৰ ফুল এপাহ সজাই হ'লেও মোৰ কল্পনাৰ সপোনত এপাহ ফুল ফুলাবলৈ যত্ন কৰিছোঁ। আজি সেই সাধনাত নামি আনন্দ উপভোগ কৰিছোঁ। ১৩ ই জানুৱাৰীত কল্পনা কৰিছিলোঁ আজান দি ঘুমন্ত সমাজ, দেশ আৰু জাতিক সৎপথে কৰ্তব্যৰ আহ্বান জনাই মাতিবলৈ সম্প্ৰতি ত্ৰৈমাসিক আলোচনী এখনি উলিয়াম। আজি সেই কল্পনা সফলৰ সপোন সুখ-সপোনত পৰিণত হৈছে আৰু এপ্ৰিলৰ প্ৰথমাৰ্ধত এই সপোনক বাস্তৱৰূপ দিবলৈ অহোপুৰুষাৰ্থ কৰি চলিছোঁ। ইয়াত ৰহমান চাহাবে (তদানীন্তন লোকেল বোৰ্ডৰ চেয়াৰমেন জোনাব আতাউৰ ৰহমান, পিছলৈ অসম মন্ত্ৰী সভাৰ এজন মন্ত্ৰী) পৃষ্ঠপোষকতা কৰি মোক অথাই ভাব সাগৰৰ মাজকাৰা পাৰলৈ আনিছে। আজি তেখেতৰ চ'ৰা ঘৰতেই আমি কলেজীয়া ছাত্ৰ আৰু নবীন উকীল দুজন সমন্বিতে ৫০ জন মানে এই উদ্দেশ্যেৰে আমি সকলোৱে একমত যে এই সপোন বাস্তৱ হ'বই লাগিব। ৰহমান চাহাবৰ সভাপতিত্বত আলোচনীৰ প্ৰাৰম্ভিক কৰিবলগীয়া কামৰ আলোচনী আৰু কাৰ্যনিৰ্বাহক সম্পাদক মণ্ডলী গঠন কৰা হ'ল। সম্পাদক মণ্ডলীৰ সভাপতি ৰহমান চাহাব, মোৰ ওপৰত পৰিছে সম্পাদকৰ দায়িত্ব আৰু প্ৰকাশনৰ স্থায়িত্ব। ৰহমান চাহাবে আজিয়ে ২৫ টকা আগবঢ়াইছে জাননী আৰু ৰচিদ বহী কৰিবৰ বাবে। আমাৰ মনত আনন্দৰ সীমা নাই। সন্ধিয়া তালেব ভাই আৰু মই জাননী ড্ৰাফট কৰি আহিলোঁ। অহা কালিয়েই প্ৰেছত দিম। খোদা হাফিজ।' প্ৰকৃততে, তদানীন্তন লোকেল বোৰ্ডৰ চেয়াৰমেন, (পিছলৈ অসম মন্ত্ৰী সভাৰ প্ৰভাৱশালী মন্ত্ৰী) চৰচাপৰি জনগোষ্ঠীৰ গৌৰব, জননেতা আতাউৰ ৰহমান চাহাবৰ মনোকামনা আছিল আজানৰ জান (আত্মা) আৰু সাহিত্যিক এম. ইলিম. উদ্দিন

দেৱানৰ পৰিকল্পনা আছিল ইয়াৰ খনিকৰ।

## আজান সৃষ্টিৰ পৃষ্ঠভূমি

দেৱান চাহাবৰ দ্বাৰা সম্পাদিত আৰু প্ৰকাশিত আজান আলোচনীখন প্ৰকাশৰ কেইবাটাও কাৰণ আছিল— সেইসময়ত গুৱাহাটীৰ প্ৰকাশিত বাতৰি কাকত আলোচনী আদি অসমৰ মফচলীয়া অঞ্চল ঢুকি পোৱা নাছিল। তদুপৰি এইবিলাক সংখ্যাও আছিল আঙুলিৰ মূৰত লেখিব পৰা। ফলস্বৰূপে মফচলী তথা গাঁও অঞ্চলৰ প্ৰতিভা সম্পন্ন লেখক-লেখিকাৰ লেখনীসমূহ এইবিলাক বাতৰি কাকত আলোচনী আদিত স্থান পোৱাবো আছিল আকা। কসুম কল্পনা। সেইবাবে সংশ্লিষ্ট অঞ্চলৰসমূহৰ লেখক-লেখিকাৰ নিজা প্ৰচেষ্টাত অঞ্চল বিশেষে কিছুমান পত্ৰিকা আলোচনী প্ৰকাশ হৈছিল। আজান প্ৰকাশৰ ইও এটা অন্যতম কাৰণ যদিও অইন কেবাটাও সংগত কাৰণে ক্ৰিয়া কৰা বুলি দেৱান চাহাবৰ দিনলিপিত উল্লেখ আছে। চৰ-চাপৰি অঞ্চলৰ বিভিন্ন সমস্যা, সংশ্লিষ্ট মহলত দাঙি ধৰাৰ কোনো উপযুক্ত মাধ্যম নথকা হেতু এইবিলাক কৰ্তৃপক্ষৰ দৃষ্টিগোচৰ কৰিবলৈ এক শক্তিশালী মাধ্যমৰ প্ৰয়োজন অনুভৱ কৰিছিল। এই অঞ্চলসমূহৰ সমাজ জীৱনৰ ৰীতি-নীতি, আচাৰ-আচৰণ, সমাজ ব্যৱস্থা, জীৱন ধাৰণৰ পদ্ধতি, হাঁহি-কান্দোন আদি অসমৰ জনসাধাৰণৰ আগত দাঙি ধৰাৰ মাজেৰে বৃহত্তৰ অসমীয়া জাতি গঠন প্ৰক্ৰিয়া তৰান্বিত কৰাৰ বাবে উপযুক্ত মাধ্যমৰ অভাৱ বাৰুকৈয়ে অনুভৱ কৰা হৈছিল। চৰ-চাপৰি অঞ্চলত গঢ়ি উঠা ক্ষতিকাৰক দেৱানী প্ৰথা তথা মোল্লাতন্ত্ৰৰ জৰিয়তে গঢ়ি উঠা উৎকট গোড়ামী, অন্ধ-বিশ্বাস, কু-সংস্কাৰ আদিৰ বিৰুদ্ধে সময়োপযোগী জনমত গঢ়াৰ বাবে, আজান পত্ৰিকা সৃষ্টিৰ তাগিদা অনুভৱ কৰিছিল । ষাঠীৰ দশকত অসমত পাকিস্থানী ধৰাৰ নামত প্ৰৱৰ্তিত পি, আই, পি স্কীমৰ অজুহাতত চৰ-চাপৰি অঞ্চলত হোৱা পুলিচী আতিশয্য আৰু দুই এখন বাতৰি কাকতে পৰিবেশন কৰা পক্ষপাতমূলক, অতিৰঞ্জিত বাতৰিৰ পৰিপেক্ষিতত সঁচা আৰু নিৰপেক্ষ মত প্ৰকাশৰ বাবে চৰ-চাপৰি সমাজৰ মুখপত্ৰ হিচাপে আজানৰ প্ৰয়োজন অনুভৱ কৰিছিল। তদুপৰি সংশ্লিষ্ট অঞ্চলসমূহত সময়ে সময়ে উদ্ভৱ হোৱা বাংলা ভাষাৰ আগ্ৰাসনবাদী ভূমিকা প্ৰতিহত কৰি অসমীয়া ভাষা-সংস্কৃতিৰ প্ৰসাৰ আৰু উন্নয়নৰ বাবে মত প্ৰকাশৰ এক বলী মাধ্যমৰ প্ৰয়োজন অনুভৱ হৈছিল। সৰ্বোপৰি দেৱান চাহাবে চৰ-চাপৰি অঞ্চলৰপৰা নতুন নতুন লেখক-লেখিকা সৃষ্টি কৰাৰ মনোভাৱেৰে আজান প্ৰকাশৰ প্ৰয়োজনবোধ কৰিছিল।

## আজানৰ প্ৰকাশ

বহু আগৰপৰাই দেৱান চাহাবে আজানৰ কল্পনা কৰিছিল যদিও আৰ্থিক দৈন্যতাৰ বাবেই সেয়া বাস্তৱৰূপ দিব নোৱাৰি মানসিক যন্ত্ৰণাত ভুগি আছিল। কিন্তু চৰ-চাপৰি অঞ্চলৰ আদৰ্শ পুৰুষ জননেতা আতাউৰ ৰহমান চাহাবৰ পৃষ্ঠ-পোষকতাত দেৱানৰ সপোন ফলিওৱাৰ পথত অগ্ৰসৰ হৈছিল। ৰহমান চাহাবৰ পৰামৰ্শ আৰু শুভাকাংক্ষীসকলৰ লগত হোৱা আলোচনা মৰ্মে ১৯৬৫ চনৰ দুই এপ্ৰিল তাৰিখ শুক্ৰবাৰে আজানৰ প্ৰথম সংখ্যাৰ পাণ্ডুলিপি বৰপেটাস্থ বীণাপানি আৰ্ট প্ৰেছত ছপাবলৈ দিয়া হৈছিল। দেৱান

চাহাবে সেইদিনাৰ দিনলিপিত উল্লেখ কৰিছে—“আজান শুক্ৰবাৰেই ছপাত পৰিল। দিনবাৰ আৰু সময় চাই আজান শুভ লগ্নতেই যাত্ৰা আৰম্ভ কৰিলে যেন লাগিছে। সাহিত্যিক দেৱানৰ অৰ্থনৈতিক অৱস্থা তেনেই পানীত হাঁহ নচৰা। তথাপিও আজানৰ বাবে ঘৰৰ নানানটা বিক্ৰী কৰি আনি প্ৰেছত পাঁচ শ টকা পূৰা কৰা হৈছে। চিন্তা অলপ কমিল কিন্তু আনফালেদি ছাত্ৰ দেৱানৰ পেটৰ ভাতৰ কথা বৰকৈ ভাবিবলগীয়া হৈছে। মেচ ডিউচ বাকী পৰিছে। নিজৰ কথা চিন্তা কৰা প্ৰায় এৰি দিবলগীয়া হৈছে। এতিয়া দিনে ৰাতিয়ে আজানৰ বাবে খাটি তৰণী পোৱা নাই।... আজি প্ৰায় গোটেই দিনটো প্ৰেছত ঘূৰাঘূৰি কৰিলোঁ...’

সৰ্বমুঠ ১৬০০.০০ টকা খৰচেৰে তিনিমহীয়া আজানৰ ৮৪ পৃষ্ঠা সম্বলিত প্ৰথম সংখ্যাটি মে’ মাহৰ ২১ তাৰিখে পাঠকৰ হাতত তুলি দি দেৱান চাহাবে স্বস্তিৰ নিশ্বাস পেলাইছিল। আজান প্ৰকাশৰ অনুভূতি তেখেতৰ দিনলিপিত এনেদৰে উল্লেখ আছে।— “ আজি মোৰ বৰ আনন্দ, তৃপ্তি আৰু গৌৰবৰ দিন। আজিৰপৰা মোৰ সাহিত্যিক জীৱনত আৰু এটা বিশেষণ আহিল— সাংবাদিকৰূপে আত্ম প্ৰকাশ কৰিবলৈ সামান্য প্ৰয়াস পালোঁ। আজান প্ৰকাশ পালে আবেলি তিনি বজাত। আজানৰ উদ্বোধনী সভাত বহুত মানুহ। আজানৰ আবেদন-নিবেদন আৰু লগতে বাইজৰ উৎসাহক কৃতজ্ঞতা জনাইছিলোঁ। উপস্থিত জনসমাজৰপৰা বহুতে বিশেষভাৱে প্ৰশংসা আৰু ওলগ জনাইছে।... সভাত উপস্থিত মুন্সি মামাই (দেৱানৰ পিতৃ বিয়োগৰ পিছত অভিভাৱকস্বৰূপ) অবাক হৈছিল যেতিয়া আতাউৰ ৰহমান চাহাবে তেওঁৰ ভাষণত আজান আৰু ইয়াৰ প্ৰকাশকৰ বিষয়ে কৈছিল— আমাৰ সৌভাগ্য যে এজন উদ্যোমী ডেকা ইলিম দেৱানৰ বাবেই আমি আজান পালোঁ।” ... তিনিমহীয়া আজান দ্বিতীয় বছৰৰপৰাই মাহেকীয়ালৈ উন্নীত কৰা হৈছিল। দ্বিতীয় বছৰৰ প্ৰথম দুটা সংখ্যা বৰপেটাৰ লাবন্য আৰ্ট প্ৰেছত ছপোৱাৰ পিছত ১৯৬৬ চনৰ জুন মাহত দেৱান চাহাবে উক্ত প্ৰেছটো সাত হেজাৰ টকাত ক্ৰয় কৰি আজান প্ৰেছ নামেৰে নামকৰণ কৰি নিয়মিতভাৱে পত্ৰিকাখন প্ৰকাশ কৰিছিল। তেখেতৰ ঐকান্তিক চেষ্টাৰ ফলত মাহেকীয়া আজান পিছলৈ সাপ্তাহিকভাৱে প্ৰকাশ কৰা হৈছিল।

**সাহিত্যিক বুদ্ধিজীৱিসকলৰ দৃষ্টিত আজান**

দেৱান চাহাবৰ দ্বাৰা সম্পাদিত আজান পত্ৰিকা সম্পৰ্কে অসমৰ সাহিত্যিক তথা বুদ্ধিজীৱিসকলৰ সুদৃষ্টি আকৰ্ষণ কৰিব পাৰিছিল। অসমৰ বিভিন্ন বাতৰি কাকত, পত্ৰিকা আলোচনী আদিত খ্যাতনামা সাহিত্যিক বুদ্ধিজীৱিসকলে আজান সম্পৰ্কে দিয়া মন্তব্যৰ কিয়দাংশ উল্লেখ কৰা হ’ল।

মন্তব্যসমূহ :—

“যিসকলে গতানুগতিক শিক্ষানুষ্ঠানত জ্ঞান অৰ্জন নকৰি বহল পৃথিৱীখনক বিশ্ববিদ্যালয় বুলি ধৰি তাৰ পৰা জ্ঞান আহৰণ কৰে এম. ইলিম উদ্দিন দেৱান সেইসকলৰ এজন”—

*সাপ্তাহিক ‘নীলাচল’*

(১০/৬/৭০ ইং)

"মোক বহুতে ক'লে যে শ্ৰীদেৱানে এটা জাতীয় সাধনাত এনেকৈ নিমগ্ন হৈ আছিছে যে তাৰ বাবে নিজৰ পৰিয়ালৰ সুখ-স্বাচ্ছন্দ্যকো উলাই কৰিছে।"—

—নিৰুপমা বৰগোহাঞি

(নীলাচলঃ ১০ অক্টোবৰ ১৯৭৮ ইং)

"... আৰু এজন তেনে নব্য শিক্ষিত ব্যক্তি দেখিছোঁ। তেওঁ হৈছে শ্ৰীইলিম উদ্দিন দেৱান মহাশয়। তেওঁৰ উদ্যোগ বৰ আশাপ্ৰদ। তেওঁৰ সম্পাদিত 'আজানে' এটা নতুন দিশত পোহৰ পেলাইছে।"— —বিদ্ৰোহীকবি প্ৰসন্নলাল চৌধুৰী

(চাপৰি : /১৯৭৮ ইং)

"এই বিষয়ত বৰপেটাৰ এজন ডেকা ন-অসমীয়া সাহিত্যিকৰ ঐকান্তিক সৎ প্ৰচেষ্টা প্ৰশংসাৰ যোগ্য।... এটা সৰু ছপাখানা লৈ অকলে অকলে এই আলোচনীখন (আজান) নিয়মিতভাবে উলিয়াই থাকিবৰ কাৰণে তেওঁ যিদৰে খাটিছে সেয়া নিজ চকুৰে চাই মই বিস্ময় মানিছোঁ।"— —চৈয়দ আব্দুল মালিক

(জমজম : ২ য় সংখ্যা /১৯৭০ ইং)

"... এই ক্ষেত্ৰত ন-অসমীয়া ইলিম উদ্দিন দেৱানৰ নাম উল্লেখ নকৰাটো ভুল হ'ব। এওঁৰ প্ৰেৰণাত ভালে কেইজন ন-অসমীয়া পুৰুষ-মহিলাই সাহিত্য-চৰ্চাত নামিছে। দেৱানৰ 'আজান' পত্ৰিকাই এওঁলোকৰ অনুপ্ৰেৰণাৰ থলী।"— আব্দুছ ছাত্তাৰ

(মধ্য বিংশ শতিকাৰ অসমীয়া সাহিত্য গ্ৰন্থ :/১৯৭৪ ইং)

"চৈয়দ আব্দুল মালিক আৰু এম. ইলিম উদ্দিন দেৱান সম্পাদিত যথাক্ৰমে 'জমজম' আৰু 'আজান' পত্ৰিকাই মুছলমান সমাজত এটা আলোড়নৰ সৃষ্টি কৰিছিল। 'আজান'.... চলিছিল। আৰু অতি কম সময়ৰ ভিতৰতে ই বিশেষকৈ ন-অসমীয়া চামৰ ভিতৰত এটা 'সাহিত্যৰ যুগ' সৃষ্টি কৰিবলৈ সক্ষম হয়।"— —আতাউৰ ৰহমান

(নীলাচল) (অসমৰ মুছলমানসকল)

"ষষ্ঠ দহকত বৰপেটাৰ পৰা এম. ইলিম উদ্দিন দেৱান সম্পাদিত 'আজান' পত্ৰিকাৰ 'আবোল-তাবোল' লেখা মিঞা মনছুৰ (এম. ইলিম উদ্দিন দেৱান) ব্যংগ বাণবিলাকৰ কথাও বিশেষভাৱে লেখত ল'বলগীয়া।"— —শ্ৰীফণী দাস

(অসমীয়া সাহিত্যত ছদ্মবেশী লেখক : অগ্ৰদূত /১৬ ডিচেম্বৰ/১৯৮৪ ইং)

**দেৱান চাহাব মানুহজন**

১৯৩৭ চনৰ ১৪ আগষ্ট তাৰিখে কোনোবা এটা শুভ ক্ষণত অবিভক্ত কামৰূপ জিলাৰ বৰপেটা মহকুমাৰ অন্তৰ্গত বৰলুইতে চৰণ পখালি যোৱা চেনীমাৰি গাঁৱত এম. ইলিম উদ্দিন দেৱানৰ জন্ম হৈছিল। স্বভাৱ কবি নইম উদ্দিন দেৱান (১৭৮৬০-১৯৬০) দহ পুত্ৰৰ অষ্টম গৰাকী পুত্ৰ এম. ইলিম উদ্দিন দেৱানৰ প্ৰাথমিক শিক্ষা আৰম্ভ হয় নিজ

গাঁৱৰ নিম্ন বুনিয়াদী বিদ্যালয়ত। পিছলৈ গোমাফুলবাৰী খাৰেজী মাদ্ৰাছা, মাজদিয়া এম. ই মাদ্ৰাছা আৰু তাৰাবাৰী হাইস্কুল গচকি চেঙা হাইস্কুলৰপৰা ১৯৫৮ চনত মেট্ৰিক পাছ কৰে। তেখেত ১৯৫৯ চনত বৰপেটা মাধৱ চৌধুৰী মহাবিদ্যালয়ত আই.এ. মহলাত নাম ভৰ্তি কৰি স্নাতক মহলালৈকে অধ্যয়ন কৰাৰ উপৰিও হিন্দী আৰু উৰ্দু বিশাৰদ লৈ অধ্যয়ন কৰে। দেৱান চাহাব আছিল একেধাৰে সাহিত্যিক, সাংবাদিক, সমাজসেৱক আৰু সু-সংগঠক। তেখেতৰ পৃষ্ঠপোষকতা আৰু প্ৰত্যক্ষ সহযোগত গঢ় লৈ উঠা সামাজিক সংগঠনসমূহৰ ভিতৰত উল্লেখনীয় চেনীমাৰি আঞ্চলিক সমাজসেৱক যুৱক সমিতি (১৯৫৫), চেনীমাৰি জনপ্ৰিয় লাইব্ৰেৰী (১৯৫৬) নঈম দেৱান সোঁৱৰণী সমিতি (১৯৬০), চেনীমাৰি আজাদ মেমোৰিয়েল হাইস্কুল (১৯৬২), নঈম দেৱান ছোৱালী এম. ই মাদ্ৰাছা (১৯৭৯), নঈম একাডেমী (১৯৮৫), বৰপেটা কলা একাডেমীৰ অবৈতনিক ভাৰপ্ৰাপ্ত অধ্যক্ষ (১৯৯৪-১৯৯৬), বৰপেটা প্ৰেছ ক্লাবৰ প্ৰতিষ্ঠাপক উপসভাপতি (১৯৮৩), চেনীমাৰি শাখা সাহিত্য সভাৰ প্ৰতিষ্ঠাপক সভাপতি, বৰপেটা সাহিত্য সভাৰ সভাপতি (১৯৮৪-৮৫), বৰপেটা জিলা সাহিত্য সভাৰ অন্যতম প্ৰতিষ্ঠাপক (১৯৮৪)। দেৱান চাহাব ১৯৯২-৯৩ চনত বৰপেটা জিলা সাহিত্য সভাৰ গাতি অধিবেশনৰ সভাপতি নিৰ্বাচিত হৈছিল। ১৯৯৭ চনত অসম সাহিত্য সভাৰ বিলাসীপাৰা অধিবেশনৰ প্ৰতিনিধি সভাত তেখেতে অকাট্য যুক্তিৰে উপস্থাপনৰ কৰা চৰ-চাপৰি উপসমিতি গঠনৰ দাবী সৰ্বসন্মতিক্ৰমে গৃহীত হয়। সেই বছৰতে প্ৰথমবাৰৰ বাবে গঠিত অসম সাহিত্য সভাৰ চৰ-চাপৰি উপসমিতিৰ প্ৰথমজন আহ্বায়কৰূপে মনোনীত হয়। দেৱান চাহাবৰ সাংগঠনিক দক্ষতাৰ বাবে বৰপেটা জিলাৰ অতি পিছপৰা চৰ অঞ্চলসমূহ সাহিত্য সভাৰ সাংগঠনিক ভেটি সুদৃঢ় হয়। বৰপেটা জিলাৰ চৰ অঞ্চলসমূহত থকা প্ৰতিটো শাখা গঠনৰ লগত তেখেত ওতঃপ্ৰোতভাৱে জড়িত আছিল। ২০০২ চনত কলগাছিয়াত অনুষ্ঠিত সভাৰ দ্বিতীয় বিশেষ বাৰ্ষিক অধিবেশনত আদৰণি সমিতিৰ এজন পৃষ্ঠপোষক হিচাপে অধিবেশখনিৰ সফলতাৰ বাবে অহোপুৰুষাৰ্থ চেষ্টা কৰিছিল। এই অধিবেশনৰ স্মৃতি তৰ্পণ অনুষ্ঠানৰ মুখ্য তৰ্পক হিচাপে তেখেত মনোনীত হৈছিল। অসম সাহিত্য সভাৰ আজীৱন সদস্য দেৱান চাহাবৰ সাংগঠনিক দিশৰ প্ৰতি থকা অৱদানৰ বাবেই সভাৰ ২০০৩-০৫ বৰ্ষৰ উপসভাপতিৰ পদৰ বাবে নাম প্ৰস্তাৱ কৰা হৈছিল।

দেৱান চাহাবৰ সাহিত্য কৰ্মৰ তালিকাখনো যথেষ্ট দীঘলীয়া। তেখেতৰ প্ৰকাশিত সৰু বৰ প্ৰকাশিত গ্ৰন্থৰ সংখ্যা মুঠ ৪৩ (তিয়াল্লিশ) আৰু অপ্ৰকাশিত আছিল গ্ৰন্থ অৰ্ধশতাধিক তেখেত একেধাৰে কবি, গল্পকাৰ, ঔপন্যাসিক, নাট্যকাৰ, নিবন্ধকাৰ, ব্যংগৰচক, আৰু সাংবাদিক। তেখেতৰ ঐতিহাসিক পটভূমিৰ আধাৰত ৰচিত কেইবাটাও লেখনী পাঠকৰ সমাদৰ লাভ কৰিবলৈ সক্ষম হৈছে। দৃষ্টতাকাৰ (নাটক), ইতিহাসৰ বা-মৰলিত সম্ৰাট দুহিতা জাহানাৰা (১৯৬৩) নামৰ গ্ৰন্থ দুখনি ছাত্ৰ অৱস্থাতেই ৰচনা কৰিছিল। আজানৰ পাতে পাতে মিএল মনচুৰ "ছদ্ম" নামেৰে তৎকালীন অসমৰ ৰাজনৈতিক আৰু প্ৰশাসনীয় দুৰ্নীতিভণ্ডামী আদি ব্যংগাত্মক ৰচনাৰ মাজেৰে ৰাইজৰ আগচ উদঙাই

দিছে। তেখেতৰ অসংখ্য ৰচনাবলীৰ মাজত সাহিত্য পৰিক্ৰমা, চৰ-চাপৰিৰ লোক-সাহিত্য (প্ৰবন্ধৰাজি), ন-অসমীয়া মুছলমানৰ ইতিবৃত্ত, কি নাম দি মাতিম তোমাক (ইতিহাস), কালচক্ৰ (গল্প সংকলন), লিখকৰ পলায়ন (আত্ম জীৱনী), তাৰাবাবীৰ কৰুণ বিননি, আইৰমাৰীৰ চৰ, হাৰুণ মাষ্টৰৰ হিয়াৰ বেদনা (১৯৭৩), মনৰ নৱ-দিগন্ত (১৯৭৬), চৰ বালাৰ ক্ৰন্দন আলতাব মিঞাৰ দাস্তান (১৯৯৬), মানৱ মুকুট হজৰত মহম্মদ (১৯৭৪), বিদ্ৰোহী কবি নজৰুল ইছলাম (১৯৭৬), মহাকবি ইকবাল, মৌলনা আবুল কালাম আজাদ (১৯৮১) (জীৱনালক্ষ্য), আতাউৰ ৰহমানক যিদৰে জানো, ফখৰুদ্দিন আলী আহমেদক যিদৰে পাইছো, অম্বিকাগিৰী আৰু মোৰ চেতনা, অসম আন্দোলন আৰু মোৰ যাতনা, ছৈয়দ আব্দুল মালিক মানুহজন, অসম সাহিত্য সভাৰ অধিবেশন, অনুষ্ঠান আৰু মোৰ যোগদান আদি (অবলোকন), আজানৰ পাতৰ আবোল-তাবোল, খোচ-গল্প (১৯৭৩), মজাৰ কিচ্ছা (১৯৭৩) (ব্যংগ ৰচনা) আদি উল্লেখযোগ্য যদিও তেখেতৰ অন্যান্য লেখনীসমূহো যথেষ্ট সুখপাঠ্য। তেখেতৰ দ্বাৰা সম্পাদিত গ্ৰন্থসমূহক ভিতৰত ৰহিম ৰূপভানৰ সাধু (১৯৭৭) খন অসম সাহিত্য সভাই প্ৰকাশ কৰিছে। আজীৱন সাহিত্য সাধনাৰ চিন স্বৰূপে ১৯৯৩ চনৰ আগষ্ট মাহত অসম চৰকাৰে সাহিত্যিক পেঞ্চন দিয়ে।

এম. ইলিম উদ্দিন দেৱান আছিল এজন নিৰ্ভীক, সৎ আৰু সঁচা অৰ্থত ধৰ্ম নিৰপেক্ষ মানুহ। আজানৰ সম্পাদকীয়বোৰত ফুটি উঠিছে তেখেতৰ সত্যনিষ্ঠ, বাস্তৱবাদী আৰু বলিষ্ঠ চৰিত্ৰ। বৃহত্তৰ অসমীয়া জাতি গঠন প্ৰক্ৰিয়াত সমভাগ ল'বলৈ অসমৰ বংগীয় মূলৰ মানুহখিনিৰ আজানৰ মাধ্যমেৰে সদায় আহ্বান জনাইছিল। দেৱান আছিল খিলঞ্জীয়া অসমীয়া আৰু বংগীয় মূলৰ ন-অসমীয়া মুছলমানৰ মাজত প্ৰীতিৰ সাঁকোস্বৰূপ। তেখেত বংগীয় মূলৰ এই মানুহখিনিৰ অন্তৰ্ভুক্তিৰে বৃহত্তৰ অসমীয়া জাতি গঠনৰ বাবে দেখি অহা স্বপ্নক আজানৰ জৰিয়তে বাস্তৱৰূপ দিব বিচাৰিছিল। সঁচা অৰ্থত ক'বলৈ গ'লে দেৱান চাহাবৰ আজানখনে অসমীয়া ভাষাৰ মাধ্যমেৰে সাহিত্য চৰ্চা কৰাৰ যটিত নতুন নতুন লেখক-লেখিকাৰ সৃষ্টি কৰিছিল। যিটো সময়ত সংশ্লিষ্ট সমাজখনত নাৰী শিক্ষা প্ৰবল প্ৰত্যাহ্বানৰ মাজত আছিল সেই সময়ত আজানৰ পাতে পাতে দেখা গৈছিল নাৰীৰ কলমেৰে লোৱা অনেক সৃজনীমূলক লেখনী। ছকিনা খাতুন, কাছেমা খাতুন, অঞ্জুম আনোৱাৰা বেগম, হাজেৰা বেগমকে আদি কৰি বৰ্তমানৰ ভালে কেইজনা প্ৰতিষ্ঠিত লেখিকা আজানৰে সৃষ্টি। চৰ-চাপৰিৰ মহিলা সমাজৰ পৰা নতুন নতুন লেখিকা সৃষ্টিৰ বাবে প্ৰকৃততে আৰু এখন আধুনিক আজানৰ প্ৰয়োজন অনুভূত হৈছে।

আৰ্থিক অনাটনৰ মাজত কৰুৱাই থাকিও নিজ কৰ্তব্য আৰু হৃদয়ৰ টানত আজানখন জীয়াই ৰখাৰ বাবে তেখেতে কৰা চেষ্টাই এই জনগোষ্ঠীৰ নৱ-প্ৰজন্মক উৎসাহিত কৰে। আজানৰ বাবে প্ৰয়োজনীয় কাগজ কিনিবলৈ হাতত পা-পইচা নথকাত কোনোবা স্বকীয় দিনত উপহাৰ হিচাপে পোৱা মূল্যবান কলমডালকে পৰিয়ালৰ অজ্ঞাতে বিক্ৰী কৰি দিয়াৰ দৰে ঘটনাও তেখেতৰ জীৱনত পাৰ হৈছে। আৰ্থিক সংকটৰ মাজতো দেৱান

চাহাবৰ ত্যাগ আৰু কষ্টৰ ফলতেই আজানখনে সুদীৰ্ঘ কাল সাহিত্য সাধনা কৰি ১৯৯০ চনত ৰূপালী জয়ন্তী বৰ্ষ পালন কৰিবলৈ সক্ষম হৈছিল।

দেৱান চাহাবৰ ধৰ্ম নিৰপেক্ষ, বাস্তৱবাদী তথা প্ৰগতিশীল লিখনি যেনেকৈ তৎকালীন সমাজৰপৰা অন্ধবিশ্বাস, অনিয়ম আদি দূৰ কৰি সুস্থ সমাজ গঠনত বলীষ্ঠ ভূমিকা লৈছিল, ঠিক তেনেকৈ দেৱানী আৰু মোল্লাতান্ত্ৰিক সমাজত তেখেতৰ প্ৰগতিবাদী লিখনিয়ে আক্ৰোশৰ সৃষ্টি নকৰাও নহয়। "মানৱ মুকুট হজৰত মহম্মদ" নামৰ কিতাপখনৰ বাবে তেখেত শাৰীৰিকভাৱে অপদস্ত কৰি সামাজিকভাৱে বৰ্জন কৰা হৈছিল। আনকি এই ঘটনাক লৈ ৰাজহুৱা ক্ষমা প্ৰাৰ্থনাৰ দাবীও সজোৰে উত্থাপিত হৈছিল। কিন্তু তেখেতৰ আপোচহীন ব্যক্তিত্ব আৰু নিভীক চৰিত্ৰৰ বাবেই এই দাবী প্ৰত্যাখ্যান কৰিছিল যদিও কিতাপখন কাললৈ বাজেয়াপ্ত কৰা হৈছিল। তোষামোদ কৰা আৰু তোষামোদকাৰীক তেখেকে অন্তৰেৰে ঘৃণা কৰিছিল। পৰিয়ালৰ আৰ্থিক অনাটন জোৰা মাৰিবলৈ পুত্ৰৰ চাকৰি এটাৰ বাবে ভ্ৰাতৃতুল্য বন্ধু এজনক ক'বলৈও সংকোচ বোধ কৰিছিল এই ভাবি, জানোচা বন্ধুজনে তোষামোদ কৰা বুলি ভাবে। অথচ সেয়া তেখেতে বন্ধু হিচাপে দাবী কৰাৰ স্থল আছিল। অৱশ্যে দেৱান পুত্ৰই নিজৰ যোগ্যতাৰ বাবেই চাকৰিটো পাইছিল। আতাউৰ ৰহমান চাহাব মন্ত্ৰী হৈ থাকোতে তেখেতৰ অতি স্নেহৰ দেৱানে নিজে বা উপযুক্ত পুত্ৰৰ বাবে সুবিধা কৰি ল'ব পৰাটো আছিল তেনেই সাধাৰণ কথা। কিন্তু আত্ম নিৰ্ভৰশীল তথা আত্মাভিমানী ব্যক্তিত্বৰ বাবেই তেখেত তেনে সুবিধা লোৱাৰ পৰা বিৰত আছিল।

তেখেতৰ দৈনন্দিন জীৱন আছিল অতি সাধাৰণ, নিৰহংকাৰী আৰু বিনয়ী। ৰাস্তা ঘাটে লগ পোৱা সকবৰ প্ৰতিজন চিনাকি মানুহকে প্ৰথমে ছালাম দি কুশল বাৰ্তা সোধাটো আছিল তেখেতৰ স্বভাৱ। জাবে জহে ছাতিটো হাতত ওলোমাই বৰপেটা জিলাৰ সাহিত্য সভাৰ কাৰ্যালয়লৈ খোজ কাঢ়ি যোৱাটো আছিল প্ৰাত্যহিক দৃশ্য।

জীৱনজোৰা সাহিত্য সাধনাৰ অন্তত ২০০৬ চনৰ ১৩ ডিচেম্বৰ তাৰিখে ৰাতিপুৱা ৯-৩০ বজাত আকস্মিকভাৱে হৃদৰোগত আক্ৰান্ত হৈ তেখেতৰ পৰলোক প্ৰাপ্তি ঘটে। তেখেতৰ আত্মাই চিৰ শান্তি লাভ কৰক। (ইন্না লিল্লাহি ওৱা ইন্না ইলাহি ৰাজিউন)।

### আজানৰ পৃষ্ঠাত

১৯৬৫ চনৰ মে' মাহৰ পৰা প্ৰকাশ কৰি উলিওৱা আজান পত্ৰিকাখনৰ পাতত প্ৰকাশ পাইছিল প্ৰবন্ধ, কবিতা, গল্প, উপন্যাস, ৰম্য ৰচনা, ভ্ৰমণ কাহিনীকে আদি কৰি সৃজনীমূলক লিখনি। দুই এক স্থানীয় বাতৰি তথা সাম্প্ৰতিক ঘটনাৱলীৰ ওপৰত যুগুতোৱা সাময়িক প্ৰসংগত অন্তৰ্ভুক্ত হৈছিল যদিও ইয়াৰ সংখ্যা আছিল তেনেই কম। সৰ্বাংগসুন্দৰ সাহিত্য আলোচনীত প্ৰকাশ পাবলগীয়া সকলোবোৰ লিখনেই আজানৰ পাতত প্ৰকাশ হৈছিল বাবে এইখন হৈ পৰিছিল মনোগ্ৰাহী আৰু অতিশয় মননশীল। পৰৱৰ্তী পৰ্যায়ত (সাপ্তাহিক আজান) বা-বাতৰি আদিকো মুখ্যস্থান দিয়া হ'লেও ইয়াৰ মূল উদ্দেশ্যৰ পৰা স্থানচ্যুত হোৱা নাছিল। আজানৰ পৃষ্ঠাত নবীন লেখক-লেখিকাৰ কলমেৰে নিঃসৃত সহজ

সৰল বাক্য গাঁথনিৰে সৃজনীমূলক লিখনিৰ পয়োভৰ ঘটোৱা দেখা যায় যদিও ইব্ৰাহীম আলী (মংগলদৈ), আব্দুছ ছাত্তাৰ আহমেদ (ডিব্ৰুগড়) আদিৰ লেখিয়া অভিজ্ঞ আৰু প্ৰবীণলেখক-লেখিকাৰ লিখনিয়ে দেৱান চাহাবৰ আজানৰ পৃষ্ঠা অলংকৃত কৰিছিল সম্পাদকৰ কাণেৰে ওলাই অহা লিখনিসমূহ আছিল তদানীন্তন সমাজত প্ৰচলিত অন্ধবিশ্বাস কু-সংস্কাৰ দলিয়াই পেলাই প্ৰগতিৰ বাটত খোজ মিলোৱাৰ আহ্বান। সাম্প্ৰতিক ঘটনাবলীৰ ওপৰত যথোচিত টীকা টিপ্পনীৰে ভৰা সম্পাদকীয়সমূহ আঞ্চলিক ঘটনা প্ৰবাহৰপৰা আৰম্ভ কৰি জাতীয় আৰু আন্তৰ্জাতিক বিষয়ৰ ওপৰত সঠিক আলোকপাত কৰা পৰিলক্ষিত হয়। আজানৰ পাতত ধাৰাবাহিকভাৱে প্ৰকাশিত আতাউৰ ৰহমান চাহাবৰ লিখনিসমূহৰ মাজেৰে তৎকালীন সমাজ ব্যৱস্থাত থকা খুঁত আৰু তাৰ সমাধানৰ বিশ্লেষণাত্মক উপায় দৃষ্টিগোচৰ হয়। আজানৰ মাধ্যমেৰে আত্ম প্ৰকাশ কৰা লেখিকা ছকিনা খাতুনৰ গল্প, প্ৰবন্ধ, কবিতা আদিয়ে তৎকালীন সময়ত নাৰী সমাজৰ স্থান নিৰ্ণয় কৰিব পাৰি। প্ৰতিশ্ৰুতিৰ স্বাক্ষৰ বহন কৰা ইছমাইল হুছেইন, খবিৰ উদ্দিন আহমেদ, আব্দুৰ ৰেজ্জাককে ধৰি বহু নবীন লেখক-লেখিকাৰ লিখনিয়ে প্ৰগতিশীল সমাজৰ দিশে অগ্ৰসৰ হোৱাৰ আহ্বান জনায়। জমিৰুদ্দিনৰ ঐতিহাসিক লেখনিসমূহ আজানৰ পাঠকক ইতিহাসৰ সাম্যক ধাৰণা দিয়াৰ প্ৰয়াস কৰিছে। আব্দুছ ছাত্তাৰ আহমেদৰ বস্তু নিষ্ঠ লিখনিয়ে তৎকালীন সমাজ ব্যৱস্থাৰ বহুমুখী বিশ্লেষণ পোৱা যায়। যিটো সময়ত সংশ্লিষ্ট সমাজখনত নাৰী শিক্ষাক ভাল চকুৰে চোৱা হোৱা নাছিল সেই সময়ত আজানৰ প্ৰতিটো সংখ্যাত যথেষ্ট সংখ্যক নবীন লিখিকাৰ লিখনি প্ৰকাশ কৰি উৎসাহ প্ৰদান কৰাটো কেৱল আশা ব্যাঞ্জকেই নাছিল বৰং ই আছিল এই ক্ষেত্ৰত এক বিপ্লৱৰ সূচনা। আজানৰ পাতত প্ৰকাশ পোৱা বহুতো নবীন প্ৰবীন লেখক-লেখিকাৰ লিখনিয়ে প্ৰচলিত সমাজ ব্যাৱস্থাক অধিক উন্নত আৰু গতিশীল কৰাৰ উপৰিও তেখেতসকলৰ উজ্জ্বল ভৱিষ্যতৰ প্ৰতিশ্ৰুতি বহন কৰে।

## আজানৰ ভাষা

আজানৰ ভাষা আছিল শুদ্ধ অসমীয়া। অসমৰ বিভিন্ন প্ৰান্তত প্ৰচলিত আঞ্চলিক ভাষাৰ কোনো প্ৰভাৱ আজানৰ পাতত পৰা নাছিল যদিও চৰ-চাপৰি অঞ্চলত প্ৰচলিত পুৰণি কামৰূপী ভাষাৰ দুই এক শব্দ সংযোজনেৰে অধিক মনোগ্ৰাহী হৈ পৰিছিল। ইয়াৰ আখৰ জোটনীও যথেষ্ট সৰল। তৎকালীন সময়ত প্ৰচলিত জটিল যুক্তাক্ষৰবোৰৰ ঠাইত তুলনামূলকভাৱে সৰল আখৰ জোঁটনিৰে সুখ পাঠ্য কৰি তুলিছিল আজানৰ প্ৰতিটো পৃষ্ঠা।

## আজানৰ অৱয়ৱ

প্ৰথম ছটা বছৰৰ আজান আছিল ডাবল ক্ৰাউন আকৃতিৰ। প্ৰথম বছৰ তিনিমহীয়া আজানৰ সংখ্যাকেইটা আছিল ৮২ পৃষ্ঠাৰ। মাহেকীয়ালৈ উন্নীত হোৱাৰ পিছত ইয়াৰ কলেবৰ সৰু হৈ ৫৬ পৃষ্ঠা হৈছিল। শেষত ১৯৭১ চনৰপৰা আজান সাপ্তাহিক ৰূপ লোৱাৰ পিছত আকাৰ আকৃতিৰ লগতে ইয়াৰ কলেবৰো সলনি হৈ ক্ৰাউন আকাৰত

প্ৰকাশ কৰা হয়। আজানৰ প্ৰতিটো সংখ্যাৰ বেটুপাতত মছজিদৰ মিনাৰৰ চিত্ৰ আছিল।

**পাঠকৰ কলমত আজান**

আজানৰ প্ৰতিধ্বনি অসমৰ চুকে কোনে বিয়পি পৰিছিল। অসমৰ বিভিন্ন প্ৰান্তৰ পৰা অহা পাঠকৰ মতামত আজানৰ পাতত প্ৰকাশ পাইছিল ইয়াৰ বেছি ভাগেই আজানক উৎসাহিত কৰিছিল যদিও দুই এটা সমালোচনামূলক মতামতো প্ৰকাশ হৈছিল। গঠনমূলক সমালোচনাই আজানৰ গুণগত মান উন্নত কৰাত যথেষ্ঠ সহায় কৰিছিল। তৎকালীন মুছলমান সমাজৰ কু-সংস্কাৰ, অন্ধবিশ্বাস, ধৰ্মীয় গোড়ামী আদিৰ বিৰুদ্ধে প্ৰকাশিত লিখনিৰ বাবে সংশ্লিষ্ট মহলত আজানৰ বিৰূপ সমালোচনা হোৱাৰ খতিয়ানো কম নাছিল যদিও সত্যনিষ্ঠ, বস্তুবাদী আৰু প্ৰগতিশীল মনোভাৱৰ বাবে আজানৰ কণ্ঠ অধিক দৃঢ় হৈছিল।

**কৃতজ্ঞতা স্বীকাৰ**

আজানৰ নিৰ্বাচিত সংকলন এটি অসম সাহিত্য সভাৰ পৰা প্ৰকাশ কৰাৰ বাবে সিদ্ধান্তৰ লৈ আমাক সম্পাদনাৰ গুৰুদায়িত্ব অৰ্পণ কৰা বাবে সভাৰ সভাপতি কনকসেন ডেকাৰ প্ৰতি আন্তৰিকভাৱে কৃতজ্ঞতা স্বীকাৰ কৰিছোঁ। সংকলনটিৰ কলেৱৰৰ সীমাবদ্ধতাৰ বাবেই প্ৰথম চাৰিটা বছৰৰ প্ৰকাশনৰপৰা নিৰ্বাচিত কিছু লিখনিৰে প্ৰথম খণ্ডটি সম্পাদনা কৰিব পৰা হ'ল। বৃহত্তৰ অসমীয়া জাতি গঠন প্ৰক্ৰিয়াত আজানে লোৱা গঠনমূলক ভূমিকা বিবেচনা কৰি সভাই পৰৱৰ্তী খণ্ড প্ৰকাশ কৰিলে দেৱান চাহাবৰ শ্ৰম সাৰ্থক হ'ব।

পাণ্ডুলিপি সংগ্ৰহৰ ক্ষেত্ৰত আগভাগ লোৱাৰ বাবে বৰপেটা জিলা সাহিত্য সভাৰ সভাপতি শ্ৰীযুত গোবিন্দ তালুকদাৰৰ শলাগ ললো। সম্পাদনাৰপৰা পাতনি লিখালৈকে প্ৰতিটো স্তৰতে লাগতিয়াল তথ্য পাতি যোগান ধৰাৰ বাবে দেৱান চাহাবৰ পুত্ৰ দেৱান হাফিজ, ৰফিজ উদ্দিন দেৱান আৰু নাছিৰ উদ্দিন দেৱানৰ শলাগ ললোঁ। সভাৰ মাননীয় উপসভাপতি শ্ৰীপাচুগোপাল চক্ৰৱৰ্তী, শ্ৰীসতীশ চন্দ্ৰ চৌধুৰী, দেৱান চাহাবৰ অনুৰাগী প্ৰাক্তন মন্ত্ৰী এম. ইব্ৰাহীম আলী, ৰেজাউল কৰিম আৰু ভৱেশ দাসৰ সময়োপোযোগী মূল্যবান পৰামৰ্শৰ বাবে কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ।

২১ ফেব্ৰুৱাৰী/২০০৭

জহিদুল ইছলাম
কমল কলিতা

# সূচী

# আমাৰ উদ্দেশ্য

**সম্পাদকীয়**

অসমত সংবাদপত্ৰ-আলোচনী আদিৰ সংখ্যা তেনেই তাকৰ— আঙুলিৰ মূৰত গণিব পাৰি। অৱশ্যে, সম্প্ৰতি অসমত পত্ৰ-পত্ৰিকা আৰু আলোচনী আদিৰ সংখ্যা বানপানী বাঢ়ি অহা দি বাঢ়ি আছে; কিন্তু অসমৰ এটা বুজন সংখ্যা, মুছলিম অধিবাসীসকলৰ ধৰ্ম-কৰ্ম আৰু সংস্কৃতিৰ বাহকৰূপে সামান্য জিলিঙনিৰ পোহৰ পেলোৱাৰো কোনো মাধ্যম নাই। তাৰোপৰি, ন-অসমীয়া মুছলমান আৰু তেওঁলোকৰ সতি-সন্ততিৰ মাজত অসমীয়া ভাষা, সংস্কৃতি আৰু সাহিত্য চৰ্চাৰ অনুপ্ৰেৰণা জগাই তুলিবলৈ, তেওঁলোকৰ আশা-আকাংক্ষা, আবেদন-নিবেদন, হাঁহি-কান্দোন আৰু বেদনা প্ৰকাশ কৰিবলৈ অসমত সুকীয়া এটি পত্ৰিকাও নাই। এই সম্প্ৰদায়ৰ লোকে অসমত খাইছে, শুইছে আৰু বংশ বৃদ্ধি কৰিছে— নিজৰ খুচী আৰু সুবিধাৰ বাবে নকৰিবলগীয়া কাম একো নাই; কিন্তু সমাজ, দেশ আৰু জাতিৰ নামত, টানত নপৰিলে, এটা পাইও খৰচ নকৰে। শতকৰা নবৈজনেই দাৰুণ কাৰুণ হৈ পৰিছে। এই স্বভাৱৰ বাবেই অসমৰ মুছলমান সম্প্ৰদায়ৰ অইন বহুত অভাৱৰ লগত পত্ৰিকা এখনৰ অভাৱ পূৰণ হোৱা নাই। সাহিত্যিক মন এটি থকাৰ বাবে এই অভাৱ বহুদিন আগৰে পৰাই অনুভৱ কৰি আহিছোঁ; কিন্তু আমাৰ স্বভাৱ পৰিবৰ্তন কৰি অভাৱ পূৰণৰ কোনো সম্ভাৱনা দেখা নোপোৱাত অন্তৰত বেদনা অনুভৱ কৰিছোঁ। সেয়ে মনৰ তাড়নাত, মুষ্টিমেয় কলেজীয়া বন্ধু-বান্ধৱৰ লগত পৰামৰ্শ কৰি ১৩ জানুৱাৰীৰ দিনা এটি লিখিত সংকল্প কৰিছিলো। 'সংকল্প'টোৱে আমাৰ চকুৰ টোপনি কাঢ়ি নিছিল। আৰ্থিক সমস্যাৰ কথা আৰু আলোচনীৰ জীৱনী-শক্তিৰ কথা ভাবি চোৱাত 'সংকল্প'ই আমাক বিকল কৰি পেলাইছিল। ভাব-সাগৰৰ মাজত আমি ককবকাই আছিলো। অৱশেষত সমাজ-দৰদী, নীৰৱ কৰ্মী মানৱৰ জনাব আতাউৰ ৰহমান চাহাবে 'সংকল্প'টোৰ পৃষ্ঠপোষকতা কৰাত 'আজান'ত জান সঞ্চাৰ হৈছে।

'আজান' ফাৰ্চী শব্দ। 'হেমকোষ আৰু 'অসমীয়া অভিধান'ত ইয়াৰ অৰ্থ— 'নজনা, মূৰ্খ, নামাজ বা ঈশ্বৰৰ উপাসনালৈ সকলোৱে ৰিঙিয়াই মতা বা জাননী' বুলি লিখা আছে। কিন্তু আমাৰ মতে 'আজা'ৰ অৰ্থ হ'ল— 'আহ্বান'। আমি ইয়াক বহল অৰ্থত প্ৰয়োগ কৰিছোঁ— মছজিদৰ মিনাৰ আৰু নামাজৰ মাজতেই ই সীমাবদ্ধ নাথাকিব। আমাৰ 'আজানে গাব জাগৰণ গীত আৰু জনাব কৰ্তব্যৰ আহ্বান। 'আজান'ৰ পথ আৰু মত হ'ব— ধৰ্ম-কৰ্ম আৰু জাতীয় জীৱনৰ মৰ্ম কথা।

'আজান'ৰ সুৰ যদিও পিছ পৰা সমাজৰ বাবেই বেছি ধ্বনিত হ'ব; তথাপি ই সাম্প্ৰদায়িকতাৰ ইন্ধন নোযোগাব। বৰং সাম্প্ৰদায়িকতাবাদী মনোভাবীসকলৰ ভাবৰ মূৰত ৰাম টাঙোন সোধাই, শিকনি দি, সাম্প্ৰদায়িক সম্প্ৰীতি গঢ়ি তুলিবলৈ সংগ্ৰাম চলাব। আমাৰ এই উদ্দেশ্যত সহায় কৰিবলৈ সকলো সম্প্ৰদায়ৰ সুধী-সমাজ আৰু নবীন শিক্ষিত ডেকা-গাভৰুৰ পৰা সহানুভূতি বিচাৰিলো। আৰ্থিক অনাটনৰ বাবেই সম্প্ৰতি 'আজান'ক তিনিমহীয়াকৈ উলিওৱাৰ সিদ্ধান্ত লোৱা হৈছে। যদি 'আজান'ৰ ধ্বনিত ৰাইজে চেতনা পাই ইমানত আমান আনি সঁহাৰি দিয়ে আৰু সহানভূতি জনায়, তেনেহ'লে, অনতিপলমে ইয়াক মাহেকীয়া বা দুমহীয়া কৰাৰ সংকল্প আমাৰ আছে। ৰাইজে আমাৰ বেদনা বুজি 'মলম'ৰূপে মৰম জনাব বুলি আশা কৰিলোঁ। খোদা হাফিজ!

*প্ৰথম বছৰৰ প্ৰথম সংখ্যাত প্ৰকাশিত (এপ্ৰিল, ১৯৬৫)*

# অনুপ্ৰৱেশকাৰী সমস্যা

আতাউৰ ৰহমান, এম এ এল বি

সন্তুষ্ট ন্যায়বিচাৰপ্ৰাপ্ত আৰু সুখ-দুখ মৰম-চেনেহৰ ভাগী সংখ্যালঘু সম্প্ৰদায় এটা যি কোনো দেশৰ বাবে সম্পদ স্বৰূপ। অসমৰ ক্ষেত্ৰতো সেই একেই কথা; কিন্তু যোৱা কেইবছৰে আমাৰ এই ৰাজ্যৰ মুছলমান শ্ৰেণী অন্য বিষয় বাদ দিও বিশেষকৈ এটা চৰকাৰী ব্যৱস্থাত নিশ্চয় আৰম্ভণিতে কোৱাৰ দৰে ব্যৱহাৰ পাই থকা নাই। ১৯৫১ আৰু ১৯৬১ চনত হোৱা মানুহ পিয়লৰ জনসংখ্যাৰ দুৰ্বোধ্য তথ্য পাতিৰ অৱতাৰণা কৰি আৰু তিনি বছৰমান পূৰ্বৰ পৰা অ'ত ত'ত বালিচৰত নতুনকৈ সাজি থোৱা ঘৰবোৰত পকিস্থানী সোমাই পৰা বুলি হাবি-জংঘলে জাবে-জহে দলে দলে পাকিস্থানী লুকাই থকা বুলি নদীৰ সোঁতৰ দৰে অনবৰত পাকিস্তানী লোক অসমলৈ লানি নিছিগাকৈ আহিয়ে থকা বুলি ইত্যাদি প্ৰকাৰে প্ৰচাৰ কৰি কিছুমান বাতৰিকাকতৰ মাধ্যমত তথাকথিত অনুপ্ৰৱেশকাৰী সমস্যাৰ সৃষ্টি কৰা হয় আৰু তদৱধি অসমীয়া ৰাইজেও প্ৰয়োজনীয় মনোযোগেৰে কথাটো দকৈ গমি-পিটি চোৱাৰ আগতেই সেই 'সমস্যা'ৰ সমাধান পুলিচৰ হাতত গতাই দিয়াৰ ফলত আজি এনেকুৱা এটা পৰিৱেশৰ সৃষ্টি হৈছে য'ত ৰাজ্যৰ গোটেই মুছলমান সমাজটোৱে এটা সাংবিধানিক বিধি-ব্যৱস্থাৰ গ্ৰহণযোগ্য নোহোৱা অৱস্থাৰ সন্মুখীন হৈছে।

এইটো সকলোৰে মনত থকা কথা যে ১৯৫১ চনত মানুহ পিয়লৰ ব্যৱস্থা হাতত লোৱা সময়টোতেই অসমৰ মুছলমানপ্ৰধান এলেকাবোৰত দুৰ্ভাগ্যক্ৰমে এই সম্প্ৰদায়ৰ বিৰুদ্ধে দুৰ্ঘটনাত বহু সংখ্যক লোক গৃহহীন হৈ স্থানচ্যুত হয়। এইটোও ওলাই পৰিছে যে বহু ক্ষেত্ৰত ৰাজহ বিভাগৰ দপ্তৰত ১৯৫০-৫১ চনলৈ ৰেকৰ্ড থকা সত্বেও আৰু নেহৰু-লিয়াকত চুক্তিৰ পিছৰ পৰাই ঘুৰি আহি লোকে বসতি কৰি থকা স্বত্বেও কিছুমান ক্ষেত্ৰত পিয়ল ৰিপোৰ্টৰ পৰা গোটিক গোটে গাঁও বাদ পৰি আছে। আৰু এইটোও ঠিক যে পিয়লৰ ৰেজিষ্টাৰ আদি প্ৰস্তুত কৰা সময়ত ভাৰপ্ৰাপ্ত কৰ্মচাৰীবিলাকে ঘৰে ঘৰে গৈ সোধ-পোছ কৰি তথ্য সংগ্ৰহ কৰা নাছিল। আৰু তাৰ ফলত কি মুছলমান কি অমুছলমান উভয় ক্ষেত্ৰতে বহুবিলাক মানুহৰ নাম পিয়ল ৰেজিষ্টাৰৰ পৰা বাদ পৰাটো সম্ভাব্যৰ বাহিৰত নাছিল। জনাজাত কথা যে অপেক্ষাকৃত সুস্থ পৰিৱেশৰ মাজত ১৯৬১ চনৰ মানুহ পিয়লৰ কাম চলাত আৰু আগৰটো পিয়লতকৈ অধিকতৰ নিখুঁত ৰূপে ৰেজিষ্টাৰ আদি প্ৰস্তুত হোৱাত উভয় পক্ষৰ মাজত, বিশেষকৈ মুছলমান সমাজৰ ক্ষেত্ৰত লোক বৃদ্ধিৰ যি তাৰতম্য হৈছে— সি মিকিৰ পাহাৰ, উত্তৰ কাছাৰ জিলা, মিজো জিলা আৰু খাচী ও

জয়ন্তীয়া পাহাৰ জিলা আদি কেইখনমান জিলাত য'ত তথাকথিত অনুপ্ৰৱেশকাৰী সমস্যা কৰ্তৃপক্ষয়ো দেখা নাই তাৰ মুছলমান লোকসংখ্যা বৃদ্ধিৰ ৰেকৰ্ড বিবেচনা কৰিলেও এই কথা ৰজিতা খাব। সেই বুলি এইটোও কোৱা নহয় যে যুগ যুগ ধৰি একাত্ম হৈ আৰু ১৯৪৭ চনত বিচ্ছেদ হোৱা সময় আৰু সীমান্তৱৰ্তী বৰ্তমান অভিহিত পূব-পাকিস্তানৰ (আগৰ বংগ দেশৰ পূব অংশ) পৰা চৰাই-চিৰিকতিও উৰি নাহিব। দুৰ্লংঘ্য সীমা য'ত নাই তাৰ যোগেদি ওপজা ধৰণৰ কিছু সংখ্যক লোক চিৰাচৰিতৰূপে যাতায়াত কৰাটো অসম্ভৱ নহয় যদিও দুখন স্বাধীন ৰাষ্ট্ৰৰ সৃষ্টিৰ পিছত মনস্তাত্তিক ফালৰ পৰা আৰু কোনো ৰাজনৈতিক উদ্দেশ্য হীনতাত ই ব্যাপকভাৱে অসম্ভৱ আৰু তেনেকুৱা লোকক কোনো প্ৰকাৰৰ অনুকম্পা নেদেখুৱাকৈ বহিষ্কৃত কৰাত মুছলমান তথা সকলো নাগৰিকৰে অকুণ্ঠ সমৰ্থন থাকিব লাগিব আৰু আছে।

কিন্তু কথা হৈছে কোন পন্থাৰে কেৰ্কেটুৱাই তামোল খাব নেউলক ধৰি কিলাই। অচিনাকি দুই-চাৰিজনে জগৰ লগাব তাৰ বাবে গোটেই সম্প্ৰদায়টোকে দোষী সাব্যস্ত কৰি? আৰু যি পন্থাই লোৱা হয় শীঘ্ৰে ব্যৱস্থা লোৱাৰ অজুহাতত সাংবিধানিক গণতান্ত্ৰিক ৰাষ্ট্ৰত আইনৰ শাসন (Rule of Law) উলাই কৰি? আৰু সৰ্বোপৰি ভালুকৰ হাতত খন্তি দিয়াৰ নিচিনাকৈ এই বিষয়ত পুলিচৰ হাতত সৰ্বময় কৰ্তৃত্ব এৰি দি? দেখা গৈছে যেন আমি বহুলাংশে এনেকৈয়ে ঢাল খাইছো আৰু তাতেই প্ৰশ্ৰয় পাইছে অনিয়ম, অন্যায় আৰু অনাহক জুলুমে আৰু তাতেই সৃষ্টি হৈছে দেশৰ ৰাজভক্ত সংখ্যালঘু মুছলমান নাগৰিকৰ মাজত এটা তিক্ততাৰ, এটা ভীতিৰ আৰু এটা বৈষম্যমূলক ভাবৰ প্ৰতিক্ৰিয়া।

দেশৰ আইনমতে ইয়াৰ জন্ম গ্ৰহণ কৰা বা ইয়াত ইং ১৯৪৮ চনৰ ১৯ জুলাই বা তাৰ পূৰ্বৰ পৰা স্থায়ীভাৱে বসতি কৰি থকা প্ৰত্যেক লোকেই ভাৰতীয় নাগৰিক তেহেলৈ তেওঁৰ কোনো মা সম্পত্তি থাকক বা নাথকক। দেশৰ ভোটাৰ লিষ্ট প্ৰণয়ন সম্পৰ্কীয় আইনত বিধান আছে কোনো অনা-নাগৰিকেই ভোটাৰ লিষ্ট ভুক্ত হ'ব নোৱাৰিব আৰু অসমত ইং ১৯৪৬ চনৰে পৰা জাৰী আছে যে নাগৰিক নোহোৱা কোনো মানুহে চৰকাৰী মাটি পট্টন নাপাব। এই পৰিপ্ৰেক্ষিতত দেশৰ সাধাৰণ আইন-কানুন অনুযায়ী সাক্ষ্য প্ৰমাণ লৈ সন্দেহযুক্ত যি কোনো লোকক অভাৰতীয় বুলি বহিষ্কৃত কৰিলে দেশ-প্ৰেম থকা যি কোনো নাগৰিকৰ আপত্তিৰ থল নাই। কিন্তু ভাৰতীয় নহৈ পাকিস্তানী কোন স্থিৰিকৃত কৰা সম্বন্ধত প্ৰয়োগ কৰা বিভিন্ন সময়ত বিভিন্ন ঠাইত বিভিন্ন প্ৰকাৰৰ অৰ্হতাই বিপাকৰ সৃষ্টি কৰিছে আৰু প্ৰকৃত ক্ষেত্ৰত দেখা গৈছে যে কেইবা দশকৰ পাট্টা-পত্ৰ আৰু মা-সম্পত্তিৰে স্থায়ী বসতি থকা লোককো পাকিস্তানীত পৰিণত কৰা হৈছে আৰু নিজা মাটি-বাৰী নথকা লোকৰতো কথাই নাই। আকৌ ইং ১৯৫১ চনৰ পিয়ল সম্পৰ্কীয় ৰেজিষ্টাৰত নাম নেথাকিলে সম্পত্তি ও পাট্টা-পত্ৰ থকা নথকা উভয়েৰেই বিভ্ৰাট যদিও— অমুছলমান বা শতাব্দী পূৰ্বৰে পৰা থকা তথাকথিত থলুৱা মুছলমান এজনৰ নাম উক্ত

ৰেজিষ্টাৰত নাথাকিলেও কোনো দোষ নাই। ভোটাৰ লিষ্টত নাম থকাটোতো নাগৰিকত্বৰ কোনো গুৰুত্ব দিয়া হোৱা নাই আৰু আনকি যথাবিহিত তদন্তৰ পিছত নাগৰিক বিবেচনাত পোৱা পট্টা, খাজনাৰ ৰচিদ-পত্ৰ বা পুনৰ্বসতিৰ কাৰণে পোৱা সহায়-সাহায্য-ঋণৰ ৰেকৰ্ডসমূহত কোনো মূল্য দিয়া হোৱা নাই। আন দহজন নাগৰিকৰ দৰে মুছলমান নাগৰিক এজনৰো সা-সম্পত্তি সম্পৰ্কীয় কাগজ-পত্ৰ কোনো প্ৰকাৰে হেৰাই যাব পাৰে বা বছৰৰ পিছত বছৰৰ কাৰণে একাদিক্ৰমে নাথাকিব পাৰে— এইবোৰ কথা বিবেচনাত অনা নহয়। দেশৰ অন্য আইনত যদিও মৌখিক সাক্ষ্যৰ প্ৰাধান্য আছে, পাকিস্তানী বুলি ‘পুলিচৰ সন্দেহৰ কবলত পৰা অথচ ভাৰতীয় নাগৰিক বুলি দাবী কৰা মুছলমান এজনৰ ক্ষেত্ৰত সেই আইন প্ৰকৃততঃ কিমান বহিৰ্ভূত বুলি বিবেচিত হৈছে।

কাকতে-পত্ৰে-মেলে-মিটিঙে লাখ-বিলাখ অনুপ্ৰৱেশকাৰীৰ উল্লেখ হৈ থকাত আৰু পাকিস্তানী বহিষ্কৃত কৰা কামত ভাৰপ্ৰাপ্ত হোৱা পুলিচ-কৰ্মচাৰীৰ অধিকাংশই প্ৰতিযোগিতাত নমাকৈ কোনে কিমান পাকিস্তানী সংগ্ৰহ কৰিব পাৰে এই কৃতিত্ব দেখুৱাবলৈ ক্ষমতাৰ একপ্ৰকাৰ অপপ্ৰয়োগৰ দ্বাৰা ইচ্ছাৰ বিৰুদ্ধে মানুহৰ দস্তখত, টিপচহী সংগ্ৰহ কৰি সেইবোৰৰ দ্বাৰা তাৰ পিছত পুলিচ কৰ্তৃপক্ষ আৰু ট্ৰিবিউনেলৰ বাহিৰে অন্য কোনেও চাব নোৱৰাকৈ গোপন (Confidentital) ৰেকৰ্ড প্ৰস্তুত কৰা এটা গতানুগতিক কাৰ্যত পৰিণত হৈছে। এই দস্তখত-টিপচহীযুক্ত কাকতবোৰ যদিও ট্ৰিবিউনেলে দিয়া শুনানীৰ সময়ত সন্দেহকৃত ব্যক্তিক দেখুওৱা হয় তাৰ কোনো অংশ লিখা শুনানীৰ সময়ত পঢ়ি শুনোৱা নহয় বা উদ্ধৃত কৰা নহয় বা নিযুক্তীয় উকিল-মোক্তাৰৰ জেৰা, জবানবন্দিৰ আওতাৰ ভিতৰত পেলাবলৈ দিয়া নহয়; ফলত ট্ৰিবিউনেলৰ শুনানীৰ সময়ত পুলিচে কোনো স্বতন্ত্ৰ সাক্ষীও নিদিয়ে আনহাতে উক্ত গোপন ৰেকৰ্ডকে ভিত্তি কৰি যি কোনো ব্যক্তিক পাকিস্তানী বুলি সাব্যস্ত কৰাৰ পৰামৰ্শ দিয়ে। আৰু বিচাৰৰ ফলো তদনুযায়ী হোৱা দেখা গৈছে।

বৰ্তমান পদ্ধতিত পুলিচ এবাৰৰ ঠাইত দুবাৰ তিনিবাৰকৈ একোখন গাঁওলৈ গৈ ১৯৫১ চনৰ মানুহ পিয়লৰ ৰেজিষ্টাৰ লৈ উক্ত ৰেজিষ্টাৰ সংশ্লিষ্ট লোকক চাবলৈ নিদি পুলিচে নিজেই বেদ-বাক্য প্ৰকাশ কৰে কাৰোবাৰ নাম উক্ত ৰেজিষ্টাৰত আছে নে নাই (যদিও দেশৰ যি কোনো ঠাইত নাম থকা সত্বেও নাম নথকা বুলি বহু ব্যক্তিৰ দস্তখত, টিপচহী লৈ ওপৰত বৰ্ণোৱাৰ দৰে গোপন ৰেকৰ্ড বনোৱা নজিৰ বিৰল নহয়) আৰু নাম নথকা বুলি কোৱা ক্ষেত্ৰতেই পৰিয়ালটোত থকা কাকত-পত্ৰলৈ ভ্ৰূক্ষেপ নকৰি উক্ত প্ৰকাৰে দস্তখত, টিপচহী অস্বাভাৱিক পৰিৱেশৰ মাজত লৈ গোপন ৰেকৰ্ড বনোৱা হয় তেনেকৈ এই প্ৰসংগত স্বামীক ৰাখি তিৰোতা, মাক-বাপেকক ৰাখি ল'ৰাক, ভায়েকক ৰাখি ভাইক অভিযুক্ত কৰা হ'ব পাৰে। সৰহভাগ ক্ষেত্ৰতে ভাৰতত্যাগ নোটিছ আছে, আপত্তিৰ দৰ্খাস্ত দিব পাৰে বুলি নোটিচত লিখা থাকে (যদিও নিৰ্দিষ্ট সময়ত নোটিচ জাৰী

কৰাৰ পূৰ্বেই বা লগে লগে গত হৈ যায়), আপত্তিৰ দৰ্খাস্তক্ৰমে জিলাৰ পুলিচ বিষয়াৰ অনুগ্ৰহক্ৰম তথাকথিত ট্ৰিবিউনেলৰ যোগেদি Summary Proccess Case আৰম্ভ কৰা হয় (সাক্ষী চৰকাৰী বা বেচৰকাৰী মানুহ হওক তাৰ বাবে চমন আপত্তিকাৰীয়ে নিজ হাতে লৈ আহি জাৰী কৰিব লাগে আৰু সাক্ষী হাজিৰ নহ'লেও কোনো আপত্তিয়ে নাখাটে) শুনানীৰ তাৰিখে কি কাৰণত আৰু কি ভিত্তিত পুলিচে অভিযোগ দিলে তাক আলোচনা কৰিবলৈ নিদি বা পুলিচৰ ৰিপোৰ্ট আদি Caseত প্ৰদৰ্শন নকৰি 'শুনানী' দিয়া হয় আৰু তাৰ পিছৰ পৰাই গোটেই বিষয়টোৱেই ৰহস্যৰ আবৃত হৈ পৰে।

তথাকথিত ট্ৰিবিউনেল গঠনৰ পূৰ্বে এছোৱা কালত যেনিবা মানুহ ধৰা হৈছিল আৰু পঠোৱা হৈছিল, পিছৰ ছোৱাত ভাৰত ত্যাগ নোটিচ জাৰী কৰি তাৰ বিৰুদ্ধে প্ৰাপ্ত আপত্তিৰ ফলাফল একো নজনোৱাকৈয়ে হুৰমূৰকৈ পুলিচে ধৰি নি মানুহক সীমান্ত পাৰ কৰি দিছিল। আৰু বৰ্তমান ট্ৰিবিউনেলক লোকৰ চকুত ধুলি মাৰিব পৰাকৈ অস্ত্ৰস্বৰূপে ব্যৱহাৰ কৰি সেই একেই কামকে হাছিল কৰা হৈছে। ওপৰত উল্লেখ কৰা ৰকমে শুনানী হ'লত ট্ৰিবিউনেলে লগে লগে কোনো ৰায় নিদিয়ে বা তাৰ পিছতো কোনো প্ৰকাৰে ট্ৰিবিউনেলৰ ৰায়পক্ষই জানিব নোৱাৰে। শুনামতে হেনো ট্ৰিবিউনেলৰ ৰায় জিলাৰ পুলিচৰ বৰ চাহাবলৈ গোপনভাৱে পঠোৱা হয় আৰু বৰ চাহাবে ৰায় কাৰ্যকৰী কৰে অদ্ভুত প্ৰকাৰে। হঠাৎ পুলিচ গৈ পক্ষক এক পদো কোনো পিনে লৰচৰ কৰিবলৈ নিদি আনকি খোৱা পাতৰ পৰাও তুলি আনি অত্যন্ত দৃষ্টিকটু অৱস্থাৰ মাজেদি সিহঁতক বহিষ্কাৰ কৰে। দেখা গৈছে দুই-এদিনতে সন্তান প্ৰসৱ কৰিবৰ সম্ভাৱনা থকা তিৰোতায়ো সেই অৱস্থাৰ পৰা অব্যাহতি পোৱা নাই। কিছুমান ক্ষেত্ৰত দুৰ্ভগীয়া মানুহবিলাকৰ অৱস্থা দেখিলে এনেহে মনে ধৰে যেন সভ্যতা আৰু মানৱীয়তাক আমি বিদায় দিছো। চলি থকা অবিচাৰত চিৰ দিন চিনা-জনা থকা অমুছলমান লোককো চকুলো টোকা দেখা গৈছে আৰু সহায় কৰাৰ বাবে প্ৰাণৰ ইচ্ছা থাকিলেও তেওঁলোকে নিৰুপায় বোধ কৰিছে।

সংশ্লিষ্ট প্ৰায় প্ৰত্যেকটো লোকেই কৰ্তৃপক্ষৰ ওচৰত কৰা আবেদন নিষ্ফল হৈছে আৰু সম্প্ৰদায়টোৰ নেতৃস্থানীয় লোকে জনাই থকা অভিযোগৰ বিকৃত অৰ্থ দি তেওঁবিলাকক আনকি পঞ্চমবাহিনী বুলি অভিহিত কৰাৰ প্ৰয়াস দেখা গৈছে আৰু সাতে-পাচে এনেকুৱা এটা ধাৰণাকে প্ৰশ্ৰয় দিয়া হৈছে যে যি কোনো প্ৰকাৰে এটা সম্প্ৰদায়ৰ লোকসংখ্যা যিকোনো ৰূপে কমাবই লাগিব। আৰু যি কোনো ব্যক্তিক যি কোনো প্ৰকাৰে সীমান্ত পাৰ কৰি দিলেও যেন কাৰো কোনো দায় দোষ নহ'ব। প্ৰকৃততে কি ঘটি আছে তাৰ লগত সম্বন্ধ নৰখা নেতা কিছুমানেও অতি ব্যগ্ৰতা প্ৰকাশ কৰি অনিচ্ছাকৃত ৰূপ হ'লেও এই ব্যাপাৰত ইন্ধন যোগাইছে। সিদিনা দিল্লীৰ ৰাজ্য সভাত এজন জনসাধাৰণৰ লগত সম্বন্ধবিহীন নেতাই ট্ৰিবিউনেলকে আদি কৰি গোটেই ব্যৱস্থাটোকে ভাল কাম কৰা বুলি চাৰ্টিফিকেট দিয়াত আনকি ভেদ-নীতিৰ আশ্ৰয় লোৱাত তেওঁ পোৱা 'বাহবাহ'ত বা

তেওঁৰ মনোবৃত্তিত কোনেও ঈৰ্ষান্বিত বোধ কৰা নাই। আকৌ সিদিনাখন নগাঁৱত কংগ্ৰেছ সভাপতি শ্ৰীকামৰাজ জীৰ তাত দাখিল কৰা অতি নম্ৰ স্মাৰক-পত্ৰ এখনত উচপ্ খাই অসমৰ এখন বাতৰিকাকতে সপ্তকাণ্ড ৰামায়ণ শেষ কৰি ৰাম কোন সোধাৰ দৰে অসমৰ মুছলমান সম্প্ৰদায়ক এই সম্পৰ্কত হোৱা জুলুমৰ তথ্য-পাতি তেওঁলোকক জানিবলৈ দিবলৈ কোৱাত সম্প্ৰদায়টোৱে আচৰিত নোহোৱা হৈ থাকিব পৰা নাই, কিয়নো সেই কাকতখন যোৱা তিনি বছৰৰ সংখ্যাবোৰ পঢ়ি চালেই দেখোন তথ্যপাতি তাতেই ওলাই পৰে!

আমি দেশত সংহতি বিচাৰিছো, ঐক্য বিচাৰিছোঁ আৰু সকলোৰে মগজুৱে ঢুকি নোপোৱা আৱেগিক ঐক্যও বিচাৰিছো; কিন্তু কাৰ্যক্ষেত্ৰত যদি আমি চৰকাৰী ব্যৱস্থা আৰু সামাজিক ব্যৱহাৰৰ যোগেদি জনসাধাৰণৰ এটা উল্লেখযোগ্য অংশক এক প্ৰকাৰ দ্বিতীয় শ্ৰেণীৰ নাগৰিক হিচাপেই বিবেচনা কৰো— আৱেগিক ঐক্য কিমানদূৰনো আগবাঢ়িব? সংহতি কোন পথে নো যাব? আৰু ইয়াতেই মনত ৰাখিব লাগিব যে যি শ্ৰেণী লোকৰ বিৰুদ্ধে উপৰিউক্ত ব্যৱস্থা হাতত লোৱা হৈছে— সিহঁতৰ প্ৰত্যেকটো লোকেই এই দেশৰ জলবায়ুৰ লগত মিহলি হৈ ইয়াতেই হাড়কেইডাল পেলাও বুলি বৈ থকা মানুহ; অথচ এওঁলোকৰেই মাজৰ পৰা ল'ৰাক বি এ এম এ পৰ্যন্ত পঢ়োৱা অভিভাৱককো পাকিস্তানী বুলি বহিষ্কাৰ কৰা হৈছে। যি কোনো ন্যায় আদালতৰ বিচাৰ সাপেক্ষে ডাঠি ক'ব পাৰি যে বহিষ্কাৰ কৰা মানুহবিলাকৰ সৰহভাগেই আৱশ্যকীয় প্ৰমাণ-পত্ৰসহ দেশ বিভাজনৰ বহু পূৰ্বৰে পৰা এই দেশত নিগাজীৰূপে বসবাস কৰি থকা লোক। এই দেশতেই জন্ম লাভ কৰা বৰ্তমান লিখকক কোলে— কাষে নি ডাঙৰ-দীঘল কৰা লোককো এইদৰে পাকিস্তানী বুলি বহিষ্কাৰ কৰা নজৰত পৰিছে। কিন্তু কিয়, স্বাধীনতা জানো কাৰো কাৰণে 'সৰ্বনাশ আৰু কাৰো কাৰণে পুহমাহ'? স্বাধীনোত্তৰ দেশত কি কাৰণেই বা কোনো শ্ৰেণীৰ লোকৰ দেশ-প্ৰেম আন দহজনৰ দেশ-প্ৰেমৰ দৰে ধৰি লোৱা নহ'ব? আকৌ সমাজবাদী সমাজ ৰচনা কালত কোনো শ্ৰেণীক নিষ্পেষিত কৰিয়েই বা আমি লক্ষ্যত উপনীত হম নেকি? ঠেক মনোবৃত্তি পৰিহাৰ কৰিব পৰা, উদাৰ উজ্জ্বল ভৱিষ্যৎ বুকুত ধৰিব পৰা আৰু ন্যায় ধৰ্ম আচৰণ কৰিব পৰা প্ৰত্যেকজন নাগৰিকেই এই সন্দৰ্ভত আলচ কৰিবৰ প্ৰয়োজন আছে। প্ৰকৃত পাকিস্তানীক আমি সীমান্ত পাৰ কৰি দিওঁহক, অনুপ্ৰৱেশকাৰীক অসমৰ দুৱাৰ দলিতে বন্ধ কৰাৰ ব্যৱস্থা কৰোহঁক কিন্তু 'পাকিস্তানী নহয়, ভাৰতীয়' বুলি দাবী কৰা মানুহ এজনৰ বিচাৰ আমি দেশৰ সাধাৰণ আদালতত প্ৰকাশ্যে কিয় কৰিব নোৱাৰোহক বা সংশ্লিষ্ট ব্যক্তিক দেশৰ দেৱানী আদালতৰ আশ্ৰয় লোৱাকৈ সময়েই বা কিয় দিব নোৱাৰোঁহক, আৰু লগতে আৰু এটা দুৰ্নীতিৰ কবলৰ পৰা মুক্ত থকাৰ বাট আমি কিয় মুকলি নাৰাখোহঁক?

*প্ৰথম বছৰৰ প্ৰথম সংখ্যাত প্ৰকাশিত (এপ্ৰিল, ১৯৬৫)*

# শান্তিৰ কপৌজনীৰ ডেউকাত বাৰুদৰ গোন্ধ

অধ্যাপক ৰমেশচন্দ্ৰ দাস

সুদুৰ অতীতৰ মানুহে হয়তো যুদ্ধৰ কথাকে ভাবিব পৰা নাছিল। সভ্যতাৰ ক্ৰমবিকাশৰ লগে লগে জীৱজগতৰ শ্ৰেষ্ঠ প্ৰাণী মানৱ জাতিৰ অভাৱ-অভিযোগৰ দমটো যেতিয়া ওখ হৈ পৰিল তেতিয়াই সিহঁতৰ জীয়াই থকাৰ প্ৰবল ইচ্ছাই পশু-বৃত্তি জগাই তুলিলে। প্ৰস্তৰ নিৰ্মিত হাতিয়াৰৰ চিক্‌মিকনি আৰু তীখাৰ তৰোৱালৰ ঝনঝননিয়ে মানুহৰ অন্তৰত জীৱনৰ প্ৰতি সংশয় আৰু সন্দেহ বদ্ধমূল কৰি তুলিলে। শান্তি সুঁতিও অশান্তিৰ বদ্বীপে জনম পালে। মানৱ জাতিৰ ইতিহাসত এইদৰে আমি মানুহৰ কেঁচাতেজৰ গোন্ধ পাওঁ। বুৰঞ্জীয়ে আমাক প্ৰাচীন প্ৰস্তৰ যুগৰ লেখ-জোখ নোহোৱা মহাৰণবিলাকৰ কথা ৰিঙিয়াই কয়। কিন্তু তথাপিও মানুহে যুদ্ধক সৰ্বান্তকৰণে সমৰ্থন কৰিব পৰা নাছিল। কাৰণ যুদ্ধৰ ভয়াবহ তাণ্ডৱ লীলা সিহঁতৰ অজ্ঞাত নাছিল। সেয়েহে যুগে যুগে একোজন মহাপুৰুষে অশান্ত পৃথিৱীত শান্তিজলৰ বৰিষণৰ কাৰণে কৰা মহান প্ৰচেষ্টাৰ উল্লেখ পাওহঁক। এই ক্ষেত্ৰত ভাৰতৰ দান সবাতকৈ শ্ৰেষ্ঠ। ভগৱান শ্ৰীকৃষ্ণই কুৰুক্ষেত্ৰৰ সমবাগ্নি নিৰ্বাপিত কৰিবলৈ প্ৰাণটাকি যুঁজিও হতাশ হৈ সৃষ্টি আৰু কৃষ্টি জীয়াই ৰাখিবলৈ শেষত ৰথৰ চকা হাতত তুলি লৈছিল। যি মুছলমানসকলে শান্তিৰ অগ্ৰদূত পয়গম্বৰৰ দোহাই দি যুদ্ধৰ তৰোৱাল আৰু লগতে কোৰাণ লৈ দেশৰ পিছত দেশ ছাৰখাৰ কৰিছিল সেই মুছলমানসকলৰ পৰাই ভাৰতে তৈয়াৰ কৰি লৈছিল উদাৰ সম্ৰাট আকবৰক। ভাৰতীয় সংস্কৃতিত গঢ়ি উঠা এইজনা সম্ৰাটে গোটেই পৃথিৱীক একডোলেৰে বান্ধিবলৈ প্ৰচেষ্টা চলাইছিল 'দীন ইলাহীৰ' মাজেৰে, যদিও ব্যৰ্থ হৈছিল আমিৰ ওমৰাহসকলৰ মনোবৃত্তিৰ কাৰণে। অকল আকবৰেই নহয় যুদ্ধৰ দৰে শক্তিকামী, অশোকৰ দৰে বিশ্বপ্ৰেমিক ভাৰতেই সৃষ্টি কৰিছিল। অশান্ত মানুহৰ মনত চিৰ শান্তিৰ বাট উলিয়াবলৈ গৌতম বুদ্ধই এক নতুন দাৰ্শনিক মতবাদ সৃষ্টি কৰিছিল। বুদ্ধ বিশ্বপূজনীয়। ৰজা হৈ মানুহৰ কেনেকৈ মহৎ উপকাৰ কৰিব পাৰি আৰু যুদ্ধ নকৰাকৈ কেনেকৈ মানৱ জাতিৰ শ্ৰেষ্ঠসেবক হ'ব পাৰি তাৰ আদৰ্শ দেখুৱালে অশোকে। এইদৰে যুগে যুগে ভাৰতে বিশ্ব-শান্তিত অৱদান যোগাই আহিছে।

. স্বাধীনতা লোপ পোৱাৰ লগে লগে ভাৰতীয় ঐতিহ্য আৰু সংস্কৃতিত এক প্ৰকাণ্ড চাপ পৰে। বিশ্বশান্তিৰ প্ৰতি ভাৰতৰ যি ঐকান্তিকতা উৎসুক্য সি ম্ৰিয়মান হৈ পৰিল। ভাৰতৰ উজ্জ্বল আদৰ্শক বগামটীয়া ৰাহুৱে গ্ৰাস কৰিবলৈ উদ্যত হ'ল। এনে সন্ধিক্ষণত এজন ক্ষণজন্মা পুৰুষৰ আবিৰ্ভাৱ হ'ল। তেৱেঁই আমাৰ চিৰপূজ্য মহাত্মাগান্ধী। দক্ষিণ আফ্ৰিকাত গান্ধীয়ে শান্তিপূৰ্ণ বিপ্লৱৰ যি খলকনি তুলিছিল তাৰ প্ৰতিধ্বনি আজিও বহুতৰ

কাণত বাজে। অহিংস বিপ্লৱ আৰু অসহযোগ আন্দোলনেৰে গান্ধীজীয়ে পৃথিৱীৰ শ্ৰেষ্ঠ জাতি এটাৰ সুদীৰ্ঘ দুই শতাব্দী জোৰা কটকটীয়া শাসনৰ বাঘজৰী ভাৰতৰ পৰা চিৰদিনৰ কাৰণে বিলুপ্ত কৰিলে। মহাত্মা গান্ধী ভাৰতীয় জাতিৰ জনক, বিশ্বৰ পূজনীয় আৰু আদৰ্শ পুৰুষ। সৌ সিদিনালৈকে গান্ধীৰ সু-প্ৰচেষ্টাক বহুত দেশী-বিদেশীয়ে অৰ্ধনগ্ন ফকিৰৰ প্ৰলাপ বুলি ইতিকিং কৰিছিল। কিন্তু সেই অৰ্ধনগ্ন ফকিৰজনেই সকলোকে চমকিত কৰি অহিংসা মন্ত্ৰেৰে বৃটিছ সিংহৰ পেটৰ পৰা ভাৰতক উদ্ধাৰ কৰিলে। উচ্চ আদৰ্শ আৰু শান্তিৰ অমোঘ মন্ত্ৰক জীয়াই ৰাখিবলৈ গান্ধীয়ে আত্মবলি দিলে। এনে উদাহৰণ বিশ্ব বুৰঞ্জীয়ে বৰ বেছি উল্লেখ নকৰে। বিশ্বৰ ইতিহাসত কুৰি শতিকাটো অতি উল্লেখযোগ্য। এই শতিকাৰ আধাখিনি পাৰ নৌহওঁতেই গোটেই বিশ্বজুৰি দুবাৰো মহাসমৰৰ খলকনি উঠে। এইখিনি সময়তে পৃথিৱীয়ে যান্ত্ৰিক সভ্যতাত চৰম উৎকৰ্ষ লাভ কৰে। লগে লগে মানুহবোৰো যান্ত্ৰিক হৈ পৰিল। কেচামালৰ খনি আৰু তৈয়াৰী বস্তুৰ বজাৰ মূল্যই পৃথিৱীৰ উচ্চতম আসন লাভ কৰিলে। বিশ্বদৰবাৰত শ্ৰেষ্ঠ আসন লাভ কৰিবলৈ জাতিবিলাকৰ মাজত তুমুল প্ৰতিদ্বন্দ্বিতা চলিল। এইদৰে খুচৰি চালে দেখা যায় যে প্ৰথম বিশ্ব যুদ্ধৰো অন্তৰালত লুকাই আছে। ইউৰোপত জাৰ্মানীৰ শ্ৰেষ্ঠ স্থান প্ৰতিষ্ঠা কৰাৰ প্ৰচেষ্টা। গোটেই বিশ্বত ৰণৰ বৰঢোল বাজি উঠিল। অৱশেষত চাৰি বছৰ যুঁজি যুঁজি জাতিবিলাক অবিশ্ৰান্ত হলত আহিল ভাৰ্চাইৰ সন্ধি। যুদ্ধত প্ৰায় দুই কোটি মানুহৰ প্ৰত্যক্ষ মৃত্যু হ'ল। এই মহাসমৰে যুদ্ধৰ বিভীষিকা সকলোৰে হৃদয়ংগম কৰালে। সকলোৱে শান্তিৰ কাৰণে উৰাউল হৈ পৰিল। মহাৰণৰ আঁৰকাপোৰ পৰাৰ লগে লগে আমেৰিকাৰ প্ৰেচিডেণ্ট ইউদ্ৰ উলছন আৰু বৃটেইনৰ প্ৰধানমন্ত্ৰী লয়েড জৰ্জৰ সুপ্ৰচেষ্টাত অৱশেষত ১৯২০ চনত স্থাপিত হ'ল জাতিসংঘ। পৃথিৱীৰ জাতিসমূহৰ মাজত মিলা-প্ৰীতি সৃষ্টি কৰি আন্তৰ্জাতিক শান্তি আৰু নিৰাপত্তা ৰক্ষা কৰাই এই সংঘৰ উদ্দেশ্য আছিল।

ভাৰ্চাইৰ সন্ধিৰ পিছতে ৰাজনীতিজ্ঞসকলে এই কথাটো বঢ়িয়াকৈ উপলব্ধি কৰিব পাৰিলে যে এখন মহাৰণৰ সামৰণি পৰিলেও ই পৰোক্ষভাৱে আন এখনৰ কঠীয়া সিঁচি দিছে। অন্যান্য জাতিসকলে পৰাজিত জাৰ্মানীৰ দুৰ্বলতাৰ সুযোগ লৈ তাক ধনে-জনে ধ্বংস কৰিলে। বিশাল জাৰ্মান সাম্ৰাজ্য খণ্ড-বিখণ্ড হ'ল। কিন্তু স্বাধীনচিতীয়া জাৰ্মানীৰ মনত ই পৰাধীনতাৰ ক'লা দাগ বহুৱাব নোৱাৰিলে। কুৰিটা বছৰৰ জিৰণিৰ সুযোগ লৈ জাৰ্মানী পুনৰ হাৰহিটলাৰৰ নেতৃত্বত সুসজ্জিত হৈ উঠিল। এইক্ষেত্ৰত 'ফেচিজিম'ৰ জন্মদাতা চীনৰ মুছলিনী আৰু জাপান-সম্ৰাট হিৰোহিটোৰ পৰাও সমৰ্থন পালে। দেশৰ পিছত দেশ জয় কৰি গোটেই ইউৰোপত জাৰ্মানীয়ে বিভীষিকাৰ সৃষ্টি কৰিলে। সমগ্ৰ বিশ্বৰ উমৈহতীয়া প্ৰচেষ্টাত যেনিবা দুৰ্দান্ত জাৰ্মানীৰ সাম্ৰাজ্য বিস্তাৰৰ আকাংক্ষা চুৰমাৰ হ'ল।

ইংলেণ্ডৰ প্ৰধানমন্ত্ৰী উইনষ্টন চাৰ্চিলে শান্তি স্থাপনৰ কাৰণে আটলাণ্টিক চনদ প্ৰকাশ কৰে। ইয়াৰ পিছত মস্কো সম্মিলনত বিশ্বৰ পঞ্চশক্তিয়ে জাতিসংঘ গঠনৰ পুনৰ প্ৰচেষ্টা

চলায়। এইদৰে অৱশেষত জৰ্জৰিত পৃথিবীলৈ শান্তিৰ সৌৰব বহন কৰি আনিলে জাতিসংঘই (UNO)। ইয়াৰ প্ৰথম অধিৱেশন ছানফ্ৰান্সিস্কোত বহিল। যিসকলে ইয়াৰ লগে লগে শান্তিৰ বাতাবৰণ এটিৰ আশা কৰিছিল তেওঁলোক কিন্তু বিমুখ হ'ব লগা হ'ল। কিয়নো শান্তিৰ পৰিবৰ্তে অলক্ষিতে তৃতীয় মহাৰণৰ আয়োজন চলিল। ২য় মহাযুদ্ধই জাৰ্মানী, ইংলেণ্ড আদিৰ বুকুত কুঠাৰাঘাত মাৰিলেও আন দুটা জাতিৰ অভ্যুদয় হ'ল। আমেৰিকা আৰু ৰাছিয়া মুখামুখি দুটা শিবিৰ। এই দুটা শিবিৰৰ খোৱা-কামোৰত পৃথিবীৰ আবহায়া বিষাক্ত হৈ পৰিল। অশান্তিৰ দৈত্যটোৰ বিৰুদ্ধে জাগি উঠিল নাৰী সন্মিলন, বাটৰ যুৱক-সন্মিলন, হেলছিংকিৰ শান্তি-সন্মিলন। শান্তিপ্ৰিয় ভাৰতীয়ই শান্তিৰ কাৰণে চিএওৰি গগণ কঁপাব ধৰিলে। চল্লিছ কোটি শান্তিপ্ৰিয় জনগণই মহাত্মা গান্ধীৰ অহিংসা নীতিৰে বিশ্বৰ আগত এক নতুন আদৰ্শ দেখুৱাবলৈ চেষ্টা চলালে। আনকি জাতিসংগৰ মুৰব্বী হ'ল ভাৰতীয় নাৰীয়েই। জগতৰ ভিতৰত ভাৰতৰ নাৰীয়ে প্ৰথমে এই সন্মানৰগৰাকী হ'ল। পৃথিবীৰ ভাগ্য নিয়ন্ত্ৰা যেন হৈ দেখা দিয়া ভাৰতৰ ওপৰত আমেৰিকাৰ চকু নপৰাকৈ নাথাকিল। আমেৰিকাই ভাৰতক ডলাৰ সাহায্য আগবঢ়ালে। কিন্তু ভাৰতে শান্তিৰ বাহিৰে একো সমৰ্থন নকৰে। নিউয়ৰ্কৰ সাংবাদিকৰ প্ৰশ্নৰ উত্তৰত নেহেৰুৱে কৈছিল 'সাম্ৰাজ্যবাদ আৰু সাম্যবাদৰ মাজত যিখন দেৱাল আছে তাৰেই ওপৰত ভাৰতৰ স্থান।'

ৰেড্‌চীনত নতুন চৰকাৰ গঠন হোৱাত ভাৰতে সন্তোষ প্ৰকাশ কৰিছিল। কোৰিয়াৰ ৰণক্ষেত্ৰত ভাৰতৰ নিৰপেক্ষ নীতিয়ে ভাৰতক বিশ্বত উচ্চাসন দিছে। আমেৰিকাৰ যুৱকসকলৰ তেজেৰে ৰাঙলী কোৰিয়াৰ যুদ্ধ বন্ধ কৰিবলৈ দৃঢ় প্ৰতিজ্ঞ বুলি প্ৰচাৰ কৰা জেনেৰেল ডেভিদচুৱেট আইচেনহাৱাৰে আমেৰিকাৰ প্ৰেচিডেণ্ট নিৰ্বাচিত হোৱাত কোৰিয়াৰ যুদ্ধৰ যৱনিকা পৰিব বুলি আশা কৰিছিল। কিন্তু নিৰ্বাচনত জিকাৰ পিছতেই প্ৰতিজ্ঞা পাহৰি এই মিলিটাৰীটোৱে কোৰিয়াৰ ৰণ বিপুল উদ্যমে চলালে। সৰু দ্বীপটোৰ এমুঠি জনতাৰ মাজত চলা যুদ্ধত বিশ্বযুদ্ধ বুলি আৰু উত্তৰ কোৰিয়াক আক্ৰমণকাৰী বুলি অভিহিত কৰা হ'ল ৰাষ্ট্ৰসংঘত। ইংলেণ্ড, ফ্ৰান্স, অষ্ট্ৰেলিয়া আদি দেশে। এমুঠি জনতাৰ ওপৰত জঁপিয়াই পৰিল। বীজাণু-বোমা পেলোৱা হ'ল। শান্তিৰ সেৱক ভাৰতৰ পক্ষে ওচৰতে মানুহৰ জীয়াতেজ অসহ্য হ'ল। স্বৰ্গীয় প্ৰধানমন্ত্ৰী নেহৰু, উপ-ৰাষ্ট্ৰপতি ৰাধাকৃষ্ণণ, বিখ্যাত গান্ধীবাদী জে চি কুমাৰাপ্পা আৰু কৃষ্ণ মেননে শান্তিৰ কাৰণে গোটেই বিশ্বৰ ওচৰত প্ৰাৰ্থনা জনালে। ভাৰতৰ অনুৰোধত জগতৰ সকলো দেশেই সঁহাৰি দিলে। আমেৰিকাৰো ভয় লাগিল। গতিকে শান্তিৰ প্ৰচেষ্টা চলিল। কৃষ্ণ মেননৰ প্ৰচেষ্টাক শান্তিকামী সকলো দেশে ভূৰি ভূৰি প্ৰশংসা কৰিলে। আমেৰিকাৰ প্ৰেচিডেণ্ট আইচেন হাৱাৰে তেওঁৰ বহতীয়া দক্ষিণ কোৰিয়াৰ প্ৰেচিডেণ্ট চিংমেনৰীক ভাৰতৰ বিপক্ষে বিষোদগাৰ কৰাত জগাই দিলে। কিন্তু প্ৰায় সকলো দেশেই যেতিয়া শান্তি বিচাৰে আমেৰিকাই কি কৰিব পাৰে? কোৰিয়াৰ ৰণ শিঙা নবজা হ'ল। ভাৰতীয় সৈনিকসকলে কোৰিয়াৰ যুদ্ধবন্দীসকলৰ ভাৰ ল'লে। ইফালে ইণ্ডোচীনত ৰণশিঙা বাজি উঠিল। ফৰাচী সাম্ৰাজ্যৰ

শিপা উভালিবলৈ আমেৰিকা সচেতন হৈ পৰিল। ৰাষ্ট্ৰসংঘই ভিয়েটনামীসকলক জগৰীয়া বুলি অভিহিত কৰিলে। সামান্য বুলি পৰিগণিত হোৱা ভিয়েটনামে আধুনিক অস্ত্ৰ-শস্ত্ৰেৰে সুসজ্জিত হৈ আনৱিক বোমাৰ পিতৃ আমেৰিকাকো পৰাজিত কৰিলে। ইণ্ডোচীনৰ শান্তিৰ কাৰণে ভাৰতে যিখিনি কৰিলে তাক ভাৰতৰ শত্ৰুৱেও স্বীকাৰ নকৰি নোৱাৰে। যেনেন আৰু নেহৰুৰ কাৰণেই অৱশেষত চীনৰ প্ৰধানমন্ত্ৰী চৌ এন্ লাই, ৰুছিয়াৰ প্ৰতিনিধি মনোটভ্, ফ্ৰান্সৰ প্ৰধানমন্ত্ৰী পীয়াৰে মেন্দিছফ্ৰান্সৰ লগত বহুত ক্ষেত্ৰত একমত হ'ব পাৰিছিল। ইণ্ডোচীনৰ শান্তিবিষয়ক কাৰ্যাৱলীত তত্ত্বাৱধান ল'বলৈ যিকেইখন দেশক দিয়া হ'ল তাতো ভাৰতকেই সভাপতি পতা হ'ল। চলি থকা যুদ্ধ এখন আচম্বিতে বন্ধ হ'ল। এই শতিকাত যিকেইখন মহাপুৰুষে শান্তি-মৈত্ৰী আৰু প্ৰগতিৰ বাবে আহ্বান জনাইছিল সেইসকলৰ ভিতৰত নেহৰু আৰু কেনেডীৰ নাম বিশেষ উল্লেখযোগ্য। বিশ্বপ্ৰেমিক, ভাৰতীয় জাতিৰজনক মহাত্মাগান্ধীৰ উপযুক্ত উত্তৰাধিকাৰী নেহৰুৱে গোটেই বিশ্বজুৰি শান্তিৰ কঠীয়া সিঁচিবলৈ মহান প্ৰচেষ্টা চলাইছিল। চৌ এন লাইৰ লগত পঞ্চশীলৰ চুক্তি স্বাক্ষৰ কৰিলে। নেহৰুৰ মহান প্ৰচেষ্টাত ৰাছিয়াইও শ্ৰদ্ধা নজনাই থকা নাই। নহ'লেনো অকমিউনিষ্ট দেশৰ নেতা এজনক জেটবোমাৰ বৃহত্তম কাৰখানা দেখুৱায়নে? ৰাছিয়াই কৈছিল— 'এই শান্তিৰ অৱতাৰজনৰ পৰা লুকাবলৈ আমাৰ একো নাই।' পৃথিবীৰ সাধাৰণ মানুহে যুদ্ধ ভাল নাপায়। কাৰণ যুদ্ধৰ পৰা তেওঁলোকৰ লাভতো নহয়েই বৰং যুদ্ধৰ বলি-শালত তেওঁলোকেই প্ৰথমতে বলি যাব লাগে। হত্যাৰ তেজ পি ফিকি পৰা যুদ্ধনিষ্ঠসকলৰ লাভ-লালসাৰ বলিশালত জীৱনময়ী সংস্কৃতি বিপন্ন হ'ব ধৰিছে। যুদ্ধ মানে, মানুহৰ মৃত্যুৰ লগে লগে মৰম-চেনেহ, হাঁহি-আনন্দ প্ৰেম-প্ৰীতিৰো মৃত্যু। সংস্কৃতিৰ বৰঘৰটোত শান্তি হ'ল লাইখুঁটা। সেয়েহে সাধাৰণ মানুহে শান্তি ভাল পায়। কিন্তু ভাল পালেই কি হ'ব? পৃথিবীত এতিয়াও বহুতে যুদ্ধ বিচাৰে। গতিকেই পৃথিবীৰ মানুহে ভাল বুলিয়েই বা বিচাৰিছে দেখিয়েই তেওঁলোকে বোমা এৰি কমণ্ডলু হাতত ল'ব— এই ভাবতো এটা বন্ধ্যা কল্পনা। অন্য নালাগে শান্তিৰ কথা শয়নে-সপোনে ভৰা ভাৰতৰ ভিতৰত অশান্তিৰ তুঁহ-জুই জ্বলিছে। চীন-পাকিস্তানৰ বৰ্বৰোচিত আক্ৰমণে শান্তিপ্ৰিয় ভাৰতকো আত্মৰক্ষাৰ বাবে হ'লেও সামৰিক শিক্ষাৰ ব্যৱস্থা কৰিবলৈ বাধ্য কৰিছে। বিশ্বৰ চৌদিশে এতিয়াও কন্দল বাঢ়িহে আছে। যুদ্ধৰ আয়োজনহে চলিছে।

বিশ্বৰ ৰাজনৈতিক আকাশ মুকলি যেন দেখি আনন্দে উৰিব খোজা শান্তিৰ কপৌজনীৰ এতিয়াও ডাৱৰীয়া বতৰলৈ ভয় কমা নাই। তাতে আকৌ ডেউকাত বাৰুদৰ গোন্ধ লৈ উৰিলে জানো আনন্দ পাব? জীৱনৰ নাম কলা-সংস্কৃতিৰ নামত শান্তি-কামী ভাৰতৰ নাগৰিক হিচাপে কামনা কৰিছো— বিশ্বত স্থায়ী শান্তি প্ৰতিষ্ঠা হওক। মানৱতাৰ জয় হ'ক।

*প্ৰথম বছৰৰ প্ৰথম সংখ্যাত প্ৰকাশিত (এপ্ৰিল,১৯৬৫)*

# জাতীয় সংহতি

**শ্ৰীসহদেৱ ডেকা,** বি এ বি টি

বিশ্ব ৰচনাৰ মূলতে সংহতি। য'তে সৃষ্টি, তাতেই সংহতি। সংহতি হীন হৈ একোৱেই বৰ্তি থাকিব নোৱাৰে। জীৱ-জংগমেৰে পৰিপূৰ্ণ ধৰাখনি আৰু এনেকুৱা অগণন গ্ৰহ-নক্ষত্ৰৰে ৰচিত বিশ্বৰ মূলাধাৰ এক অদৃশ্য শক্তিয়েই বিশ্বৰ সংহতি। এই সংহতিৰ অৱৰ্তমানত বিশ্বত মহাপ্ৰলয়ৰ সূচনা হয়— সৃষ্টিৰ বিনাশ ঘটে। সংহতিৰ অভাৱেই সকলোৰে ধ্বংসৰ কাৰণ। প্ৰেম-প্ৰণয়, মিলন,দয়া-দক্ষিণা-অনুকম্পা আদিয়ে সংহতিৰ খোৰাক জোগায়। হিংসা-দ্বেষ, অসূয়া-অপ্ৰীতিয়ে সংহতিৰ শক্তি দুৰ্বল কৰে। সংহতিৰ বান্ধ শিথিল হ'লে জগতত অশান্তিয়ে দেখা দিয়ে। বিশ্বজোৰা ইছলামৰ (শান্তিৰ) আজান (আহ্বান) অৰণ্য ৰোদন হয়। বিশ্ব-সংহতি যেনেকৈ বিশ্বৰ স্থিতি আৰু শান্তিৰ কাৰণ, জাতীয় সংহতিও ঠিক তেনেকৈ জাতিৰ অস্তিত্ব আৰু শান্তিৰ কাৰণ। সামাজিক নাইবা ব্যক্তিজীৱনো সংহতি বিহীন হ'লে অশান্ত অৱস্থাত পৰি ধ্বংসমুখী হয়।

ভাৰত বুৰঞ্জীৰ আদিৰ পৰা অন্তলৈকে চকু ফুৰালে এটি কথা ভালদৰে ওলাই পৰে— সেইটো হৈছে অন্তঃসলিলা ফল্‌গুৰ দৰে বৈ থকা ভাৰতীয় জাতীয় ঐক্য। এই জাতীয় ঐক্যৰ বুনিয়াদ হৈছে— ভাৰতীয় ধৰ্ম আৰু সংহতি। এই ধৰ্ম আৰু সংস্কৃতিৰ বাহন স্বৰূপ ৰামায়ণ আৰু মহাভাৰত এই মহাকাব্য দুখন উল্লেখযোগ্য। ভাৰতৰ কোনো এটি ভাষা নাই য'ত ৰামায়ণ বা মহাভাৰত ৰচিত হোৱা নাই; ভাৰতৰ কোনো এখন ঠাই নাই য'ত ৰামায়ণ আৰু মহাভাৰতৰ প্ৰভাৱ পৰা নাই ভাৰতৰ পৰ্বত-কন্দৰ, হাবি-বন, নৈ-নালা, সকলোতে ৰামায়ণ আৰু মহাভাৰতৰ প্ৰভাৱ পৰিছে। সকলো প্ৰদেশৰ, সকলো নগৰৰ, সকলো গাঁৱৰ নৰ-নাৰীয়ে ৰামায়ণ আৰু মহাভাৰতৰ ধৰ্ম আৰু সংস্কৃতিৰ মোহজালত জীৱন-নিৰ্বাহ কৰি আহিছে আৰু আজিও কৰিয়েই আছে। আৰ্য মনীষীসকলৰ এই অপূৰ্ব দানৰ অবিহনে ভাৰতৰ ঐক্য কেতিয়া কেনেভাৱে গঢ়ি উঠিলেহেঁতেন, তাৰ উত্তৰ সহজে দিয়া টান।

এইদৰে গঢ়ি উঠা ভাৰতৰ জাতীয় ঐক্যৰ মূল অন্তৰায় হ'ল ভাৰতৰ ভৌগোলিক পৰিস্থিতি অনুযায়ী গঢ়ি উঠা বিভিন্ন ভাষা-ভাষী লোকসকল। ভাৰতৰ বিভিন্ন পৰিস্থিতি— পৰ্বত-ভৈয়াম, গিৰি-গুহা, বন-উপবন,বিবিধ শস্যৰে পৰিপূৰ্ণ সেউজীয়া অঞ্চল, শুকান শিল-বালিৰে নিৰ্মিত মৰুভূমি আদি সকলোৱে আনি দিলে বিভিন্ন স্থানত বাস কৰা লোকসকলৰ মাজত নানা ধৰ্ম, আচাৰ-নীতি, চলন-ফুৰণ, বিধি-ব্যৱস্থা, খোৱা-লোৱা আদিৰ অনৈক্যৰ ভাব।

সেই যুগৰ যাতায়াতৰ অসুবিধা, প্ৰবল পৰাক্ৰমী লোকৰঞ্জক ৰজাৰ অভাৱ, বিজ্ঞানৰ আবিষ্কাৰৰ অভাৱ আদিয়েও এটি ডাঙৰ সুবিধা দিলে ভাৰতবাসীক বিভিন্ন স্থানত বাস কৰি সুকীয়া সুকীয়া ভাষা-সাহিত্য, আচাৰ-নীতি গঢ়ি লৈ একো একোখন নিজ নিজ সমাজ তৈয়াৰ কৰি ল'বলৈ। গতিকে এইবিলাক কাৰণত ভাৰতবাসীৰ মাজত কাল আৰু পৰিস্থিতিয়ে লৈ আহিল এটি মহা অনৈক্যৰ সূচনা।

একো একোজন শাসনকৰ্তাৰ অধীনত ভাৰতৰ বুকুতে দেখা দিলে একো একোখন সৰু সৰু ৰাজ্য। আকৌ এই ৰাজ্যবোৰৰ মাজতো উপজিল বৈৰী ভাব। এইবোৰ বৈৰী ভাবাপন্ন ৰাজ্যৰ মাজত গঢ়ি উঠিল একোখন সুকীয়া সমাজ। সমাজে ল'লে জীৱন প্ৰবাহৰ বাবে বিবিধ ধৰণৰ বিধি ব্যৱস্থা, আচাৰ-নীতি। ফলত সদৌ ভাৰতবাসীৰ অন্তৰেদি বৈ যোৱা এক ধৰ্ম-কৃষ্টি কলাৰ সোঁতত আহিল চীনৰ প্ৰাচীৰৰ ব্যৱধান। বিভিন্ন সামাজিক গোটৰ মাজত স্থান বিশেষে প্ৰকৃতিয়ে সমৰ্পণ কৰিলে তেওঁলোকৰ শিক্ষা-দীক্ষা আদিৰ ভাব। প্ৰকৃতিৰ নিৰ্দেশিত চলি বহিৰ্জগতৰ পৰা বিচ্ছেদ হৈ তেওঁলোকে গঢ়িলে একোখন নতুন নতুন সমাজ। সেইবোৰৰ মাজতেই ধৰ্মৰ বিকৃত অৰ্থ কৰি, ধৰ্মৰ নামতে দোহাই দি নানান কুসংস্কাৰ মূৰ পাতি ল'লে— তাকেই পৰম ধৰ্ম বুলি। ফলত ৰাজনীতি, ধৰ্মনীতি আৰু সমাজনীতিয়ে হেৰুৱালে সকলোৰে অন্তঃসাৰস্বৰূপ নিখিল ভাৰতীয় সংহিত।

আজিৰ দিনত পৃথিৱীৰ উন্নত জাতিবোৰে অকল প্ৰকৃতিৰ নিৰ্দেশ মতে নচলি জ্ঞান-বিজ্ঞানৰ সহায় লৈ জগতত শ্ৰেষ্ঠ জাতি বুলি পৰিচয় দিব পাৰিছে। কিন্তু জ্ঞান-বিজ্ঞান চৰ্চা বা গৱেষণা কৰিবলৈ মানুহক কেবাটিও সা-সুবিধা লাগে। যি জাতিয়ে এই সা-সুবিধাবোৰ পোৱা নাই, তেওঁলোকে জ্ঞানৰ বিকাশ কৰি উন্নতিৰ বাটত আগুৱাই যাব পৰা নাই। এই সাসুবিধাবোৰ হ'ল— উন্নত ধৰণৰ আৰ্থিক অৱস্থা, স্বাধীনতা, ব্যক্তিত্ব বিকাশৰ বাবে উপযুক্ত পৰিস্থিতি বা পৰিবেশ আৰু ধৰ্ম-কৃষ্টি-সাহিত্যৰ দৃঢ় ভেটি এইবোৰৰ একোটিৰ অভাৱেই মানুহৰ উন্নতিৰ বাটত ডাঙৰ বাধা, জাতীয় সংহতিৰ বিৰাট অন্তৰায়।

আৰ্থিক অৱস্থাৰ ফালৰ পৰা লক্ষ্য কৰিলে দেখা যায় যে উন্নত দেশবোৰৰ ভিতৰত ভাৰতেই পিছ পৰা। ইয়াৰ দেশবাসীয়ে অৰ্থৰ পিছে পিছে সদায় ঘূৰি ফুৰিছে; কিন্তু অৰ্থ কি উপায়ে আহিব পাৰে, সেই বিষয়ে চিন্তা কৰিছে কম। আজি ভাৰতবাসীৰ মাজত শ্ৰম আৰু অৰ্থ দুটা সুকীয়া বস্তু হৈ পৰিছে। স্বাধীনতাপ্ৰাপ্তিৰ পিছত দেশবাসীয়ে পূৰ্বৰ হেৰুৱা ধন বিচাৰি ফুৰিছে— দেশৰে কোনোবাই হৰণ কৰি নি ক'ৰবাত গোটাই থৈছে নেকি? সেই অপহৃত ধনখিনি পালে দেশৰ সকলোৱে ভগাই লৈ আৰ্থিক অৱস্থা উন্নত কৰিব পাৰিব। কিন্তু সেইটো জানো সম্ভৱ?— কেতিয়াও নহয়। ধনৰ প্ৰকৃত মাক কাঠি হ'ল মানুহৰ শাৰীৰিক আৰু মানসিক শ্ৰম। শ্ৰমহীন মানুহ কেতিয়াবা ক'ৰবাত ধনৰ গৰাকী হ'লে তেওঁক প্ৰকৃততে অপহৰণকাৰী বুলিহে কোৱা হয়। তেনেকুৱা মানুহ প্ৰকৃততে ধনীৰ গুণ-গৰিমাৰে বিভূষিত হ'ব নোৱাৰে। সাধুলোকে তেওঁলোকক ধনী বুলিতো

প্ৰশংসা নকৰেই এনেকি তেওঁলোকে নিজেও নিজক সাধুলোকৰ ওচৰত ধনী বুলি পৰিচয় দিব নোৱাৰে বা নিদিয়ে। শ্ৰমহীন হৈ অসৎ উপায়েৰে ধনৰ অধিকাৰী হোৱাৰ দুৰ্বলতাই ইয়াৰ মূল কাৰণ। এই ধনীবোৰে ধনৰ সৎ ব্যৱহাৰো কৰিব নোৱাৰে, নকৰে। তেওঁলোকৰ মনতধন কেৱল চাই থাকিবলৈহে। আমাৰ দেশত অৱশ্যে এনেকুৱা ধনীৰ সংখ্যা অতি নগণ্য। প্ৰায় .... বছৰৰো অধিক কাল ৰাজনৈতিক বিপৰ্যয়ৰ ফলত দেশৰ ধন স্থানান্তৰিত হৈছে। সেই ধনৰ অধিকাৰী বৰ্তমান বিদেশী বেপাৰীবোৰ। দেশৰ ভিতৰত কোনোবা এজন ওলায় যদিও তেওঁৰো ধনৰ পৰিমাণ সামান্য বুলিয়েই ক'ব লাগিব। গতিকে তেনেকুৱা লোকৰ কথা চিন্তা কৰি কোনো ফল নহ'ব। নিজৰ জীৱিকা নিৰ্বাহ কৰিবৰ বাবে যিমানখিনি শ্ৰমৰ দৰকাৰ, বৰ্তমান তাৰহে চিন্তা কৰা উচিত। মানসিক শ্ৰম আৰু শাৰীৰিক শ্ৰমৰ মূল্য সমান। শাৰীৰিক শ্ৰমৰ শ্ৰমীয়ে তেওঁলোকৰ শ্ৰমৰ দ্বাৰা চিন্তাশীলক চিন্তা কৰিবলৈ সুবিধা দিয়ে। সেই সুবিধা পাই চিন্তাশীলে চিন্তা কৰি নানান উপায় উদ্ভাৱন কৰি দৈহিক শ্ৰমৰ লাঘৱতা আনে। লাঘৱতাই বিনাশ্ৰম নুবুজায়। শ্ৰম লঘু হ'লে মানুহে তাক বেছি পৰিমাণে কৰিব পাৰে। এইদৰে দুয়োবিধ শ্ৰমিকে শ্ৰম কৰি দেশ বা সমাজক উন্নতিৰ বাটত আগুৱাই নিয়ে। শ্ৰম বা কৰ্মৰ প্ৰকৃত অৰ্থ বুজি নল'লে দেশবাসীৰ অন্তৰলৈ আহিব ডাঙৰ-সৰু, উচ্চ-নীচ, ধনী-দুখীয়াৰ ঠেক ভাব। আৰু এই ভাবেই দেশবাসীক জাতীয় সংহতি সাধনৰ বাটত বাধা জন্মাব। উন্নত আৰ্থিক অৱস্থাই মানুহৰ পেটৰ চিন্তা দূৰ হ'লেই মানুহে সৎ চিন্তাত থাকি দেশ আৰু সমাজক প্ৰগতিৰ বাটত মিলিতভাৱে আগুৱাই নিব পাৰে। শ্ৰম, দেশৰ উন্নতিৰ প্ৰকৃত বুনিয়াদ— জাতীয় সংহতি অটুট ৰখাৰ অন্যতম উপায়।

স্বাধীনতা। স্বাধীনতাই ৰাজনৈতিক, আৰ্থিক আৰু মানসিক তিনিয়োকে সামৰে। ৰাজনৈতিক আৰু আৰ্থিক স্বাধীনতাৰ সৈতে মানসিক স্বাধীনতাৰ ঘনিষ্ঠ সম্বন্ধ। আগৰ দুয়োবিধ স্বাধীনতাৰ লক্ষ্য বা উদ্দেশ্য মানসিক স্বাধীনতাহে। বিদেশীৰ শাসনৰ পৰা মুক্তি লাভ কৰিলেই মানুহ স্বাধীন হ'ব নোৱাৰে। স্থূল অৰ্থত তেনেভাৱ প্ৰকাশ কৰিলেও স্বৰূপাৰ্থত স্বাধীনতাৰ ভাব অতি উদাৰ। পৃথিৱীৰ কোনো মানুহ পৰ নহ'লে মানুহ কেতিয়াও পৰাধীন নহয়। মানুহ জাতিৰ মাজত যেতিয়া আপোন ভাবৰ উদয় হয় তেতিয়া দেশ বা কোনো জাতিৰ আগত বহা কুলক্ষণীয় বিশেষণ 'পৰাধীন' এই শব্দটো পৃথিৱীৰ পৰা লুপ্ত হ'ব। তাতকৈ অলপ ঠেক ভাবত ক'বলৈ গ'লে, যেতিয়া কোনো এখন দেশৰ মানুহে অন্তৰত দেশবাসী সকলোকে আপোন ভাই-ককাই, বাই-ভনী বুলি স্থান দিব পাৰিব তেতিয়াহে সেই দেশৰ মানুহে নিজক স্বাধীন বুলি পৰিচয় দিয়া উচিত হ'ব। পৰ ভাবেহে পৰাধীনতাৰ ভাব জন্মায়। এই সূত্ৰতে আহি পৰে মানসিক স্বাধীনতাৰ কথাটো। স্বাধীন সুস্থ মনৰ মানুহ এজনে মানসিক বৃত্তি স্বদেশ হিতৈষণা, জাতীয় প্ৰেম, জন-কল্যাণ আদিৰ উৎকৰ্ষ সাধন কৰিবলৈ সুবিধা পায় আৰু সেইবোৰৰ উন্নতি সাধন কৰিব পাৰে। মানুহৰ অন্তৰৰ

এই সুকোমল বৃত্তিবোৰৰ উন্নতি সাধন নহ'লে দেশবাসী বা মানৱ জাতিৰ অন্তৰত কেতিয়াও ঐক্যৰ ভাব আহিব নোৱাৰে। জাতীয় ঐক্যৰ সৈতে আবেগিক ঐক্যৰ নেৰানেপেৰা সম্বন্ধ। কোনো এক জাতি আবেগিক ঐক্যৰ বান্ধেৰে বান্ধ খালে সেই জাতিৰ এক ক্ৰন্দনে সকলোৰে ক্ৰন্দনৰ কাৰণ আৰু এজনৰ হাঁহিয়েই সকলোৰে হাঁহিৰ কাৰণ হৈ পৰে। এই আবেগিক ঐক্য সাধন জাতিৰ প্ৰত্যেক ব্যক্তিৰে নিজ নিজ চেষ্টাৰ দ্বাৰাহে সম্ভৱ। গতিকে, অকলে ৰাজনৈতিক স্বাধীনতা লাভ কৰি জাতীয় সংহতিৰ সোৱাদ ল'বলৈ বিচাৰিলে মদাৰ ফুলৰ গোন্ধ ল'বলৈ কামনা কৰাটোহে হ'ব।

ভাৰতৰ জাতীয় সংহতিৰ অইন এটি ডাঙৰ অন্তৰায় হ'ল— ভাৰতৰ প্ৰাকৃতিক একো একোটি পৰিৱেশ বা প্ৰাদেশিক ভেটিত গঢ়ি উঠা বিভিন্ন ভাষা-সাহিত্য। অতীজৰ পৰাই ভৌগোলিক পৰিস্থিতিয়ে ভাৰতবাসীক বিভিন্ন গোটত বিভক্ত কৰি, তেওঁলোকৰ মাজত বিভিন্ন ধৰণৰ আচাৰ-নীতি, চলন-ফুৰণৰ ভাব সুমুৱাই দিছিল। আৰু সেইটোৱেই ৰুদ্ধ কৰিছিল আৰ্যসকলে গঢ়ি তুলিবলৈ চেষ্টা কৰা ভাৰতীয় জাতীয় ঐক্যৰ পথ। ৰামায়ণৰ যুগত শ্ৰীৰামচন্দ্ৰৰ বনবাস, লংকা বিজয়, মহাভাৰতৰ যুগত ৰাজসূয়যজ্ঞ, পঞ্চপাণ্ডৱৰ বনবাস, অশ্বমেধ-যজ্ঞ আদি কাৰ্য সাধনত বিভিন্ন প্ৰাকৃতিক পৰিৱেশত গঢ়ি উঠা নানান জাতি-উপজাতিৰ সম্ভেদ পোৱা যায়। কিন্তু এই জাতি-উপজাতিৰ আচৰণত মানুহ জাতিৰ সাধাৰণ গুণ কিছুমান— অতিথি সৎকাৰ, জনসেৱা আদি দেখিবলৈ পোৱা গৈছিল। ৰামায়ণ-মহাভাৰতে বিভিন্ন স্থানৰ ভাষা-উপভাষাৰ কোনো উল্লেখ নকৰিলেও সদৌ ভাৰতবাসীয়ে বুজিব পৰা এটি সৰ্বভাৰতীয় ভাষা থকা বুলি ধাৰণা কৰিব পাৰি।

আজি ভাৰতৰ বিভিন্ন প্ৰদেশত যিবোৰ প্ৰাদেশিক ভাষা-সাহিত্য গঢ়ি উঠিছে সেই সকলোবোৰৰে জননী প্ৰাকৃত বা সংস্কৃত। কিন্তু কালক্ৰমত এই ভাষা-সাহিত্যবোৰে এনে গঢ় ল'লে যে সিবিলাকৰ মাজত অভেদ্য প্ৰাচীৰ গঢ়ি উঠিল আৰু আজি স্বাধীন ভাৰতৰ জটিল সমস্যাবোৰৰ ভিতৰত ভাষা সমস্যাও এটা। এই সমস্যাৰ গুৰিতে বিভিন্ন প্ৰাদেশিক গোষ্ঠীয়ে নিজৰ নিজৰ ভাষা-সাহিত্য, কৃষ্টি-কলাক সৰ্বভাৰতীয় কৰি তোলাৰ চেষ্টা। কিন্তু গণতান্ত্ৰিক দেশ এখনত অধিক সংখ্যক লোকৰ কথিত ভাষাই যে সৰ্ব ভাৰতীয় ভাষাৰ স্থান পাব সেইটো স্বাভাৱিক। নাইবা ভাৰতৰ খ্যাতনামা ভাষাবিদসকলে বিশেষ চেষ্টা সাধন কৰি সকলো ভাষা-সাহিত্যৰ সাধাৰণ শব্দাৱলী গোটাই নিখিল ভাৰতবাসীৰ গ্ৰহণযোগ্য এক বিশেষ ৰচনা শৈলীৰে সৰ্বভাৰতীয় সাহিত্য সৃষ্টিত অগ্ৰসৰ হ'ব লাগিব। এনেকুৱা প্ৰচেষ্টা ভাৰতৰ ইতিহাসত বিদ্যমান। পাঁচশ বছৰ পূৰ্বে সনাতন বৈষ্ণৱ ধৰ্ম প্ৰচাৰ কাৰ্যত শ্ৰীমন্ত শংকৰদেৱে তেওঁৰ অংকীয়া ভাওনাবোৰ ৰচনা কৰিছিল এক সৰ্বভাৰতীয় সাহিত্যত। এনেধৰণৰ সাহিত্যে জাতীয় সংহতি ব্যপ্ত আৰু দৃঢ় কৰাৰ প্ৰয়াস প্ৰশস্ত উপায়। সাৰ্বজনীন উদাৰ ধৰ্ম, সাহিত্য, কলা-কৃষ্টিয়ে জাতিক ঐক্যৰ বান্ধেৰে নাবান্ধিলে কোনো জাতিয়েই বৰ্তি থাকিব নোৱাৰে। মহামতী আকবৰ 'দীন-ই-ইলাহি'

তেওঁৰ প্ৰজাবৰ্গই গ্ৰহণ নকৰিলেও সি আছিল ভাৰত-সম্ৰাটৰ জাতীয় সংহতি সুদৃঢ় কৰাৰ মহানুভৱতা।

আজি ভাৰতৰ জাতীয় ঐক্যৰ বান্ধ শিথিল হৈ পৰিছে। এই অৱস্থাত ঠেলি থৈ যাতে অদূৰ ভৱিষ্যতে ভাৰতৰ নৰ-নাৰীসকলে এক যোগসূত্ৰত বান্ধ খাই নিজৰ জাতীয় সংহতি ৰক্ষা কৰিব পাৰে, তাৰ বাবে এতিয়াৰ পৰাই সকলোৱে সচেষ্ট হ'ব লাগে। জাতীয় ঐক্যই বিজাতি-বিদ্বেষভাব প্ৰকাশ নকৰে। এইটো নিৰ্ঘাত সত্য যে নিজক ভাল পাবলৈ শিকিলেহে লোকক ভাল পাব পাৰে। যিয়ে নিজৰ দেশক, নিজৰ জাতিক ভাল পাবলৈ শিকিছে তেওঁ নিশ্চয় অইন দেশৰ দেশ-প্ৰেমিককো ভাল পাব। নিজৰ ঘৰটোৰ পৰা ভাল পোৱাৰ ভাব গোটেই জগততে বিস্তাৰ কৰিব পাৰিলেহে প্ৰকৃত বিশ্বপ্ৰেমিক হ'ব পাৰি। ঠেক স্বাৰ্থৰ ভালপোৱাৰ কোনো মূল্য নাই। তাৰ শক্তি কম; সি কেতিয়াও এখন দেশবা জাতিক একতাৰ ডোলত বান্ধি ৰাখিব নোৱাৰে। গতিকে জাতীয় সংহতিৰ প্ৰেম-পাশ অতি উদাৰ হ'লেহে জাতিক দীৰ্ঘজীৱী কৰি প্ৰগতিৰ বাটত আগুৱাই নিব পাৰি।

বৰ্তমান নগৰে-চহৰে, গাঁৱে-ভূঁয়ে যিবোৰ সৰ্বসাধাৰণৰ শিক্ষা-ব্যৱস্থা হাতত লোৱা হৈছে, সেই সকলোবোৰৰ জৰিয়তে মানুহৰ আত্মামনৰ খোৰাক জগোৱা সাধাৰণ বিষয়-বস্তু প্ৰকাশ কৰিব লাগিব। কথা ছবি, আকাশবাণী, আন্তৰ্জাতীয় সংগীত-কলা-সভা আদিৰ উদ্দেশ্য আৰু বিষয়-বস্তুও জাতীয় সংহতি সুৰীয়া হ'ব লাগিব। মানুহৰ জীৱনৰ লগত যিবোৰ বস্তুৰ ঘনিষ্ঠ সম্বন্ধ সেই সকলোবোৰ বস্তুৱেই আমাৰ মন-আত্মাৰ পৰিতুষ্টি সাধন কৰিব পাৰে আৰু সেইবোৰৰ শিক্ষায়ো দেশবাসীৰ অন্তৰত যে স্বদেশ হিতৈষণা, উদাৰ জাতীয় প্ৰেমৰ ভাব ওপজাব পাৰে তাত অলপো সন্দেহ নাই।

আগতে উল্লেখ কৰা হৈছে যে ভাৰতবৰ্ষ এখন নানান জাতি, নানান ধৰ্ম, নানান বিশ্বাস আৰু সম্প্ৰদায়ৰ মানুহেৰে পৰিপূৰ্ণ দেশ। বিশ্বকবি ৰবীন্দ্ৰনাথ ঠাকুৰৰ সুৰত—

'হেথায় আৰ্য, হেথা অনাৰ্য, হেথায় দ্ৰাবিড় চীন
শক-হুন-দল পাঠান মোগল এক দেহে হ'ল লীন।'

এনেকৈয়ে দেশী-বিদেশী, আৰ্য-অনাৰ্যৰে মহা মিলন সূত্ৰত গঢ়ি উঠা ভাৰতীয় জাতিৰ জাতীয় সংহতি অতি উদাৰ ভাবৰ হ'লেহে জাতিৰ অস্তিত্ব অটুট থাকিব আৰু জাতীয় গৌৰৱো বাঢ়িব।

*প্ৰথম বছৰৰ প্ৰথম সংখ্যাত প্ৰকাশিত (এপ্ৰিল, ১৯৬৫)*

# পৃথিবীত প্ৰথম আজান

হেকিম এ আহমেদ

'ও আজ্জিন ন'ফিল্ নাছি; বিল্ হজ্জি, ইয়ায়তুকা ৰিজালান্, ও আলা কুল্লি জামিৰিন্, ইয়ায়তিনা মিন্, কুল্লি ফাজ্জিন্ আমীক।'

(আৰু আজান্ দিয়া মানুহৰ মাজত, হজ্জৰ বাবে; আহিব তোমাৰ ওচৰলৈ খোজ্ কাঢ়ি আৰু নানান তৰহৰ বাহনত চৰি, আহিব তেওঁলোক অনেক দূৰ-দূৰান্তৰ পৰা....)

যেতিয়া হজৰত ইব্ৰাহিমে (আঃ) আপোন পুতেক হজৰত ইছমাইল (আঃ)ক লৈ কাবাগৃহ বনাই হৈছিল, তেতিয়া আল্লাই হুকুম দিছিল, মানুহৰ মাজত আজান দিয়া (জনাই দিয়া) হজ্জৰ কাৰণে, তেতিয়া মানুহবোৰ আহিব খোজ কাঢ়িও আৰু নানান বাহনত উঠি, বহু দূৰ-দূৰান্তৰ পৰা।

সেই আদেশ অনুসৰি হজৰত ইব্ৰাহিমে (আ) পোন প্ৰথমে আজান দিছিল, বয়তুল্লাত মুকামে ইব্ৰাহিমত থিয় হৈ— 'হে মানৱগণ! তোমালোকে আহা, আল্লাৰ ঘৰলৈ হজ্জ কৰিবৰ বাবে' এইয়ে পৃথিবীত পোনপ্ৰথম আজান, প্ৰায় আৰবৰ নগৰীত, বয়তুল্লাৰ মুকামে ইব্ৰাহিমত।

সেই আজান আছিল ইব্ৰানী (হিব্ৰু) ভাষাত। হজৰত ইব্ৰাহিম (আঃ)ৰ সেই সুললিত কণ্ঠস্বৰ, আধুনিক বিজ্ঞানৰ ৰেডিঅ' তৰংগত, হাই ওৱেভত প্ৰচাৰ হোৱা নাছিল যদিও প্ৰাকৃতিক শক্তিত এই তৰংগ। তেতিয়াও বিদ্যমান আছিল আৰু এনে ধৰণে প্ৰচাৰ হৈছিল যে পৃথিবীত থকাসকলৰ উপৰিও আলমে আৰৱাহত থকাসকলেও শুনা পাইছিল। অবশ্যে ইয়াৰ এটা বিশেষত্ব আছিল যে যাৰ ভাগ্যত হজ্জ কৰা নিৰ্ধাৰিত হৈছিল, মাত্ৰ তেওঁহে শুনিব পাইছিল আৰু সেই অনুসাৰেই, সেই লোকসকলেই, যাৰ যি সময়ত গৈ, হজ্জ কৰি আছেও আৰু পৃথিবীত মুছলমান থাকে মানে, সেই ৰকমে গৈ হজ্জ কৰি থাকিবও।

সেই মহান আজানৰ (আহ্বানৰ) প্ৰতিক্ৰিয়া আজি প্ৰায় ছহেজাৰ বছৰ ধৰিয়ে চলি আছে, আৰু কিমান দিনলৈ চলি থাকিব তাৰ হিচাপ আমি নেজানো। এই প্ৰতি বছৰে পৰ্যায় ক্ৰমে, লাখ লাখ ধৰ্মপ্ৰাণ মুছলমান হজ্জলৈ যোৱাৰ মূলতে হ'ল হজৰত ইব্ৰাহিম (আঃ)ৰ সেই মহান আজানৰ প্ৰতিক্ৰিয়া মাত্ৰ।

২য় আজান হ'ল হিজৰী প্ৰথম চনত। হজৰত মহম্মদ (ছঃ) যেতিয়া মদিনাত প্ৰথম মছজিদ নববীৰ নিৰ্মাণ কাৰ্য সমাধা কৰিলে আৰু জমাতে নমাজ পঢ়াৰ নিৰ্দেশ হ'ল।

এই দিনৌ পাঁচবাৰ নমাজীসকলক নিৰ্দিষ্ট সময়ত নমাজৰ কাৰণে আহ্বান কৰাৰ উপায় উদ্ভাৱন কৰোঁ পৰামৰ্শ হ'ল। ছাহাবসকলে ইহুদী, খ্ৰীষ্টান, পাৰচিয়ানসকলৰ আহ্বান সংকতেৰ উদাহৰণ দাংগি ধৰিলে; কিন্তু ৰছুলে সেই, সকলো উপেক্ষা কৰি তৌহিদৰ মৰ্মস্পৰ্শী বাণীৰে আহ্বান কৰাটো স্থিৰ কৰিলে। এইয়ে ইছলামত আজানৰ প্ৰথম সূত্ৰ।

এই আজানত মাত্ৰ সাতটি বাক্য। এই বাক্য সাতোটা পৰ্যায়ক্ৰমে প্ৰতিবাৰ আজানত সোতৰবাৰ উচ্চাৰণ কৰা হয়। তাৰে প্ৰথম বাক্য হ'ল, 'আল্লাহ্ আকবৰ্'— আৰু শেষ বাক্য হ'ল 'লা-ই-লাহা ইল্লাল্লাহ'। এইয়া আজি ১৩৮৪ বছৰ আগৰ কথা।

সমগ্ৰ বিশ্বত আজি মুছলমানৰ মুঠ সংখ্যা হ'ল ৬৩,৭১,১৫,৩৬৮জন। এই বিৰাট সংখ্যক মুছলমান আজি বিশ্বৰ ১২২খন ৰাষ্ট্ৰত সিঁচৰতি হৈ আছে। তাৰে ৩৭খন আজি স্বাধীন মুছলিম ৰাষ্ট্ৰ; ২১খন আজি অৰ্ধ-স্বাধীন স্বায়ত্তশাসিত মুছলিম ৰাষ্ট্ৰ, আৰু ৬৪খন হ'ল অমুছলমি শাসিত ৰাষ্ট্ৰ, তাত মুছলমান সংখ্যালঘু।

এই বিৰাট সংখ্যক মুছলমান, প্ৰতি ৫০০জনৰ বসতিত এখনকৈ মছজিদ থকা ধৰিলেও, আজি পৃথিৱীত মছজিদৰ মুঠ সংখ্যা হ'বগৈ ১২,৭৪,২৩১খন আৰু এই বিৰাট সংখ্যাৰ মছজিদ সমগ্ৰ পৃথিৱীত সিঁচৰতি। সৰু-ডাঙৰ প্ৰত্যেক মছজিদতেই নিতৌ পাঁচবাৰকৈ আজান দিয়া হৈয়ে আছে। নমাজীসকলক জমাতে নমাজ আদায় কৰাৰ বাবে আজানৰ আহ্বান চলিয়ে আছে।

পৃথিৱীৰ আকাৰ গোল, এইয়া জনাজাত কথা। এই কথাও নিশ্চিত যে পৃথিৱীয়ে ২৪ ঘণ্টা সময়ত এবাৰ সূৰ্যক প্ৰদক্ষিণ কৰিছে আৰু যি অংস সূৰ্যৰ সন্মুখত পৰিছে সেই অংশতে তেতিয়া হয় দিন, অপৰ অংশত ৰাতি। সূৰ্যৰ গতিৰ লগতে অথবা পৃথিৱীৰ গতিৰ পাকতে, এই দিন-ৰাতিৰ অৱস্থাও গতিশীল। এফালে প্ৰতি মুহূৰ্তেই সূৰ্য উদয় হৈছে। আনফালেদি সেই অনুপাতে সূৰ্য অস্ত গৈছে। আৰু তাৰ লগতে নমাজৰ নিৰ্ধাৰিত সময়ো চক্ৰাকাৰে ঘূৰিছে। অথচ প্ৰত্যেক নমাজৰ সময়তে পৃথিৱীৰ প্ৰতিখন মছজিদতে এই আজান ধ্বনি উত্থিত হৈছে।

এতিয়া দিনটোৰ ২৪ ঘণ্টাত মিনিট হয় ১৪৪০, এবাৰ আজান দিয়াত, সেই বাক্য সাতোটি সোতৰবাৰ উচ্চাৰণ কৰোতে সময় লাগে কমেও ২ মিনিট। অৰ্থাৎ একে ঠাইতে যদি অনবৰত আজান দিয়া হয়, তেন্তে দিনটোৰ ২৪ ঘণ্টাত আজান দিব পাৰি মাত্ৰ ৭২০বাৰ।

পৃথিৱীৰ যি ভাগত দিন হয়, সেই ভাগত ১৩ ঘণ্টাৰ ভিতৰত আজান দিয়া হয় পাঁচবাৰ। গড়েপ্ৰায় আঢ়ৈ ঘণ্টাত এবাৰ। তেন্তে এই প্ৰায় পৌনে চৈধ্য লাখ মছজিদৰ অৰ্ধেক প্ৰায় চাৰে ছয় লাখ মছজিদত প্ৰায় ১৩ ঘণ্টাৰ ভিতৰত আজান হয় প্ৰায় ৮৪ লাখবাৰ। অৰ্থাৎ গড়ে প্ৰতি মিনিটত ১২০০০বাৰ 'আজান চলিয়ে আছে। প্ৰতি মিনিটতে ১২ হেজাৰ মুৱাজ্জিন মিনাৰত থিয় হৈয়ে আছে। 'আল্লাহ আকবৰ, আল্লাহ আকবৰ'

কৈয়ে আছে। নমাজৰ কাৰণে মুছল্লীসকলক মাতিয়ে আছে। দিনে-ৰাতিয়ে বিৰাম নাই, অবিৰাম, অকল এজনে এঠাইতে নহয়, ১২ হেজাৰজনে ১২ হেজাৰ ঠাইতে প্রতি মিনিটতে লানি নিছিগাকৈ সমস্বৰে, একেই আজান, একেই আহ্বান, একেই শব্দ, একেই উচ্চাৰণ, একেই সুৰ, একেই ধৰণ, একেই উদ্দেশ্য, একেই কাৰণে, এই আজান অনবৰত দিয়ে আছে। আৰু পৃথিৱীত মুছলমান থাকে মানে দিয়ে থাকিব।

এই আজানৰ দ্বাৰা মানব গোষ্ঠীক যেনেকৈ নমাজৰ কাৰণে মতা হয়, তেনেকৈ ভাল কামৰ বাবেও আহ্বান জনোবা হয়। আজান চতুৰ্থ পৰ্যায়ত হ'ল নমাজৰ আহ্বান আৰু পঞ্চম পৰ্যায়ত হ'ল, ভাল কামৰ বাবে আহ্বান....।

এই নমাজৰ অথবা ভাল কামৰ আহ্বান মানবগণৰ কাণত পৰে সঁচা, নমাজীসকলে নমাজ পঢ়াটো অবশ্যে কর্তব্য তথা মানব মাত্রেই ভাল কাম কৰাটো মানবতাৰ দাবী; তাকে সকলোৱে বুজি পায় সঁচা; কিন্তু এই আহ্বানত সঁহাৰি দিয়ে কিমানজনে? নমাজেই বা পঢ়ে কিমানজনে?....?'

এই মার্চৰ পহিলা তাৰিখে সন্ধিয়া কেইজন ভদ্রলোকসহ বহি থকা অৱস্থাতে, আমাৰ কৰপেটাৰ বিশিষ্ট খ্রীড়াৰ মহম্মদ আলী চাহাবে কথা প্রসংগতে মোকে কৈছিল, '— মোৰ ধাৰণা হয় অচিৰেই মছজিদবিলাক মিউজিয়ামত পৰিণত হ'বগৈ—' মইও উত্তৰ দিলো 'নিশ্চয় আপোনাৰ ধাৰণাৰ লগত মইয়ো একমত আৰু তাৰ প্রমাণ হ'ল, আপোনালোকৰ এই ধৰণৰ অবহেলা....'

ইয়াতকৈ ডাঙৰ প্রমাণ আজি বিশ্বত অনেক মছজিদে একপ্রকাৰ মিউজিয়াম হৈছেই। সৈন্যাবাস, গৃহবাস ও নোহোৱা নহয়। আৰু সেই কাৰণেই মুছলমান জাতিটো আজি বিশ্বৰ অধঃপতিত, অবহেলিত জাতিত পৰিণত হৈছে।

যদি এই আজানৰ আহ্বানত প্রতিখন ঠাইৰে প্রত্যেকটি মুছলমানে, প্রকৃতভাৱে সঁহাৰি দিব পাৰে; তেন্তে বিশ্বৰ চাবি-কাঠি পুনৰ মুছলমানৰ হাতলৈ যাব নিশ্চয়, অন্যথায় কালৰ গতিত যেনেকৈ মছজিদবিলাক মিউজিয়াম হ'ব, মুছলমানো তেনেকৈ হাইবান হ'ব। তাত আচৰিত হ'বৰ একোৱেই নাই।

*প্রথম বছৰৰ প্রথম সংখ্যাত প্রকাশিত (এপ্রিল, ১৯৬৫)*

# কোৰাণ আৰু হাদীছৰ সত্যতা

চাইন্ উদ্দিন আহমেদ

জগতৰ মানৱসকলক সাত আৰু সৰল পথত পৰিচালিত কৰিবলৈ করুণাময় আল্লাহতাল্লা যিসকল মহামানৱক পৃথিৱীলৈ পঠিয়াইছে। তেওঁলোককেই কোৱা হয় পয়গাম্বৰ বা ৰসুল। ৰসুলসকল আল্লাহতাল্লাৰ ওহি বা বাৰ্তাবাহক। ফেৰেস্তা জিব্ৰাইলে আল্লাহৰ আদেশ-নিষেধ প্ৰভৃতি ৰসুলসকলক সেইবোৰ তেওঁলোকে জগতত প্ৰচাৰ কৰিছিল। ইয়াত তেওঁলোকৰ স্বকীয় বা ব্যক্তিগত স্বাৰ্থসিদ্ধিৰ কোনো প্ৰতাৰণা নাই। কোৰাণ পাক আৰু হাদীছ একেটা বস্তুৰে ইফাল-সিফাল মাত্ৰ। হাদীছৰ বাণী ৰসুলে কৰিম (ছঃ)ৰ ব্যক্তিগত বাণী। হাদীছৰ বাণী যে আল্লাহৰ বাণীৰ বিস্তৃত প্ৰকাশ আৰু তাৎপৰ্য কোৰাণৰ সুৰা কিয়ামতৰ ১৭-১৯ নং আয়ত তাৰ অক্যা প্ৰমাণ। মানৱ জাতিক অজ্ঞান অন্ধকাৰৰ পৰা মুক্ত কৰিবলৈ জিব্ৰাইল (আঃ)ৰ জৰিয়তে হজৰত মোহম্মদ (ছঃ)ৰ ওপৰত নাজিল কৰিছিল এই কোৰাণ, যাৰ ভিতৰত নিহিত আছে সমাজতান্ত্ৰিক ভিত্তিত সমাজৰ নিম্ন স্তৰৰ পৰা উচ্চতম স্তৰলৈ অৰ্থনৈতিক সমস্যাৰ সমাধান, জাতি-ধৰ্ম নিৰ্বিশেষে মানৱ সেৱা, বিশ্ব-ভাতৃৰ আৰু মানৱ-আত্মাৰ পৰলৌকিক উন্নতিৰ বিধান। কিন্তু মক্কাৰ পৌত্তলিক জনসাধাৰণে আৰু মহা মহা পণ্ডিতসকলে কোৰাণ বা ৰসুলৰ হাদীছ মোহম্মদ (ছঃ)ৰ ব্যক্তিগত মত বা ধৰ্ম বুলি দলিয়াই পেলাবলৈ চেষ্টাৰ ত্ৰুটি কৰা নাই। কোৰাণতকৈ গভীৰ ভাব বা অৰ্থযুক্ত সুন্দৰ সুন্দৰ কবিতা বা ছন্দ ৰচনা কৰিব পাৰিব বুলি আপ্ৰাণ চেষ্টা কৰি ব্যৰ্থমনৰোধ হৈ আৰবৰ ডাঙৰ ডাঙৰ কবি আৰু পণ্ডিতসকলক আহ্বান কৰিলে মোহম্মদ (ছঃ)ৰ কোৰাণক প্ৰতিযোগিতাত লেহেম কৰি দিবলৈ। সেই সময়ৰ সমগ্ৰ আৰবৰ কবিৰ সম্ৰাট লেবিদে বহুত চেষ্টাৰ পিছত হজৰত মোহম্মদ (ছঃ)ৰ পুত্ৰৰ মৃত্যুৰ কাহিনী উল্লেখ কৰি সুদীৰ্ঘ সুললিত বিদ্ৰোহাত্মক কবিতা এটা ৰচনা কৰিলে। আৰৱবাসীসকলে নিৰক্ষৰ মোহম্মদক (ছঃ)ক এইবাৰ প্ৰতিযোগিতাত পৰাজিত কৰিব পাৰিব বুলি আনন্দত আত্মহাৰা। কিন্তু পৰাজিত কৰিব পাৰিলে জানো? অনভিজ্ঞ জনসমাজ তেতিয়াও প্ৰতিযোগিতাৰ স্বপ্নত বিমুগ্ধ। কাৰ লগত প্ৰতিযোগিতা? কিহৰ প্ৰতিযোগিতা? তাক তেওঁলোকে বুজিবলৈ যত্ন কৰা নাই। হজৰত মোহাম্মদ (ছঃ)এ করুণাময় আল্লাহতাল্লাৰ নিৰ্দেশ মতে তিনিটা সৰু সৰু বাক্যৰে লেবিদৰ কবিতাৰ উচিত উত্তৰ দিবলৈ চেষ্টা কৰিলে। তেওঁ প্ৰথমেত দুটা বাক্য আবৃত কৰিলে— 'ইন্না আ'তায়না কাল্‌কাওছাৰ। ফাসাল্লি লিৰাব্বিকা ওয়ানহাৰ'। এই দুটা বাক্য আবৃত কৰি ইয়াৰ তৃতীয় বাক্যটো জনসাধাৰণক পূৰণ কৰিবলৈ ক'লে। তেতিয়া লেবিদে উক্ত বাক্য দুটাৰ ভাব,

ছন্দ আৰু অৰ্থৰ গভীৰতা অনুমান কৰি উত্তেজিত হৈ আবেগপূৰ্ণভাৱে থিয় হৈ কৈছিল— 'নিশ্চয় ই মনুষ্য শক্তিৰ অতীত'। পিছত হজৰতে নিজেই, 'ইন্না-শা-নিয়াকা হুওয়াল্ আবতাৰ।' এই বাক্যৰে তৃতীয় ছন্দটো পূৰণ কৰিলে। কোৰাণ-হাদীছৰ প্ৰতিদ্বন্দ্বী তথাকথিত আবুজেহেলেও ইছলামৰ জ্যোতিজগতৰ পৰা মুচি পেলাবলৈ ৰাজকীয় শক্তি বিপন্ন কৰিও ব্যৰ্থ হ'ল। এইদৰে যুগে যুগে নমৰুদ, ফেৰাউন, শ্বাদাদ্ আদি ইছলামৰ চিৰ শত্ৰু আৰু প্ৰতিযোগীসকলেও আল্লাহ প্ৰদত্তবাণী বা ধৰ্মৰ বিৰোধিতা কৰি স্বকীয় মতবাদ বাহাল কৰিবলৈ আজীৱন যুঁজ-বাগৰ কৰি আল্লাৰ অভিশাপত সংহাৰ হ'ল।

এইদৰে নানা ঘাত-প্ৰতিঘাত আৰু জীৱন-মৰণ সমস্যাৰ মাজেদি ইছলাম পূৰ্ণতা প্ৰাপ্ত হৈ আজিও জগতত জিয়াই আছে আৰু শেষ নিদলৈকে থাকিবও। আজি জগতৰ বিভিন্ন ধৰ্মাবলম্বী পণ্ডিতসকলেও নিজৰ নিজৰ গণ্ডীৰ ভিতৰত আবদ্ধ থাকিও কোৰাণৰ পৰিপক্কতা আৰু শ্ৰেষ্ঠতাৰ প্ৰমাণ দাঙি ধৰিছে। জাৰ্মানৰ বিখ্যাত পণ্ডিত মিঃ গোথিএ পৱিত্ৰ কোৰাণ অধ্যায়ন কৰি কৈছে— 'যিমানেই কোৰাণ অধ্যায়ন কৰোঁ সিমানই মোক জ্ঞানৰ পোহৰলৈ লৈ যায়।.... ই মন-প্ৰাণ মুগ্ধ কৰে...." শিখ শাস্ত্ৰৰ 'জনক সাথী কলাৰ' ২২২ পৃষ্ঠাত নানকে কৈছে— 'তোমালোকে ত্ৰিশ পাৰা কোৰাণ শুনি বিশ্বাস কৰা। অন্যান্য ধৰ্ম শাস্ত্ৰতো কোৰাণ এটি ধৰ্মগ্ৰন্থ আৰু ত্ৰাণ পোবাৰ বাট বুলি বৰ্ণনা থকা সত্ত্বেও যিসকলে অমান্য কৰে তেওঁলোকেই ধৰ্মভ্ৰষ্ট মানৱ।' মহাত্মাজন ডিকন্ গোটে কৈছে— 'কোৰাণ যি ধৰ্ম স্থাপন কৰিছে ই খাটি একেশ্বৰবাদ।' আকৌ 'তওৰাত' কিতাপৰ ৩৩ অধ্যায়ত হিব্ৰু ভাষাত লিখা আছে—

লামাহো কিয়ে মেহাৰ পৰাণ বে আসামেৰ বাবুসে কোদেশ মেমিনো এসদা সেলামো।

অৰ্থাৎ— পৰাণ পৰ্বতৰ পৰা উত্তৰ হৈ যিজনে নিজৰ নূৰ (পোহৰত) প্ৰকাশ কৰিলে, তেওঁ (মোহাম্মদ ছঃ) সোঁহাত শৰীয়তৰ উজ্জ্বল কোৰাণ আৰু বহু সংখ্যক লামায়েক লৈ আবিৰ্ভূত হ'ব।

বংগালী, ইৰাজী, আৰবী, উৰ্দু আৰু পাচী ভাষাৰ সুপ্ৰসিদ্ধ পণ্ডিত গোপাল চন্দ্ৰ শাস্ত্ৰীয়ে কৈছে,— 'আৰবী ভাষাৰ মূল গ্ৰন্থ কোৰাণ শৰিফ, ইহা পড়িবাৰ, পৰাইবাৰ, শিখিবাৰ ও শিখাইবাৰ গ্ৰন্থ বটে। আমি নিজে হিন্দু, কিন্তু হিন্দু হইয়াও এই গ্ৰন্থৰে শতমুখে প্ৰশংসা কৰিতেছি। এক কথায় বলিতে পাৰি, কোৰাণ এক অমূল্য ৰত্ন, এই অমূল্য ৰত্ন কোৰাণ শৰিফেৰ আদেশ ও উপদেশ যে ব্যক্তি গ্ৰহণ কৰে না, সত্য ধৰ্মে তাহাৰ সম্পূৰ্ণ অধিকাৰ নাই। কোৰাণেৰ দ্বাৰায় যে ধৰ্ম গঠিত হইয়াছে, তাহাই সত্য ধৰ্ম, ইহাতে বিন্দুমাত্ৰ সন্দেহ নাই।

কোৰাণ-হাদীছ সম্বন্ধে জগতৰ বিভিন্ন ধৰ্মাৱলম্বী পণ্ডিতসকলৰ উক্তি আৰু কোৰাণ বা ৰসুলৰ হাদীছৰ সভ্যতাৰ স্পষ্ট প্ৰমাণ থকা সত্ত্বেও আধুনিক শিক্ষিত যুৱকসকলে সমাজৰ আত্মচেতনা বা ক্ৰম পৰিবৰ্তনৰ লগে লগে আধুনিক শিক্ষা আৰু জাকজমকতাৰ

আওপাকত পৰি তেওঁলোকৰ সমাজ নীতি আৰু জীৱনৰ দৈনন্দিন গতি কোৰাণ-হাদীছৰ নির্দেশিত পথৰ পৰা বিচ্যুতি হৈ স্বেচ্ছাচাৰিতাভাৱে বিশৃংখল অৱস্থালৈ গতি কৰিলে। কোৰাণ-হাদীছৰ আদেশ নিষেধ চৰিতাৰ্থ কৰাত অপমানবোধ কৰিব ধৰিলে। ধৰ্মৰ আদেশ-উপদেশ কিছুমান অযুক্তিকৰ বুলি তেওঁলোকৰ স্বকীয় মতবাদৰ তর্কজাল মেলি সেইবোৰ লেহেম কৰি দিবলৈও চেষ্টা নকৰা নহয়। কিছুমানে আকৌ কোৰাণৰ আদেশ আৰু ৰসুলৰ হাদীছৰ প্ৰতি এতিয়াও সন্দেহ পোষণ কৰি নিজৰ আধুনিক আৰু বৈজ্ঞানিক মতবাদৰ আলম লৈ সেইবোৰ পুনৰ সোধৰাই ল'বলৈ এখোজ-দুখোজকৈ আগবাঢ়িব খোজে। তেওঁলোকৰ মতে হজৰত মোহাম্মদ (ছঃ) আজিকালি থকা হ'লে ধৰ্মৰ ৰীতি-নীতি দুটা-এটা পৰিৱৰ্তন কৰিলেহেঁতেন। কিন্তু লেবিদৰ কবিত্ব শক্তি আল্লাৰ বাণীৰ ওচৰত কেনেকৈ হাৰ মানিলে তেওঁলোকে দেখা নাই নে? আৰু অৱবাহাই আল্লাৰ বাণীৰ বিৰোধিতা কৰি মক্কা ধ্বংস কৰিবলৈ গৈ সৰু সৰু আবাবিল পখীৰ জৰিয়তে সসৈন্যে বিনাশ প্ৰাপ্ত নহ'ল নে? আল্লাহতালা অবিশ্বাসকাৰীসকলক কৈছে,— 'মই যি আপোন দাসৰ প্ৰতি নাজিল কৰিছো, তাত যদি তোমালোকৰ সন্দেহ থাকে তেনেহ'লে কোৰাণৰ ছুৰাৰ নিচিনা এটি ছুৰা উপস্থিত বা প্ৰস্তুত কৰা' (ছুৰা সেজদাৰ ১ম ৰুকু)। দেশ-বিদেশৰ বিদ্বানসকলে ছুৰা 'ইন্না আ'তায়ানাৰ' নিচিনা এটি ক্ষুদ্ৰ ছুৰাও ৰচনা কৰিবলৈ সক্ষম হোৱা নাই; সেই কাৰণে আল্লাহতা'লাই কৈছে— 'তোমালোকে ইয়াৰ এটাও নোৱাৰিলা। তেনেহ'লে, (নৰকৰ ইন্ধন মানুহ আৰু পাথৰ), সেই নৰকাগ্নিৰ পৰা সাৱধান হোৱা (ছুৰা সেজদাৰ ১ম ৰুকু)। অবিশ্বাসকাৰীসকলক ছুৰা ময়দাৰ একাদশ ৰুকু ৮৬ আয়তত কৈছে— 'আল্লাজিনা কাফাৰু আকাজ্জাবু বে আয়াত্তেনা উলায়কা আছহাবুল জাহিম।'

অর্থাৎ যিসকলে কোৰাণ অবিশ্বাস কৰি ধৰ্মদ্ৰোহী আৰু কাফেৰ হয়, তেওঁলোকৰ স্থান দোজখত। কোনো এজন কবিয়ে কৈছে— 'সাচতু জানলে এ খোদাকা কালাম ন্যায়, হ'ব কওম ইসলিয়ে আৱতক্ গওয়াহি হ্যায়।

আগতেই উল্লেখ কৰি আহিছো কোৰাণ ৰসুলে কৰিম (ছঃ)ৰ ব্যক্তিগত বাণী নহয়। করুণাময় আল্লাহতা'লাৰ নির্দেশ মতে কোৰাণৰ ধৰ্মবাণী তেওঁ জগতত প্ৰচাৰ কৰিছিল। আল্লাহতা'লা তিনিটা উপায়েৰে তেওঁ পাক কালামক আমালোকৰ ওচৰত উপস্থিত কৰিছে। (১) তেওঁ (আল্লাহ) ৰসুলে কৰিম (ছঃ)ৰ কলব মোবাৰকত তাক সঞ্চিত কৰিছে, (২) তাৰ পিছত সেইবোৰ যি দৰে পাঠ কৰিব লাগে সেইভাৱে গঠন প্ৰণালী শিক্ষা দিছে আৰু (৩) নবীকৰিম (ছঃ)ৰ মাধ্যমত তাৰ বিস্তফসিল বয়ান বা মৰ্মাৰ্থ প্ৰচাৰ কৰিছে (আল কোৰাণ)। ৰসুল পাক (ছঃ)ৰ ইছলাম প্ৰচাৰৰ কাৰণে সৰ্বশেষ নবী হিচাপে প্ৰেৰিত হৈছিল। তেওঁ এই তিনিটা উপায়েৰেই পাক কোৰাণ মজিদক প্ৰচাৰ কৰিছিল আৰু ওস্মাতে মোহাম্মদীয়াক শিক্ষা দিছিল। এই তিনিবিধ কাৰ্যৰ কোনো এটিও অসম্পূৰ্ণভাৱে ৰাখি যোৱা নাই। ছাহবে কাৰামসকলৰ বহু প্ৰশ্ন আৰু উত্তৰ-প্ৰত্যুত্তৰৰ মূল উৎসই আছিল এই

ব্যাখ্যা আৰু বয়ান। এতেকে এই স্বকীয়তা শূন্য অবিসংবাদিত সত্য যে ৰসুলে কৰিম (ছঃ)ৰ হাদীছ পাক কালামুল্লাক কেন্দ্ৰ কৰি হৈছে তাত কোন সন্দেহ নাই। এতেকে অনস্বীকাৰ্য যে কেৱল .. নহয়, ৰসুলে কৰিম (ছঃ)ৰ চলন-ফুৰণ, আচাৰ-ব্যৱহাৰ আৰু জীৱনৰ প্ৰতিটো অনুচ্ছেদ আল্লাৰ ইচ্ছাত নিয়ন্ত্ৰিত আৰু আল্লাৰ ইচ্ছা তাত ৰূপায়িত হৈছিল তাক কোনেও নুই কৰিব নোৱাৰে। এতিয়া ৰসুলৰ ছুন্নত যিসকলে ত্যাগ কৰে বা তাৰ যথাযোগ্য মৰ্যাদা দিবলৈ সন্মত নহয় তেওঁলোকে মুছলমানৰ শাৰীত পৰে নে নপৰে সেইটোৱেই বিচাৰ্য।

এইটো নিশ্চয়কৈ জানি ৰখা উচিত যে যিটো সত্য সেইটো কেতিয়াও কালৰ কুটিল গতিত বা যুগৰ প্ৰভাৱত কৃত্ৰিম সত্যৰ ৰূপ ল'ব নোৱাৰে। সত্যক কেতিয়াও ৰিফৰম্ কৰিব নোৱাৰি। যি সত্য সি আজিও সত্য কালিও সত্য। তেওঁলোকে আঙুলিৰ মূৰটো ভূমণ্ডল ভাবি আৰু মৰুভূমিত মৰীচিকা দেখা দি সত্যক সুধৰাবলৈ অহাৰ আগতে নিজকেই সুধৰাই লোৱা উচিত হ'ব। ৰৰষুণ ৰতৰত ৰ'দ দিয়া নাই বুলি ক'লে ভুল কৰা হ'ব। ৰ'দ মানে সূৰ্যৰ ৰশ্মি। সূৰ্যই ৰশ্মি বিকিৰণ কৰিয়েই আছে। ডাৱৰেহে পৃথিৱীত আহিব দিয়া নাই। এইক্ষেত্ৰত সূৰ্যক সুধৰাবলৈ যোৱাটো ভুল নহ'ব জানো? নিজৰ টপা মূৰৰ মতবাদৰ কলা ডাৱৰ গুচাব পাৰিলেই আচল সত্যৰ ৰূপ দেখা যাব। তাক আকৌ সুধৰাব নেলাগে।

*প্ৰথম বছৰৰ প্ৰথম সংখ্যাত প্ৰকাশিত (এপ্ৰিল, ১৯৬৫)*

# ইক্‌বালৰ প্ৰাৰ্থনা

অনুবাদ ঃ ইছমাইল হোছেইন

বিবিধ ৰঙৰ অলেখ হৃদয়-গ্ৰাসী
আনন্দৰ আকৰ্ষণে ভৰা এই পৃথিৱীত
যুগে যুগে মানুহৰ হিয়াৰ
কান্দোনমুৱা বীণাৰ দৰে
দেখা যায় বিয়াকুল হোৱা,
আকুল বিৰহ আৰু মৰ্মান্তিক দুখ-বেদনাত।
নিগূঢ় ক্ষুধাৰ্ত অগ্নিশিখা হেন
এক বহ্নি-জ্বালা জ্বলাই ৰাখে অন্তৰ কোণত—
এজন বন্ধুৰ বাবে
এজন প্ৰাণৰ লগৰীৰ বাবে
এজন দৰদীৰ বাবে
এটি অন্তৰতম বাসনা.....
আৰু
এই বাসনাৰ আবেগত
ঝংকাৰি উঠে যি বেদনাৰ সংগীত
তাৰ অমৃত-মধুৰ সুৰে
হৃদয় পৰশি যায়।
* * *
কিন্তু এই মূক উদাসীন মমতাবিহীন
মাটি আৰু পানীময় বাস্তৱৰ কঠিন ধৰাই
এটি অনুভূতিশীল হৃদয়ক
নোৱাৰে বিলাব
এফেৰি মৰম।
* * *

সীমাহীন সাগৰ, বিশাল চাহাৰা প্ৰান্তৰ
মৌন, স্তব্ধ পৰ্বত পাহাৰ—
অনন্ত-বিস্তৃত আকাশ সুৰুয আৰু জোনবাই
জাগি আছে নিৰ্বাক বোবা অসাৰ।
আকাশত ৰূপালী তৰাৰ মেলা
তথাপি সিহঁত পৰস্পৰ বিচ্ছিন্ন;
অকলে অকলে নিজতে নিজে আত্ম নিৰ্বাসিত
মোৰ দৰেই অসহায় দুৰ্ভগীয়া;
প্ৰত্যেক আপোন কক্ষত বৈ
ভ্ৰমণ কৰিছে অন্তহীন আকাশ-পথেৰে।
এই যাত্ৰাপথত যাত্ৰীদলৰ নাই কোনো পাথেয়
তথাপি সিহঁতে আগবাঢ়িছে
লক্ষ্যহীন অলক্ষ্যৰ পিনে—
তাত কল্পনাতীত মহাশূন্য আৰু
আদিম নিশাৰ দুৰ্ভেদ্য এন্ধাৰ
নিজকে সোধো—
পৃথিবী জানো জীৱনৰ হৰিণী
আৰু মই তাৰ চিকাৰী।
অথবা
মই ইয়াত এক শৃংখলিত বন্দী
যাৰ সকলো অতীত স্মৃতি
গৈছে হেৰাই??
আহা! চকুলোৰে বুকু তিতিয়াই
কিমানযে কান্দিছো মই
কিন্তু সাৰ্থকতা পালো জানো তাত?
এই দীন, ব্যথাতুৰ মানৱ-সন্তানক
এজন বন্ধু লাগে!
কিন্তু সিজন ক'ত?
মই সকলোতে দেখোঁ;

দেখিছো সকলোতে সকলো ফালেৰে
এই বাস্তৱ পৃথিৱীৰ দিন,
পোহৰে উদ্ভাসিত কৰে তাৰ—
ঐশ্বৰ্যপূৰ্ণ প্ৰাসাদ আৰু দীনতম গলিপথ।
এটি নক্ষত্ৰৰ গতিৰ পৰাই
লৈছে সি তাৰ সত্তাৰ স্বৰূপ...
ওহো নহয়, ই নহয় সঁচা ঃ
ইয়াৰ অস্তিত্ব সম্বন্ধে মাথোঁ ক'ব পাৰো
ই 'নাছিল' নাইবা 'আছিল';
কিয়নো ই সদায় এনে অনিত্য।
কিন্তু মই প্ৰতীক্ষা কৰিছো সেই শুভদিন,
এই বস্তু-ব্যাকুল পৃথিৱীৰ
মৃত্যুশীল কালৰ স্বভাৱত নহয় সি বন্দী—
দুপৰীয়া নাইবা বিষাদ-ঘন-সন্ধিয়াত
হেৰাই নাযায় সেই শুভ দিনৰ প্ৰভাত।

*প্ৰথম বছৰৰ প্ৰথম সংখ্যাত প্ৰকাশিত (এপ্ৰিল, ১৯৬৫)*

# সৃষ্টি আৰু নাৰী

ছাকিনা খাতুন

সৃষ্টিৰ ৰূপ বিৰাট! তাক সহজে কল্পনা কৰা নাযায়। ইমান অসাধাৰণ আৰু ইমান ৰহস্যঘন যে সাধাৰণ বুদ্ধিত, সেই গভীৰ ৰূপক কোনেও ঢুকি নাপায়। কিন্তু সৃষ্টিৰ আদিম অৱস্থাৰ পৰা আৰম্ভকৰি নাৰীৰ জীৱন চলি আহিছে আৰু বেছি ৰহস্যঘন হৈছে মাজেদি। নাৰীৰ মনৰ প্ৰকৃত বাতৰি, যুগ যুগ ধৰি তপস্যা কৰিও কোনেও সঠিকভাৱে পাবলৈ সক্ষম হোৱা নাই। বিশ্বকৰ্মাই যিদিনা বিশ্ব গঢ়াৰ কল্পনা লৈ, সৃষ্টি কৰিলে মানৱজাতিক— প্ৰথমেই জীৱন পালে পুৰুষে (মুছলিম মতে)। বেহেস্তৰ (স্বৰ্গৰ) সুন্দৰ, চিৰ বসন্ত জাগ্ৰত বাগানত তেওঁ পালে অধিকাৰ। কিন্তু বিধাতাৰ লীলাতেই হয়তো পুৰুষৰ মনত আহিল উদাসীনতা, সেয়েহে প্ৰকাশ পালে অস্থিৰতা। তেওঁক যেন কি লাগে— ! সেয়ে মানস কল্পনাৰ ৰূপ দিবলৈ, সৃষ্টিৰ সৌন্দৰ্য বিকাশ কৰিবলৈ যি সপোন আছিল বিশ্ব-নিয়ন্তাৰ— সেইটোৰ ৰূপ দিলে নাৰীৰ মাজত। পুৰুষৰ লগত জীৱন পালে আদি মানবীয়েও। এয়ে নৰ-নাৰীৰ প্ৰথম সৃষ্টি কাহিনী। কিন্তু বেহেস্তৰ বাগানত থাকিলে, এই পৃথিৱীত বিশ্ব-নিয়ন্তাৰ মাহাত্ম্য প্ৰকাশ পাব কেনেকৈ? বিধাতাৰ কল্পনাৰ চক্ৰান্তই মহাজাল বিস্তাৰ কৰিলে সেই প্ৰথম সৃজিত নৰ-নাৰীৰ মাজত। বাগানৰ এটি ফল যি ফল নিষেধ হ'ল আদি মানৱ-মানবীৰ কাৰণে, সেই ফল কিন্তু চয়তানৰ অনুপ্ৰেৰণাত ঠাই দিলে এদিন দুয়ো। কাৰ মহাচক্ৰান্তত, কাৰ খেয়ালৰ খোৰাক জোগাবলৈ সিদিনাৰ সেই ভুল হ'ল আদি মানৱ-মানবীৰ সেইটো কোনে বুজিব! কিন্তু স্পষ্টৰূপে দোষী হ'ল নাৰী নিজে। নাম পালে আদিম প্ৰভাতৰ পৰা নাৰী অবুজ... নাৰী দুষ্টমতি... নাৰী চঞ্চলা। সিদিনাৰ পৰা বিশ্বৰ মহা সৌন্দৰ্যৰ মাজত নাৰী যিদৰেই চলি আহক, কোনো কতা নাই— কিন্তু উপাধিবোৰ ঠিক ঠিক পাই আহিছে। আশ্চৰ্য! নাৰী ৰহস্যময়ী, নাৰী ৰাক্ষসী... নাৰী ভয়ংকৰী, নাৰী কালনাগিনী.... নাৰী বিশ্বাসঘাতকিনী! আৰু যে কিমান! অথচ বিচাৰ কৰি কোনেও ইখিনি বুজিব নুখোজে যে সৃষ্টিৰ নিয়মৰ ঘাত-প্ৰতিঘাতত নাৰী, তাইৰ ৰূপ সলাবলৈ বাধ্য হৈছে। নাৰী-মন ইমানেই কোমল যে তাই অলপো বিচ্ছেদ সহিব নোৱাৰে। আৰু এনেকি কঠিন হে হাজাৰ আঘাততো ভাগি নপৰে। আৰু এই সকলোবোৰ হৈ থাকে সময় আৰু প্ৰাকৃতিক ৰূপ পৰিবৰ্তনৰ লগে লগে। নাৰী মহাশক্তি— বহুতো সমাজ-সম্প্ৰদায়ত নাৰীৰূপিনী শক্তি পূজা চলি আহিছে যুগ যুগ ধৰি। সঁচাইতো সৃষ্টিৰ শক্তি নাৰী। নাৰীৰ ৰূপ নাথাকিলে সৃষ্টি থাকিলেইতেন অসম্পূৰ্ণ.... অসুন্দৰ। নাৰী কোমল... নাৰী কমল, নাৰীয়ে কাঁইট.... নাৰীয়েই সৌন্দৰ্যৰ আকৰ। প্ৰকৃতিৰ গোটেইখিনি

সৌন্দৰ্য যোগাযোগ লৈয়ে সৃষ্টি হৈছে আচল নাৰী সৌন্দৰ্য। সেয়ে বিধাতাই নাৰীৰ অবিহনত বিশ্বৰ ৰূপ কল্পনাই কৰিব পৰা নাছিল। যদি অকল পুৰুষক লৈ বিধাতাই বহি থাকিলহেঁতেন, তেন্তে ধৰণীৰ পূৰ্ণাংগ ৰূপ দিবলৈ 'তেওঁ' কেতিয়াও নোৱাৰিলেহেঁতেন। পুৰুষ আৰু প্ৰকৃতি... প্ৰকৃতি আৰু পুৰুষ! এটিৰ অবিহনে এটি অসম্পূৰ্ণ অসুন্দৰ। আজি ভাবিলে— যিমান ডাঙৰ ভাবুকেই নহয় কিয়, ভাবিবলৈ বাধ্য যে সৃষ্টিৰ সৃষ্টিত্ব ঠিক আছে নাৰীৰ ধৈৰ্যৰ পৰা। ধ্বংসৰ বীজ ছটিয়াই দিবলৈ নাৰীৰ যোগ্য কোনো শক্তি হ'ব নোৱাৰে; যেনে— তেনেকৈ ৰক্ষাৰ বেলিও নাৰীৰ সমকক্ষ কোনেও নহয়। কিন্তু নাৰীয়ে ধ্বংস কৰাতকৈ গঢ়িবলৈ ভাল পায়। সেয়ে নাৰীৰ মাজত যি শক্তি আছে— সেই অটল শক্তিই হ'ল মাতৃ। এই মাতৃত্বৰ মাজতে নাৰীত্বৰ পূৰ্ণ বিকাশ— আৰু এই বিকাশৰ ৰূপতেই বিশ্বৰ সৌন্দৰ্য শোভা পায়। বিশ্ব টিকি থাকে। নাৰী শক্তি বুজাওঁতে যি শক্তিক বুজায়, আচলতে সেইটো বিশ্বৰ এটি সম্পূৰ্ণ শক্তি। যি শক্তিৰ দ্বাৰা ৰক্ষা হৈছে, বিশ্বৰ শান্তি আৰু শৃংখলা। সেয়ে অতি সৰু কালৰ পৰাই ছোৱালীৰ মাজত বিচাৰি পাওঁ শক্তি আৰু শান্তিৰ ছাঁ। কাৰণ জন্মৰ পৰাই সিহঁতৰ মনত নাৰীৰূপিনী শক্তি লুকাই থাকে। সকলো সময়তে, সকলো ক্ষেত্ৰতে নাৰীয়ে বিশেষকৈ এফালে চায়— সেই ফাল হ'ল সৃষ্টিৰ ৰক্ষাফাল। সৰু সৰু দুজন ল'ৰা-ছোৱালীক যদি খেলিবলৈ দিয়া যায়— তেন্তে দেখা যায় ল'ৰাটিয়ে ঘৰ বান্ধিছে, বাহিৰ ফালে লক্ষ্য কৰিছে— ঘূৰি ফুৰিছে ইফালে সিফালে। কিন্তু ছোৱালীজনীয়ে সেই ঘৰৰ মাজত বহি সকলো সজাই তুলিছে— সৰু পুতুলাটোক ধুৱাই-পখলাই, খুৱাই-বুৱাই বিছনাত শোৱাই দিছে। ভাত ৰান্ধিছে, সকলোকে খুৱাইছে.... সকলো কামতে বিয়পি পৰিছে তাইৰ মুখত এটি গম্ভীৰ সৌন্দৰ্য। কাৰণ তাই চায় শান্তি... চায় বিৰাট শৃংখলা। তাৰ পিছত যেতিয়া ডাঙৰ হয়, তাইৰ মনটোত লাগে সৃষ্টিৰ হাবা। কল্পনাত অইন এটি ঘৰৰ ছবি আঁকি লয় মনে মনে। সেই অদেখা ঘৰৰ, অদেখা এজন পুৰুষৰ সকলো দায়িত্ব আৰু সেৱাৰ ভাৰ তাই সুন্দৰকৈ হিচাপ কৰি লয় নিজৰ জীৱনত। আৰু এদিন কল্পনা তাইৰ বাস্তৱত পূৰণ হয়! সেই ছোৱালীজনীয়েই নতুন উছাহত স্ত্ৰীৰূপে পুৰুষৰ জীৱনত ঢালি দিয়ে পূৰ্ণাংগ ৰূপ। তাৰ পিছত ঠিয় দিয়ে মাতৃৰূপে; বিশ্বৰ মহাকল্যাণ আৰু ৰক্ষাকৰ্ত্ৰীৰ যত্নলৈ। সৃষ্টি জীয়াই ৰাখে এইদৰেই। কিন্তু নাৰীয়ে ৰহস্যঘন মন লৈ খেলা কৰোতে ভালপায় তেওঁৰে লগত— যিজনে তেনেটি কুটিল মন লৈ নাৰীৰ জীৱনত ঠিয় দিয়ে। নহ'লে যি নাৰীয়ে বিশ্বৰ ৰূপ দিয়ে চিৰকাল— সেই নাৰীয়েই ৰহস্যৰ ধ্বংস-লীলা মনত লৈ সৃষ্টিৰ ক্ষতি কৰে কোন হৃদয়ত? নাৰী ভয়ংকৰী আৰু ৰাক্ষসী নাম পায় কোন বাটত? যুগে যুগে যি নাৰীয়ে, তাইৰ বুকুৰ কেঁচা তেজ ঢালি সৃষ্টিক জীয়াই ৰাখিছে, সেই নাৰী নিজে ৰাক্ষসী হৈ বিশ্বৰ তেজ পান কৰিলে, বিশ্ব টিকি ৰ'ব কেনেকৈ? এটি ডাঙৰ কথা— নাৰীক প্ৰকৃতিৰ লগত তুলনা কৰাৰ বিশেষ কাৰণ বৈ আছে। প্ৰকৃতিৰ লগত নাৰীৰ পূৰ্ণাংগ সম্বন্ধ আছে। প্ৰাকৃতিক সৌন্দৰ্যই

যেনেকৈ সৃষ্টিৰ সৰ্বাংগ সুন্দৰতম, বাটৰ খোৰাক যোগাই চলিছে, তেনেকৈ নাৰীও চলিছে। প্ৰকৃতিয়ে যেনেকৈ ফলে-ফুলে সৌন্দৰ্যত বিশ্বক জিলিকাই ৰাখিছে— নাৰীয়েও তেনেকৈ তাইৰ বিশেষ ৰূপগুণত বিশ্ব-সৌন্দৰ্যত প্ৰাধান্য বিস্তাৰ কৰিছে। প্ৰাকৃতিক সৌন্দৰ্যত যেনে মানব আপোনা-আপুনি মুগ্ধ হয়, নাৰীৰ ৰূপ-গুণতো তেনেকৈ মানৱৰ মন আকৰ্ষিত হৈ থাকে। সেয়ে নৰে নাম পালে পুৰুষ; নাৰী কিন্তু নাম পালে প্ৰকৃতি। বিশ্বৰ মাজত পুৰুষ অকলশৰীয়া হ'লে হৈ যায় অসহায় আৰু অসুন্দৰ। সকলো বাটত অসমাপ্ত হৈ থাকে। যি অকলে বিশ্বক ঠিক ৰাখিব নোৱাৰে। পুৰুষৰ অৰ্ধাংগিনী নাৰী সকলো কামতে, সকলো সাজতে নাৰী চলিছে এটি মূল্যবান ভাগ লৈ। কোনো দেশত, কোনো সমাজত, কোনো এটি মহৎ বা ডাঙৰ কাম অকল পুৰুষে সমাধা কৰিব নোৱাৰে। কৰিলেও সুন্দৰ আৰু পূৰ্ণ হ'ব নোৱাৰে। প্ৰকাশ্যে বা অপ্ৰকাশ্যে, নাৰীৰ উৎসাহ-উদ্দীপনা একান্তই প্ৰয়োজন। সেয়ে হয়তো বিদ্ৰোহী কবি নজৰুল ইছলামে লিখিলে—

'বিশ্বে যা কিছু মহান সৃষ্টি কল্যাণকৰ।
অৰ্ধেক তাৰ কৰিয়াছে নাৰী অৰ্ধেকনৰ।'

সঁচাকৈয়ে এজনৰ অবিহনে আৰু এজনে সম্পূৰ্ণ কৈ মূল্য পাব নোৱাৰে। অৱশ্যে নাৰী চৰিত্ৰ জটিল আৰু ৰসহ্যময় বুলিয়ে সকলো প্ৰকাৰ কবি আৰু লেখক মনৰ উক্তি। নাৰীৰ মন পোৱা সিমান সহজ নহয় যদিও— সৰলতাৰে তাক জয় কৰা একো অসাধ্যও নহয়। বিশ্বৰ সকলো বাটৰ ৰহস্য ভৰাই যদি নাৰীৰ হৃদয় সৃষ্টি হৈ থাকে, তেন্তে সেই মনটো যাৰে তাৰে ওচৰত এৰি দি নিজে অসহায় হ'ব কেনেকৈ? বিশেষকৈ পুৰুষৰ মনত যদি অবিশ্বাসৰ বীজ সোমাই থাকে— 'স্ত্ৰীচৰিত্ৰৰ কি বুজিবাহে! আচল কথা কেতিয়াও স্ত্ৰীক নক'বা, বিপদত পৰিবা।' তেন্তে নাৰীয়ে কোন বিশ্বাসৰ ফলত তাইৰ মনৰ চাবিপাত এৰি দিব পুৰুষৰ হাতত? যিমান ডাঙৰ বন্ধু হওক— এনেকুৱা কথাত আহিলে দুয়োৰে মন দুয়োৰে ওচৰত সম্পূৰ্ণ শত্ৰু। নাৰীয়ে এনেয়ে পাই আহিছে চিৰকাল কম মূল্য। প্ৰথমৰ পৰা বাট ধৰি বিচাৰ কৰি কৰি আহিলে— নাৰীৰ জীৱন, সন্মান, হৃদয়লৈ খেলাৰ দৃশ্য যুগে যুগে বহুত দেখিবলৈ পোৱা যায়। কোনোবা দেশৰ ৰজাই যুদ্ধত হাৰিলে— ক্ষতিপূৰণ স্বৰূপে উপ-ঢৌকনৰূপে নাৰীহে বলি হ'ব লাগিব। তাত প্ৰশ্ন নাথাকিল সমাজৰ, বিচাৰ নুঠিল নাৰীৰ মতামতৰ। কেতিয়াবা কোনো যুগত যুদ্ধত নাৰীক পুৰুষৰ কামনাৰ সামগ্ৰী ৰূপে ব্যৱহাৰ কৰিলে— কীট-পতংগৰ নিচিনা আওৰাই দিয়া হ'ল ঘৃণিত বাটলৈ। দুখ নাথাকিলে নাৰীৰ দেহৰ... বিচাৰ নুঠিল জঘন্য লালসা বহ্নিৰ। পৃথিৱীত পুৰুষে যি খুচী তাকেই কৰিব পাৰে নাৰীক লৈ— তাত নাৰীমতৰ সুখ-দুখৰ একো মূল্য নাথাকে। নাৰী অসহায়া চিৰকাল। নাৰীৰ সৌন্দৰ্য্য হ'ল সতীত্ব। পবিত্ৰ গাখীৰৰ লগত এই সতীত্বৰ তুলনা হৈ থাকে। গাখীৰত গোবৰৰ ছিটা পৰিলে যেনে অপবিত্ৰ হৈ নষ্ট হৈ যায়— ঠিক নাৰী চৰিত্ৰও তেনেটি। কিন্তু দোষ বা ভুল সকলো জীৱ মাত্ৰৰেই হয়। নাৰী-শক্তি বিৰাট

হ'লেও, নাৰী সৰলা নামে জ্ঞাত। নাৰী বুজে কম.... গভীৰভাৱে নেকি কোনো কথা হজম কৰিব নোৱাৰে। সেয়ে বিপদত পৰে। কিন্তু পুৰুষে সেই বিপদত নাৰীৰ ত্ৰাণকৰ্তা হোৱাটো একান্তই কৰ্তব্য। সেইটো নকৰি যদি নাৰীক আৰু কুবুদ্ধি দি অপবিত্ৰ খালত পেলাই তামচা চাবলৈ মন কৰে, তেন্তে বিশ্বত শান্তি আৰু সৌন্দৰ্যৰ পৰিবৰ্তে কলংকৰ ডাৱৰে ছাটি ধৰা একো বিচিত্ৰ নহয়। সেই কাৰণে এনে কিছুমান ক্ষেত্ৰত নাৰী ভয়ংকৰী ৰূপ থিয় দিবলৈ বাধ্য হয়। বিশ্ব-সৌন্দৰ্ৰ মাজত সেয়ে নাৰীৰ ৰূপ কেতিয়াবা হৈ উঠে কাল স্বৰূপ— ধ্বংসমুখৰ! আৰু নাৰীয়ে সৃষ্টিক যেনেকৈ ৰক্ষা কৰি আহিছে— তেনেকৈ সৃষ্টিৰ প্ৰলয় ৰূপ টানিবলৈকেও নাৰীয়ে ৰূপ ল'ব পাৰে ভয়ংকৰীৰূপে। এইটো পৰম সত্য কথা যে শান্তিদানে, সেৱায়, মহত্ব নাৰী যেনে সকলোতকৈ অগ্ৰগণ্যা, তেনেকৈ অশান্তি দিবলৈয়ো নাৰীৰ তুলনা নাই। সেয়ে আজি বিচাৰ কৰি সকলোৱে ইখিনিই বুজা উচিত নাৰী বিশ্ব সৃষ্টিৰ এটি চলন্ত উৎস। এই উৎসক বাদ দি সৃষ্টি, তথা সমাজ, ধৰ্মলৈ কোনেও টিকি থাকিব নোৱাৰে। আৰু শেষ মীমাংসাত স্বীকাৰ কৰিব লাগিব যে সৃষ্টিৰ সৌন্দৰ্য নাৰীৰ মাজত জীয়াই আছে। গতিকে সেই শক্তি অৱহেলা কৰি সৃষ্টিক জীয়াই ৰাখিব নোৱাৰে।

*প্ৰথম বছৰৰ প্ৰথম সংখ্যাত প্ৰকাশিত (এপ্ৰিল,১৯৬৫)*

# ইসলাম ও মুসলিম মহিলা'ৰ ওপৰত 'জিজ্ঞাসা' প্ৰসংগত

এম ইলিম উদ্দিন দেৱান

'কোৰ-আন প্ৰচাৰ' পত্ৰিকাৰ ১৬শ বৰ্ষ ঃ ১২শ সংখ্যাত মহম্মদ আৰু তোৰাব চাহাবৰ 'জিজ্ঞাসা' নামৰ সমালোচনাটো পঢ়ি দুকলম লিখিবলৈ বাধ্য হ'লো। কাৰণ, ইছলামৰ নীতি-নিয়মলৈ যেন আজিকালি খেলা আৰম্ভ হৈছে। সৰু সৰু ল'ৰা-ছোৱালীয়ে খেলাৰ সময়ত কাজিয়া লাগিলে যেনেকৈ নিজৰ মা-বাবাৰ ধমকি দি দেমাগ দেখুায়, অসম-বংগৰ মুছলমানসকলৰ মাজতো ইছলামিক নীতি-নিয়মলৈ মজহাবী তেনে দেমাগ বা শ্ৰেষ্ঠত্বৰ জিগিৰ পেশ কৰা হৈ থাকে। ফলত আমি মুছলমানসকলেই ইছলামক ত্যাগ কৰি চলিছোঁ। পাঁড়াগাঁৱৰ মৌলবী-মোল্লাসকলে আৰু অহংভাৱী কিছুমান নামধাৰী আলেম সমাজে কোৰাণ-হাদীছৰ বাণী সদায় মুখত আওৰাইও ইছলামৰ বিধি-বিধানক অমান্য কৰি চলিছে। অথচ, অ-মুছলিম বিচক্ষণ পণ্ডিতসকলে ইছলামৰ প্ৰতিটো বিধি-বিধানৰ মাজত আধুনিক যুগোপযোগী বৈজ্ঞানিক সত্য-তত্ত্বৰ আলোক দেখিবলৈ পাইছে।

বৰ্তমান প্ৰবন্ধত আমি 'জিজ্ঞাসা'ৰ এটা সমালোচনা কৰি ঐছ্লামিক এটি সত্যৰ ওপৰত আলোকপাত কৰিবলৈ প্ৰয়াস পাম।

'কোৰ-আন প্ৰচাৰ'ৰ ১৬শ বৰ্ষ ঃ ১১শ সংখ্যাত জনাবা মাহমুদা খাতুনে 'ইসলাম ও মুসলিম মহিলা' নামৰ এটি প্ৰবন্ধত নাৰী স্বাধীনতাৰ বৰ্তমান স্বৰূপ বিশ্লেষণ কৰিছে। জনাবা খাতুনে 'নাৰী-স্বাধীনতাৰ নামে নাৰীদেৰ অসংযত উচ্ছৃংখল আচৰণ, পৰ পুৰুষদেৰ সহিত অবাধ মেলা-মেশা, হাঁহি-ঠাট্টা, ইয়াৰ্কী, কৰ মৰ্দন, গীত, বাদ্য, নৃত্য,প্ৰেমালাপ, ক্ৰীড়া-কৌতুক, অভিনয়, যথেচ্ছ বিচৰণ, বে-পৰোৱা, অহংকাৰপূৰ্ণ উদ্ধত ভাব, ধৰ্ম-সুনীতি সদাচাৰে অৰুচি, গুৰুজনে অভক্তি-অশ্ৰদ্ধা, পৰিবাৰ ও সমাজৰ প্ৰতি অৱহেলা, উলংগভাৱ, বেহায়াপানা, এই সব হইতেছে ইসলাম বিৰুদ্ধ দুৰ্নীতি ও অসভ্যতা' বুলি যেনে ৱজ্ৰদ্ গম্ভীৰ কণ্ঠে ঘোষণা কৰিছে, তেনেকৈ পুৰুষসকলে নাৰীসকলক 'তালাক দিয়া অপৰেৰ সহিত নেকাহ পড়াইয়া তাৰ দ্বাৰা সহবাস-সংগম কৰাইয়া তাহাৰ নিকট তালাক লইয়া আবাৰ নেকাহ কৰা; ইহাও ইসলাম বিৰুদ্ধ, মহা অনিষ্টকৰ, মহা অপৰাধ, মহাপাপ' বুলি প্ৰচাৰ কৰিছে।

তোৰাব চাহাবে খাতুন চাহাবাৰ এই মতক মানি ল'ব পৰা নাই। কাৰণ 'ইহা এমাম' আবু হানিফা (ৰহঃ) এৰ বিধান। ইহাৰউপৰ কোন মন্তব্য কৰা চালেনা'। সেয়ে তেওঁ

'জিজ্ঞাসা' কৰিছে— 'তালাক অতি জঘন্য, নিন্দনীয় ও ঘৃণা তাহাতে কোন সন্দেহ নাই। কিন্তু যখন মিলন সম্ভৱপৰ হয় না, বিবাহ অশান্তিকৰ হয়, ঝগড়া বাটিৰ সৃষ্টি কৰে তখন কি উপায় হইবে তাহা লেখিকাৰ নিকট হইতে জানিতে চাই'। জনাব তোৰাব চাহাবে মুৰ্গী যবেহৰ সময়ত জানাজাৰ নিয়ত কিয় কৰিলে তাক আমি বুজিব পৰা নাই! খাতুন চাহেবায়তো তালাকক ইছলাম বিৰুদ্ধ বুলি কোৱা নাই— কৈছে 'হিল্লা' (হালালা) দিয়াৰ আজিকালিৰ সেই জঘন্য ৰীতিকহে।

তেৰাব চাহাবক মই আগতেই জনাই থও যে মোৰ চৈধ্য পুৰুষ হানাফী মজহাবৰ দোহাই দি আহিছে। তথাপি মই 'ইহা এমাম আবু হানিফা (ৰহঃ) এৰ বিধান। ইহাৰ উপৰ কোন মন্তব্য কৰা চলেনা'— এই কথা স্বীকাৰ কৰি মানি ল'ব নোৱাৰো।

'ইছলাম' শব্দৰ অৰ্থই হ'ল শান্তি। জগতত শান্তি প্ৰতিষ্ঠা কৰিবলৈ আৰু তাক বজাই ৰাখিবলৈ যিবোৰ ৰীতি-নীতি, নিয়ম-কানুন আৰু আচাৰ-ব্যৱহাৰ পালন কৰা হয়— সেই ৰীতি ধৰ্মই হ'ল ইছলাম। ইছলামৰ এই শান্তিপ্ৰদ নিয়ম-কানুনবোৰ যেয়ে মানি চলে তেওঁৱেই মুছলিম। মুছলমানৰ ঘৰত জন্মিলেই বা মুছলমানী কৰি নাম ৰাখিলেই মুছলমান হোৱা নাযায়— মুছলমানৰ পৰিচয় কাম আৰু আৰু কাজত। যিসকল সৰ্বপ্ৰকাৰ শান্তিকামী আৰু নিজে শান্ত— কোৰাণ-হাদীছত তেওঁলোককেই মুছলমান বুলি কোৱা হৈছে। বিশ্বৰ শান্তিদূত হজৰত মহম্মদ (ছাঃ) যে মুছলমানসকলৰ কৰণীয় আৰু বৰণীয় সকলো প্ৰকাৰৰ খুটি-নাটি বিষয়কো খৰচি মাৰি কৈ গৈছে। কিন্তু আদাৰ বেপাৰীয়ে জাহাজ ভৰি পৰাত মহাজনৰ মাল পাৰতেই বৈ গৈছে।

কোৰাণৰ— 'অন্তৰৰ যদি সে তাহাকে তালাক প্ৰদান কৰে, তবে ইহাৰ পৰে অন্য স্বামীৰ সহিত বিবাহিতা না-হাওয়া পৰ্যন্ত সে তাহাৰ জন্য বৈধ হইবে না'— ছুৰা 'বকৰ' ঃ ২৩০ আয়াতটোক লৈয়ে মৌলবী-মোল্লাসকলে নাচি আছে। অথচ, তাৰ নিগূঢ়-তত্ত্ব আৰু ঐতিহাসিক বাতাবৰণৰ কথা মুঠেই ভাবি নাচায়।

ইছলাম প্ৰচাৰ আগতে জগতত নাৰী জাতিৰ স্বতন্ত্ৰ অস্তিত্ব বা অধিকাৰেই নাছিল; খৃষ্টানসকলে নাৰী-জাতিৰ আত্মাৰ অস্তিত্ব সম্বন্ধেই সন্দিহান আছিল; অৱশ্যে কিছুদিন আগতে তেওঁলোকেও স্বীকাৰ কৰিব লগা হৈছে যে পুৰুষৰ নিচিনা নাৰীৰো আত্মা আছে। নাৰীজাতি সম্বন্ধে তদানীন্তন পৌত্তলিক আৰু প্ৰকৃতি-পূজক সকলৰ বিশ্বাসও প্ৰায় খৃষ্টানসকলৰ অনুৰূপেই আছিল। স্বামীৰ মৃত্যু হ'লে তেওঁৰ লগত স্ত্ৰীক জীৱন্ত দগ্ধ বা সতী যোৱা প্ৰথায় তাৰেই ইংগিত দিয়ে।

নাৰী জাতিৰ এনে সংকটপূৰ্ণ অৱস্থাত কোৰাণ নাজেল হয়। নাৰী জাতিৰ দুৰ্দশা আৰু হীন অৱস্থা দেখি ইছলামেই সৰ্বপ্ৰথম নাৰী স্বাধীনতাৰ বাট মুকলি কৰি স্বতন্ত্ৰ অধিকাৰ দান কৰে। তেতিয়াৰ পৰা নাৰী কেৱল পুৰুষৰ ভোগ বিলাসৰ সামগ্ৰী নহে— পুৰুষৰ অৰ্ধাংগ ৰূপে স্বীকৃতি পায়। পুৰুষে নাৰীক কদৰ কৰিবলৈ আদেশ আৰু শিক্ষা

পায়। ফলত নাৰীৰ ওপৰত পুৰুষৰ অধিকাৰ আৰু ক্ষমতাৰ সাম্রাজ্য সীমিত আৰু সংকোচ হৈ পৰে— অবলা নাৰীয়ে সবল হ'বলৈ সুযোগ আৰু সুবিধা পায়। উপৰোক্ত আয়াতটোৰ মাজেৰে মহান আল্লাই নাৰীৰ ওপৰত পুৰুষৰ সীমিত অধিকাৰৰ কথাই ঘোষণা কৰিছে— আয়াতটো পুৰুষ জাতিক উদ্দেশ্য কৰি কোৱা হৈছে। ইয়াৰ মাজেৰে তেনে মনোভাবী পুৰুষক লজ্জা আৰু ঘৃণা দিয়া হৈছে— প্ৰকাৰান্তৰে তেনে কামৰ পৰা বিৰত থাকিবলৈ কোৱা হৈছে। কাৰণ, তালাক-প্ৰথাই ইছলামৰ নিকৃষ্টতম বিধান বুলি অভিহিত হৈছে আৰু 'তালাক বৈ। হ'লেও আল্লাহ্ পাকৰ ওচৰত ই অপ্রিয়' বুলি হজৰত মহম্মদ (ছাঃ)মে ঘোষণা কৰি গৈছে।

চোৰে ধৰ্মৰ কাহিনী নুশুনাৰ দৰে যদি কোনো পুৰুষে 'আল্লাৰ অপ্রিয়' কাম কৰিও তালাকী-স্ত্রীক পুনৰ প্রিয়াৰূপে আনিব বিচাৰে আৰু তালাক প্ৰাপ্তা স্ত্রীয়েও যদি সেই মনোভাবকেই পোষণ কৰে, তেনেহ'লে সিহঁতে এই লজ্জাজনক পাশৱিক বিধানটো পালন কৰিহে পুনৰ মিলিত হ'ব পাৰিব। কিন্তু ইছলামে এই জঘন্য ৰীতিটোক প্ৰশ্ৰয় দিয়া নাই। ইছলাম জগতৰ দ্বিতীয় খলিফা হজৰত ওমৰ ফাৰুখ (ৰঃ)এ তেনে ব্যক্তিক প্ৰস্তৰাঘাতেৰে নিহত কৰাৰ যোগ্য বুলি অভিমত দিছে আৰু হজৰত এব্‌নে আব্বাস (ৰঃ)এ সিহঁতক 'মালাউন' বুলি অভিহিত কৰিছে।

আমি প্ৰশ্ন কৰো— ইছলামৰ যত উৎকৃষ্ট ৰীতি-নীতি আছে, সেইবোৰ বিধিসম্মতভাৱে পালন কৰাবলৈ আমাৰ মূৰত বিষ নুঠে; অথচ এই নিকৃষ্ট বিধানটোক লৈ কিয়নো ইমান মাতা-মাতি? পুৰুষে শিক্ষা-দীক্ষাৰ মাত এৰি ভীক্ষাৰ ভাত খাবলৈ ধৰাতো আমাৰ চেতনা আহিছে নে? আনহাতে নাৰীহৰণ, তালাকীকৰণ আৰু নানা দুৰ্নীতিৰ অপৰাধত কাৰাবৰণৰ যোগ্য আজি কোন জাতে? সমাজত ব্যভিচাৰ, অনাচাৰ আৰু দুৰাচাৰৰ সীমা-সংখ্যা নাই— তাত কোৰাণ-হাদীছৰ অনুশাসন চলোৱাৰ কোনো সদ্‌ প্ৰচেষ্টা নাই। কেৱল অবলা নাৰীৰ ওপৰত কোৰাণ-হাদীছৰ নামলৈ চলোৱা অনুশাসন সকলৰ অনুচিত হোৱা নাই নে? বিবাহ আৰু তালাকৰ সময়ত কোৰাণ-হাদীছ মোতাবেক নাৰী স্বতন্ত্ৰতাৰ নিৰ্দেশসমূহ পালন কৰা হয় নে?

বিবাহৰ সময়ত নাৰীৰ নিজৰ ইচ্ছা আৰু পছন্দ মতে স্বামী নিৰ্বাচন কৰাৰ অধিকাৰ ইছলামে দিছে (লিখকৰ 'ধৃষ্টতাকাৰ?' দ্রষ্টব্য)। ইছলামে ইয়াকো স্পষ্ট কৰিছে যে প্ৰেমবিহীন পৰিণয় আত্মাহীন দেহৰ নিচিনা। কিন্তু আমাৰ আজিৰ সমাজে জানো ইয়াৰ স্বীকৃতি দিছে? দেহা দানৰ আগমুহূৰ্তত স্বামীৰ বাবে কিমানখিনি প্ৰেম-প্ৰণয় জগাব পাৰে?

তালাকৰ ক্ষেত্ৰতো নাৰীৰ বিশেষ অধিকাৰ আছে। স্বামীয়ে স্ত্রীক তালাক দিয়াৰ দৰে স্ত্রীয়েও স্বামীক তালাক দিব পাৰে। স্বামী-স্ত্রীৰ দাম্পত্য জীৱনত সুখ-শান্তিৰ বিপৰীতে, সহ্য আৰু ধৈৰ্য ধাৰণ কৰাৰ পিছতো যদি মনোমালিন্য, কাজিয়া-পেচাল, অশান্তি আৰু জীৱন-অনিষ্টৰ সম্ভাৱনা থাকে, তেতিয়াহে তালাকৰ প্ৰয়োজনীয়তা ইছলামে স্বীকাৰ

কৰিছে। তাতো উভয়ৰ সন্মতি থাকিব লাগিব। স্ত্ৰীৰ ইচ্ছাৰ বিৰুদ্ধে তালাক হ'ব নোৱাৰে। হাদীছ শ্বৰীফত আছে 'অপ্ৰিয়ভাৱে দাস মুক্তি আৰু স্ত্ৰীৰ বৰ্জন (তালাক) হ'ব নোৱাৰে।' স্ত্ৰীকো এইদৰে সাৱধান কৰি দিয়া হৈছে— 'দুঃখ, ক্লেশ বা অপৰিহাৰ্য বিপদৰ বাহিৰে যি নাৰীয়ে তালাক প্ৰাৰ্থনা কৰে, বেহেস্ত তাৰ কাৰণে হাৰাম (অবৈধ)'।

এই পৰিপ্ৰেক্ষিতে দেখা যায় যে বিবাহ আৰু তালাকৰ ক্ষেত্ৰত আল্লাহ-ৰছুলৰ বাণীক পুৰাভাৱে, ছহী অৰ্থত অনুসৰণ কৰিবলৈ যোৱা নাই। অথচ, ইমাম আবু হানিফাই অসহিষ্ণু, অধৈৰ্যশীল আৰু চঞ্চল মতিৰ মুছলমানৰ কাৰণে, সিহঁতে স্ত্ৰীৰ লগত সামান্য কিবা এটা হ'লেই 'তিনি তালাক বাইন' বুলি কয়, সেইবোৰৰ ওপৰত অলপ দয়াপৰৱশ হৈ অস্পষ্ট বিধানটোক স্পষ্ট কৰি দিয়াতেই কোৰাণ-হাদীছ অশুদ্ধ হ'ব নে?— কোৰাণ-হাদীছৰ পৰা কেৱল 'বিবি তালাকৰ ফতোৱা চাহ' কৰাসকলে ভাবিলে ভাবিব পাৰে; কিন্তু অইনে নেভাবে। এইদৰে প্ৰকৃত মুছলমানে তালাক দিয়া স্ত্ৰীক পুনৰ প্ৰিয়া ৰূপে অনাৰ কথা মুখত উচ্চাৰণো নকৰে। কাৰণ, সেইটো ইছলামৰ ঘৃণীত বিধান।

কাজেই খাতুন চাহেবাৰ অভিমত, তালাক দিয়া স্ত্ৰীক আনৰ ওচৰত 'হিল্লা' দি পুনৰ বিবাহ কৰা নীতি ইছলাম বিৰুদ্ধ বুলি কোৱাত, তোৱাব চাহাবৰ দৃষ্টিত সি জঘন্য বুলি প্ৰমাণিত নহ'ব পাৰে; কিন্তু ইছলামৰ দৃষ্টিত ই জঘন্যতম জঘন্য বুলি ভূৰি ভূৰি প্ৰমাণ আছে।

*প্ৰথম বছৰৰ প্ৰথম সংখ্যাত প্ৰকাশিত (এপ্ৰিল, ১৯৬৫)*

# ৰিক্তা

এম হবিবৰ ৰহমান

মাজেদাই দিনৰ দিনটো ইন্তাজ গাঁওবুঢ়াৰ ঘৰত বন কৰি সন্ধিয়া সাত বজাত ঘৰ পালেহি। তাঁং গোটেই দিনৰ পৰিশ্ৰমৰ মজুৰি হিচাপে ইন্তাজ গাঁওবুঢ়াৰ ঘৰৰ পৰা পালে এক সেৰ চাউল, এক ছটাক নিমখ, পাঁচটা মান কেঁচা মৰিচ, দুটা আলু, আৰু কেইটামান পিঁয়াজ। মাজেদাই ঘৰ পাই দেখিলে ছোৱালীবোৰে ভোকত কান্দি আছে আৰু পিয়াৰ আলীয়ে মাক আহি আছে বুলি কৈ সিহঁতক সান্ত্বনা দি আছে। তাই ততাতৈয়াকৈ চাউলকিটা ধুই চৰুত জুই জ্বলাই দিলে। আধা ঘণ্টাৰ ভিতৰত ভাত হ'ল আৰু মাজেদাই আলুৰ ছাটনি কৰি সিহঁতক খাবলৈ দিলে। ২০/২৫ মিনিটৰ মাজত সিহঁতে খাই উঠিল, মাজেদাই ধাৰি-পাটি পাৰি সিহঁতক শুবলৈ দিলে। ইয়াৰ পিছত মাজেদাই অলপ সময় জিৰণি লৈ ভাত এমুঠি খাই সৃষ্টিকৰ্তাৰ আৰাধনা কৰি শুলেগৈ। ল'ৰা-ছোৱালীবোৰে টোপনিত লাল-কাল দিছে। কিন্তু তাই বহু চেষ্টা কৰিও টোপনি যাব পৰা নাই। তাইৰ মনত ভাঁহি উঠিছে এটাৰ পিছত এটাকৈ অতীতৰ চিত্ৰবোৰ।

মাজেদাৰ পিতা ৰহিম চৰকাৰ আছিল এজন মধ্যবিত্ত অৱস্থাৰ মানুহ। তেওঁৰ দুজন ল'ৰা আৰু দুজনী ছোৱালী,— তাৰ ভিতৰত মাজেদাই কনিষ্ঠা। পিতা-মাতা আৰু ককাই-বাইহঁতে তাইক অতি মৰম কৰিছিল। ওচৰতশিক্ষানুষ্ঠান আৰু শিক্ষিত মানুহৰ নথকাত মাজেদাক লিখা-পঢ়া শিকাব নোৱাৰিলে আৰু তাৰ বাবে পিতাকৰ মনত দুখ। মাজেদাই লগৰীয়া ল'ৰা-ছোৱালীবিলাকৰ লগত খেলা-ধূলা কৰি দিনবোৰ কটাইছিল। পিতাকে তাইৰ খেলাৰ প্ৰতিটো সাজ-সঁজুলি কৰি দিছিল। তাই কোনোদিনা কোনো বস্তুৰ অভাৱ অনুভৱ কৰা নাছিল। মাজেদাৰ বয়স যেতিয়া ৯ বছৰ বেকী নদীৰ বানপানীয়ে ৰহিম চৰকাৰ আদি কৰি গাঁৱৰ গোটেই মানুহৰ পলসুৱা খেতি পথাৰ বালি চৰত পৰিণত কৰে। তাৰে দুবছৰ পাছত ৰহিম চৰকাৰৰ ঘৰ উটুৱাই নিয়ে বেকী নদীৰ গৰাখহনীয়াই। এতিয়া ৰহিম চৰকাৰৰ ভূ-সম্পত্তিৰ ভিতৰত বেকী নদীৰ পৰা আধা মাইল দূৰত থকা দুবিঘা মাটি। তাতে তিনিটা খেৰি ঘৰ কৰি থকা কৰিলে ৰহিম চৰকাৰে। ৰহিম চৰকাৰে ডাঙৰজনী ছোৱালীক আগতে বিয়া দিছিল আৰু ডাঙৰ ল'ৰাজনকো বিয়া কৰোৱাইছিল সুমাহ আগতে। মাজেদাই চৈধ্য বছৰত ভৰি দিলে, পিতাকে চিন্তাত পৰিল তাইক বিয়া দিয়াৰ কাৰণে। হাতত টকা-পইচা একো নাই তাতে আকৌ ধান কিনিহে খাব লাগে, এতিয়া তাইকনো বিয়া দিয়ে কেনেকৈ? এনেবোৰ চিন্তা কৰে বুঢ়া ৰহিম চৰকাৰে। আজি কেইমাহমান ধৰি তেওঁ ভাবিছে মাজেদাক বিয়া দিব একে গাঁৱৰে ৰমজান আলীৰ ওচৰত। সিদিনা ৰহিম

চৰকাৰে এই বিষয়ে গাঁৱৰ কেইজনমান মুখীয়াল মানুহৰ লগত পৰামৰ্শ কৰি এই সিদ্ধান্তত উপনীত হ'ল যে ৰমজান আলী যদিও মাউৰা যি দেখনীয়াৰ আৰু কৰ্মঠ। কৰ্মী মানুহ অভাৱত নপৰে। গতিকে তালৈকেই মাজেদাক বিয়া দিব। টকা-পইচাও সংগ্ৰহ কৰিলে— সৰুজন পুতেকক এবছৰৰ বাবে চাকৰিত দি পালে ৩০০ টকা আৰু ৫০ টকা ধাৰ কৰি বিয়াৰ সাজ-সৰঞ্জাম কৰিলে।

পুহ মাহৰ ২৫ তাৰিখ, দিনটো বৰ খৰ, ৰহিম চৰকাৰৰ ঘৰত ২৫/৩০জন মুনিহ তিৰোতাৰ উলহ-মালহ শুনা গ'ল। এইয়া ৩০০ টকা খৰচ কৰি আয়োজন কৰা মাজেদাৰ বিয়া উৎসৱৰ উলহ-মালহ। বৰযাত্ৰীসকলেও আহিছে। ৰহিম চৰকাৰে ওচৰ-চুবুৰীয়া আৰু আত্মীয় স্বজনৰ সহায়ত বৰযাত্ৰীসকলক সাদৰে অভ্যৰ্থনা কৰিলে। এঘণ্টাৰ ভিতৰত খোৱাৰ ধুম-ধাম শেষ হ'ল আৰু মুঞ্চী চাহাবে বিয়াৰ নিয়ম-কানুন বৰ্ণনা কৰি বিবাহ-বন্ধনত বান্ধিদিলে ৰমজান আৰু মাজেদাক। অলপ পিছতে বৰযাত্ৰীবিলাকে বৰ-কইনাক লৈ ঘৰমুৱা হ'ল। ৰমজান আৰু মাজেদাই অনুভৱ কৰিলে স্বৰ্গীয় সুখ। দুয়ো দুয়োৰে মাজত পাৰ্থক্য পাহৰি যোগ-সূত্ৰে আবদ্ধ হ'ল। নৱ-দম্পত্তিৰ দিনবোৰ যায় আনন্দৰ মাজেদি। ৰমজান আলীয়ে কৃষি অলপ অচৰপ কৰিছিল যদিও ব্যৱসায়তে তেওঁৰ হাত আছিল বেছি। সি যি উপাৰ্জন কৰে তাতে মহাসুখে দিন কটায়ে দুয়ো। বৈবাহিক জীৱনৰ ২ বছৰৰ মূৰত তেওঁলোকৰ মহব্বত বা ভাল পোৱাৰ ফুল হিচাপে জন্ম হ'ল এটি ল'ৰাৰ। পিতাকে তাৰ নাম ৰাখিলে পিয়াৰ আলী। পিয়াৰ মাকৰ চকুৰ মণি আৰু পিতাকৰ আশাৰ বন্তি আছিল। পিয়াৰ আলীৰ জন্মৰ ১৮ মাহ পিছত এজনী ছোৱালী জন্ম লাভ কৰে। তাইৰ নাম ৰখা হ'ল ভানু। এইদৰে বৈবাহিক জীৱনৰ ৯ বছৰৰ ভিতৰত মাজেদাৰ গৰ্ভত ৫টা সন্তান জন্ম গ্ৰহণ কৰে— পিয়াৰ আলীৰ বাহিৰে গোটেইকেইজনী ছোৱালী। পিয়াৰে এই বছৰ দ্বিতীয় শ্ৰেণীৰ পৰা তৃতীয় শ্ৰেণীলৈ প্ৰমোচন পালে আৰু ভানুই প্ৰথম শ্ৰেণীত পঢ়ে। পিতা-মাতাৰ ইচ্ছা ল'ৰা-ছোৱালীবোৰক উচ্চ শিক্ষা দি ডাঙৰ মানুহ কৰিব। ৰমজান আলীৰ উপাৰ্জন যদি ভাল তেওঁ ভৱিষ্যতৰ কাৰণে সাঁচা নাছিল একো— দৈনন্দিন ভোগ-বিলাসতেই উপাৰ্জন খৰচ কৰিছিল।

কাতি মাহৰ ১৩ তাৰিখ, ৰম্‌জানৰ জ্বৰ উঠিল। সেই দিন গ'ল পিছ দিনাও জ্বৰ এৰা নাই। মাজেদাই খলিলক মাতি আনি ডাক্তৰক মাতি পঠিয়ালে। সেই ঠাইৰ বিখ্যাত ডাঃ বীৰেণ চৌধুৰীক খলিলে মাতি আনিলে ৰম্‌জানৰ চিকিৎসাৰ বাবে। ডাঃ বীৰেণ চৌধুৰীয়ে ৰোগী চাই নিৰ্দেশ লিখি দি এটা ইনজেকছন দি টকা ৩৫টা লৈ গুচি গ'ল। ডাক্তৰে দিয়া নিৰ্দেশ মতে ৰম্‌জানক ঔষধ খুওৱা হ'ল, কিন্তু ঔষধে কোনো কাম কৰা নাই, ৰোগীৰ অৱস্থা বেয়াৰ ফালেহে। আজি সাত দিন ৰম্‌জানৰ জ্বৰ এৰা নাই। মাজেদাই আকৌ খলিলক পাচিলে ডাক্তৰক মাতিবলৈ। সেইদিনা ডাঃ বীৰেণে কম্পাউণ্ডাৰক পঠিয়াই দিয়ে। কম্পাউণ্ডাৰে ইন্‌জেকছন দি ঔষধ আদি দি গ'ল আৰু অলপতে ৰোগীয়ে আৰোগ্য

লাভ কৰিব বুলি কৈ গ'ল। কম্পাউণ্ডাৰৰ কথাত মাজেদাই আশ্বস্তবোধ কৰিছিল। কিন্তু ৰাতি বেছি হোৱাত লগে লগে ৰমজানৰ হাত-ভৰি চেঁচা হ'বলৈ ধৰে। ৰমজানৰ বাইদেউ দুদিন আগতে আহিছিল তেওঁক চাবলৈ। খোৱা বস্তুও অলপ লৈ আহিছিল ৰমজানৰ কাৰণে কিন্তু ৰমজানৰ আহাৰ বন্ধ হৈছিল তাই অহাৰ আগতেই। মাজেদা আৰু ৰমজানৰ বাইদেৱে গৰম কাপোৰ সেকি আৰু মিঠা তেল গৰম কৰি ৰমজানৰ হাত-ভৰিত দিব ধৰিলে। আধা ঘণ্টাৰ পিছত ৰমজানে শেষ নিশ্বাস ল'লে। প্ৰমাণ কৰিবলৈ অক্ষম যদিও এই কথা কৈ থোৱা ভাল যে ডাঃ বীৰেণ চৌধুৰী ৰমজানৰ মৃত্যুৰ বাবে বহু পৰিমাণে দায়ী। মাজেদাৰ মূৰত স্বৰ্গভাগি পৰিল। তাই ৰমজানৰ মৃত দেহ সাৱটি ধৰি চিএঞৰিব ধৰিলে। মেঘ মুক্ত আকাশখন কুৱলীয়ে ঢাকি পেলোৱা দি তাইৰ অন্তৰখনি ঢাকি পেলালে অজানিতভাৱে।

হাতত যি টকা-পইচা আছিল ৰমজানৰ চিকিৎসা লওঁতেই শেষ হৈছে। এতিয়ানো তাই ল'ৰা-ছোৱালীবোৰক লৈ খায় কি? ৫ মোন ধান আছিল তাৰে দুমাহ নিয়ায়। হালৰ বলদ দুটা আৰু গাইজনী বিক্ৰী কৰি কোনোমতে এবছৰ নিলে। এতিয়া উপায়? পিয়াৰে এই বছৰ নিম্ন প্ৰাথমিক স্কুলৰ শেষ পৰীক্ষাত উত্তীৰ্ণ হৈ টকা-পইচাৰ অভাৱত লিখা-পঢ়া এৰি দিয়ে। গাঁৱৰ কেইজনমান মানুহে ৰজমানৰ পৰা ৩০০ টকা ধাৰে নিছিল; কিন্তু সিহঁতে এতিয়া টকা নিয়া নাই বুলি কয়। মাজেদাই মহাবিপদত পৰিল। তাই ওচৰ-চুবুৰীয়াৰ ঘৰত বন কৰে আৰু যি পায় তাকেই ল'ৰা-ছোৱালীকলৈ খায়। কোনো দিন আধাপেটে আহাৰ খায়, কোনো দিন নেখাই থাকে এনেকৈয়ে যায় এই পৰিয়ালটোৰ দিনবোৰ। ওচৰ-চুবুৰীয়াৰ ধান মাহ চপোৱা সময়ত তাই কামো পায় বহুত আৰু খাবলৈও পায় পেটে ভৰাই ল'ৰা-ছোৱালীবোৰক লৈ। যেতিয়া ঠিকমতে কাম-বন আদি নাপায় তেতিয়া প্ৰায়ে নেখাই থাকিব লাগে। ল'ৰা-ছোৱালীবোৰে নিয়মমতে খাবলৈ নাপাই লেৰেলা হৈ পৰিছে। ওচৰ-চুবুৰীয়াই যে তাইক সহায় নকৰে এনে নহয়। তেওঁলোকে গাইক মাহ খুওৱায় গাইৰ মংগলৰ কাৰণে নহয়, গাখীৰৰ লোভত। মানুহে মানুহৰ দুখ-নুবুজে বুজে নিজৰ স্বাৰ্থক।

কিনো বুজিব সুখীজনে,
দিন কটায় যি আনন্দ মনে;
দুখী, কঙাল, অকিঞ্চনৰ কথা,
দিন-ৰাতি পায় কিমান ব্যথা?
জানিবৰো প্ৰয়াস নাই,
সহায় কৰে কৰ্ম চাই;
এইয়া জগতৰ নীতি,
নাহে ইয়াৰ পৰিণতি।

জগতৰ প্ৰতিজন মানুহ অইনজনৰ বন্ধু। আজি মাজেদাই ভাবিছে জগতৰ কোনেও যেন তাইৰ আপোন নহয়, যদি হ'লহেঁতেন তেন্তে তাইৰ সন্তানবিলাকক ভোকাতুৰ অৱস্থাত দেখি মানুহবোৰেনো মহা সুখত দিন কটায় কেনেকৈ? মানুহ মানুহৰ শত্ৰুহে, তাই কয়। কিয়নো তাইক মানুহে সহায় নকৰে কিন্তু তিতা কথা কোৱাত কোনেও পিছ নোহোঁকে। ওচৰ চুবুৰীয়াই হেনো কয় 'সেই নোদোকা পিয়াৰ আলীয়েইতো কাম কৰিলে সংসাৰখন সুন্দৰকৈ চলাব পাৰে। তাকে নকৰি সিহঁতে বহি বহি খাব আৰু ৰাইজে সিহঁতক আৰ্জ্জি খুৱাব। পাৰিলে আৰ্জ্জি খাওক নহ'লে শুকাই মৰক ৰাইজৰ নো তাত কি? তাই আকৌ ভাবে তাইক নিৰ্দেশ কৰি ৰজমানে মৃত্যুৰ আগত কৈ যোৱা কথা কেইষাৰ— 'তুমি পিয়াৰ আৰু ছোৱালীকেইটিলৈ লক্ষ্য ৰাখিবা। তুমি আৰু কালৈকে বিয়াত নোসোমাবা।' তাইৰ চকুজুৰিয়েদি চকুলো ববলৈ ধৰে। ওচৰৰ ৰেছমফাৰ্মৰ বেলত কোব পৰিল— ৰাতি তিনিটা বাজিছে। মাজেদাৰ সৰু ছোৱালীজনী টোপনিৰ পৰা কান্দি উঠিল। মাজেদাৰ ধ্যান ভাগিল। তাই ছোৱালীজনীক বুকুৰ মাজত গুজি ল'লে।

*প্ৰথম বছৰৰ প্ৰথম সংখ্যাত প্ৰকাশিত (এপ্ৰিল, ১৯৬৫)*

# আমি লাচিতৰ দেশৰ ল'ৰা

দেৱান মোকাৰ্ৰম হুচেইন

আমি লাচিতৰ দেশৰ ল'ৰা
আছে আমাৰ বাহুত যোৰ
আমি মুক্তি কামী ল'ৰা
দেশ-শত্ৰুক কৰিম দূৰ।
আমি পৰিও নহম পৰা
শক্তি আছে দুবাহুত ভৰা
দেশৰ হকে যুঁজিম পৰা।
হ'ব পাৰো দুখীয়া আমি
নেথাকিব পাৰে সম্ভ্ৰ দেহে
ভয় দেখালেই থাকিম দমি
আমি যে কাপুৰুষ নহয়হে।
হয়নে যে অসমী, বীৰৰ জাত
সামান্য শৰাই ঘাটিত হৈছিল
অলেখ-লেখ মোগল নিপাত।
খেদিবই লাগিব চীনা শত্ৰুক
মিলি সকলো ডেকা-বুঢ়া-ল'ৰা
উলিয়াবই লাগিব বৰ্বৰ শত্ৰুক
ভাৰতৰ প্ৰতিকণা মাটিৰ পৰা।

প্ৰথম বছৰৰ প্ৰথম সংখ্যাত প্ৰকাশিত (এপ্ৰিল, ১৯৬৫)

# দৃষ্টিপাত

ফণী দাস

— আক নবজাবা বীণা তুমি
অৰ্ধ নগ্ন নতুন ৰাগেৰে।
ই এক কৃত্রিম ৰাগ,
ভেজাল ছাবনি।
ৰকেট কেতিয়াবা চন্দ্র হয় জানো ?
কৈলাস শিখৰত নাথাকে
বৈজ্ঞানিক,— কিম্বা যন্ত্রপাতি;
আবিষ্কাৰৰ মহান দৃষ্টিৰে
কালজয়ী মহৎ অভিযানৰ।
ৰোমাণ্টিক দৃষ্টিভংগী লৈ
নাগাবা গীত, নক'বা কথা
নাভাবিবা গাগাৰিণ, টেনজিংগৰ কথা।
মাটিৰ মানুহ আমি,
স্বৰ্গ-মৰ্ত আমাৰ নহয়
সি এক অন্য মনুষ্যৰ।
পাতাল—
মনত পেলোৱা সীতাৰ পাতাল-যাত্রা কাহিনী
যদিও করুণ এই
মৰ্মভেদী আহে হমুনিয়াহ
আছে ইয়াত দিগন্তজয়ী উহ্য ৰহস্য।
— সেয়েহে কৈছো প্রিয়া,
মৌ-গুটিৰ দৰে, তিলোত্তমাৰ দৰে
তিল্ তিলকৈ প্রদান কৰা
বাস্তৱমুখী পাতাল অভিযান।
তেতিয়া— তেতিয়া তুমি বগাব পাৰিবা

অনেক পর্বত,— বহুত পাহাৰ।
আমেৰিকা, ৰাছিয়া, জাপান, টোকিঅ'
আৰু কিবা কিবি বহুতো,—
তোমাৰ নিজা ঘৰ হ'ব।
বহু কথা ক'লো
বহু গীত গালো— তোমাৰ কাৰণে
এয়া নতুন পৃথিবীৰ।
সেইবাবে এৰা তুমি
পুৰণি বীণা, পুৰণি ৰাগ, পুৰণি দৃষ্টি
কল্পনাবিলাসীৰ ছাৱনিবে
নাচাবা মোক সমুলি।
সেই প্ৰেম লাগে মোক—
মন আৰু দেহৰ মিলনে
তেজ আৰু চকুৰ আহ্বানত
যি প্ৰেমে সৃষ্টি কৰে এক নতুন
জোৱাৰ ভাটা।
সেই প্ৰেম—
মোহনা মুখতো যেন নহয় দুৰ্বল
এৰা, সকীয়াই দিছো
তোমাৰ আত্মাৰ দাপোণ বুকুত বান্ধি লোৱা
তেহে সতৃষ্ণ নয়নে চাই থাকিম মই
এই দুৰণিৰ পৰা
এই ইউনিভাৰচিটিৰ পৰা।

*প্ৰথম বছৰৰ প্ৰথম সংখ্যাত প্ৰকাশিত (এপ্ৰিল, ১৯৬৫)*

# গান গাওঁ নতুন সৃষ্টিৰ

—আবু ছায়েদ

শিল্পী মই
গান গাওঁ
নতুন সৃষ্টিৰ।
জীৱনৰ বেদনাৰে
সুৰৰ ঝংকাৰ তুলি
গান গাওঁ মই
পৃথিৱীৰ আকাশ-বতাহ কঁপাই।
অনাগত ভৱিষ্যতৰ সপোন ৰচো।
ছন্দৰ তুলিকাৰে।
মৌন হিয়াৰ অফুট কলি
মুখৰিত হ'ল মোৰ গান শুনি....
যোগালে প্ৰেৰণা—
মৰতত স্বৰগ ৰচাৰ।
কিন্তু সমাজৰ আদিম দৈত্যই
ৰুদ্ধ কৰি দিব খোজে
কণ্ঠ মোৰ।
তথাপি মইয়ে গাবই লাগিব
এন্ধাৰৰ ৰন্ধ্ৰে ৰন্ধ্ৰে
পোহৰৰ কথা ছটিয়াই....
সেয়ে,
দুৰ্বাৰ মোৰ গতি,
মোৰ গানৰ গতি অবিৰাম
চলিয়ে থাকে—
ইথাৰৰ বুকুত তুলি সুৰৰ লহৰী।

*প্ৰথম বছৰৰ প্ৰথম সংখ্যাত প্ৰকাশিত (এপ্ৰিল, ১৯৬৫)*

# অসম্পূৰ্ণ

আঞ্জুম আনোৱাৰা বেগম

(১)

ভিতৰ ঘৰৰ ওৱাল ক্লকে টিং টিং কৈ চাৰিটাৰ কোব মৰাৰ লগে লগে গজেনে চকু দুটা মোহাৰি 'চুইছ'টো টিপি লাইটটো জ্বলাই ল'লে আৰু টেবুলত থকা পানী গিলাছেৰে চকু-মুখ ধুই কিতাপ পঢ়াত লাগি গ'ল।

গাঁওলীয়া ল'ৰা সি। বিধবা মাকৰ মৰম-স্নেহৰ মাজেৰে ডাঙৰ দীঘল হৈ কোনোমতে গাঁৱৰ হাইস্কুলতেই পঢ়ি প্ৰৱেশিকা পৰীক্ষাটো পাছ কৰিছিল। আপোন বুলিবলৈ বিধবা মাক, এজনী ডাঙৰ আৰু এজনী সৰু ভনীয়েকত বাদে সংসাৰত আৰু কোনো নাছিল। স্কুলীয়া জীৱনত মাকে খুজি-মাগি, বায়েকে-ভনীয়েকে কাপোৰ-কানি বুই দুবেলা দুমুঠি মিলাইছিল আৰু হাইস্কুলৰ আধা মাচুলৰ যোগান ধৰিছিল। বৰ্তমান মগনীয়া চোতালত থিয় হ'লে দুৱাৰ জপোৱা যুগত মাকে ব্ৰজেনক উচ্চ শিক্ষা দিয়াৰ কল্পনা কৰিব পৰা নাছিল। কেনেকৈ জীয়েকহঁতক লোকলৈ উলিয়াই দি বাচি থাকিব পাৰে তাৰেহে চিন্তা কৰিছিল।

কলেজত পঢ়িবলৈ গজেনৰ অতি হেঁপাহ; কিন্তু উপায় নেদেখি সি বৰ চিন্তিত হৈছিল। গৌহাটীৰ নিচিনা টাউন এখনত থাকি কলেজৰ শিক্ষা লাভ কৰা তাৰ বাবে অলিক কল্পনা! তাৰ উচ্চ শিক্ষা লাভত মাকৰ অন্তৰ ভৰা আশীৰ্বাদ, ভনীয়েকহঁতৰ মৰম, স্নেহতবাদে সম্বল একো নাছিল। ইয়াকে সাৰোগত কৰি সি আগবাঢ়িল গৌহাটীৰ পিনে— সুবিধাৰ অনুসন্ধানত।

বৰ্তমান যুগ খাতিৰৰ যুগ, ধনীৰ যুগ— নিঃকিনৰ যুগ নহয়। গজেনে এপাচি আশা বুকুত বান্ধি দহ মাইল খোজ কাঢ়ি চেঁচামুখৰ পৰা এদিন যাত্ৰা কৰিলে গৌহাটীলৈ— চাকৰি বিচাৰি; কিন্তু তাৰ 'ৰাম কাহিনী' শুনিবলৈ কোনো সাজু নাছিল। সি ('ফুটবল মেটচৰ') বলৰ নিচিনা অফিচে অফিচে ঘূৰি ফুৰিবলৈ ধৰিলে; নানাজনৰ নানা কথা শুনি কাণ কলা কৰিলে, তথাপি সি ধৈৰ্য্য নেহেৰুৱালে। মনতে ভাবিলে— লোকৰ গালি-মাত নেখালে একো শিকিব নোৱাৰি। কথাতে কয় 'ঘূৰোতে ঘূৰোতে টাকুৰি আৰু ফুৰোতে ফুৰোতে চাকৰি।' অৱশেষত প্ৰাইমাৰী স্কুলৰ ট্ৰেইনিং ভেকেন্সিত দহ মাহৰ কাৰণে কাম কৰাৰ সুবিধা সি পালে কিন্তু বিনিময়ত দিব লাগিব তাৰ গাৰ নতুন এণ্ডি কাপোৰখন যিখন মাকে নথ ক্ষয় কৰি তাৰ কাৰণে বই উলিয়াইছিল।

চাকৰিত ভৰ্তি হৈ গজেনে প্ৰায় এমাহ কঠোৰ পৰিশ্ৰম কৰি খোজ কাঢ়ি স্কুল কৰিলে। ইয়াৰ ভিতৰতে ভুঁই-মাটি দুই বিঘা বন্ধকি দি নগদ ২০০ টা হাতত লৈ নাইট কলেজতো এডমিছন ল'লে কিন্তু থকা-খোৱাৰ অসুবিধাত এদিনো ক্লাছ কৰিব পৰা নাই। ৬৫ টকা বেতনেৰে গৌহাটী চহৰত খাই বৈ ঘৰভাৰা দি কলজেত পঢ়া অসম্ভব! তাৰোপৰি ঘৰ এখনো আছে। গতিকে সি কোনো সদাশয় ভদ্ৰলোকৰ ঘৰুৱা শিক্ষক হৈ থাকি কোনোমতে দুটি বছৰ কটাই দিবলৈ মনস্থ কৰিলে। লগৰ শিক্ষককেইজনেও তেনেকুৱা সুবিধা বিচাৰি উলিয়াই বেচেৰাৰ দুখ-মোচন কৰিবলৈ যথাসাধ্য চেষ্টা কৰিলে।

(২)

গোলক বৰুৱা উজনি নগাঁৱৰ মানুহ। গৌহাটীৰ ভৰলুমুখত মাটি কিনি ঘৰ-দুৱাৰ সাজি থকাৰ এটি স্থায়ী সংস্থান কৰি লৈছে। কেবাটিও ল'ৰা-ছোৱালী তেওঁৰ। পঢ়া-শুনাত তত্বাৱধান ল'বলৈ তেওঁৰ মুঠেই সময় নাই, অফিচৰ কামতেই আজৰি নাই। মাকজনীও 'ক'ত কাণ দিব নেজানে। আনফালে 'চিউছন' দিবলৈ হ'লেও ২/৩জন শিক্ষকৰ আৱশ্যক হয়। সেয়ে এজন উপযুক্ত ল'ৰা ঘৰতেই শিক্ষক হিচাপে ৰাখি দিবলৈ ভিতৰে ভিতৰে বিচাৰ কৰি আছিল।

দীপক তেওঁৰ তৃতীয় ল'ৰা। প্ৰাইমাৰী স্কুলৰ ৩য় মান শ্ৰেণীত পঢ়ে। এইবাৰ সি বৃত্তি পৰীক্ষা দিব। সেই কাৰণে হেড্ পণ্ডিতে পিতাক বৰুৱাক, টিউছনৰ ব্যৱস্থা কৰিবলৈ ক'লে; টিউছন সম্পৰ্কে বৰুৱাৰ মতামত বুজি পাই হেড পণ্ডিতে গজেনৰ বিষয় উলিয়ালে। গজেনে সেই স্কুলৰ ৩য় শিক্ষকৰ ছুটীত কাম কৰে। মেট্ৰিক পাছ ল'ৰা, শিকোৱাৰ ধৰণ বেয়া নহয়। দেখাত ল'ৰাজনৰ বৰ অমায়িক। এইদৰে হেড্পণ্ডিতে গজেনৰ এখন ভাল চাৰ্টিফিকেট বৰুৱাৰ আগত দাঙি ধৰিলে। তেওঁৰেই যত্নত গজেনে গোলক বৰুৱাৰ ঘৰুৱা শিক্ষক হিচাপে থাকি চাকৰি কৰা আৰু কলেজত পঢ়া সুবিধাখিনি লাভ কৰিলে।

কমল, ৰমেন হাইস্কুলৰ ৭ম মান আৰু ৪ৰ্থ মানৰ ছাত্ৰ। পুৱা গজেনে ৫টাৰ পৰা ৭টালৈ ইহঁতক শিকায়। তাৰ পিছত চাহখিনি খাই চাকৰি কৰেগৈ নিজৰ স্কুলত। সেই স্কুলতে দীপক, বুলু আৰু বাপ্‌কণ পঢ়ে। ছুটীৰ পিছত ঘৰলৈ আহি ৪টা বজালৈ ইহঁতক পঢ়ুৱায়। তাৰ পিছতনিজে ছাত্ৰৰূপে নাইট্ কলেজলৈ গৈ অধ্যয়নত লাগে। এই কাৰ্যসূচীৰেই আৰম্ভ হ'ল গজেনৰ টাউনীয়া জীৱন। ইয়াৰ উপৰি সপ্তাহত এদিন ঘৰলৈ আহি খা-খবৰ লৈ যোৱাটোও তাৰ কাৰ্যসূচীৰ ভিতৰত আছিল। এই কৰ্ম তালিকাৰ মাজেৰেই গজেনৰ অজানিতে গুচি যায়— এটি বছৰ। নতুন নিযুক্তি-পত্ৰ লাভ কৰে অইন এটা স্কুলৰ।

সময় পাখি লগা কাঁড়ৰ নিচিনা। কৰ্মৰত মানৱে কৰ্মৰ জৰিয়তে সময় বান্ধে। গজেনেও কৰ্মৰ মাজত থাকি ক'ব নোৱাৰে দিন, মাহবোৰ যে কেনেকৈ গৈ আছে। নিষ্কৰ্মাৰ দিন নেযায় ৰাতি নুপুয়ায়। কিন্তু গজেনৰ ক্ষেত্ৰত আজি বিপৰীত। যিমানেই দিন, মাহবোৰ বছৰৰ কোলাত লয় পাবলৈ ধৰিলে সিমানেই বৰুৱা পৰিয়ালৰ লগত গজেনৰ আত্মীয়তা

বাঢ়ি যাবলৈ ধৰিলে। বৰুবাই গজেনক নিজ ল'ৰা যেন জ্ঞান কৰে। গজেনহঁতৰ গাঁৱৰ মানুহ লগ পালে, গজেনৰ বিষয় নানা কথা সোধে, আনকি বিয়া-বাৰু পতা-নপতা কথাও সুধিবলৈ বাকী নেৰাখে। মানুহবিলাকে গৈ এই কথাবোৰ গজেনৰ মাকৰ আগত দাঙি ধৰে, ঠাট্টা কৰিব পৰাবোৰে নানান ঠাট্টা কৰে। মাকেও এই কথাবোৰ শুনি বৰ আনন্দ পায়, পুতেকৰ দীৰ্ঘায়ু কামনা কৰে। পুতেকৰ বিয়া চাবলৈ মাক মাত্ৰেই ইচ্ছা কৰে। গতিকে গজেনৰ মাকেও বাঞ্ছা কৰা স্বাভাৱিক। পুতেক ঘৰলৈ আহিলে ভাত খাবলৈ দি ওচৰতেই বহি বহু কথা সোধে। বায়েক-ভনীয়েকে বৰুবাৰ ল'ৰা-ছোৱালীৰ লগত লৈ আহিবলৈ কয়। মাকৰ আগ্ৰহ আৰু ভনীয়েকহঁতৰ মৰমৰ অৰ্থ সি ভালদৰে উপলব্ধি কৰে। কিন্তু ঘৰৰ তলত বহি স্বৰ্গৰ তৰা লেখিব পৰা ভঙা পঁজাটো দেখুৱাবলৈ তাৰ মুঠেই ইচ্ছা নাই। ইফালে বুলু-বাপ্‌কণহঁতে লগত আহিবলৈ ওলালে— 'আমাৰ ঘৰ বহুত দূৰত, খোজকাঢ়ি যাব লাগে, তহঁত সৰু ল'ৰা যাব নোৱাৰ, ডাঙৰ হ'লে যাবি' আদি কথাৰে সান্ত্বনা দিয়ে; সিহঁতেও— 'ডাঙৰ হ'লে আমাক নিব লাগিব' বুলি কৈ মনে মনে থাকে।

(৩)

মঞ্জু বৰুবাৰ দ্বিতীয় সন্তান, ছোৱালীৰ ভিতৰত প্ৰথমজনী। হাইস্কুলৰ ষষ্ঠ শ্ৰেণীত পঢ়ে। বৰ বেছি বুধিয়ক নহ'লেও পৰীক্ষাৰ দেওনা পাৰ হ'বৰ জোখে বুদ্ধি বৃত্তি থকা যেন লাগে। দেখাত ৰম্ভা, তিলোত্তমা নহ'লেও বেয়া নহয়। ধীৰ, স্থিৰ; ছেলচেলিয়া বিধৰ ছোৱালী নহয়। এতিয়া অপৰিচিত ডেকা ল'ৰা এজন নিজৰ ঘৰতেই থকা দেখি আৰু বেছি গম্ভীৰ হৈ পৰিছে। তাতে আকৌ লাজটো নাকৰ আগতেই। মুখ তুলি কথা নকয়। মায়েকৰ লগত ইখন-সিখন ঘৰুৱা কাম কৰোতেই ব্যস্ত। কিতাপ খুব কম সময়হে পঢ়িবলৈ পায়। তাৰ মাজেৰেই আগবাঢ়ি আছে তাইৰ স্কুলীয়া জীৱন।

এদিন পুৱা গজেনে কমলহঁতক শিকাই আছে। এনেতে বৰুবাই এটা বহী গজেনৰ আগত ৰাখি ক'লে— 'আমি গণিতৰ বহু নিয়ম ভুলিয়েই গৈছো, 'অনভ্যাসে হতবিদ্যা'। বাৰু তুমি এই অংকটো ডাঙৰ মাইক কৰি দিবা।' এই বুলি কৈ বৰুৱা নিজ কমত বহিলগৈ। গজেনে গণিতটো ভালদৰে কৰি ৰমেনৰ হাতত দি পঠাই দিলে। সেই দিনাৰ পৰা মঞ্জুৰ নোৱৰা অংশৰ দায়িত্বও গজেন ছাৰৰ ওপৰতেই পৰিল। মঞ্জুই আজি গণিতটো, কালি ব্যাখ্যাটো ৰমেনৰ জৰিয়তেই মাষ্টৰৰ হতুৱাই কৰি নিয়ে; কিন্তু নিজে এদিনো মাষ্টৰৰ আগলৈ আহি 'কৰি দিয়ক' বুলি কোৱা নাই। এইদৰেই গজেনৰ এটি বছৰ উকলি গৈ দ্বিতীয় বছৰৰ পাতনি মেলে— গোলক বৰুবাৰ ঘৰতেই। নতুন বছৰৰ বৰঙণি হিচাপে তাৰ মনলৈ আহে আই এ পাছৰ পৰিকল্পনা আৰু কিবা কিবি....। নোপোৱাৰ বেদনা বৰ মধুৰ। আঁৰৰ পৰাই মঞ্জুই তাইৰ প্ৰেম লতা ৰোপণ কৰিলে গজেনৰ অন্তৰস্থলীত আৰু পৰস্পৰৰ আদান- প্ৰদানে সাৰ-পানী যোগাই লতা জুপি সজীৱ কৰি ৰাখিলে। আনফালে

মঞ্জুৰো তদ্ৰূপ অৱস্থা। গজেনে মঞ্জুৰ পৰা কিবা কাম পাবলৈ সদায় বাট চাই থাকে আৰু মঞ্জুৱেও গজেনক কিবা কাম দিবলৈ চেলু বিচাৰি থাকে। প্ৰেমৰ গভীৰতা কাৰ কিমান সেইটোৰ জোখ মাপ কৰিবৰ সুবিধা সিহঁতে পোৱা নাই। মঞ্জুই আঁৰৰ পৰা গজেনৰ কথাবোৰ বৰ মনোযোগেৰে শুনে আৰু বহু কথাকেই ভাবে। ইপিনে গজেনেও পূৰ্ণ যৌৱনা মঞ্জুজনীলৈ এবাৰ চাবৰ কাৰণে সুবিধাৰ অপেক্ষাত ৰৈ থাকে— স্কুলৰ খিৰিকী মুখত। ছাত্ৰী বেশত স্কুলমুখী মঞ্জুজনীক দেখি সি পাহৰি যায় তাৰ কৰ্তব্য, ভুলি যায় সি যে ছাত্ৰ, শিক্ষকৰ মাজত। তাৰ মনত নানা কথাই লুকা-ভাকু খেল খেলিবলৈ ধৰে। এইদৰেই আগবাঢ়ে তাৰ দ্বিতীয় বছৰটো পূৰ্ণ পৰ্যায়েৰে।

গধূলি সদায় সি ফাঁচী বজাৰ আৰু পাণবজাৰৰ মাজেৰে কলেজলৈ যায়। ফুটপাথত ভিৰ ঠেলি সি আগবাঢ়ে তাৰ গন্তব্য পথত। বহু মানুহ সি লগ পায় দেখে; পুৰুষে 'প্ৰকৃতি'ৰ পিছে পিছে বোজা কঢ়িয়াই লৈ যোৱা সি সদায় লক্ষ্য কৰি থাকে; কিন্তু কোনো দিনেই কোনো কথা তাৰ মনলৈ অহা নাছিল। সেইদিনা দহটকীয়া নোটখন জেপত ভৰাই সি আগবাঢ়ি গৈ আছে বজাৰৰ পিনে, এনেতে এজন ডেকাৰ অৱস্থা দেখি সি ভাবিলে— এইবিলাকৰ দৰে সি তাৰ মঞ্জুক বজৰুৱা ভদ্ৰ মহিলা নকৰে আৰু সিও 'কান্‌ছাৰ' দৰে বোজা বৈ ঘূৰি নুফুৰে। সি নিজে আজিৰ দৰে বস্তু কিনি দি সজাই তাইৰ মনোবাঞ্ছাপূৰ্ণ কৰিব আৰু লগতে চাই নয়ন সাৰ্থক কৰিব।

যিমানেই দিন গৈছে সিমানেই দুয়ো দুয়োৰে প্ৰতি আকৃষ্ট হৈ পৰিছে। লজ্জা সুঁতিৰ দুয়ো পাৰে থিয় হৈ মিলনৰ অপেক্ষাত ৰৈ আছে দুয়ো। মুখ খুলি এজনেও ক'ব পৰা নাই নাই, সাহসে নুকুলায়; দেই পুৰি মৰিছে তথাপি মুখ খোলা নেযায়।

(৪)

গজেনৰ বুঢ়ীমাক গাঁৱলীয়া তিৰোতা। টাউন কোনো দিনে দেখা নাই। গাঁৱৰ মানুহ, চহৰীয়া হাল-সাকিন কি বুজিব। পুতেকলৈ টাউনীয়া ধনী, মানী ঘৰৰ ছোৱালী আনিব, এই ভাৱতেই নিজে আপোন পাহৰা। নাম-সভাইত গাঁৱৰ লগৰ বুঢ়ীবিলাকৰ লগত এইটোৱেই কোৱা মেলা। পাৰিলে যেন আজিয়েই বোৱাৰীয়েকক লৈ আহি ভঙা পজাত চাকি জ্বলাব। লোকৰ আগত কৈ বুঢ়ী পায় শান্তি। কিন্তু মানুহে পাঙে, ঈশ্বৰে ভাঙে। গজেনহঁতৰ গাঁৱৰ এজনী ছোৱালী বিয়া দিছিল বৰুৱাৰ ঘৰৰ ওচৰতেই। এদিন ঘৰলৈ আহোতে গজেনৰ মাকে তাইক লগ ধৰি গোলক বৰুৱাৰ ঘৰ সম্পৰ্কে বহু কথা সুধিলে, ছোৱালীজনী কেনে, ভাল হ'বনে নহ'ব আদি কথাবোৰ গম ল'লে। লগতে গজেনলৈ বিয়া দিব বুলিও ক'লে আৰু বুঢ়ীয়েও যে বৰ আশা কৰি আছে তাকো প্ৰকাশ কৰিলে। পৰীক্ষাৰ পিছত বিয়া হ'ব বুলি কৈ বুঢ়ীয়ে বংমনে ঘৰমুৱা হ'ল।

কথা বুলিলে বতাহ। লাহে লাহে এই কথাবোৰ বৰুৱাৰ ঘৈণীয়েকৰ কাণত পৰিল। লিখা-পঢ়া নেজানিলেও ধনী মানুহৰ ছোৱালী তেওঁ। অভিজাত্যৰ অভিমান তেওঁৰ

গাত থকা একো আচৰিত কথা নহয়। ভাল-বেয়া বিবেচনা কৰিব পৰা শক্তি তেওঁৰ আছে কিন্তু সৎ ব্যৱহাৰ নেজানে। সেয়ে বহু সময়ত ভুল কৰা দেখা যায়। অৱশেষত এদিন সেই তিৰোতাজনীৰ মুখত গজেনৰ মাকৰ অন্তৰৰ কথাবোৰ শুনিবলৈ পালে। মঞ্জুই কথাবোৰ শুনি ভাল পাইছিল যদিও মাক বৰুবানীয়ে মুঠেই সহ্য কৰিব পৰা নাছিল। অচিৰে বাওনা হৈ তৰালৈ হাত মেলাৰ অৱসান ঘটাবলৈ দৃঢ় সংকল্প ল'লে।

(৫)

গজেনৰ জীৱনৰ পৰা পৰীক্ষা— আই এ ফাইনেল পৰীক্ষা। পৰীক্ষাৰ ভয়ত চকুত টোপনি নাই, পেটত ভোক নাই তাৰ। কেৱল এই পানীৰ সিপাৰ পাবলৈহে তাৰ উঠি-পৰি চেষ্টা। তাৰ ভৱিষ্যৎ নিৰ্ভৰ কৰিছে এই পৰীক্ষা ওপৰতেই। দুবছৰৰ পৰিশ্ৰম, এবছৰৰ কল্পনাৰ সাৰ্থকতা এই পৰীক্ষাৰ সু-ফলৰ ওপৰতেই। সি ভাবিছিল, আই এ পাছ্ কৰাৰ পিছত মঞ্জুক সাৱথি কৰি জীৱন-দিঙা মেলি দিব সংসাৰ সমুদ্ৰত পাৰ বিচাৰি। গঢ়ি তুলিব এটি সুখৰ জীৱন। মেট্ৰিক পাছ্ কৰাৰ পিছত মঞ্জু হ'ব এগৰাকী শিক্ষয়িত্ৰী আৰু সি পাছ্ কৰিব বি এ কিন্তু নিয়তিৰ কাল চক্ৰৰ গতি ৰোধাৰ কথা সি কোনো দিনেই ভবা নাছিল।

সি বৰ মনোযোগেৰে কিতাপ চাই আছিল। প্ৰায় সাতমান বজাত বৰুবানী লাহে লাহে আগফালৰ বাৰাণ্ডালৈ ওলাই আহিল। সিদিনা বৰুৱা ঘৰত নাছিল। অফিচৰ কামত মফচল ফুৰিবলৈ গৈছিল। বৰুবানীয়ে ইফালেদি গজেন থকা কোঠাটোলৈ চাই পঠিয়ালে। তেতিয়াও লাইট জ্বলিয়েই আছে। বৰুবানীয়ে অলপ আগবাঢ়ি গৈ গজেনক ক'লে— 'কি হে! কিতাপ পঢ়িছ নে কিবা ভাবিছ? লাইট দেখো জ্বলি আছে। এনে হ'লে এছ ডি চিৰ জোঁৱায়েক কেনেকৈ হ'বা। পৰীক্ষাৰ পিছত অইন ব্যৱস্থা কৰি ল'বা'— বুলি কৈ বৰুবানী ভিতৰলৈ সোমাই গ'ল। গজেনৰ মূৰত সৰগ ভাঙি পৰিল, জ্বৰ ঘামে ঘমালে তাক, হাতৰ কিতাপ বিছনাত সৰি পৰিল। সি গাৰুত মূৰ থৈ আকাশ পাতাল ভাবিবলৈ ধৰিলে। আন পিনে মঞ্জুই চাহ দিবলৈ ট্ৰেখন লৈ আগবাঢ়িছে— এনেতে মাকে ক'লে— 'তই যাব নেলাগে' এই বুলি হাতৰ পৰা ট্ৰেখন আনি বামেনক দি পঠাই দিলে। মঞ্জুই লাজত বস্তা-চিঙা পৰি বিছনাত আশ্ৰয় ল'লে।

য'বে চাহ ত'তে থাকিল। গজেনে উদাসীনভাৱে বাহিৰলৈ ওলাই গ'ল। পৰীক্ষা হ'লত বহিল; কিন্তু পৰীক্ষা দিয়া নহ'ল। এবাৰ এবাৰকৈ দুবাৰ মূৰ্চ্ছা গ'ল। পৰীক্ষক, পৰীক্ষাৰ্থী সকলোৰে মনত উদ্বিগ্নতাৰ চিন ফুটি ওলাল। সি আছিল 'নাইট ক্লাছৰ ফাৰ্ষ্ট বয়'। আজি হঠাতে তাৰ এনেকুৱা অৱস্থা দেখি প্ৰিন্সিপাল নিজে অবাক হ'ল। ডাক্তৰ আহিল। চাই চিন্তি হাস্পতাললৈ নিবলৈ নিৰ্দেশ দি প্ৰিন্সিপালৰ জনক বাহিৰলৈ ওলাই গ'ল।

*প্ৰথম বছৰৰ প্ৰথম সংখ্যাত প্ৰকাশিত (এপ্ৰিল, ১৯৬৫)*

# জীৱনৰ বাটত

খবিৰ উদ্দিন আহমেদ

'বাপু! আজি কোনো এজন ল'ৰাৰ ছাতাৰ তলত গৈ কোনোমতে স্কুলত পঢ়াগৈ। কাইলৈ যিকোনো প্ৰকাৰেই হওক তোমাক এটা ছাতা কিনি দিম'' পিতাকে কৰিমক ক'লে। কৰিম ১০ম শ্ৰেণীত পঢ়ে। তেওঁৰ পিতাক অতি সাধাৰণ পোছাক পিন্ধি স্কুললৈ যায়। আনকি ছাতাৰ অভাৱত তেওঁ মাজে সময়ে বৰষুণত তিতি তিতি স্কুলত যাব লগাত পৰে। তেওঁ এজন মেধাৱী ল'ৰা। শ্ৰেণীত তেওঁ সদায় ১ম বিভাগত পাছ কৰে। সেইবাবে তেওঁ শিক্ষকসকলৰ আদৰৰ পাত্ৰ।

কৰিমৰ একেটি মাত্ৰ ভনী— গোলাপী পাঠশালা পাছ কৰি ঘৰতে আছে। কৰিমৰ ইচ্ছা তাইকো তেওঁ পঢ়া স্কুলৰ ৪ৰ্থ শ্ৰেণীত ভৰ্তি কৰাই দিব। কৰিমৰ পিতাকেও তেওঁৰ কথাত সন্মত হৈছিল। কিন্তু ছোৱালীবিলাকক স্কুলত দি পৰ্দা ভাঙিলে জাতি যাব বুলি গাঁওলীয়া মানুহে বৰকৈ গৰিহণা দিয়াত তেওঁ তাইৰ পঢ়া বন্ধ কৰিবলৈ বাধ্য হ'ল। তেওঁ আগৰ যুগৰ মানুহ যদিও আধুনিক শিক্ষাৰ মূল তেওঁ ভালকৈ উপলব্ধি কৰে। তেওঁ জানে— 'শিক্ষাই উন্নতিৰ মূল, শিক্ষা নহ'লে যায় জাতি কূল'। তেওঁ বহুত কষ্ট কৰি কৰিমৰ পঢ়াৰ খৰচ যোগায়।

এবাৰ স্কুলৰ বাৰ্ষিক আৰু বঁটা বিতৰণী অধিৱেশনত কৰিমে শ্ৰেণীত ১ম আৰু গোটেই স্কুলত ১ম হোৱা বাবে দুখন কিতাপ পুৰস্কাৰ পালে। কৰিমে মহা আনন্দেৰে কিতাপ দুখন নি আই-দেউতাকক দেখুৱালে। তেওঁলোকে কিতাপ দেখি বৰ আনন্দিত হ'ল আৰু পিতাকে কৰিমৰ উৎসাহৰ নিমিত্তে ক'লে— 'মেট্ৰিক পাছ কৰিলে বাবাক কলেজত বি এছ চি পঢ়িবলৈ দিম।' এই কথা শুনি কৰিমে দুগুণ উৎসাহেৰে পঢ়িব ধৰিলে। টেষ্ট পৰীক্ষাৰ পিছত ফাইনেলৰ নাম পঠাবৰ কাৰণে কৰিমৰ পিতায় একেলগে প্ৰায় ৫০ টকা দিব লগাত পৰিল, কিন্তু তেওঁৰ হাতত এক পইচাও নথকাত সেই গাঁৱৰ এজন মহাজনৰ পৰা মাহিলি ৫ টকা সুত হিচাপে টকা ধাৰ কৰি কৰিমৰ পৰীক্ষাৰ খৰচ বহন কৰিলে।

বিধিৰ বিধান অখণ্ডনীয়। কৰিমৰ পিতাকে কঠোৰ পৰিশ্ৰম কৰাৰ ফলত বা ভাগি পৰিল আৰু অলপতে টান নৰীয়াত পৰিল। কৰিমে পাৰেমানে পিতাকৰ সেৱা-শুশ্ৰূষা কৰিব ধৰিলে কিন্তু নৰীয়া দিনক দিনে বাঢ়িব ধৰিলে। টকাৰ অভাৱত চিকিৎসা কৰিব নোৱৰা হ'ল। শেষত উপায় নাপাই ওচৰৰ চৰকাৰী ডাক্তৰ খানালৈ লৈ গ'ল। আচামীক উকীলে জবানবন্দী লোৱাৰ দৰে চাৰ্জনে কিছু সময় প্ৰশ্ন কৰি কিছুমান ইনজেকছন লিখি

দিলে আৰু ওচৰৰ প্ৰাইভেট ডাক্তৰৰ হতুৱাই সেইবোৰ ল'বলৈ পৰামৰ্শ দিলে। কিন্তু তেওঁৰ পিছতো কেইবাটাও ৰোগীক ছিট দিয়া কৰিমে নিজ চকুৰে দেখিবলৈ পালে। কৰিমে হতাশ মনেৰে ঘৰলৈ উভতি আহিল। ৰোগী দিনক দিনে শোচনীয় অৱস্থাত পৰিল আৰু হঠাৎ এদিন স্বৰ্গধামলৈ গমন কৰিলে। কৰিমৰ মূৰত বজ্ৰপাত হ'ল।

কিছু দিনৰ পিছত কৰিমৰ প্ৰবেশিকা পৰীক্ষাৰ ফল ওলাল। কৰিমে ১ম বিভাগত পাছ কৰিছে আৰু গণিতত Letter পাইছে। পাছ কৰা ছাত্ৰবিলাকে আনন্দত বিভোৰ হ'ল কিন্তু কৰিমৰ চকুয়েদি লো ববলৈ ধৰিলে এই ভাবিয়েই যে যিজন পিতাকে বুকুৰ তেজ পানী কৰি পঢ়াৰ খৰচ যোগাইছিল আৰু 'মেট্ৰিক পাছ কৰিলে বাবাক কলেজত বি এছ চি পঢ়িবলৈ দিম' বুলি কৈছিল সেইজন পিতা আজি পৰীক্ষাৰ খবৰ শুনি কিমান আনন্দিত হ'লহেঁতেন!

কৰিমৰ কলেজত পঢ়িবলৈ ইচ্ছা আছিল। কিন্তু খৰচৰ অভাৱত তেওঁ কলেজত পঢ়িব নোৱাৰিলে। ইপিনে ঘৰৰ পৰিয়ালৰ খোৱা-পিন্ধাৰ পৰিচালনা তেওঁ নিজে কৰিব লগাত পৰিল। শেষত একো উপায় নাপাই তেওঁ প্ৰাইমাৰী স্কুলৰ শিক্ষকৰ কাৰণে দৰ্খাস্ত কৰিলে। তেওঁতকৈ কম অভিজ্ঞতা থকা বহুতে চাকৰি পালে। কিন্তু তেওঁৰ ভাগ্যত নঘটিল। শেষত তেওঁ ভালকৈ উপলব্ধি কৰিব পাৰিলে যে 'টকাৰ দ্বাৰায় হে টকা ধৰিব পাৰি।'

লাহে লাহে তেওঁৰ মন সামাজিকতাৰ ফালে ঢাল খালে। গাঁৱত এখন পুথিভঁৰাল নথকাৰ কাৰণে অৰ্ধশিক্ষিত মানুহবিলাকে একো নতুন জ্ঞান লাভ কৰিব নোৱাৰে। তাৰ উপৰি এখন এম ই স্কুলৰ অভাৱত দুই-চাৰিজনী ছোৱালী যদিও প্ৰাইমাৰী স্কুলত পঢ়ে সিহঁতৰ ভাগ্যত কোনো উচ্চ শিক্ষা নিমিলে। তেওঁ গাঁৱৰ যুৱকসকলক লগ কৰি এখন 'সমাজ সেৱক যুৱক সমিতি' গঠন কৰিলে আৰু গাঁৱৰ পৰা চান্দা তুলি এখন পুথিভঁৰাল আৰু এখন এম ই স্কুল স্থাপন কৰিলে। তেওঁ নিজে দৰমহা নোলোৱাকৈ সেই স্কুলৰ প্ৰধান শিক্ষকতাৰ কাম কৰিব ধৰিলে।

ইপিনে কৰিমৰ প্ৰভুত্ব সমাজত বিস্তাৰ হোৱা বাবে পানু দেৱানীৰ চকুৰ পোৱণি উঠিল। পানু সেই গাঁৱৰে এজন ডাঙৰ দেৱানী। তেওঁ কৰিমৰ অনিষ্ট সাধনৰ চিন্তা কৰিব ধৰিলে। ইয়াৰ প্ৰধান কাৰণ হ'ল— পানু দেৱানীৰ এজনী অশিক্ষিতা ছোৱালী আছিল। তাইক কৰিমৰ লগত বিয়া দিব খুজি কৰিমৰ পিতাকক বহুতো ধনৰ লোভ দেখুৱাইছিল। কিন্তু কৰিমে অস্বীকাৰ কৰাত তেওঁ তাৰ পোটক তুলিবলৈ কাণ ছুই থয়। ২য় কাৰণ হ'ল কৰিমে ছোৱালীবিলাকক এম ই স্কুলত পঢ়াই পৰ্দা ভাঙিবৰ দিহা কৰিছে। তাৰ উপৰি কৰিমে সমাজৰ ভুলবোৰ আঙুলিয়াই দেখুৱাত তেওঁলোকৰ প্ৰভুত্ব লাহে লাহে কমি আহিছে।

কৰিমৰ এজন বাল্যবন্ধু আছিল। তেওঁৰ নাম শ্ৰীঅজিত কুমাৰ। সৰু কালত দুয়ো

একে স্কুলত পঢ়িছিল। এতিয়া অজিত কলেজ্ত পঢ়ে। অজিতৰ পিতাকে কৰিমক বৰ মৰম কৰিছিল আৰু তেওঁৰ সামাজিক কামত সদায় উৎসাহ-উদগনি দিছিল। কৰিমে অজিতৰ ঘৰত মাজে সময়ে গৈছিল আৰু তেওঁৰ লগত একেলগে খোৱা-লোৱাও কৰিছিল। এই কথাত গাঁৱলীয়া দেৱানীবিলাকে কৰিমৰ ওপৰত অভিযোগ কৰিব ধৰিলে। কৰিমৰ বিৰুদ্ধে এখন মেল বহিল। মেলত কৰিমে অইন ধৰ্মৰ মানুহৰ ঘৰত খোৱা বাবে জাতি যোৱা বুলি সমাজত এঘৰীয়া হ'ব লগা হ'ল। কিন্তু সাধাৰণ গাঁৱলীয়া মানুহবিলাকে কৰিমক বৰ ভাল পাইছিল। কৰিমৰ অশেষ চেষ্টাৰ ফলত স্কুলখন গবৰ্ণমেণ্টৰ লিষ্টভুক্ত হ'ল। কিন্তু তাৰ বিৰুদ্ধে কেইবাটাও অভিযোগ পৰাত তেওঁ স্কুলৰ শিক্ষকতাৰ চাকৰিৰ পৰা বঞ্চিত হ'ল। ইপিনে সময় মতে টকা পৰিশোধ কৰিব নোৱৰাত মহাজনে তেওঁৰ বিৰুদ্ধে মোকৰ্দমা কৰিলে। কৰিমে জীৱনৰ বাটত ঘোৰ অন্ধকাৰ দেখিবলৈ পালে।

*প্ৰথম বছৰৰ প্ৰথম সংখ্যাত প্ৰকাশিত (এপ্ৰিল,১৯৬৫)*

# আমাৰ কৰ্তব্য

## সম্পাদকীয়

আমাৰ বহুত কষ্টৰে আৰ্জিত স্বাধীনতা আৰু গণতন্ত্ৰ আজি চৰম পৰীক্ষাৰ সম্মুখীন হৈছে। কাশ্মীৰ ৰ ওপৰত পাকিস্তানে বৰ্বৰ ৰূপে আক্ৰমণ চলাই দুনাই হিন্দু-মুছলিম জাতিভিত্তিক এক 'ভূ-স্বৰ্গ'ক দ্বি-খণ্ড কৰিবলৈ ষড়যন্ত্ৰ আৰু বল প্ৰয়োগ কৰি আছে। ইছলামৰ নামলৈ প্ৰতিষ্ঠিত অনৈছলামিক ৰাষ্ট্ৰ, পাকিস্তানৰ এই দানৱীয় কাৰ্যৰ বাবে মুছলমানসকল মানৱতাৰ আগত লাঞ্চিত। আমি ভাৰতীয় মুছলমানসকলে, পাকিস্তানৰ এই নগ্ন আক্ৰমণৰ গ্লানি ধুবাই ইছলামৰ নিকা সাজপাৰ পৰিধান কৰি মজলীচলৈ যোৱাত কুণ্ঠাবোধ কৰিছোঁ। ইছলাম আৰু মানৱতাৰ আগত পাকিস্তানৰ বৰ্বৰতাৰ বাবে মুছলিম আজি লজ্জিত। বিশ্বমুছলিম-জাহানৰ পৰা পাকিস্তানে ইয়াৰ বাবে গৰিহণা পাইছে— আৰু পোৱা উচিত।

কাশ্মীৰ আমাৰ— কাশ্মীৰ ভাৰতৰ। কাশ্মীৰ যুগ যুগ ধৰি ভাৰতৰ এক অবিচ্ছেদ্য অংগ। এই কাশ্মীৰত মুছলিম জন সংখ্যা সৰহ দেখিয়েই পাকিস্তানে ইয়াক গ্ৰাস কৰিবলৈ ষড়যন্ত্ৰ আৰু যুদ্ধ অভিযান কৰিছে। গতিকে কাশ্মীৰৰ ওপৰত পাকিস্তানৰ আক্ৰমণ চলিছে মানে ভাৰতীয় মুছলমানৰ ইমানৰ পৰীক্ষা আহিছে। 'হুব্বুল ওতানে মিনাল্ ইমানঃ স্বদেশ-প্ৰেম ইমানৰ অংশ বিশেষ।'— হাদীছেও এই কথাৰ প্ৰমাণ বিচাৰিছে।

অসমৰ মুছলমান সম্প্ৰদায়ক, বিশেষকৈ ন-অসমীয়া মুছলমান সমাজক পাকিস্তান সৃষ্টি হোৱাৰ পিছৰ পৰাই কোনো কোনো মহলত সন্দেহৰ চকুৰে চোৱা হয় আৰু ক'বলৈ দ্বিধা নাই যে বৰ্তমান এই সন্দেহ আৰু বেছি হৈ গৈছে। অৱশ্যে এই সন্দেহ একে দিশৰ পৰা বিবেচনা কৰিলে একেবাৰে অস্বাভাৱিক আৰু অমূলক নহয়। প্ৰাকস্বাধীন যুগত অসমক মুছলিম লীগে পাকিস্তানৰ অন্তৰ্ভুক্ত কৰিবলৈ অহোপুৰুষাৰ্থ কৰিছিল আৰু তাত সৰহ সংখ্যক মুছলমানৰেই যে সম্মতি আছিল তাক অস্বীকাৰ কৰি লাভ নাই; কিন্তু যদি তদানীন্তন ইতিহাস পৰ্যালোচনা কৰি চোৱা যায়, তেনেহ'লে স্পষ্টকৈ দেখা যায় যে অসমখন মুছলমান কংগ্ৰেছী নেতা আৰু স্বতন্ত্ৰবাদী উদাৰ মনোভাৱীসকলৰ প্ৰচেষ্টাৰ ফলতেই পাকিস্তানত নগৈ ভাৰতত বৈ গৈছে। এতেকে অতীত ইতিহাসৰ ভালৰ বাবে ভালৰি নজনাই কেৱল দোষৰ বাবে গৰিহণা আৰু সন্দেহ পোষণ কৰি গৈ থাকিলে স্বাধীনোত্তৰ যুগৰ মুছলমান আৰু তদানীন্তন জাতীয়তাবাদী মুছলমানসকলৰ লগত অন্যায় আচৰণ কৰা হ'ব।

স্বাধীনোত্তৰ যুগত দেশৰ প্ৰতি সংকটপূৰ্ণ অৱস্থাতেই অসম তথা ভাৰতৰ মুছলমানসকলে দেশবাসীৰ লগত সমস্বৰে গান গাইছে। দেশ আৰু স্বাধীনতাৰ মান ৰক্ষাৰ বাবে জাতি ধৰ্মৰ বিচাৰ কৰিবলৈ মুছলমানী ধৰ্মমতে মানা আছে। সেয়ে কাশ্মীৰী মুছলমানসকলে পাকিস্তানৰ ষড়যন্ত্ৰ ধৰা পেলোৱাই ইমানৰ প্ৰমাণ দেখুৱাইছে। অসমৰ মুছলমানসকলেও এই প্ৰমাণ দেখুৱাবলৈ সাজু হৈ আছে আৰু ইতিমধ্যে তেওঁলোকৰ আচৰণৰ দ্বাৰা প্ৰমাণ দিছেই।

অৱশ্যে, কৈ থোৱা ভাল যে, 'দেশদ্ৰোহী', 'জাতিদ্ৰোহী' আদিৰ জাতেই বেলেগ— তাত জাতি বা ধৰ্মৰ দোহাই নেখাটে। সি স্বতন্ত্ৰ। যেনেকৈ 'মীৰ জাফৰ' আছিল আৰু যি চুকে কোণে আজিও জীবিত থাকিব পাৰে; তেনেকৈ হৰনাথ দাৰোগাও উপজিছিল আৰু তাৰ প্ৰেতাত্মা হয়তো আজিও উক্ দিব খোজে।

গতিকে চতুৰে কঠাল খাই বৰ্বৰৰ মুখত যাতে আঠা লগাব নোৱাৰে, তাৰ বাবে আমি অহঃৰ্নিশে সজাগ হৈ থকা বাঞ্ছনীয় আৰু দেশৰ এই সংকটপূৰ্ণ অৱস্থাত যাতে আমি জাতি-ধৰ্মৰ ভেদ-ভাব পাহৰি এক দেহ এক প্ৰাণ একতাৰ পৰিচয়ৰে হীন পাকিস্তানক ক্ষীণ আৰু লীণ কৰিব পাৰো— তাৰ কামনা কৰো। জয় হিন্দ!

*প্ৰথম বছৰৰ ২য় সংখ্যাত প্ৰকাশিত (ডিচেম্বৰ,১৯৬৫)*

# জনমভূমি

ইছমাইল হোছেইন

জননী মোৰ জনমভূমি শিৰত ৰাখো তোমাৰ ধূলি,
তুমি স্বৰ্গাদপি গৰীয়সী এইকথা যেন নাযাও ভুলি।
বসুধা বুকুত নাই ক'তো তোমাৰ নিচিনা আপোন ঠাই,
ক্ষুদ্ৰ জীৱন ধন্য মোৰ তোমাৰ কোলাত জনম পাই।

এই পৃথিৱীৰ প্ৰথম পোহৰ তোমাতে পালো ভাৰতী আই,
বিশ্ব-মিলন-তীৰ্থ তুমি, তোমাৰ ভূমিৰ বিনাশ নাই।
যত অভিযান পাৰহে যায় শেষত সদায় তোমাৰ জয়,
অপৰাজেয় শক্তি তোমাৰ নোৱাৰে কোনেও কৰিব লয়।

হে পুণ্যময়ী মাতৃভূমি' সৰ্বশ্ৰেষ্ঠ তোমাৰ মান,
তোমাৰ বুকুতে জপতপ মোৰ তোমাৰ বুকুতে ঈশধিয়ান।
বেদ, বাইবেল, গীতা, ত্ৰিপিটক সকলোতে তোমাৰ গান,
ঘোষে কোৰানে 'হোব্বুল্ ওয়াতানে ঈমান'।

বন্দে-মাতৰম কৰি উচ্চাৰণ মৰণ জয়ৰ পণ,
সত্য, ন্যায়ৰ আমি চন্তৰী, নতুন আশাত দৃপ্তমান।
চিৰ আজাদ পুত্ৰ তোমাৰ আমি কোটি বীৰ সন্তান,
শত বিভেদতো বাজিব সদায় মাতৃ মংগল ঐক্যতান।

সউ সীমান্ত শুনো অশান্ত বহিঃশত্ৰুৰ হীন গচকত,
বীৰ বাহিনী হোৱা তৈয়াৰ বিনাশী হাতিয়াৰ লৈ হাতত
ব'লা যাওঁ আগুৱাই, খোজত বিশ্ব কঁপাই, গাই জাতীয় গান।
আমি ন-জোৱান, ত্যাজিম প্ৰাণ, ৰাখিম দেশৰ মান।

*প্ৰথম বছৰৰ ২য় সংখ্যাত প্ৰকাশিত (ডিচেম্বৰ, ১৯৬৫)*

# জন সাহিত্যত নাৰী

শ্ৰীৰাম চন্দ্ৰ দাস

তিৰোতা আৰু পুৰুষক লৈয়েই সংসাৰ। ইয়াৰ কোনোটোকেই এৰি সংসাৰ বৰ্তি থাকিব নোৱাৰে। কোনো কোনো বিষয়ত নাৰীক পুৰুষতকৈ আগতহে স্থান দিয়া হয়। যেনে— সীতাৰাম আৰু লক্ষ্মী নাৰায়ণ আদি। ঘৰ বা সমাজ গঢ়াত নাৰীৰ অপৰিসীম ক্ষমতা। এখন আদৰ্শ ঘৰলৈ মন কৰক, তাৰ মূলতেই পাব নাৰী। আকৌ পৃথিৱীৰ মহৎ লোকসকলৰ জীৱনীলৈ লক্ষ্য কৰক। নেপোলিয়ন বোনাপাৰ্টৰ বীৰত্ব আৰু মহাত্মা গান্ধীৰ মহত্বৰ গুৰিতেই হ'ল তেৰাসকলৰ মাতৃসকলৰ সৎ শিক্ষাৰ প্ৰভাব। মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱক 'জগৎ গুৰু' বোলা হয়। তেৰাৰ এই 'জগৎ গুৰুত্ব'ৰ মূলতেই হ'ল বুঢ়ীমাক খেৰসুতী আইৰ আদৰ্শ শিক্ষা। এনে ধৰণৰ নানা কথালৈ লক্ষ্য কৰিয়ে বিজ্ঞসকলে কয়—

তিৰীয়ে পুৰুষে হৈবা এক মতি।
তেবেসে সিজিব হৰিত ভকতি।

আৰু কৈছে—

য'ত সতীৰ পূজা হয়, সেয়েই ইন্দ্ৰৰ অমৰাৱতী।

ঋষি-মুনি সকলৰো বাণী আছে—

য'ত নাৰীৰ পূজা, ত'ত দেৱতাৰ নিবাস।
য'ত নাৰীৰ অপমান, ত'ত সৰ্ব কৰ্ম বিনাশ।

অৱশ্যে এইটোও ঠিক যে পুৰুষৰ ভিতৰত যেনেকৈ দেৱ, মানৱ আৰু অসুৰ আছে, নাৰীসকলৰ ভিতৰতো তেনেকৈ দেৱী, মানৱী আৰু অসুৰী আছে। সাধনাৰ বলতহে মানুহে দেৱত্ব অৰ্জন কৰিব পাৰে।

আমাৰ জন-সাহিত্যিতৰ ক্ষেত্ৰ অতি বিশাল। এই জন-সাহিত্যই নাৰীসমাজকো বাদ দিয়া নাই। ভাবি আচৰিত হ'ব লাগে যে অপ্ৰত্যক্ষভাৱে নাৰীসকলেহে জন-সাহিত্যিৰ চৰ্চা বেছিকৈ কৰে। ভিতৰুৱা গাঁৱৰ নাৰীসমাজলৈ গৈ গভীৰভাৱে গৱেষণা কৰিলেই তাৰ প্ৰমাণ পোৱা যাব। তিৰোতাৰ পৰাই ঘৰৰ শ্ৰী বা গৌৰৱ বাঢ়ে। সেয়েহে কয়—

তিৰীয়েই গিৰি, তিৰী নহ'লে হয় হতচিৰী।

কেনেকুৱা ছোৱালী চাব লাগে—

মাক চাবা জীয়েক ভাল,
ভুঁই চাবা হিয়া খাল।

ছোৱালী ক'ত বিয়া দিব—

দূৰৈত বেটী, ওচৰত মাটি।

নাৰীৰ মনৰ দৃঢ়তা চাওক—

টৌতে ঢপলিয়াওঁ,

কটনা কাটি মুনিহটো পাইছো,

কলৈকো নাযাওঁ।

ভাগ্যৰ খেৰ চাওক—

'কোনটোৰ কোন জনী?

ধদুবাটোৰ চাৰিজনী,

ভালটোৰ এজনীও নাই।

আৰু চাওঁক—

তিনি যোৰাদিয়া নাঙল যুৱলী

তিনি যোৰা দিয়া মৈ,

তিনি যোৰা দিয়া যাচনী তিৰোতা,

তিনি যোৰা দিয়া পৈ।

কেনেকৈ বাটলু তিৰোতাৰ লগত ঘৰ পাতিলে চাওক—

উজাই ভটিয়াই মাৰিলো লৰ।

সাতজনী বাটলুৱে পাতিলো ঘৰ।

আৰু কেনে দশা চাওক—

নলগাকৈ খগৰী তল ভৰি মৰিল।

নোখোজাকৈ ছোৱালী নজনী মৰিল।

মানুহৰ যৌৱন কালছোৱা জোৱাৰৰ দৰে। এই সময়ত মন অস্থিৰ হৈ থাকে।

গাভৰু ছোৱালীৰ মন—

বহোঁ তাঁতত, চকু আলি বাটত

মাকো সৰি সৰি পৰে।

ডেকা-গাভৰুৰ মনৰ মিল হ'লে তথাকথিত জাতি বিভাগৰ বেৰ উৰি যাব পাৰে—

তোৰো মন গ'লে মোৰো মন হ'লে,

কি কৰিবকলিতা কুলে।

এওঁ আকৌ কেনেকুৱা কামিলা ছোৱালী চাওক—

বান্ধো, নৰিয়া মোৰ টান,

খাবও পাৰো, শুবও পাৰো,

বান্ধিব নোৱাৰো ধান।

মতা-মাইকীৰ জোৰ মিলিছে নে নাই, তাৰ তুলনা দি কয়—
কাঁহৰ খাৰুৱে শুৱায় কি নশুৱায়,
আগে পিছে কৰি যাওঁ।
যেন শাহু তেনে চকুৰ জোৱাই, চাওক—
জোৱাই, কঠীয়া ধানৰে ভাত,
শাহু, মইও নহও ভাল মানুহৰ জাত।
অতিশয় ভাল পোৱাৰ নমুনা—
আঠীয়া কলৰে পাত নেকাটিবা,
চিটিকি পৰিব এঠা,
লোকক দেখুৱাই কেতেৰাই মাতিবা,
ভিতৰি নেৰিবা লেঠা। (বা বেথা)
তিৰোতাই হ'ল ঘৰৰ লখিমী। কিন্তু সেয়ে নহে তিৰোতাৰ অতপালি বা অত্যাচাৰ হ'লে কয়—
অঘৈণীয়ে ঘৈণী হ'ল দুপৰে বগালে চাং।
তামোল নাখাতীয়ে তামোল খালে,
পোকতে বোৱালে বাং।।
ছোৱালী খুজিবলৈ যোৱা ডেকা এজনে নিজৰ ঘৰৰ বৰ্ণনা দি ভাবী শহুৰেকক এইদৰে কৈছে—
হাতীৰ দাঁতৰ কৰা, ৰ'দ জিলিকে পুৱা।
দুহাল বাবলৈ তিনিটা (গৰু) লাগে,
শহুৰ ছোৱালী দিবা নে নিদিয়া?
ওপৰত যোজনাৰ ভিতৰত এটি চুটি চুটি সাধু সোমাই আছে। নিজৰ স্বামীকেই ধন বুলি কেনে আশা কৰিছে চাওক—
ধন গৈছে মিকিৰ চাওঁলৈ
আনিব কচুপাতত জোন,
মই বৈ লম বিহালে মেখেলা,
ধনক বৈ দিম চোলা।
তাৰ বিপৰীতে কয়—
ধন মহওলৈ গ'ল,
সোণ ভাৰ দি মাটি ভাৰ আনিলে
ঠাই মচিবৰে হ'ল।

কোনো কোনো গাভৰুৱে কিবা কাৰণত কোনো ডেকাক পচন্দ নকৰিলে ডেকাই এইদৰে কৈ সান্ত্বনা লাভ কৰে—

বাচোতে বাচোতে লাগিব পোক।
মোতকৈ অধমে নিব তোক।

দোষে গুণেই মানুহ। সম্পূৰ্ণ নিৰ্দোষ মানুহ খুব কমহে আছে। এই ফকৰা-যোজনাবিলাকৰ ভিতৰত কোনোটোত হয়তো পুৰুষৰ আৰু কোনোটোৰ ভিতৰত তিৰোতাৰ চৰিত্ৰৰ ইংগিত দিছে। সেই বাবে আপত্তি কৰাৰ থল নাই। এইবোৰ হ'ল গাঁওবাসী অনাখৰী জন-সাধাৰণৰ মাথাৰ পৰা বাহিৰ হোৱা উমৈহতীয়া জনসাহিত্য। এই শ্ৰেণীৰ সাহিত্যৰ কোনো নিৰ্দিষ্ট ৰচক ৰচয়িত্ৰী নাই। কিন্তুমান ফকৰা-যোজনাই চিৰ সত্য কথাবোৰেই ইংগিত দিয়ে।

আজিকালি আমাৰ দেশত স্ত্ৰী-শিক্ষাৰ বহল প্ৰচাৰ হ'ব ধৰিছে। ই সন্তোষৰ বিষয়। এই শিক্ষিতা ছোৱালীবিলাকেও এনে ধৰণৰ জনসাহিত্যৰ বিষয়ে আলোচনা কৰিব পাৰে। তাকে কৰাত হয়তো মাটিৰ চপৰা বিচাৰোতে সোণৰ খনিও বাহিৰ হ'ব পাৰে।

*প্ৰথম বছৰৰ ২য় সংখ্যাত প্ৰকাশিত (ডিচেম্বৰ,১৯৬৫)*

# অমৰ ছহিদ

এম ইলিম উদ্দিন দেৱান

'আপুনি নগ'লে নহয় জানো!'

'কিয়? ভয় কৰিছা নেকি?— আৰিফে মিঠা মিঠা হাঁহিৰে হালিমাক প্ৰশ্ন কৰিলে। হালিমাৰ হৃদয়-আকাশত তেতিয়া হাঁহাকাৰ ধ্বনি উঠিছে। আৰিফৰ হাঁহিখিনি মিঠা মিঠা যেন লাগিলেও তাই হাঁহিৰে প্ৰত্যুত্তৰ দিব নোৱাৰিলে। তাই আৰিফৰ বাবে হাঁহিবলৈ গৈ নীৰৱে কান্দি পেলালে। প্ৰশ্নৰ উত্তৰ তাই মুখ ফুটাই একো ক'ব নোৱাৰিলে— মুখত তাইৰ মাত নুফুটিলে। কেৱল আৰিফৰ ফালে কৰুণভাৱে চকু হাল মেলি চালে। অন্তৰৰ বেদনা দৃশ্যমান 'চকুলো' ৰূপ ধৰি ওলাই আহিল।

আৰিফে যুদ্ধত যাব ওলাইছে। কাশ্মীৰৰ ওপৰত পাকিস্তানৰ নগ্ন আক্ৰমণে তাক ৰণক্ষেত্ৰলৈ মাতিছে। ছাত্ৰ জীৱনৰ সামৰিক শিক্ষা আৰু শিক্ষক-জীৱনত বিশেষ ট্ৰেইনিং লোৱাত, আৰিফে ৰণক্ষেত্ৰৰ উপযোগী হৈছে। যোৱা কালি আবেলি সি এখন টেলিগ্ৰাম পাইছে— আজি পুৱা ৰণযাত্ৰাৰ উদ্যোগ কৰিছে। তাৰ ৰণদ্যোগত হালিমাই কিং কৰ্তব্য বিমূঢ় হৈ পৰিছে। দেশ-মাতৃৰ আহ্বানত যাব ওলোৱা স্বামীক তাই বাধা দিব নোৱাৰে; আকৌ নিজৰ মনেও স্বামীক বিদায় দিব নিবিচাৰে—তাইৰ মন আকাশত এচপৰা কলীয়া ডাৱৰে আহি ঘূৰপাক লগাইছে।

হালিমাই জানে— আৰিফক তাই বাধা দি ৰাখিব নোৱাৰে। বৈবাহিক জীৱনৰ অতিবাহিত হোৱা সাতটি বছৰত তাই স্বামীৰ স্বভাৱ আৰু চাৰিত্ৰিৰ দৃঢ়তা বাৰুকৈয়ে লক্ষ্য কৰি আহিছে। তাই ইমান দিনেই দেখি আহিছে,— আৰিফে নিজৰ আৰু পৰিয়ালৰ সমস্যা-চিন্তাতকৈ সমাজ-দেশ আৰু দহৰ কথাই বেছিকৈ ভাবে। তেনে খেলায়ী স্বামীক যে আজি দেশৰ এনে সংকটপূৰ্ণ অৱস্থাত হাক বচন দি বিৰত কৰিব— তেনে আশা হালিমাই নকৰে; কিন্তু তাই স্থিৰে ৰ'ব নোৱৰা হৈ পৰিছে— তাইৰ অন্তৰখনক বেদনাই চিৰাচিৰ কৰিব ধৰিছে।

আৰিফে হালিমাৰ বেদনাক নুবুজাকৈ থকা নাই; কিন্তু সি ভাবিছে— স্বাভাৱিক দাম্পত্য জীৱনৰ ই এটি মধুৰ অভিব্যক্তি— দুটি যুগল প্ৰাণৰ ই ক্ষন্তেক বিচ্ছেদৰ অনুভূতি। আৰিফৰ মানস পটত দেশ-মাতৃৰ উদাস ছবি স্পষ্ট— সেই ছবিৰ আঁৰত পতিপ্ৰাণা হালিমাৰ প্ৰেম-বিহ্বলা মুখমণ্ডলক সি ঢাকি ৰাখিব বিচাৰিছে।

কিন্তু! হালিমাৰ মুখৰ ফালে চাই আৰিফ হতভম্ব হৈ গ'ল। হালিমাৰ তেজে ফুটো

ফুটো কৰা মুখমণ্ডলৰ এয়া কি হ'ল ?— হালিমা ম্লান পৰি গৈছে, শেঁতা পৰা দুগালেৰে দুধাৰী লোকত বাগৰি আছে। তাইৰ অন্তৰে কান্দি আছে— প্ৰাণে আকুলি-বিকুলি কৰি আছে। আৰিফে লক্ষ্য কৰিছে, যোৱা গোটেই ৰাতি তাই বিছনাত ছটফটাই আছিল— টোপনি যাব পৰা নাই। চেহেৰা মলিন হৈ পৰিছে। কিবা এটি দুঃস্বপ্নই যেন তাইক খুলি খুলি খাই আছে।

হালিমাৰ এই অৱস্থা দেখি আৰিফৰ মন সেমেকি গ'ল। সি বিহ্বলতা অনুভৱ কৰিলে। হালিমাক শান্ত ভাবে সান্ত্বনা দিবলৈ তাৰ মুখত মাত নুফুটা হ'ল।

আৰিফে গভীৰভাবে ভাবি চালে— এই যাত্ৰাৰ পৰিণতি কি হ'ব পাৰে ?— 'তৰিলে দেশ; মৰিলে স্বৰ্গ।' 'মৰিলে!' তাৰ অন্তৰখন কঁপি উঠিল। সি চিন্তা কৰিলে— হালিমাৰ ভয় ইয়াতে নেকি ? তাৰ অন্তৰত হাঁহাকাৰ ধ্বনি এটি বাজি উঠিল। 'তেনেহ'লে' আৰিফে ভাবিলে, 'তেনেহ'লে এইটোৱেই আমাৰ চিৰ বিদায়ৰ ক্ষণ নেকি ?'

প্ৰাণৰ মমতা কাৰ নাই ? সকলোৰে আছে— আৰিফৰো আছে। সুখী পৰিয়াল, প্ৰাণাধিক পৰিবাৰ আৰু পুত্ৰ-কন্যাৰে পৰিবেষ্টিত সোণৰ সংসাৰখনলৈ আৰিফৰ মমতা জাগিল। এটি খিয়ালৰ বশৱৰ্তী হৈ অকালতে জীৱনটো দিবলৈ তাৰ উৎসাহ নোহোৱা হ'ল— তাৰ মন দমি গ'ল। সি ঠাকুৰৰ কবিতা এফাঁকি মনে মনে আওৰালে :

'মৰিতে চাহিনা এই সুন্দৰ ভুবনে
বাছিবাৰে চাই শুধ মানৱেৰ তৰে।'

কবিতা ফাঁকি আৰিফৰ বেচ ভাল লাগিল। সাধাৰণ অৰ্থখিনিত সি উৎফুল্লিত হৈ উঠিল। তাৰ মনোভাবে খোৰাক পালে। উপযাচি মৃত্যুৰ মুখলৈ আওৰাই যোৱাৰ কোনো অৰ্থ সি বিচাৰি নাপালে। সি কবিতা ফাকি মনে মনে আকৌ এবাৰ আওৰালে আৰু নিজে নিজে অৰ্থ কৰি গ'ল— 'এই সুন্দৰ পৃথিৱীখনৰ পৰা মই মৰিব নুখুজো, মানৱৰ বাবে মই বাচি থাকিব বিচাৰো।' আৰিফৰ মনত প্ৰশ্ন জাগিল, মানুহ নমৰাকৈ চিৰদিন বাচি থাকিব পাৰে নে ?— ই অসম্ভৱ কথা! জগতৰ চিৰন্তন নিয়ম— জন্মিলে মৰিব লাগে। তেনেহ'লে, ঠাকুৰে কি কৈছে ?— তাৰ মনত আউল লাগি গ'ল।

আৰিফৰ বাবে এটা নতুন পথ মুকলি হ'ল। সি বুজি পালে, মৃত্যুৱেই জীৱনৰ শেষ নহয়— মানুহ মৰিও অমৰ হ'ব পাৰে। মানৱৰ সেৱা, দেশ আৰু দহৰ উপকাৰ আৰু মংগলাৰ্থে যিজনে আত্মবলিদান দিব পাৰে— সেইজন মৰিও অমৰ। কাৰণ, তেওঁৰ কৰ্মৰ সৌৰৱণী মানৱৰ মাজত বৈ যায়। মানুহে তেওঁক স্মৰণ কৰে। সেয়ে তেওঁ মানৱৰ মাজত বাচি থাকে।

আৰিফে আৱিষ্কাৰ কৰিলে যে সি এটা ভীৰু— কাপুৰুষ! নহ'লে, মৃত্যুক দেখি ভয় ভীৰু— কাপুৰুষ! নহ'লে, মৃত্যুক দেখি ভয় কৰিছে কিয় ? পাকিস্তানে কাশ্মীৰৰ ওপৰত বৰ্বৰ আক্ৰমণ চলাই, ধৰ্মৰ নামত 'জেহাদ' ঘোষণা কৰি যি ভণ্ডামী চলাই আছে, তাৰ

মুহূৰ্তোৰ জবাব দিবলৈ, তাৰ তেজ এতিয়াও কিয় গৰম হোৱা নাই? ভাৰতীয় মুছলমান হিচাপে তাৰ মনৰ এই নিঃতেজতাই জানো ইছলামিক নামবাহী অনৈছলামিক ৰাষ্ট্ৰ পাকিস্তানৰ আশাত গৰম পানী ঢালা হোৱা নাই? আয়ুব খাঁৰ ৰণ-যজ্ঞত যে মানৱতা আৰু ইছলামৰ বিপৰ্যয় হ'ব ধৰিছে— এজন মুছলমান হৈ সি জানো মৃত্যুৰ ভয়ত এইটো নীৰৱে সহ্য কৰিব? 'হুব্‌বুল ওতানে মিনাল ইমান ঃ স্বদেশ-প্ৰেম ইমানৰ অংশ বিশেষ'— ইছলামে জানো তাক এই শিক্ষা দিয়া নাই?

আৰিফৰ গা-মূৰ গৰম হৈ উঠিল। তাৰ মনৰ উত্তেজনা বাঢ়ি গ'ল। তাৰ মনৰ পৰা মৃত্যুৰ বিভীষিকা আঁতৰি গ'ল— সি মনৰ হেৰুৱা উদ্যম ঘূৰাই পালে। লগতে মনৰ দুৰ্বলতাৰ বাবে সি লাজও অনুভৱ কৰিলে— পত্নী-প্ৰেমত বিহ্বল হৈ পৰা ব্যক্তিয়ে মাতৃ-সেৱাৰ কি পৰিচয় দিব!

আৰিফে মনে মনে হাঁহিলে। মনৰ গধুৰ ভাবটো পাতল পাতল যেন বোধ কৰিলে। হালিমাৰ পৰা হাঁহি হাঁহি বিদায় লোৱাৰ সাহস কণ সি ঘূৰাই পালে। যি হালিমাৰ মুখৰ ফালে চাই মৃদু-মধুৰকৈ হাঁহিলে আৰু ক'লে— 'হালিমা মই ৰব নোৱাৰোঁ; মই যাবই লাগিব। পাকিস্তানৰ 'জেহাদ'ত আমি ভাৰতীয় মুছলমানে তেজ নিদিলে ইছলামে আমাক ক্ষমা নকৰে। তুমি অধিৰ নহ'বা। ইমান কুল-বালা ছকিনাই ফুলশয্যাৰ ৰাতিয়েই স্বামী কাছিমক এজিদৰ লগত হোৱা 'জেহাদ'ত খুচী মনেৰে সজাই-পৰাই বিদায় দিয়াৰ কথা পাহৰি গ'ল কিয়? মুছলিম মহিলা আৰু ভাৰতীয় ৰমণীৰ মান ৰক্ষা কৰিবলৈ তুমি অপাৰগ হ'ল নে?'

হালিমা ইমানপৰ স্তব্ধ হৈ আছিল। আৰিফৰ মৌনতা আৰু গভীৰ অৰ্ন্তদ্বন্দ্বৰ গাম্ভীৰ্যতাত তাই ব্যথিত হৈ পৰিছিল। এই শুভ-যাত্ৰা উদ্যোগত তাই 'অমংগল অশ্ৰুজল' পেলাই, স্বামীৰ মনত আঘাত দিয়া বুলি অপৰাধিনীৰ দৰে হৈ পৰিছিল। পুনৰ স্বামীৰ মুখমণ্ডলত হাঁহিৰ ৰেখা আৰু আদৰ্শৰ একা-বেঁকা কথাবোৰ শুনি তাই প্ৰকৃতিস্থ হৈছে। তাই আৰিফৰ চকুত চকু ৰাখি, লোতক বৈ পৰা মুখমণ্ডলটো হাঁহি বিৰিঙাবলৈ চেষ্টা কৰিলে আৰু ক'লে— 'মই পাৰিম। আপুনি আশীৰ্বাদ কৰক।'— এই বুলি হালিমাই স্বামীপদত তছলিম কৰিলে। আৰিফে হালিমাক আশীৰ্বাদ কৰিলে, হাত বুলনি আৰু বুকুৰ উমেৰে— মুখ মূক হৈ ৰ'ল।

আৰিফে আৱশ্যকীয় বস্তুবোৰ লৈ হালিমাক বিদায় বাণী শুনালে— 'হালিমা! মোৰ যদি কোনো অঘটন ঘটে তেনেহ'লেও দুখ নকৰবা যেন। মৰণ এদিন আহিবই, তাৰ পৰা আমি হাত সাৰিব নোৱাৰিম। আমেনা, ছৰিফ আৰু ৰছিদক চাবা। মোৰ অভাৱ পূৰাই সিহঁতক মানুহ কৰিবলৈ যত্ন কৰিবা।'— এই বুলি কৈ ল'ৰা-ছোৱালীবোৰক মৰমৰ চুমা যাঁচি মাক আৰু পৰিয়ালৰ আন আনসকলৰ পৰা বিদায় লৈ ওলাই গ'ল।

* * * *

আৰিফ কাশ্মীৰ সীমান্তৰ ৰণাংগনত গ'ল— ইফালে আৰিফৰ গৃহাংগণত হালিমা একপ্ৰকাৰ বাউলী হ'ল। তাইৰ মনৰ শান্তি, পেটৰ ভোক আৰু চকুৰ টোপনি নোহোৱা হ'ল। আউলী-বাউলী শুষ্ক কেশ, মলিন চেহেৰা আৰু বেদনাকাতৰ চকু দুটাই তাইৰ হিয়াৰ ইতিহাস ৰচি আছে।

ল'ৰা-ছোৱালী তিনিটাক চকুৰ আগত ৰাখি তাই আৰিফৰ উপস্থিতিৰ উমান ল'বলৈ চেষ্টা কৰে; কিন্তু আকাশৰ উপৰেদি উৰি যোৱা যুদ্ধবিমানৰ গুউম্ গুউম্ ধ্বনিয়ে হালিমাৰ দিবাস্বপ্ন ভাঙি দিয়ে— কিবা এটি আশংকাত তাইৰ হৃদয় কঁপি উঠিছে। আৰিফৰ বিচ্ছেদ আৰু ৰণাংগণৰ ভয়াবহতাই তাইক ম্ৰিয়মান কৰি তোলে।

হালিমাই নিতৌ নামাজান্তে খোদাৰ দৰ্গাহত মোনাজাত কৰে— আৰিফৰ মংগলৰ বাবে। কেতিয়াবা তাই আল্লাৰ ওচৰত ফৰিয়াদ কৰে— 'হে পাক্ পৰোৱাৰ দেগাৰ! তুমি মানৱক সভ্যতাৰ উচ্চ-শিখৰত তুলি তোমাৰ আৰশলৈ ৰকেটেৰে যাবলৈ ইমান জ্ঞান-বুদ্ধি আৰু বিবেক-বিবেচনা দিলা; কিন্তু মানৱৰ পৰা হিংসা-দ্বেষ আৰু দানৱতা ৰহিত নকৰিলা কিয়? নে তুমি যুদ্ধৰ নৃসংশ হত্যাকাণ্ড চাই তৃপ্তি পোৱা?.... হে পৰোৱাৰ দেগাৰ! তোমাৰ যি খুচী তাকেই কৰা; কিন্তু মোৰ স্বামীৰ উভতি আহিবলৈ দিয়া।'

হালিমাৰ ফৰিয়াদত আল্লাৰ আৰশ নকঁপে— ধৰণীয়েও ফাট নেমেলে; তথাপি তাই আপোন মনত কন্তেক সান্ত্বনা পায়। এনেকৈ কেবাটিও দিন-ৰাতি হালিমাৰ চকুৰ সম্মুখেদি পাৰ হৈ গ'ল। এনেতে সম্মিলিত ৰাষ্ট্ৰসংঘৰ নিৰাপত্তা পৰিষদৰ পৰা শান্তি ৰক্ষাৰ প্ৰস্তাৱ আহিল— যুদ্ধ বিৰতি ঘোষণা হ'ল। হালিমাই স্বস্তিৰ নিশ্বাস পেলালে। তাই যেন অপাৰ সমুদ্ৰৰ পৰা কুল পালে।

হালিমাই আৰিফৰ প্ৰত্যাগমনৰ আশাত বাট চাই ৰ'ল। এদিন হালিমাৰ নামত এখন টেলিগ্ৰাম আহিল। তাই আনন্দত আত্মহাৰাৰ দৰে হৈ পৰিল। তাই ভাবিলে এয়া নিশ্চয় আৰিফৰ প্ৰত্যাগমনৰ আগজাননী। অতি আনন্দ আৰু আগ্ৰহেৰে তাই টেলিগ্ৰামৰ লিখাখিনিত চকু ফুৰালে ঃ आरीफ बाहादुरी के साथ जंग में शहीद हो गया।

'ছহিদ হো গয়!' হালিমাই 'আহ!' বুলি আৰ্তনাদ কৰি উঠিল। তাইৰ মুৰৰ ওপৰত যেন বজ্ৰপাত হ'ল আৰু ভৰিৰ তলৰ পৰা যেন পৃথিৱী খহি পৰিল। হালিমা মূৰ্চ্ছিত হৈ পৰি গ'ল।

*প্ৰথম বছৰৰ ২য় সংখ্যাত প্ৰকাশিত (ডিচেম্বৰ, ১৯৬৫)*

# নাৰী-জীৱন সফল হয় কেতিয়া?

বেগম হাজেৰা খাতুন আহমেদ, বি এ

'দুটিৰ মিলনত সুন্দৰ উজ্জ্বল হওঁ আমি;
শুভ-পৰিণয়ত বান্ধ খালোঁ মই আৰু তুমি?'

বিধাতাৰ স্পষ্ট জগত। এই পৰিদৃশ্যমান জগতত, প্ৰকৃতিৰ যি বিশ্ব-বিনন্দীয়া সৌন্দৰ্য দেখা যায় তাৰ প্ৰকৃত ৰূপৰ পূৰ্ণ ছবিটি কাহানিও দেখিবলৈ পোৱা নাযায়। কিন্তু বিধাতাৰ স্পষ্ট জগতৰ ক্ষুদ্ৰ অংশ এটিৰ সৌন্দৰ্য দেখি মানুহৰ মন প্ৰাণ আনন্দত নাচি উঠে। সেই আনন্দৰ যি পুলক, সি বৰ্ণনাৰ অতীত— সঁচাকৈ অনিৰ্বচনীয়। বিশ্ব-সৃষ্টিৰ অন্তৰালত থকা সৌন্দৰ্য ভৰা সেই ৰূপ, সদায় মানুহৰ ভাল লগা বেয়া লগা, সুখ-দুখৰ মাজত বৰ্তমান।

প্ৰকৃতিৰ ৰীতি— দিন আৰু ৰাতি। ৰাতিৰ অন্ধকাৰ আঁতৰাই পুব পিনে উঠি অহা সূৰুযৰ হেঙুলীয়া কিৰণ ভাহি আহে। প্ৰকৃতিৰ জগতত এক আলোড়ন সৃষ্টি হয়। উষাৰ অৰুণে বন-উপবনত, পশু-পক্ষী, চৰাই-চিৰিকটিৰ মাজত আনন্দৰ সৃষ্টি কৰে। নিৰ্জীৱ জগত সজীৱ হৈ উঠে। নিস্তব্ধ জগতে পায় আনন্দ উৎসৱৰ আগজাননী। ডালত থকা চৰাই-চিৰিকটিয়ে সেই উৎসৱত যোগ দি গান গায়। পুৱাৰ পোহৰে ৰাতিৰ নিৰ্জীৱ জগতত প্ৰাণৰ সঞ্চাৰ কৰে। বিহগ-বিহগীয়ে গাই উঠে গান। প্ৰত্যেক প্ৰাণীয়ে পায় প্ৰাণশক্তি। সেই প্ৰাণশক্তি জগতৰ জীৱজন্তু পশু-পক্ষীয়ে সম্পূৰ্ণ উপলব্ধি কৰে। চৰাই-চিৰিকটিয়ে গায় অন্তৰৰ আনন্দ সংগীত— প্ৰকৃতিৰ জয় গান।

জীৱন বসন্তৰ প্ৰথম পুৱাতে মানুহৰ মনতবিশেষ আনন্দ। যৌৱনৰ জোৱাৰ আহিলে সেই আনন্দত মানুহ মতলীয়া হৈ উঠে। বাস্তৱতে মানুহে যৌৱনত বিশেষভাৱে উপলব্ধি কৰে মনুষ্য শক্তিৰ আত্মবীৰ্য আৰু বল। শিৰাই শিৰাই সেই শক্তিৰ প্ৰভাৱ অনুভৱ কৰে— ৰন্ধ্ৰে ৰন্ধ্ৰে সি প্ৰকাশ হৈ পৰে। এয়ে ফুটন্ত যৌৱন— নৱ-নাৰীৰ জীৱন-বসন্ত।

পত্নীক লৈ পতিৰ সুখ হয় য'ত
পত্নীৰ সুখ অত পতিৰ আলয়,
চিৰকল্যাণ তাত ধ্ৰুৱ নিশ্চয়।

যৌৱনৰ জোৱাৰত নৰ হৈ উঠে বেচ দেখনিয়াৰ হৃষ্ট-পুষ্ট, সবল সুন্দৰ আৰু স্বাস্থ্যবান চফল ডেকা। নাৰী হয় দীপ-লিপ চেহেৰাৰ ধুনীয়া গাভৰু-ৰূপ যৌৱনে ভৰা সৌন্দৰ্যৰ সঁফুৰা। যৌৱনে সিহঁতৰ চকুত দীপ্তি, গাত বল, হৃদয়ত সাহস, মনত বাসনা আৰু অন্তৰত

কামনা আনে। যৌৱনৰ জোৱাৰত কেতিয়াবা কেতিয়াবা কোনো কোনো ডেকা-গাভৰু হয় কামনা-বাসনা ভৰা মিলনৰ আশাত উদ্বাউল। সিহঁতৰ শৰীৰত ছিটিকে কামাগ্নিৰ ফিৰিঙটি— যৌৱনৰ জুয়ে দুয়োৰে অন্তৰ দহে। চুম্বকে লো আকৰ্ষণ কৰাৰ দৰে যৌৱনে যুৱক-যুৱতীক আকৰ্ষণ কৰে। সেই আকৰ্ষণ অপূৰ্ব। সেই অপূৰ্ব আকৰ্ষণত, পৰস্পৰৰ প্ৰাণৰ টানত, শৰীৰত বিজুলীয়ে তিৰবিৰায়। যৌৱনৰ জোৱাৰত সিহঁত ঠেকেচা কাই জোৱাৰৰ উত্তাল তৰংগমালাত উটি-ভাহি যায়।

ডেকা-গাভৰুৰ যৌৱনৰ গতি অবাধ। যৌৱনত ইন্দ্ৰিয় সুখ-লিপ্সাৰ প্ৰবৃত্তি স্বাভাৱিক। ই প্ৰকৃতিৰ ৰীতি। মানুহ আৰু পশু উভয়ৰ মাজতে এই প্ৰবৃত্তি বৰ্তমান। মানুহ বিবেক-বুদ্ধি আৰু সংযমৰদ্বাৰা পৰিচালিত হয়। নহ'লে, ইন্দ্ৰিয়-সুখ লিপ্সাৰ প্ৰবৃত্তিৰ মাৰ্গত মানুহ আৰু পশুৰ একো পাৰ্থক্য নাথাকিলহেঁতেন। মানুহৰ অন্তৰত মানৱিক প্ৰবৃত্তি বিৰাজমান। সেইকাৰণে প্ৰাণীজগতত মানুহ শ্ৰেষ্ঠ। জ্ঞানী মানুহে সংযমেৰে পাশৱিক প্ৰবৃত্তি দমন কৰি, মানৱিক প্ৰবৃত্তি বিকাশৰ দ্বাৰা চৰিত্ৰবান হৈ সমাজত সমাদৰ লাভ কৰে।

সংযমহীন উতনুৱা ডেকা-গাভৰুহঁই যৌৱন-জোৱাৰত উঠি যায়। যৌৱনৰ বাধাহীন গতিত কোনো কোনো ডেকা-গাভৰুহঁই নিজক সমূলি পাহৰি যায়। ইন্দ্ৰিয় সুখৰ পাশৱিক প্ৰবৃত্তি পূৰণ কৰাই সিহঁতৰ চৰম উদ্দেশ্য হৈ পৰে। এই প্ৰবৃত্তি পূৰণৰ পৰিণতি দকৈ ভাবিবলৈ সিহঁতৰ শক্তি নাইকিয়া হয়। বাস্তৱতে, সিহঁতে বিবেক-বুদ্ধি-সংযম ৰহিত হয়। যৌৱনৰ মাদকতাত সিহঁতে আনকি বন-উপবন-কুঞ্জ-কাননতো কৰিব খোজে বিহাৰ। গভীৰ চিন্তৰে কোনো কথাই ভাবি নাচায়— আনন্দ স্ফূৰ্তিত মত্তলীয়া। সিহঁতে কেৱল প্ৰবৃত্তি-পূৰণৰ ৰঙীন সপোন দেখে। সেই সপোন কেতিয়া দিঠকত পৰিণত হয় তাৰ চিন্তাতে অহৰহ মগ্ন থাকে। মিলনৰ তীব্ৰ কামনাই সিহঁতক পীড়ন কৰে। মিলনৰ আশাত উভয়ে বিচাৰে দৰ্শন। দৰ্শনৰ প্ৰতীক্ষাত উভয়ে উদ্বিগ্ন হয়। অজানিতভাৱে পৰস্পৰৰ সান্নিধ্য লাভ হয়। যৌৱনৰ জোৱাৰত হোৱা সেই স্পৰ্শত, সিহঁতৰ গাত হৈ যায় ফাগুনৰ নিলাজ পবনৰ এছাটি 'বা'।

স্পৰ্শ-সুখৰ আনন্দত উভয়ে ক্ৰমাৎ ওচৰ চাপি আহে। ইজনে সিজনক আঁকোৱালি ধৰে। স্পৰ্শ লাভৰ মাদকতাত ডেকা-গাভৰুৰ দুটি শৰীৰ মিলি যাব খোজে এটি শৰীৰত। দৈহিক মিলনৰ ইচ্ছাত যুৱক-যুৱতীয়ে অংগে অংগে মিলি যাবলৈ ব্যাকুল হৈ পৰে।

সাধাৰণতঃ ডেকা-গাভৰুৰ এইদৰে চেপ চাই হোৱা মিলন বৈধ নহয়। ডেকা-গাভৰুৰ এই অবৈধ বাস্তৱ মিলনত হয় যুৱক-যুৱতীৰ লিপ্সা পূৰণ আৰু ইন্দ্ৰিয় চৰিতাৰ্থ। উত্তেজনাপূৰ্ণ ডেকা-গাভৰুহঁই এনেকৈ যৌন-মিলনৰ চেপ বিচাৰি ফুৰে। এনেকৈ হোৱা মিলনৰ আগতে, স্বামী-স্ত্ৰীৰ সম্বন্ধ স্থাপন নহয়। ই বাধাহীন যৌৱনৰ জোৱাৰত হোৱা অবৈধ মিলন তেনেই ক্ষণস্থায়ী। এনেকুৱা মিলনৰ পিছত আহে বিৰাগ আৰু উভয়ে কৰে প্ৰত্যাগমন।

যৌৱন-জোৱাৰৰ ঢৌত উঠি যোৱা সংযমহীন, বিবেকহীন ডেকা-গাভৰুৰ এনেকুৱা

মিলনৰ পৰিণতিত উভয়ে হয় অনুতপ্ত আৰু অৱশেষত সিহঁতে কটাবলগীয়া হয় এক অভিশপ্ত উৎসৱ।

বিয়া মানুহৰ জীৱনত এটি প্ৰধান উৎসৱ। বিবাহ উৎসৱত আনন্দৰ উখল-মাখল লাগে। বিয়াৰ আয়োজনৰ আগতে, কোনোৱে কৰে মধুৰ কল্পনা, কোনোৱে কৰে অনৰ্থক জল্পনা। যথা—

কইনাৰ ইচ্ছা স্বামী হ'ব লাগে ৰূপবান;
মাকে ইচ্ছা কৰে দৰা যাতে হয় ধনবান।
দেউতাকে চায় বৰৰ যশ আৰু খিয়াতি;
ইষ্ট-কুটুমে চায় দৰাৰ কুল আৰু জাতি।
বিয়াৰ মিঠাই বিচাৰে অইন যত সবে;
নানাজনে নানা কথা কয় বিয়া পাতে যেবে।

কিন্তু :

য'ত নাৰী হয় সন্মানিতা
তাতে থাকে সন্তুষ্ট বিধাতা

নাৰীৰ আৰাধনা নহয় য'ত; বৃথা ফল সকলো কাজত। যৌৱন জীৱনৰ বসন্ত। বিয়াৰ দিনটো মানব জীৱনৰ অতি শুভদিন— জীৱন-বসন্তৰ প্ৰধান উৎসৱ। এই শুভদিনৰ শুভ লগনত ডেকা-গাভৰুৰ শুভ মিলন।

মোৰ চিত্তত তোমাৰ চিত্ত কৰিলো বৰণ;
মোৰ মনত কৰিলো বৰণ তোমাৰ মন।
মোৰ প্ৰীতিৰে কৰিলো বৰণ তোমাৰ প্ৰীতি;
প্ৰেম-প্ৰীতিৰ ই হেন সম্প্ৰীতি, দুৰ্লভ অতি।
মোৰ আত্মাৰে তোমাৰ আত্মা কৰিলো বৰণ;

আজি হস্তে তোমাৰ কৰিলোঁ আত্ম সমৰ্পন। বিশ্ববিনন্দীয়া সংসাৰৰ কোটি কোটি প্ৰাণীৰ মাজত এনেকৈ হয় দুটিৰ মিলন। শুভ-বিবাহত হোৱা কোটিৰ মাজত এই যে দুটিৰ মিলন— ই অৰ্থহীন নহয়। ই পতি-পত্নীৰ মিলন। এই বিবাহ বন্ধনেই ধৰ্ম-বন্ধন। দম্পতীৰ এই শুভ মিলন— সৃষ্টিৰ কাৰণ, আজীৱন-আমৰণ। নৰ-নাৰীৰ উত্তেজনা সম্ভূত যৌন-মিলনৰ ক্ষণিক প্ৰেম আৰু বিবাহ শুভ-মিলনত হোৱা দাম্পত্য প্ৰেমৰ তুলনা নহয়। এই দুই প্ৰেমৰ ব্যৱধান স্বৰ্গ-মৰ্ত।

ভাৰতৰ সতী-স্ত্ৰীয়ে পতিৰ মংগলৰ কাৰণে কৰিব নোৱৰা কাম একো নাই। সতী-সাধ্বী স্ত্ৰীয়ে স্বামীৰ কল্যাণৰ কাৰণে সকলো ত্যাগ কৰিব পাৰে। স্বামী-স্ত্ৰীৰ সংসাৰত সতী-নাৰী ত্যাগৰ জ্বলন্ত প্ৰতীক। ভাৰতীয় সংস্কৃতিৰে হোৱা আৰ্যসকলৰ বৈদিক বিবাহৰ এয়ে বিশেষত্ব।

বিধাতাৰ ইচ্ছাত সৃষ্টি। ই বিধিৰ বিধান। সৃষ্টি কৰ্তাৰ ইচ্ছাতেই হয় প্ৰাণীৰ মাজত পুৰুষ-স্ত্ৰীৰ মিলন।

সংসাৰ সমৰ ক্ষেত্ৰ। সংসাৰত জীৱন-যাপন কঠোৰ কৰ্তব্য ব্ৰত। দিনৰ পিছত ৰাতি, ৰাতিৰ পিছত দিন— প্ৰকৃতিৰ নীতি। গতিকে সংসাৰৰ ধুমুহাত ভাগৰি নপৰিবলৈ, স্বামী-স্ত্ৰীয়ে পৰস্পৰ মন আৰু হৃদয় বান্ধি লয়। কিয়নো জীৱনত দুখ-শোক সকলো জয় কৰিব পাৰিলেহে স্বামী-স্ত্ৰীয়ে জীৱন যাত্ৰাত আগবাঢ়িব পাৰে। বৈচিত্ৰ্যময় সংসাৰ— ই অতি জটিল। সংসাৰত বিপদ-বিঘিনি থকাটো স্বাভাৱিক। বিপদক ভয় নকৰি ধৈৰ্যৰে যাতে বিপদৰ সম্মুখীন হ'ব পাৰে সেই উদ্দেশ্যে বিয়াৰ দিনত সংসাৰ যাত্ৰাত উভয়ে সংকল্প কৰে। ইটোৱে সিটোক যাতে কেতিয়াও এৰা নিদিয়ে আৰু সৃষ্টিকৰ্তাই পত্নীক যাতে স্বামীৰ সুখে-দুখে বিপদে-সম্পদে অতি আপোন কৰি নিয়ে তাৰ বাবে প্ৰাৰ্থনা কৰা হয়। দুখ-শোক ব্যথিত চিত্তত কাৰোপৰা সান্ত্বনা নাপালেও স্বামী-স্ত্ৰীয়ে বিশ্ব-প্ৰভুৰ কৃপাত মতি ৰাখি, দুখ জয় কৰাৰ শক্তি লাভৰ কামনা কৰে। স্বামীৰ সকলো শুভকাজত স্ত্ৰী যাতে কায়-মন-বাক্যে অনুগামী হয়, তাৰ বাবে মিলনৰ শুভ দিনত প্ৰাণৰ প্ৰিয়তমাক স্বামীয়ে কয়—

মোৰ সকলো শুভ কাজত তুমি প্ৰিয়া;
অৰ্পণ কৰা আজি হস্তে তোমাৰ হিয়া।
তোমাৰ চিত্তে মোৰ চিত হক মিলিত;
জিনিম দুখ-শোক জীৱনত হয় য'ত।
শুনা মোৰ বাণী প্ৰিয়া হই একমন
সৃষ্টিকৰ্তাৰ বিধান আমাৰ মিলন।
চলো যেন আমি বিধিৰ বিধান মানি;
আজীৱন হোৱা জীৱন সংগিনী।

স্বামী-স্ত্ৰীৰ শুভ মিলনত বিয়া। বিয়াত হয় ধৰ্মবন্ধন। উভয় ধৰ্মবন্ধনত বান্ধ খাই হৈ পৰে অতি আপোন—। পত্নীয়ে ছায়াৰ দৰে স্বামীৰ পিছে পিছে ফুৰে আৰু সৰ্বান্তঃকৰণে সকলো প্ৰকাৰ সহায় কৰি পতিৰ প্ৰাণত প্ৰেৰণা জগাই পত্নী ধৰ্ম পালন কৰে।

ছায়া সম তেওঁ অনুগামী হই
চলে স্বামী জীৱনত;
নিৰ্মল চৰিত্ৰা পবিত্ৰ সুন্দৰ
পত্নী ধৰ্ম ব্ৰতত।
সাধে হিত কাজ, সতীভাৱে নিতে
জীৱন লগৰী হই;

স্বামীৰ প্ৰাণত জগায় প্ৰেৰণা
প্ৰধান সহায় হই।

নৰ-নাৰীৰ মিলন, প্ৰকৃতিৰ ৰীতি-নিয়তিৰ নীতি। পতি-পত্নীৰ মিলন-সৃষ্টিৰ কাৰণ— বিধিৰ বিধান। সেয়ে স্বামী-স্ত্ৰীৰ মিলন।

বিয়াৰ পিছত, ৰাইজৰ আশীৰ্বাদ লৈ দৰা কইনাই সংসাৰত প্ৰৱেশ কৰে। নতুন সংসাৰত স্বামী-স্ত্ৰীয়ে মধুৰ জীৱন যাপন কৰে। নৱ-দম্পতীৰ ৰঙীন, সপোন— মধুৰ কল্পনাৰ সোণৰ সংসাৰ। সমুখত উজ্জ্বল ভৱিষ্যৎ। প্ৰিয়তমা ভাৰ্যাই মিলনৰ কাৰেং ৰচনাও, স্বামীক নানাভাৱে নানা প্ৰকাৰে, সৰ্বান্তঃকৰণে সহায় কৰে। এতেকে দম্পতীৰ মিলন নিতৌ মধুৰতৰ হয় আৰু দৰা-কইনাৰ নতুন সংসাৰত, দাম্পত্য জীৱন হয় জয় জয় ময় ময়।

*প্ৰথম বছৰৰ ২য় সংখ্যাত প্ৰকাশিত (ডিচেম্বৰ, ১৯৬৫)*

# বুজাত ভুল

মোহাম্মদ নবীৰ হুছেইন

মহচৰা এখন গাঁও। গাঁওখন অতি পুৰণি। তাৰ বাসিন্দাসকল অতি সৰল-সহজ প্ৰকৃতিৰ মানুহ। পুৰণি হ'লেও গাঁওখনত সুখ শান্তিৰ ছায়া সদায় বিৰাজ কৰে।

সেই গাঁওতেই ৰেজিত মণ্ডলৰ ঘৰ। ঘৰখনত বেছ সুখ-শান্তিৰ খলকনি আছেই। মণ্ডলৰ একেটি মাত্ৰ পুত্ৰ। নাম তাৰ গাদু মণ্ডল। সি লাহে লাহে যৌৱনৰ সীমাত ভৰি দিছে। বাপেকে এজনী ধুনীয়া ছোৱালীৰ লগত গাদুৰ বিবাহ পাতি দিলে। আনন্দ-উৎসৱেৰে বিবাহ কাৰ্য সমাধা হৈ গ'ল। গাদু নৱ পত্নীৰে সৈতে সুখ-শান্তিৰে জীৱন যাপন কৰিবলৈ ধৰিলে।

কিছুদিন পিছৰ কথা। গাঁৱত বসন্ত বেমাৰে কালৰূপ ধাৰণ কৰি দেখা দিলে। বহুতেই এই মায়াময় সংসাৰ এৰি— চিৰতৰে বিদায় লৈ সিপুৰিলৈ গমন কৰিলে— সেই সুবিধাতেই। ইঘৰ-সিঘৰ কৰি বসন্তই গাদুহঁতৰ ঘৰতো সুদৃষ্টি পঠিয়ালে।

যোৱা শনিবাৰৰ পৰাই ৰেজিত মণ্ডলৰ বসন্ত ওলাইছে। আজি দুদিন পাৰ হৈ যায়। বেমাৰ কমক চাৰি দিনক দিনে বাঢ়িহে আছে। পাদুয়ে বাপেকৰ চিকিৎসা ভালকৈ কৰাব পৰা নাই। কিয়নো গাঁৱতে তেনেকুৱা বসন্ত ৰোগৰ ভাল চিকিৎসক পোৱা টান। গাঁৱলীয়া বেজৰ দ্বাৰাই চিকিৎসা কৰাই আছে। কিন্তু বেমাৰীৰ লক্ষণ সিমান ভাল যেন দেখা নাযায়।

বেমাৰ হোৱাৰ তৃতীয় দিনাখন। মণ্ডলে বুজিলে যে তাৰ অন্তিম সময় ওচৰ চাপি আহিছে। গতিকে সি বিধাতাৰ নিৰ্মম ৰীতি অনুযায়ী ইহধামৰ পৰা মেলানি মাগিব লাগিব।

বুঢ়াই মৃত্যু শয্যাত ইকাতি-সিকাতি কৰি লাহে লাহে সৃষ্টি কৰ্তাৰ নাম ল'লে। তাৰ পিছত, ইফালে সিফালে লক্ষ্য কৰি অলপ ঠাণ্ডা পানী খাব খুজিলে। ঘৈণীয়েক গাদুলীয়ে অলপ পানী মুখত দিলে। মণ্ডল বুঢ়াই এটি দীৰ্ঘ নিশ্বাস পেলালে। তাৰ পিছত, গাদুক অন্তিম শয্যাত ওচৰলৈ মাতি আনি সেহাই সেহাই অলপ ভঙা ভঙা মাতেৰে বুঢ়াই গাদুক এই কেইআষাৰ কথা ক'লে :

(১) 'বেল্ তলালৈ চহিবা।

(২) মাছৰ প্ৰত্যেক কামোৰত মুৰা খাবা।

(৩) মাজ সমুদ্ৰত পানী খাবা।

(৪) তাতো যদি নোৱৰা তিনিমূৰীয়া বুঢ়াৰ ওচৰলৈ যাবা।'

এই অন্তিম আদেশ আৰু উপদেশ দিওঁতে দিওঁতেই বুঢ়াৰ মাত বন্ধ হৈ আহিল। দুচকুৰেদি দুধাৰী চকুলো বাগৰিল আৰু বুঢ়াই চৰি কাললৈ চকু মুদিলে।

গাদুয়ে বাপেকৰ একমাত্ৰ সন্তান বুলি গৌৰৱ কৰি আগৰে পৰাই অলৌ টলৌকৈ ঘূৰি ফুৰিয়ে বেছিভাগ সময় অতিবাহিত কৰিছিল। বাপেকৰ নিয়মীয়া কঠোৰ পৰিশ্ৰমৰ ফলত গাদুহঁতৰ সাংসাৰিক অৱস্থা নদন বদন আছিল।

গাদুয়ে ফিতাহি মাৰি ঘূৰি ফুৰিয়ে সোণালী সময় পাৰ কৰি দিবলৈ ধৰিলে। সি কৃষিকাৰ্যত সিমান মনকাণ নিদিয়াকৈ থাকিল। বাপেকৰ মৃত্যুৰ পিছত গাদুয়ে পিতৃবাক্য আখৰে আখৰে পালন কৰি চলিবলৈ ধৰিলে— স্বজ্ঞানে স্বইচ্ছাই। সিহঁতৰ এজোপা বেল গছ আছিল— ঘৰৰ সন্মুখফালে, তাৰে তলত সি নিতৌ চহ কৰিবলৈ ধৰিলে। খেতিৰ বাকী মাটি ছন পৰিল। প্ৰতিদিন ডাঙৰ ডাঙৰ ৰৌ, কাতল, বাহু আদি মাছ কিনি আনি তাৰ মূৰা প্ৰত্যেক কামোৰে মহানন্দে খাবলৈ আৰম্ভ কৰিলে। তিনিজন নাৱৰীয়াসহ এখন নাও ভাৰা কৰি মাজ সাগৰৰ পৰা নিতৌ খোৱা পানী আনি খাবলৈ ধৰিলে।

এনেকৈ কিছুদিন চলাৰ পিছত গাদুৰ প্ৰায় বস্তি নজ্বলা অৱস্থা হ'ল। গাদুই এতিয়া উপায় কৰে কি ? সি চাৰিওপিনে অন্ধকাৰ দেখিবলৈ ধৰিলে। এসাঁজ অনাহাৰে থাকি সি নিস্তেজ হৈ পৰিল। সি বিছনাত দীঘল দি পৰিল। কিন্তু তাৰ টোপনি নাহিল। ভোকত তাৰ পেট কলমলাবলৈ ধৰিলে। তাৰ মনত পৰিল ঃ 'ধন চিন্তা মন চিন্তা, চিন্তা বৰ ৰোগ।

কোনো কাৰ্যই ভাল নালাগে,

যদি লাগে ভোক।।'

ইকাতি সিকাতিকৈ ওৰে নিশা গাদুৰ টোপনি নাহিল। সি তাৰ অতীত জীৱনৰ কথা আৰু বাপেকৰ আদেশ-উপদেশৰ কথা মনত কৰি চকুলোৰে গাৰু তিয়ালে। সি দীৰ্ঘ নিশ্বাস ত্যাগ কৰিবলৈ ধৰিলে। গাদুৰ দুখৰ ৰাতি নোযোৱা নুপুৱা হ'ল। অৱশেষত তাৰ মনত পৰিল বাপেকৰ অন্তিম উপদেশ।

ৰাতি পুৱাৰ লগে লগে গাদুই যাবলৈ ধৰিলে— তিনিমূৰীয়া বুঢ়া বিচাৰি। গৈ আছে গৈ আছে। গৈ গৈ এডৰা জলকীয়া খেতিৰ ওচৰ পালে। তাত এজন তিনিমূৰীয়া বুঢ়াই পিটিকি পিটিকি নিকাই আছে। গাদুই লাহে লাহে বুঢ়াৰ কাষলৈ গ'ল।

তিনিমূৰীয়াবুঢ়াই লাহে লাহে ওপৰলৈ মূৰ ডাঙি চাই গাদুক সুধিলে— 'কিহে ৰোপাই তুমি কোন ? কি সকামত এই অভাগাৰ ওচৰলৈ আহিলা ? গাদুই বিনয়ভাবে নিজৰ পৰিচয় দিলে। তাৰ পিছত নিজৰ দুখৰ কথা বিতংকৈ বিৱৰি ক'লে। তেতিয়া জ্ঞানী বুঢ়াই ক'লে— বোলে, 'বুঢ়াৰ কথা নুশুন ডেকা টানত পৰি কিয় কেকা।।'

বোপাই! তোমালোক ডেকাবোৰে আমাৰ দৰে বুঢ়াৰ কথালৈ মন-কাণ নিদিয়া নহয়। সেয়ে তোমালোকৰ এনে হ'বলৈ পায়। নহ'লে বাপেকৰ সোণৰ সংসাৰ ধ্বংস কৰানে? বাৰু, সি যিয়ে নহওক বোপাই, তোমাৰ বুজাত ভুল হৈছে। সেয়ে তুমি দুখত পৰিছা।

এতিয়া কওঁ শুনা: তুমি তোমালোকৰ খেতিৰ গোটেইখিনি মাটি বেল দলিমাৰি দিলে তল যোৱাকৈ চহ কৰিবা। বজাৰৰ পৰা সদায় সৰু সৰু টাট্‌কা মাছ আনি প্ৰতিগৰাহত মূৰা খাবা আৰু আধা ভাত খোৱাৰ পিছতেই পানী খাবা। তেতিয়া হ'লে তোমাৰ পিতৃবাক্য পালন কৰা হ'ব আৰু তোমাৰ সাংসাৰিক অৱস্থা নিশ্চয় ভাল হ'ব। এতিয়া যোৱা।

*প্ৰথম বছৰৰ ২য় সংখ্যাত প্ৰকাশিত (ডিচেম্বৰ,১৯৬৫)*

# ভাৰতৰ ধৰ্ম নিৰপেক্ষতা

ছিৰাজুল হক (আলিগড়)

ধৰ্ম নিৰপেক্ষতা ভাৰতৰ এটি জাতীয় ঐতিহ্য। বেলেগ বেলেগ জাতি আৰু ধৰ্ম বিৰাজমান দেশ এখনত ৰাজনৈতিক ব্যৱস্থা সুকলমে পৰিচালনা কৰিবৰ একমাত্ৰ উপায় হৈছে সকলো গোত্ৰৰে আনুগত্য স্বীকাৰ। ভাৰতৰ অসংখ্য ভাষাভাষী আৰু বেলেগ বেলেগ ধৰ্মীয় লোকে কেতিয়াও এই সূত্ৰক মানি নল'ব যদিহে কোনো এটি বিশেষ ধৰ্মক, ৰাজ্যিক ধৰ্ম হিচাপে মানি লোৱা হয়। ধৰ্ম নিৰপেক্ষতা বুজোতা বহুতোৰে কিছু নহয় কিছু আঁসোৱাহ ৰৈ যায়। বহুতে ভাবে ধৰ্ম নিৰপেক্ষতা ধৰ্মৰ বিৰোধী ভাব নহ'লেও অন্ততঃ পক্ষে ধৰ্মৰ প্ৰতি এটি অমনোযোগী ভাব। এইটো ভুল ধাৰণা। কিয়নো ধৰ্মীয় ঐতিহ্য ভাৰতত ইমান শক্তিশালী যে ইয়াৰ গুৰুত্ব অস্বীকাৰ কৰিলে ভাৰতীয় নাগৰিকে ধৰ্ম নিৰপেক্ষতা নীতিৰ মূল উৎপাদন কৰিব। গতিকে ভাৰতত ধৰ্ম নিৰপেক্ষতা বুলিলে কোনো এটি বিশেষ ধৰ্মক ৰাজ্যিক ধৰ্ম হিচাপে গ্ৰহণ নকৰাকে বুজায়।

এইটো স্বতঃসিদ্ধ যে প্ৰত্যেক সংখ্যাগৰিষ্ঠ সম্প্ৰদায়েই নিজৰ ধৰ্ম আৰু জীৱন নিৰ্বাহ অন্যান্য সম্প্ৰদায়তকৈ গৌৰৱান্বিতকৰিবলৈ প্ৰলোভিত হয়। কিন্তু এই প্ৰলোভন সদায় বিপদ সম্পন্ন। ভাৰতীয় আৰু পৃথিবীৰ সকলো ইতিহাসে এয়ে শিকায় যে সংখ্যালঘুয়েও তেওঁলোকৰ সংখ্যাৰ মান হিচাপে জাতীয় জীৱন আৰু সংস্কৃতিত অৰিহণা যোগাই থাকে। ভাৰতত মুছলিম, খৃষ্টান আদি সংখ্যালঘু সম্প্ৰদায়ৰ দান সংখ্যা মান হিচাপে (অনুপাতে) কোনো ক্ষেত্ৰতে কম নহয়। যদিও ভাৰতত হিন্দুৰ সংখ্যা শতকৰা প্ৰায় ৮০জন, তথাপি ধৰ্মীয় একচেতিয়া প্ৰশ্ন তোলা উচিত নহ'ব। হিন্দু সমাজৰ অসাধাৰণ সমাজ ব্যৱস্থাই— বিভিন্ন শাখা, বিভিন্ন দৰ্শন আৰু সভ্যতাই এই প্ৰশ্নক কেতিয়াও ইচ্ছাকৃতভাৱে মানি নলয়।

ধৰ্ম নিৰপেক্ষতা ভাৰতত যুগ যুগৰে পৰা চলি আহিছে। আদিম যুগৰে পৰা ভাৰতত বিভিন্ন ধৰ্মৰ সমাৱেশ হৈছিল, কিন্তু কোনো শাখাই নিজ নিজ পদ্ধতিত বাধাপ্ৰাপ্ত হোৱা নাছিল। খৃষ্টীয় প্ৰথম শতাব্দীতে খৃষ্টান আৰু ইহুদিবিলাকে উল্লেখযোগ্য আদৰ-অভ্যৰ্থনা পাইছিল। কেবাশতাব্দীৰ পিছত পাৰ্চীয়ান আৰু মুছলিমবিলাকে ভাৰতৰ এক আন্তৰিক আহ্বান পাইছিল আৰু এতিয়াও উল্লেখযোগ্য যে বিভিন্ন ধৰ্মবিশ্বাসীলোক বিৰাজমান দেশ এখন একে পথেৰে উন্নতিৰ বাটলৈ আগবাঢ়ি আছে।

হিন্দু সমাজখন চৰিত্ৰগত হিচাপে নিয়ম-তন্ত্ৰ প্ৰণালীবাদী। এই মতবাদে সামাজিক আৰু অৰ্থনৈতিক সত্বা যেনে— জাতিধৰ্ম, লগতে ধৰ্মীয় মনোভাব আৰু বিশ্বাসতা আৰোপ হয়। হিন্দু ধৰ্ম বেলেগ বেলেগ ঠাল-ঠেঙুলিৰে ভৰা। এক শাখাৰ লগত অইন শাখাৰ ইমান পাৰ্থক্য যে পৃথিৱীৰ দুটা পৃথক সংঘবদ্ধ ধৰ্ম বুলিহে অনুমান হয়। কিন্তু গৌৰৱৰ বস্তু এয়ে যে যদিও বৌদ্ধ, জৈন, শিখ আদি হিন্দু ধৰ্মৰ বহুতো শাখা ভাৰতৰ কোণে কোণে গঢ়ি উঠিছিল, তথাপি এক শাখাৰ লগত অইন শাখাৰ খোৱা-কামোৰাৰ দৃষ্টান্ত কম। অশোকে যদিও বৌদ্ধ ধৰ্মক ৰাজধৰ্ম হিচাপে ঘোষণা কৰিছিল তথাপি তেওঁ সকলো ধৰ্মৰ লোকসকলক নিৰাপত্তা দিছিল আৰু সকলো ধৰ্মৰ প্ৰতি উদাৰ আছিল। বিজয়াপুৰিৰ ইক্ষাকু ৰজাবিলাকেও বৌদ্ধ আৰু হিন্দুবিলাকক একে চকুৰে চাইছিল। প্ৰবাদ আছে যে তেওঁলোকৰ ৰজা হিন্দু আৰু ৰাণী বৌদ্ধ আছিল। পূজাৰীবিলাকে ৰজাৰ পৰা আৰু ভিক্ষুকবিলাকে ৰাণীৰ পৰা সহায় আৰু সহানুভূতি পাইছিল। পৰধৰ্মৰ প্ৰতি সহিষ্ণুতা তেওঁলোকৰ থকালৈকে দেশত উন্নতি আৰু শান্তি বিৰাজ কৰিছিল। যেতিয়াই এই মতৰ পৰিবৰ্তন কৰিছিল তেতিয়াই দেশত গণ্ডগোল আৰম্ভ হৈছিল আৰু অৱশেষত সেই ৰাজ্য পতন হৈছিল।

মোগল আৰু পাঠান সাম্ৰাজ্যৰ যুগতো একে মতবাদকে অৱলম্বন কৰা হৈছিল। পাঠানসকলে ভালদৰে উপলব্ধি কৰিব পাৰিছিল যে হিন্দুসকলৰ আনুগত্য নহ'লে কেৱল ভীতিৰ ওপৰত প্ৰতিষ্ঠিত ৰাজ্য এখন অধিককাল তিষ্ঠি থাকিব নোৱাৰে। সুবিধাবাদী আকবৰে এই মতক জীৱনৰ দৰ্শন কৰি ল'লে আৰু ইয়াতেই তাৰ মহত্ব। যেতিয়াই এই মাতবাদ এৰি দিলে, মোগল সাম্ৰাজ্যৰ পতন তাৰ পৰাই আৰম্ভ হ'ল।

শিৱাজীৰ কৃতিত্ব ধৰ্ম-নিৰপেক্ষতাৰ ওপৰত নিৰ্ভৰ কৰিছিল। তেওঁৰ উত্তৰাধিকাৰী কিছুমান নিজ ধৰ্মৰ প্ৰতি বেছি দৰদ থকাৰ ফলত ধৰ্মীয় আভিজাত্যৰ সৃষ্টি হৈছিল আৰু হিন্দুবিলাকেই তেওঁলোকৰ বিপক্ষে গৈছিল।

এইদৰে আমি বুৰঞ্জীয়ে শিকোৱা— ঐতিহ্যকে গ্ৰহণ কৰি আছোঁ। ভাৰতীয় সংবিধানে ধৰ্মৰ ওপৰত ভিত্তি কৰি—সামাজিক আৰু অৰ্থনৈতিক শিক্ষা মানি নলয়। ইংৰাজীত এই নীতিক Secularism (চেকুলাৰিজিম) বোলা হয়। Secularismৰ আভিধানিক অৰ্থ ভাৰতত মানি লোৱা হ'লে দেশত এক মহা আলোড়নৰ সৃষ্টি হ'ব বুলি আগেয়ে কৈ অহা হৈছে। তেনেহ'লে ভাৰতত Secularism বুলিলে কি বুজো? ভাৰতীয় সংবিধানত ইয়াৰ কোনো সূত্ৰ নথকাত Secularism পক্ষপাতিসকলে কেতিয়াবা বিমোৰত পৰে। সংবিধানে ধৰ্মীয় আৰু সাংস্কৃতিক স্বাধীনতা বৰ্ণনা কৰোতে Secularismৰ গুৰুত্ব আৰোপ কৰিছে। 'ভাৰতত কোনো ধৰ্ম ৰাজ্যিক ধৰ্ম নহ'ব। চৰকাৰে কোনো ধৰ্মক আতিথ্য নকৰিব কিন্তু সকলো ধৰ্মক সমান চকুৰে

চাব'— আৰু এইবোৰেই হৈছে Secularismৰ সাৰমৰ্ম।

আমাৰ সংবিধানৰ অন্তৰ্ভুক্ত Secularism মতবাদ মৰুভূমিৰ বালিকণাৰ দৰে শুকান নহয়। ইয়াৰ লক্ষ্য গতিশীল। জাতি, ধৰ্ম, সামাজিক সংস্কৃতি আদি যিয়েই নহওক লাগে— নিজৰ নিজৰ ধৰ্ম, কৃষ্টি আৰু সংস্কৃতিৰ দ্বাৰা নিজ ব্যক্তিত্ব প্ৰকাশ কৰিবলৈ ভাৰতৰ বিশাল পৰিয়ালৰ প্ৰত্যেক নাগৰিককে ই সুবিধা দিব বিচাৰে; যদিহে ইয়াৰ দ্বাৰা অইনৰ স্বাধীনতাত ব্যাঘাত নজন্মে আৰু এইদৰে, ভাৰতৰ সাংস্কৃতিক আৰু বিশ্বজনীন উন্নতিত অৰিহণা যোগায়।

সঁচা গণতন্ত্ৰ বুলিলে আমি যিয়েই নুবুজো, ইয়াৰ উন্নতিৰ কাৰণে, লৌকিক, যুক্তি-সংগত, ধৰ্ম নিৰপেক্ষ আৰু অসাম্প্ৰদায়িক নীতিৰ ওপৰত ভিত্তি কৰিব লাগিব। ভাৰত গণৰাজ্যৰ উন্নতি কল্পে যুক্তি— ধৰ্মৰ সকলো শাখা সবল কৰিব লাগিব আৰু তেতিয়াহে ই অজেয় হ'ব।

Secularism ৰ সৃষ্টি বিজ্ঞান, যুক্তি আৰু জীৱনৰ বাস্তৱ ধৰ্মৰ;— বিশেষকৈ নাগৰিক জীৱনৰ (Citizenship) আৰু জাতীয় কৰ্মধাৰাৰ ওপৰত প্ৰতিষ্ঠিত। নাগৰিক জীৱনত প্ৰীতি, বন্ধুত্ব আৰু পৰম্পৰাগত সহায় সহানভূতি আদিয়ে খুব সহায় কৰে আৰু সকলোৰে পক্ষে ই উপকাৰী। Secularism য়ে ধৰ্ম, আধ্যাত্মিকতা আৰু অনুভৱ যোগ্য বস্তুৰ ওপৰত ভিত্তি কৰি নাগৰিক জীৱন প্ৰভাৱান্বিত বা বাধা বিপত্তিৰ সৃষ্টি কৰিবলৈ নিবিচাৰে। পাৰ্থিৱ দৰকাৰী বস্তুৰ ওপৰত ইয়াৰ অবাধ প্ৰতিক্ৰিয়া আছে। বাস্তৱ জীৱনৰ উত্থান পতনত আধ্যাত্মিকতাৰ স্থান নাই। সেই বুলি Secularism কোনো মতেই ধৰ্ম বিৰোধী নহয়। পাৰ্থক্য এইখিনিতেই যে মানুহৰ পাৰ্থিৱ লাভ নহ'লে কেৱল আধ্যাত্মিকতাৰ নাম লৈ ই ধৰ্মক নামানে। বাস্তৱিকতে Secular নীতিৰ ওপৰত প্ৰতিষ্ঠিত নহ'লে প্ৰকৃত গণতন্ত্ৰ চলিব নোৱাৰে। কিয়নো গণতন্ত্ৰ দেশৰ আইনৰ আগত প্ৰত্যেক নাগৰিকৰ সম অধিকাৰক বুজায়। ভাব প্ৰকাশ স্বাধীনতা ব্যক্তি সমতাৰ অন্তৰ্ভুক্ত আৰু ই সকলো নাগৰিকৰ প্ৰতি সমান অধিকাৰ, দায়িত্ব আৰু সুবিধা আৰোপ কৰে। এনেকি গৱৰ্ণমেণ্টেও আইনৰ হাত এৰাই চলিব নোৱাৰে। কিছুমান বিষয়ত ৰাজ্যৰ কৰ্মকৰ্তাসকলে স্বাধীনতা ভোগ কৰিলেও তেওঁলোকে আইনৰ পৰা মুক্ত নহয়। তেওঁলোকে আইনৰ পৰা পৃথক হ'লে ৰাজ্যত বিভাজন আৰু কন্দলৰ সৃষ্টি হ'ব।

সাধাৰণতে Secularism ধৰ্মীয় ভিত্তিত নহয় যদিও ইয়াৰ স্থিতি আৰু প্ৰগতিত নৈতিকতা আছে। এই নৈতিকতা ধৰ্মৰ পৰা লোৱা হোৱা নাই। সংগবদ্ধ আৰু পৰম্পৰাগত সুখ আৰু সমান অধিকাৰ বিচাৰি বিচাৰি ইয়াৰ জন্ম।

ভাৰতীয় সংবিধানৰ আগ কথাতেই ব্যক্তি সমতা আৰু ন্যায় বিচাৰৰ প্ৰতি অধিক জোৰ দিছে। মৌলিক স্বাধীনতা অধ্যায়ত (Chapter of the Fundamental Righrs) ভাৰতৰ সকলো অধিবাসীক কিছুমান অধিকাৰ দিছে। ইয়াৰ মাজত ধৰ্ম পালন আৰু ইয়াৰ প্ৰচাৰৰ অধিকাৰ অন্তৰ্ভুক্ত। দৰাচলতে এই অধিকাৰ সকলো ধৰ্মকে দিয়া হৈছে। সেয়েহে নিজ বিশ্বাসত কোনোৱে বাধাপ্ৰাপ্ত হ'ব নোৱাৰে।

এইদৰে দেখা যায় যে ধৰ্ম নিৰপেক্ষতা ভাৰতত আদিম যুগৰে পৰা চলি আহিছে আৰু বৰ্তমানে সেই পুৰণি ঐতিহ্যক বহুতো উন্নত ধৰণে আৰোপ কৰা হৈছে; নহ'লে ৰাষ্ট্ৰ সংঘৰ প্ৰগতিশীল জাতিৰ লগত আমাৰ হাত মিলাই চলা টান হৈ পৰিব। ভাৰতৰ প্ৰত্যেক নাগৰিকে ইয়াক ভালদৰে উপলব্ধি নকৰিলে বৰ্তমান যুগত গণতন্ত্ৰৰ কৃতকাৰ্যতা আশা কৰিব পৰা নেযায়।

*প্ৰথম বছৰৰ ২য় সংখ্যাত প্ৰকাশিত (ডিচেম্বৰ,১৯৬৫)*

# ঈদ-ই-কোৰবানী

## সম্পাদকীয়

কালৰ চকৰিটো চক্ৰপাকে অবিৰাম ঘূৰি থকাৰ ফলত প্ৰতি বছৰে আমি কালৰ হেৰুওৱা অতীতক ঘূৰাই পাওঁ—বিভিন্ন উৎসৱ-পাৰ্বণ আদিৰ আয়োজন কৰি অতীতৰ হেঙুলি ৰহণেৰে আমাৰ মন-প্ৰাণক জগাই তোলো; প্ৰাকৃতিক জগতখনে নৱ-ৰেহ ৰূপ লোৱাৰ দৰে আমিও মনত নৱ-চেতনা লাভ কৰো— ফলত সুপ্ত মনৰ লুপ্ত ভাবনা দীপ্ত হৈ উঠে।

ঈদ-ই-কোৰবানী (ত্যাগৰ ঈদ) মুছলমানসকলৰ তেনে এটি পৰ্ব। ইছলাম অনুগামীসকলৰ পৰ্ববোৰৰ ভিতৰত ই অন্যতম। মুছলমানসকলে ইয়াক পবিত্ৰ জ্ঞানে পালন কৰে। এই পৰ্বটি পালনৰ মাজেৰে মুছলমানসকলে অতীত ইতিহাসৰ এটি ঘটনাক স্মৰণ কৰি শিক্ষা লভে আৰু মনক পবিত্ৰ কৰে।

বিশ্ব নবী হজৰত মহম্মদ (ছঃ)ৰ পূৰ্বপুৰুষ হজৰত ইব্ৰাহিম খলিলুল্লাহ (আঃ)য়ে এদিন ৰাতি সপোনত খোদাৰ পৰা আদেশ প্ৰাপ্ত হয় কিবা প্ৰিয় বস্তুক আল্লাৰ নামত কোৰবান কৰিবলৈ। সপোন প্ৰদত্ত খোদাৰ এই আদেশ পালন কৰিবলৈ তেওঁ পোনতে দুম্বা দ্বিতীয়তে উট কোৰবানী কৰাৰ পিছতো যেতিয়া তৃতীয়বাৰ সেই একে আদেশেই প্ৰাপ্ত হয়, তেতিয়া বুকুৰ ধন, কলিজাৰ টুকুৰা পুত্ৰ ইছমাইল (আঃ)ক কোৰবানী কৰিবলৈ গলত ছুৰি চলায়। জাগতিক মায়া-মোহক কোৰবান কৰি, পিতা হৈ পুতেকৰ গলত ছুৰি চলাই পৰমপিতা (আল্লা)ৰ কঠিন পৰীক্ষাত উত্তীৰ্ণ হয়— বিনন্দীয়া সংসাৰৰ মায়াৰ বন্ধন কাটি আল্লাৰ খাচ পিয়াৰা বান্দা ৰূপে প্ৰমাণ ছাবিত কৰে। এয়া খলিলুল্লা (আল্লাৰ বন্ধু)ৰ প্ৰমাণ কাহিনী।

যুগ পৰিবৰ্তনত ই আজি অস্বাভাৱিক যেন লাগে; কিন্তু প্ৰাচীন কালত নৰবলিৰ প্ৰথা চলিছিল। ভাৰতৰ বুকুতো এই ৰীতিৰ প্ৰচলন আছিল। হজৰত ইব্ৰাহিম (আঃ) প্ৰাচীন পশ্চিম ভাৰতীয় নবী। হিন্দু শাস্ত্ৰত তেওঁক ব্ৰহ্মা বোলা হৈছে, 'কোৰাণ'ত ইব্ৰাহিম আৰু 'বাইবেল'ত আব্ৰাহাম নামে পৰিচিত। তেওঁৰ দুইপুত্ৰ ইছমাইল আৰু ইছহাক হিন্দু শাস্ত্ৰত যথাক্ৰমে অথৰ্বা আৰু অংগিৰা কোৱা হৈছে। তেওঁৰ দুগৰাকী পত্নী সাৰা আৰু হাজেৰাক যথাক্ৰমে সৰস্বতী আৰু পাৰ্বতী নামে জনা যায়।

ইব্ৰাহিম (আঃ) কোৰবানী নৰবলি প্ৰথাৰেই অনুৰূপ কাহিনী। তদানীন্তন আল্লাৰ পিয়াৰা বান্দাসকলে ভক্ত-প্ৰাণৰ বিগলিত শ্ৰদ্ধা আৰু ত্যাগ এইদৰেই দেখুৱাইছিল।

পুৰাকালত ই বৰ পুণ্যময় আছিল। পৰৱৰ্তী কালত এই নির্মম ধৰ্মীয় প্ৰথাটো ৰদ হৈ যায়।

হজৰত মহম্মদ (ছঃ)য়ে পূৰ্বৰ সকলো ধৰ্মৰ সাৰ সংগ্ৰহ কৰি ইছলাম প্ৰচাৰ কৰে। কোৰাণত আছে— 'ছুহুঁ কাম মুতাহ-হাৰাতান ফীহা কুতুবুন কাই-মিয়াতঃ পবিত্ৰ কিতাপ (কোৰাণ), যি সকলো পূৰ্ব্বৱৰ্তী ধৰ্মগ্ৰন্থৰ সংশোধিত সাৰ।' —(ছুৰা 'বাই-ইনাত' ঃ ৯৮ ঃ ২৩)। তেখেতে ইব্ৰাহিম (আঃ)ৰ শিক্ষাপ্ৰদ এই মহান ত্যাগৰ আদৰ্শক জীয়াই ৰাখি, মানৱক ত্যাগ-আদৰ্শৰ প্ৰতি অনুৰাগ বঢ়াবলৈ ভক্ষ্য পশু-বলি (যবেহ)ৰ বৈধতা ইছলামত স্থান দিয়ে। বে-তিয়াৰে পৰা ই মুছলমানসকলৰ এটি পবিত্ৰ উৎসৱত পৰিগণিত হৈছে।

এই উৎসৱৰ ঘাই শিকনি হ'ল— ইহলৌকিক মায়া-মোহ, স্বাৰ্থ-লোভ আদিৰ বন্ধনৰ পৰা মনক আঁতৰাই পৰলৌকিক চিৰ সুখ আৰু আনন্দৰ বাবে ত্যাগ আৰু দানেৰে মনক শুচি কৰা আৰু ধৰ্ম পথত পৰিচালিত হৈ মানৱ জাতিৰ কল্যাণ সাধনত অৰিহণা যোগোৱা। কিন্তু আজিকালি আমাৰ সমাজৰ বেছি সংখ্যক মানুহেই ইয়াৰ মূল শিক্ষাত গোলযোগ কৰে— মনত পবিত্ৰতা পাবলৈ ত্যাগ নকৰি খাবলৈহে ত্যাগ কৰা যেন আচাৰ-ব্যৱহাৰে প্ৰমাণ কৰে। ফলত, ই এতিয়া মুছলমানৰ 'গৰু খোৱা উৎসৱ'ত পৰিণত হৈছে। সেয়ে কোনো কোনো অস্বাভাৱিক মনোভাব ধাৰীলোকে 'গো-হত্যা-ৰোধ' আন্দোলন কৰিবলৈ সম্বল পায় আৰু ঠাই বিশেষে চেলুলে সাম্প্ৰদায়িক হাংগামা সৃষ্টি কৰে।

অধৰ্মীকসকলেই সুবিধা বুজি ধৰ্মৰ নাম বেছিকৈ মুখত লয় আৰু ধৰ্মৰ দোহাই দি সমাজত অশান্তিৰ সৃষ্টি কৰে। সিহঁত হিন্দুও নহয়, মুছলমানো নহয়— সিহঁত চয়তান। এই চয়তানবোৰৰ ফেৰেৰৰ পৰা জনসাধাৰণক আঁতৰাই ৰাখিবলৈ ইমানদাৰ সাধুসকলে সষ্টম হোৱা উচিত। মুছলমান সমাজক আমাৰ অনুৰোধ, কোৰবানীৰ সময়ত কেৱল গৰু কোৰবানী নকৰি, মনৰ আসোৱাহ-অহংকাৰ, লোভ, স্বাৰ্থপৰতা আদিকো কোৰ্‌বান কৰে যেন। তেহে, আল্লাই আমাৰ ওপৰত কৰুণাবৰ্ষণ কৰিব। আল্লাহ মহান— আল্লাহু আকবৰ।

*প্ৰথম বছৰৰ ঈদ সংখ্যাত প্ৰকাশিত (মাৰ্চ, ১৯৬৬)*

# ন-অসমীয়া

আতাউৰ ৰহমান- এম এ, এল এল বি

*(লিখক নিজেই এজন ন-অসমীয়া আৰু এই প্ৰবন্ধত তেখেতে নিবেদন কৰিছে এটা প্ৰাণৰ অনুভূতি— সম্পাদক।)*

জমীদাৰীৰ জ্বালাতন, মহাজনৰ মহতালি, অন্ন-কষ্টৰ পোৰণি আদিৰ হাত সাৰিবৰ মানসে প্ৰথম মহাযুদ্ধৰ সময়েৰে পৰা পূৰ্ববংগ (বৰ্তমান পূব বাংলাদেশ)ৰ পৰা অসমলৈ দেশ স্বাধীন হোৱাৰ আগলৈকে আগমন কৰি থকা লোককে সাধাৰণতঃ আৰু বিশেষকৈ তাৰে মুছলমান অংশক 'ন-অসমীয়া' আখ্যা দিয়া হৈছে— যিহেতু তেওঁলোকে অসমত স্থায়ীভাৱে বসবাস কৰি ইয়াৰ জনসমুদ্ৰৰ লগত মিহলি হৈ গৈছে বা যাবৰ কাৰণে প্ৰয়াস কৰিছে। অন্যান্য নবাগতসকলেও নিগাজিকৈ থকাৰ উদ্দেশ্যে আহিলেও মুছলমানখিনিৰ ক্ষেত্ৰত এটা বিশেষত্ব আছে যে তেওঁলোকে শিক্ষাৰ মাধ্যমকে আৰম্ভ কৰি হাৰে-মিহজুৰে অসমীয়া ভাষা আৰু কৃষ্টিক সাঙুৰি লৈছে। আৰু এইদৰেই তিনি-চাৰি পুৰুষ তেওঁলোকে ইয়াতে কটালেই। তেওঁলোকৰ দুখ-কষ্ট, হাঁহি-কান্দোন, আশা-আকাংক্ষা ইয়াত আন দহজন তথাকথিত থলুৱা অসমীয়া দুখ-কষ্ট, হাঁহি-কান্দোন, আশা-আকাংক্ষাৰ লগত একাকাৰ হৈছে আৰু কি ৰাজনীতি, কি সমাজনীতি, কি অৰ্থনীতি সকলোতে তেওঁলোকে আন দহজনৰ লগতে খোজত খোজ মিলাই, সুৰত সুৰ মিলাই যাবলৈ আগবাঢ়ি আহিছে। তেওঁলোক আমাৰ, আমি তেওঁলোকৰ।

১৮৯৭ ইং চনৰ ভূঁইকঁপৰ ফলস্বৰূপে আৰু অন্য প্ৰকাৰে জংঘলাকীৰ্ণ হৈ থকা ঠাই মোকলাই, তাহানিৰ থলুৱা ভাইসকলৰ সৌজন্যত বা দুৰ্ঘোৰ পৰিশ্ৰমেৰে ঘটা অৰ্থেৰে যোগাৰ কৰি লোৱা সা-সম্পত্তিৰে অথবা আনৰ খটুৱা লোকৰ অভাৱ পূৰণ কৰি এই মুছলমান কৃষক শ্ৰেণী সিঁচৰতি হৈ আছে অসমৰ চুকে-কোণে পুৰণি বাসিন্দাসকলৰ গাতে গা মিলাই গাঁওবোৰত, সামান্য পৰিমাণে চহৰে-বজাৰে আৰু হয়তো কায়েম খেতিৰ চৰ-চাপৰিবোৰত, যদিওবা প্ৰকৃতিৰ প্ৰত্যাহ্বান গ্ৰহণ কৰিবলগীয়া হৈছে তেওঁলোকে শেষৰ ঠাইবোৰত। বাহুকবলীয়া কৃষক সন্তান হ'লেও সমস্যা তেওঁলোকৰ আনৰ তুলনাত ঢেৰ বেছি। খোৱা-পৰাৰ সমস্যা, বুনিয়াদী নিৰক্ষৰতা দূৰ কৰা সমস্যা, আন দহ ভাইৰ তেওঁলোকলৈ বৰ্তি থকা কাৰণে-অকাৰণে কটাক্ষ চাবনিৰ সমস্যা আৰু কেতিয়াবা অস্তিত্বৰ সমস্যা।

অক্লান্ত পৰিশ্ৰমী আৰু পুৰণি কলীয়া ধৰণে হ'লেও একাণপতীয়া খেতিয়ক এই শ্ৰেণী লোকৰ সাধাৰণতঃ হয়তো খাবৰ জোখাৰে এডৰা মাটিৰ অভাৱ আৰু নহ'লে

পেটে-ভাতে খাই থকা অৱস্থা। কিন্তু নিজৰ পেট প্ৰবৰ্তনৰ লগতে স্বভাৱ দোষতে হওক বা এটা একপ্ৰকাৰ হীনতাৰ ভাৱ পৰিহাৰ কৰিব নোৱৰাৰ কাৰণে হওক তেওঁলোকৰ অধিকাংশই আন বিশেষ শ্ৰেণীকেইটামানক পুহি আহিছে বা আহিবলগীয়া হৈছে। সেয়ে হৈছে আমোলা শ্ৰেণী— মাটিৰ লগত সম্বন্ধ থকা, আইন-শৃংখলাৰ ভাৰপ্ৰাপ্ত হৈ থকা বা যিকোনো প্ৰকাৰে তেওঁলোকক অনুগ্ৰহ-নিগ্ৰহ দি থাকিব পৰা। আকৌ আছে তেওঁলোকৰ মাজতে বথুমলা কিছুমান তেওঁলোকৰ ইহকাল আৰু পৰকালত বাস্তা দেখুৱাই— মাতব্বৰ, পীৰ চাহেব। ১ জ বিচাৰ বা 'কাজীৰ বিচাৰ' কৰা ধৰণৰ মাতব্বৰ হ'লেও ভালেই, অথবা সদাচাৰ শিক্ষা দিয়া বা ধৰ্মীয় নিয়ম কানুনৰ দিহা দিয়া পীৰ চাহেব হ'লেও ক্ষতি নাই; কিন্তু কাজিয়া-পেচাল লগাই দি সুবিধা আদায় কৰা মাতব্বৰ বা ধৰ্মৰ নামত গাজা-খুৰি কৰাই টকা ঘটাৰ সুযোগ পোৱা পীৰ চাহেবৰ ৰাজত্ব হ'লে কি ফল ফলিব পাৰে সহজে অনুমেয়। মুঠতে শোষণ বৃত্তি তেওঁলোকৰ মাজত বিৰাজমান।

আনৰ তুলনাত জীৱনমান তেওঁলোকৰ উন্নত হ'ব পৰা নাই। আমৰ মওচুমত টুক্‌ৰিয়ে টুক্‌ৰিয়ে আম কিনি খোৱাৰ বা মাঘ মাহ পৰিলেই জোঁৱাই-জীয়ৰী লৈ দুধ পিঠা খোৱা অভ্যাস আছে যদিও আৰ্থিক হেঁচাতে হক বা অন্য কাৰণেই হক তেওঁলোকৰ অধিকাংশৰে নিজৰ ঘৰৰ গাখীৰ টুপি বা হাঁহ-কুকুৰাৰ কণীকেইটা বা অত্যাৱশ্যকীয় জোঁৱাইক খোৱাবলৈ দুই-এটাৰ বাহিৰে মুৰগীকিটি বজাৰত বিক্ৰী কৰি নিজৰ ল'ৰা-ছোৱালীক ভিটামিন হীনতাত ভোগোৱা নিত্য নৈমিত্তিক ওচিৰৰ হোৱা নাই এখোন। ফলত কেঁচুৱা মৃত্যু, কোটৰাগত চকু, বুদ্ধি বৃত্তিৰ হ্ৰাস লক্ষ্যমান তেওঁলোকৰ মাজত। খেতিৰ বাহিৰে ব্যৱসায়-বাণিজ্য, ....কাটন আদি শিল্পত মনোনিৱেশ কৰাৰ আৱশ্যকতা নীচেই কম বোধ কৰে তেওঁলোকে। বস্তুতঃ তেওঁলোকৰ আৰ্থিক শংকটেই সৌচৰা ব্যাধিৰ আকাৰ ধাৰণ কৰি আনকো বিপৰ্যস্ত কৰাৰ উপক্ৰম। দেখিলে দুখ লাগে, ভাবিলে আকাশ-পাতাল, শুনিলে মধ্যযুগ যেন লাগে তেওঁলোকৰ চৰে-চাপৰিয়ে অধিক শোচনীয়তা। এখনত বাহিৰ দুখন কাপোৰ নোহোৱা, শুবলৈ কঠ এখনো নোহোৱা, মাটিৰ বিছনা, চৰু-কাহি-বাটি বুলিবলৈ মাটিৰ সাজ অধিকাংশৰে ভাগ। খান বুলিবলৈ চিনা, আজা বুলিবলৈ আলুক, প্ৰসাধন বুলিবলৈ ধূলি-মাকতি যেন স্বতঃসিদ্ধ কথা তেওঁলোকৰ ক্ষেত্ৰত। আধুনিকতাৰ বা-বতাহে দুৰ্ভেদ্য প্ৰাচীৰ ভাংগিছে যেন প্ৰৱেশ কৰিব লাগিব তেওঁলোকৰ মাজত।

সামাজিক চাল-চলনো কম দায়ী নহয় ন-অসমীয়াৰ আশানুৰূপ উন্নতিৰ ক্ষেত্ৰত। আলেম-উলামাৰ মুখে ওবেনিশা বহি ওৱাজ নছিহত শুনা এই শ্ৰেণী লোকৰ বহুতৰে মাজত (অন্য সমাজৰো তেনেকুৱা নোহোৱা নহয়) তিৰোতাক লৈ টনা-আঁজোৰা আৰু মাসি-মোকৰ্দমাৰ অন্ত নাই। পৰদাৰ বাড়া-বাড়ি থকাৰ কাৰণেই সেইবোৰ অঘটন হ'বলৈ পায় নে নেপায় ঠিক ঠাৱৰ কৰা টান; কিন্তু এইটো ঠিক যে যি ধৰণৰ পৰ্দা প্ৰচলিত আছে সি তেওঁলোকৰ তিৰোতা শ্ৰেণীত আনি দিছে এটা হীনতা আৰু দৈন্যতাৰ বাতাবৰণ।

আওকণীয়া .... যত্ন বিবৰ্জিত কেশৰাশি তেনেই পৰিষ্কাৰ বুলিব নোৱৰা আচ্ছাদন আৰু লেতুসেতু অথচ সৰলতাৰ প্ৰতীক হৈ বাটে-পথে চলাৰ ভংগীয়ে সূচায় সিহঁতৰ অধিকাংশ বেলিকা এটা যুগৰ লগত সমন্ধহীনতা আৰু এটা জাপি দিয়া ভীৰুতা। পুৰুষসকলৰ মাজতো পিন্ধন-উৰণত উদাসীনতা ন-অসমীয়া। এখন লুংগি পিন্ধি এখন কান্ধত ৰখা, শুদা গাৰে থাকি চোলা কান্ধত বৈ থকা, প্ৰদৰ্শনীৰ বাবে জোতাযোৰ হাতত ভৰ দিয়া ইত্যাদি যে তেনেই সকলোৰে বেলিকা সৰ্বসম্মত তাকো ক'ব নোৱাৰি। হওঁতে শিক্ষাৰ লগে লগে কিয়দাংশই পৰিহাৰ কৰিছে সেই চলন; কিন্তু পিন্ধন-উৰণৰ ধৰণে মৰ্যাদা বৃদ্ধি কৰে এইটো যদি স্বীকাৰ কৰা হয় তেন্তে স্বভাৱ পৰিবৰ্তনত ক্ষিপ্ৰতাৰ অভাৱ নিশ্চয় আছে। ন-অসমীয়াৰ মালি মোকৰ্দমাৰ আশ্ৰয় লোৱা আৰু কু-ফলদায়ক খণ্ডৰ মাত্ৰা— খুনা-খুনি মাৰা-মাৰি অহৰহ তেওঁলোকৰ সা-সম্পত্তি বিনাশৰ কাৰণতো হৈ আছেই, তেওঁলোকৰ সা-সম্পত্তি বিনাশৰ কাৰণতো হৈ আছেই, তেওঁলোকৰ সমাজখনৰো মৰ্যাদাৰ হানি কৰিছে। অৱশ্যে ক্ৰমাগত শিক্ষিত হৈ অহা যুৱক শ্ৰেণীৰ প্ৰভাৱত অৱস্থাৰ ক্ৰমোন্নতি হৈছে— কিন্তু প্ৰয়োজন আছে গতি ত্বৰান্বিত কৰাৰ।

শিক্ষিত ন-অসমীয়া চাম ৰাজনীতি, সমাজনীতিত বলিষ্ঠ মতাৱলম্বী আৰু দুবাহু মেলি তেওঁলোকে আঁকোৱালি লৈছে তেওঁলোকৰ স্বতঃগ্ৰহণ কৰা বা পিতৃ-পুৰুষৰ দেশ অসমখনক। পুৰণি অসমীয়া পৰিয়ালৰ সৈতে বিয়া-সবাহ, দোচ সম্বন্ধ স্থাপন আৰু আন প্ৰকাৰে চলাচল অবাধ গতিত আৰম্ভ হৈছে যদিও পুৰণি চামে নতুন চামৰ ছোৱালী গ্ৰহণ কৰাৰ মনোবৃত্তি গঢ়ি তুলিব নোৱৰাটো পৰিতাপৰ বিষয়। মুঠতে তথাকথিত থলুৱা সমাজৰ লগত ওতঃপ্ৰোতভাৱে মিলি যাবলৈ আৰু দেশৰ সংহতিত সমল যোগাবলৈ এটা প্ৰবল স্পৃহা তেওঁলোকৰ অকৃত্ৰিম, কিন্তু অন্তৰায় যে নাই তাকো নুই কৰিব নোৱাৰি। অসমীয়া ভাষাটো যিমান দ্ৰুত গতিত তেওঁলোকৰ মাজত প্ৰচলন কৰিব পাৰি তিমানেই সকলোৰে কাৰণে মংগল, অথচ শিক্ষাৰ প্ৰথম সোপান প্ৰাথমিক স্কুলবিলাকৰ প্ৰতি থকা সংশ্লিষ্টসকলৰ নজৰ বেদনাদায়ক। তেওঁলোকৰ নিজৰ অৱহেলা আৰু স্কুলবোৰৰ শোচনীয় ৰক্ষণা-বেক্ষণৰ কথাটো বাদ দিলেও বহু ক্ষেত্ৰত শিক্ষকসকলৰ কৰ্তব্যৰ প্ৰতি কৰি থকা আওকাণেই তাৰ পৰিচায়ক। মাধ্যমিক স্কুলবিলাকতো যে অৱস্থা উন্নতৰ ডাঠি ক'ব নোৱাৰি। আকৌ উৎসাহ-উদ্দীপনা দিয়াকৈ শিক্ষিত ডেকাসকলক দেশৰ আনৰ লগতে দুই চাৰিটা মনত লগা চৰকাৰী চাকৰি-বাকৰিত সোমাই লোৱাৰ প্ৰচেষ্টা নোহোৱাটোও লক্ষ্য কৰিবলগীয়া।

ন-অসমীয়াক লৈ ভুল বুজা বুজিও সময়ে সময়ে হেঙাৰ হৈ থিয় দিছে মিলন আৰু সংহতিৰ ক্ষেত্ৰত। অতীতত পাৰ হৈ যোৱা বিশেষ ধৰণৰ এটা ৰাজনীতিৰ গোন্ধৰ দোহাই দি ১৯৫০ ইং চনত তেওঁলোকৰ এক অংশক ভিঠা মাটি উচ্ছন্ন কৰি স্থানচ্যুত আৰু হায়ৰানি কৰাটো বৰ্তমান কুৰঙ্গীত পৰিণত হৈছে। অথচ এইটো জল্ জল্ পট্ পট্ হৈ

পৰিছে যে তেওঁলোক কোনো ক্ৰমেই অবাঞ্ছিত অধিবাসী নাছিল বা নহয়। কিন্তু পংকাচাৰ দুৰ্ঘটনাত ন-অসমীয়া আৰ্থিক আৰু শিক্ষা বিষয়ত যি অপূৰণীয় ক্ষতি হ'ল তাৰ বাবে ভিন সমাজেও চকুলো টুকিলে। অতীত— অতীত হৈ গৈছে। কিন্তু বৰ্তমানেও যেন তেওঁলোকৰ কিছু ভুল বুজাৰ জেৰ টনা টানি চলিছে। দেশ-প্ৰেম তেওঁলোকৰ নোহোৱা নহয়। আৰু আন দহজনৰ দৰে দেশখনক বহিৰাগত সমাজৰ পৰিপন্থী প্ৰভাৱৰ পৰা মুক্ত ৰখাত তেওঁলোক কোনো ক্ৰমেই পৰামুখ নহয়। আকৌ তেওঁলোকৰ লোভনীয় নহয়' আৰ্থিক অৱস্থাকো বহিৰাগত লোক বৃদ্ধিৰ দ্বাৰা তেওঁলোকে হীন কৰিব খোজাৰ কোনো ৰাজনৈতিক উদ্দেশ্যও তেওঁলোকৰ নাই। অথচ গোটেই ন-অসমীয়া সমাজতো আজি এটা অপবাদৰ সম্মুখীন হয় যে তেওঁলোকৰ মাজত বহু বিদেশীয়ে আশ্ৰয় লৈ আছে। যাৰ ফলত এক প্ৰকাৰ চালনিৰে চলা হৈছে—তেওঁলোকক, সাধাৰণ আইনৰ গণ্ডিৰ বাহিৰত পেলাই দেশৰ পৰা তেওঁলোকক উচ্ছেদ কৰা হৈছে— তেওঁলোকৰ ন্যায়-অন্যায়ৰ বৰ বেছি লেখ নলৈ আৰু ঠাই বিশেষে মানৱতাকো অলপ নেওচি। এই বিষয়ত থেনৰ মতে ন-অসমীয়াসকল এটা ৰাজনৈতিক খেলাৰ পুতলা হৈ পৰিছে। কোনো বিশেষ উপদল ৰাজনৈতিক ক্ষমতা আয়ত্ত কৰাৰ পৰা বিমুখ হৈ আইন এটা উপদলক পৰ্যুদস্ত কৰাৰ উদ্দেশ্যে হেনো ইন্ধন যোগায়। সি বিকি নহওক, ইয়াৰ কাৰণে অকল ন-অসমীয়াসকলেই যে বিপাণ্ডত পৰিছে সেয়া নহয়, ইয়াৰ ফলত তথাকথিত থলুৱা অধিবাসী সকলোৰো বহুতৰে মানসিকতাৰ ওপৰত এনেকুৱা প্ৰভাৱ বিস্তাৰ হৈছে যি দেশৰ কাৰণে মংগলদায়ক নহয়। দায়িত্বশীল মহলবোৰত এটা আশাৰ উদ্ৰেক হৈছে যে 'তাছখণ্ড চুক্তি'ৰ আওতাত এই সমস্যাৰ এটা সু-মীমাংসা হ'ব।

ন-অসমীয়াসকলক আনৰ দৰেই দেশৰ সম্পদ আৰু যুগৰ প্ৰয়োজনে হাত বাউলি দি কৈছে তেওঁলোকক সমতাৰ ভিত্তিত মানৱতাৰ আদৰ্শত আৰু সংহতিৰ খাতিৰত ন্যায়সংগত ব্যৱহাৰ দিবলৈ।

*প্ৰথম বছৰৰ ঈদ সংখ্যাত প্ৰকাশিত (মাৰ্চ, ১৯৬৬)*

# ইছ্‌লাম আৰু বিশ্বভাতৃত্ব

আতাউৰ ৰহমান, বি এ

'ইছলাম' শব্দটি আৰবী 'ছল্‌ম' ধাতুৰ পৰা ওলাইছে। ই এটা গুণবাচক শব্দ। মানুহৰ নৈতিক, সামাজিক আৰু আধ্যাত্মিক গুণৰ কিছু পৰিমাণে আভাস দিয়াই 'ইছলাম'ৰ উদ্দেশ্য। ইয়াৰ সাধাৰণ অৰ্থ হৈছে 'শান্তি'— সম্পূৰ্ণ শান্তি, অবিৰাম শান্তি, অবিশ্ৰান্ত শান্তি— কিন্তু প্ৰকৃত আধ্যাত্মিক অৰ্থ 'আল্লাহ্‌ তালাত আত্ম সমৰ্পণ'। 'ইছলাম' নামটি কোনো মানুহে দিয়া নহয়। জগতৰ খৃষ্টান, বৌদ্ধ, হিন্দু আদি ধৰ্মৰ নিচিনা বৈশিষ্ট্য শূন্য, ব্যক্তিগত নামবাচক ধৰ্ম নহয়; ই সকলো যুগৰ সাৰ। ই কোনো নতুন ধৰ্ম নহয়। কিন্তু এই 'ইছলাম' নামটি আদিৰে পৰা নাছিল। হজৰত ইব্ৰাহিম (আঃ)ৰ দিনতহে এই নামৰ উৎপত্তি হয়।

সৃষ্টিৰ শ্ৰেষ্ঠ জগতত অশান্তি হওক বা বিশৃংখলা ঘটক— এইটো সৃষ্টিকৰ্তাৰ উদ্দেশ্য নহয়। গতিকে বিশ্বমানৱ জাতিৰ নিমিত্তে এটা ধৰ্মৰ আৱশ্যক, যাৰ অভাৱত মানৱ জগতত শান্তি, শৃংখলা আৰু সৌন্দৰ্য থাকিব নোৱাৰে— জাতিৰ অস্তিত্ব ৰক্ষা হ'ব নোৱাৰে। পদাৰ্থ জগতৰ ধৰ্ম যেনে এটা, বিশ্ব মানৱ জাতিৰ ধৰ্মও তেনে এটা— এটাতকৈ বেছি হ'লেই জাতিৰ মাজত পাৰ্থক্য বা বিভিন্নতা হোৱা স্বাভাৱিক। পাৰ্থক্য আহিলেই, জাতিৰ বীৰত্ব নেথাকে— অশান্তি-বিশৃংখলাই তাৰ মাজত খোপনি পুতিব। অসমৰ অসমীয়া, বংগদেশৰ বঙালী, পঞ্জাবৰ পঞ্জাবী, আৰব দেশৰ আৰবী— এইদৰে দেশ হিচাপে ভাগ কৰা জাতিবোৰ মুখ মানৱৰ স্বাৰ্থজনিত এটা সংকীৰ্ণতা মাথোন আৰু এই সংকীৰ্ণতাই হৈছে বিশ্ব মানৱ জাতিৰ মাজত বিশৃংখলা আৰু অশান্তিৰ একমাত্ৰ মূলীভূত কাৰণ। সৃষ্টি কৰ্তা এজন, দৰাচলতে তেওঁৰ ওচৰত বিশ্বমানৱ জাতি এটা আৰু তেওঁৰ নিয়মানুবৰ্তীতাৰ নিমিত্তে প্ৰাকৃতিক ধৰ্মও এটা। এই প্ৰাকৃতিক বিশ্বমানৱ ধৰ্ম হৈছে ইছলাম বা শান্তি। এই ধৰ্ম কোনো দেশ হিচাপে বিভাগ কৰা জাতিৰ ধৰ্ম নহয়। ই বিশ্বমানৱ জাতিৰ একমাত্ৰ ধৰ্ম। সেয়েহে ইছলামৰ মহাগ্ৰন্থ পবিত্ৰ কোৰআন শ্বৰিফে কৈছে,— 'ইন্নাদ্দিনা এনদাল্লাহেল্‌ ইছলাম'— অৰ্থাৎ নিশ্চয়, আল্লাৰ ওচৰত একমাত্ৰ ইছলামৰ বাহিৰে আন কোনো ধৰ্ম গ্ৰহণীয় নহয়। এই ইছলাম হজৰত মোহাম্মদ (ছঃ) বা কোনো ব্যক্তি বিশেষৰ প্ৰবৰ্তিত নিজস্ব ধৰ্ম নহয়; ই যীশুৰ প্ৰচাৰিত খৃষ্টান ধৰ্ম নহয়, বুদ্ধৰ বৌদ্ধ ধৰ্ম নহয়, নাইবা মুছাৰ প্ৰচাৰিত ইহুদী ধৰ্মও নহয়;— বৰং ই মানৱ জগতৰ সৃষ্টিৰ আৰম্ভৰে পৰা যুগে যুগে অৱতীৰ্ণ হজৰত আদম (আঃ), মুছা (আঃ), ইছা (আঃ), হজৰত মোহাম্মদ (ছঃ) আদি সকলো ধৰ্ম প্ৰচাৰকৰ প্ৰচাৰিত একমাত্ৰ বিশ্ব মানৱ ধৰ্ম। মানৱ সৃষ্টিৰ আদি

কালৰে পৰা এই ধৰ্ম জগতলৈ আহিছে আৰু যিমান দিন মানৱৰ অস্তিত্ব জগতত থাকিব, সিমান দিনলৈকে ইছলাম জগতত থাকিব। ইয়াৰ ধ্বংস বা কোনো পৰিৱৰ্তন নাই। এই বিষয়ে মাদ্ৰাজৰ M Venkata Raman এ লিখিছে— 'Islam is the most natural and reasonable religion of all, and is the most acceptable to all thinking men. Its strength lies in this, While the pure religion, that is, Monotheism, preached by Jesus Christ, was corrupted at its very source by his followers, Muslims have always been strictly loyal to God and are scrupulously preserving. His pure worship taught them by their Prophet in all its integrity. Neither Hinduism nor Buddhism has any chance whatever of becoming the World Religion.... Islam alone is the purest and best of all the Religions now existing. And it alone stands the best chance of winning the world to itself, if only the Muslims wisely set about teaching it to others and show its graces in their life and character.'

জগতৰ আন আন ধৰ্মৰ নিচিনা ইছলাম এটা ধৰ্ম। ইছলামৰ শিক্ষা আৰু সৌন্দৰ্যৰ বিষয়ে আলোচনা কৰিলে ভালকৈ বুজিব পাৰি যে, আজিকালিৰ প্ৰজাতন্ত্ৰ শাসন (Democracy) এই ইছলামৰেই ধৰ্ম মাথোন। বিশ্বনবী হজৰত মোহাম্মদ (ছাঃ)ৰ মতে একত্ব, ভাতৃত্ব, সাম্য আৰু স্বাধীনতাইহে মানুহক মানুহ কৰিব পাৰে। তেখেতৰ শিক্ষা— স্বাধীনতা মানুহৰ জন্মগত অধিকাৰ, মানুহৰ মাজত জাতিগত আৰু সাম্প্ৰদায়গত— বিশেষ কোনো পাৰ্থক্য নাই; মানুহ বুলিলেই ইজনে সিজনৰ ভাই-ককাই। এজন ধনী আৰু এজন নিছলা ছলাহিলা ইছলামৰ চকুত কোনো পাৰ্থক্য হ'ব নোৱাৰে। কাৰণ সিহঁত দুয়ো মানুহ, একে মূলৰ পৰা উৎপন্ন। আল্লাই মানুহৰ পদ-মৰ্যাদা, ধন-দৌলত, বংশ-গৌৰৱৰ ফালে লক্ষ্য নকৰে। আল্লাৰ বিধানমতে কোনোৱে কাৰো অধীনত থাকিব নোৱাৰে। ইয়াত সৰু-ডাঙৰ নাই আৰু এজনে আনজনক সৰু বুলি ভবা মহাপাপ। শুদ্ধ চিত্ত পবিত্ৰাত্মা হ'লে, এজন অস্পৃশ্য জাতিৰ মানুহো আল্লাৰ ওচৰত অপবিত্ৰ চিত্ত ৰাজাধি-ৰাজতকৈও বেছি প্ৰিয়। মুছলিম সমাজত জন্মগত কোনো ইতৰ ভাব ভেদ নাই। আল্লাৰ ঘৰত ৰাজাধিৰাজ আৰু যিকোনা ছলাহিলা ভিকহ একে শাৰীতে থিয় হৈ প্ৰকৃত ভাতৃভাৱে অনুপ্ৰাণিত হৈ একে পিতাৰ ককণা ভিক্ষা মাগিব পাৰে। পবিত্ৰ কোৰআনত আছে— 'কানান্নাছু উম্মাতওঁবা-হেদাতাওঁ'— অৰ্থাৎ সকলো মানুহ এক সমাজৰ ভিতৰৰ আৰু আল্লাৰ ওচৰত মানুহ এক সমাজৰ ভিতৰৰ আৰু আল্লাৰ ওচৰত সকলো সমান। এইখিনি কথা স্বীকাৰ কৰি Carlyle চাহাবে কৈছে,— 'Islam is the perfect equaliser of mankind.' ইছলামৰ এই মূল নীতিৰ ওপৰতে ইয়াৰ শিক্ষা সৌন্দৰ্য চিৰ-প্ৰতিষ্ঠিত।

কালক্রমে হজৰত মোহাম্মদ (ছাঃ)ৰ এই বাণী গোটেই জগতত বিয়পি মহান ইছলামৰ অতুলকীর্তি ঘোষণা কৰিছে। ১৯২৯ চনত Mr. C F Andrew এ কৈছিল— 'A principle parallel in itself to that of the unity of God is the ideal of the brotherhood of Islam– brotherhood of every one who accepts the sacred name of God. The brotherhood in Islam pulls down racial and colour prejudices so much so that upto the present no other religion has been able techniques and overcome. The moment when any one of whatever race, colour or nationality embraces Islam, that moment he is taken into the brotherhood. He is taken into the brotherhood in the real sense of the word.'

বহুতে ধাৰণা কৰে যে ১৭৮৯ চনত হোৱা ফৰাচী বিপ্লৱৰ (French Revolution) পৰাহে জগতে স্বাধীনতা, ভাতৃত্ব আৰু সাম্যভাব,— এই তিনিটা সাধাৰণতন্ত্ৰৰ মৌলিক বিষয়ৰ শিক্ষা পালে। কিন্তু দৰাচলতে সেইটো নহয়। বুৰঞ্জীয়ে ফটফটীয়াকৈ সাক্ষী দিয়ে যে ১৩০০ বছৰৰ আগেয়ে মৰু আৰবৰ নিৰক্ষৰ হজৰত বছুলেহে সম্পূর্ণৰূপে এই বিষয়ে শিক্ষা দি গৈছে। এই সম্পৰ্কে Professor Lake চাহাবে কৈছে— 'It is a singular fact that whilst the rest of the world was sunk in seriatim, Islam Practised Liberty, Fraternity and Equality. It was Mohammed and his disciples who helped democracy in rising to a higher rung– i.e. socialism.' বাস্তৱিকতে সেই অসত্য যুগত যেতিয়া গোটেই জগতক নৈতিক, মানসিক আৰু আধ্যাত্মিক মৃত্যুই অধিকাৰ কৰিছিল, তেতিয়া এই নিৰক্ষৰ হজৰত মোহাম্মদে (ছাঃ) গণতন্ত্ৰৰ বিষয়ে যি শিক্ষা দান দি গৈছে, এই সভ্য যুগত যোৱা ১৩০০ বছৰৰ ভিতৰতো তেনে শিক্ষা কোনেও দিব পৰা নাই। এই প্ৰসংগত সুপ্ৰসিদ্ধ বুৰঞ্জী লিখক Simth এ কৈছে,— 'Without a standing army, without a body-guard, without a palace, without a fixed, revenue, if every any man had the right to say he ruled by a Divine Right, it was Muhammad, for he had all the power without its instrument and without its support.'

ইছলামৰ উপাসনা পদ্ধতিৰ ভিতৰতো এই গণতন্ত্ৰৰ আভাস পোৱা যায়। মানুহ একেলগে কিছু সময় থাকিলে স্বভাৱতঃ সিহঁতৰ মাজত এটা চেনেহ, প্ৰীতি, ভক্তি আৰু শ্ৰদ্ধা আহি পৰে। সেয়েহে ইছলামে আদেশ দিছে যে গাইগুটীয়াকৈ অকলশৰীয়াহৈ নামাজ নপঢ়ি দল বান্ধি নামাজ পঢ়িব। এই একত্ব, ভাতৃত্ব–সাম্যক চিৰ প্ৰতিষ্ঠিত কৰিবলৈ ইছলামে ইয়াৰ উপাসনা পদ্ধতিৰ মাজেদি ইয়াক চিৰ উন্নত কৰি ৰাখিছে। ইছলাম যে কৰ্মময় ধৰ্ম আৰু ধৰ্মময় কৰ্ম, ইয়াতে তাৰ জ্বলন্ত প্ৰমাণ পোৱা যায়। এইদৰে প্ৰত্যেক শুক্ৰবাৰে জুম্মা

নামাজত, প্ৰত্যেক বছৰত ঈদৰ নামাজত, জীৱনৰ ভিতৰত এবাৰ অনন্ত মুকলি নীলা আকাশৰ তলত, মুকলি হজৰ পথাৰত (আৰফাত) মুকলি হিয়াৰে ইজন সিজনে মনৰ সকলো কলুষ পাহৰি ভাই ভাই বুলি ডিঙিত ধৰা-ধৰি, বুকুত মিলামিলি আৰু ভাবৰ আদান-প্ৰদান কৰা হয়। বিশ্বৰ সকলো দেশৰ মুছলমানৰ লগত চিনা পৰিচয় হ'বলৈ, ভাই-ভাই বুলি প্ৰাণে প্ৰাণে মিলিবলৈ ঈছলামে যেনে সোণালী সুযোগ দিছে, তেনে সুযোগ কোনো যুগতে কোনো জাতিয়ে দেখুৱাব নোৱাৰে।

বিশ্ব জগতৰ সকলোৱে এবাৰ ভাবক— ইছলামে কেনেকৈ জগতৰ সকলো মানুহকে আপোন কৰি ল'ব পাৰে; গোটেই বিশ্বক নিজৰ মাতৃভূমিৰ দৰে সন্মান দিব পাৰে। ১৩০০ বছৰৰ আগেয়ে এজন ধৰ্মগুৰুৱে যি প্ৰচাৰ কৰিছিল, তাৰেই প্ৰতিধ্বনি আজি কেউফালে প্ৰচাৰিত হৈ বিশ্ববাসীৰ কল্যাণ সাধন কৰিছে। ইছলামৰ আদৰ্শত অনুপ্ৰাণিত হৈহে বিশ্ব শান্তি স্থাপন কৰিব পৰা হ'ব।

*প্ৰথম বছৰৰ ঈদ সংখ্যাত প্ৰকাশিত (মাৰ্চ, ১৯৬৬)*

# ঈদৰ স্মৃতি

এম এ পাটগিৰী

আজি পৱিত্ৰ খুচীৰ ঈদ। ঈদত আমীৰ-গৰীবৰ প্ৰশ্ন উঠিবই নোৱাৰে। পৱিত্ৰ ঈদটো আহিছে বিশ্বৰ মুছলিম নৰ-নাৰীৰ কাৰণে। প্ৰত্যেকেই এই ঈদত আনন্দ উপভোগ কৰিব লাগিব ক্ষুদ্ৰ স্বাৰ্থ পৰিত্যাগ কৰি। জিন্দেগী ভিতৰত নামাজ পঢ়াৰ অভ্যাস নাছিল নেছাৰ এবা, তেওঁৰ নামটো জেবুন্নেচ্ছা। প্ৰত্যেক বছৰত অৱশ্যে তেওঁ ঈদৰ নামাজ মৰদৰ ইমামতীত পঢ়িবলৈ পাহৰা নাছিল। কিন্তু, আজি আন নেছাই ঈদৰ নামাজ পঢ়িব নোৱাৰে— কাৰণ তেওঁ বৰ্তমান হাস্পতালত আবদ্ধ! পেটটো কাটি পেলাইছে আৰু শ্লাইছ লগাই শুই থাকিবলৈ এইমাত্ৰ নিৰ্দেশ কৰি গৈছে ডাক্তৰ ভঁৰালীয়ে আৰু কৈছে— 'আপুনি সঘনে উঠা-নমা নকৰিব— দৰকাৰ হ'লে নাৰ্চক মাতিব বুজিছে।' এই বুলি কৈ ওখ বুকুখনি লৈ ডাক্তৰণীজনী ওলাই গৈছিল বিপৰীত কোঠাটোলৈ— নাৰীসকলক পৰীক্ষা কৰিবলৈ।

জেবুন্নেচ্ছাৰ প্ৰাণটো উৰা মাৰিছিল মৰহা অতীতটো লৈ। এবা, তেওঁৰ বাপেক আছিল ছমছেৰ মোল্লা। ২য় শ্ৰেণীত দুবাৰ ফেইল কৰি ঘৰতে আছিল খেতি-বাতিকৰি। তাৰ পিছত তেওঁৰ জীৱনটো লৈ নামি আহিছিল নিলাজ পকনবোৰ। ইতিমধ্যে ওপৰৰ কছাৰী গাঁওখনিৰ বাইজে গাভৰু ছোৱালী এজনীক গাঁৱৰ পৰা একেবাৰে উলিয়াই দিলে। কাৰণ, তেওঁ হেনো কোনোবা ডেকাৰ লগত হ'লি গ'লি কৰিছিল আৰু বাইজে হাতে-লোটে ধৰিবলৈ সক্ষম হৈছে। ছোৱালীজনী ধুনীয়া আছিল যদিও পেটৰ সন্তানটিৰে সৈতে কোনেও তেওঁক জাগা নিদিলে। ঘটনাটো দেখা পাই ডেকা ছমছেৰৰ বুকুত দুনিয়াৰ সাহসবোৰ জমা হৈছিল। লগে লগেই তেওঁ গাভৰুজনীক ঘৰলৈ লৈ আহিলে আৰু মুছলমান কৰাই নাম দিলে মৰিয়ম বিবি। বিয়াৰ কেইমাহমান পিছত জেবুন্নেচাৰ জন্ম হ'ল আৰু লগে লগেই মাৱেক মৰি থাকিল। গাঁৱৰ বাইজে কবৰ দিলে। আৰু সেই কাৰণেই আজি পৰিমিত নেছাৰ মুখৰ পৰা মাৱেকৰ হুবহু সাঁচটো নাইকিয়া হোৱা নাই। এবা, জেবুন্নেছাৰ মুখৰ প্ৰতিকৃতি কছাৰিণী মাকৰ দৰে হ'লেও সদ্যহতে তেওঁ ইছলাম ধৰ্মাৱলম্বী। বৰ্তমান নেছাৰ ইতিহাস চহৰখনৰ কোনেও জানিব পৰা নাই— জানিব নোৱাৰিবও! এবা, বাপেকে তেওঁক কিবা-কিবি শিকাইছিল। নেছাই প্ৰায়ে বাপেকৰ পৰাহে দৰকাৰী কথাবোৰ শিকিছিল।.... ......নেছাই 'আৰ-ৰহমান'

চুৰাহ্ কণ্ঠস্থ কৰি পেলাইছিল সহজতে। তাৰ পিছত তেওঁ গম নোপোৱাকৈ হাইস্কুলত প্ৰৱেশ কৰিছিল কিতাপবোৰ উদ্ধৃত কুকুখনিত গুজিলে। হাই স্কুলত নেছাই বহুতে ল'ৰাৰ লগত কথা-বতৰা পাতিছিল। আবেদ আলীক কেন্দ্ৰ কৰি তেওঁ প্ৰথম কবিতাটি ৰচনা কৰিছিল। এৰা, সেই স্মৃতিবোৰ আজিও পাহৰা নাই নেছাই— পাহৰিব নোৱাৰিবই কিজানি গোটেই জীৱনত। ইমান আপোন আপোন লগা যৌৱনৰ প্ৰথম চিকাৰীজনক তেওঁ পাহৰিব পাৰে কেনেকৈ? আৰু সেইবাবেই 'তোমাক পাহৰা নাই' নাম দি গল্প এটিও লিখিছিল। গল্পটো অসমীয়া আলোচনী এখনত ছপা হৈ গৈছে! উক্ত আলোচনীখন তেওঁ সযতনে ৰাখিছে! কিন্তু, আবেদ আলীয়ে প্ৰকৃত কথা জানিব পাৰি হঠাৎ বিয়া কৰাই পেলালে।

১০ম মানত পঢ়োতে নেছাই কবিতা প্ৰতিযোগিতাত প্ৰথম স্থান অধিকাৰ কৰিছিল। মহেন্দ্ৰ কলিতাক কেন্দ্ৰ কৰিয়েই সেই কবিতাটি ৰচিত হৈছিল। অৱশ্যে মহেন্দ্ৰ মাষ্টৰে শেষত বেলেগ ছোৱালীৰ পানি গ্ৰহণ কৰিছিল। নেছাই বিফলতাবোৰক শিৰৰ ভূষণ কৰি লৈ আগুৱান হৈছিল।

কলেজৰ ১ম বাৰ্ষিকত তেওঁ লগা পালে ছাহ আলামক। ছাহ আলাম তেতিয়া ৩য় বাৰ্ষিকৰ ছাত্ৰ! নেছাই তেওঁক কেন্দ্ৰ কৰি সৃষ্টি কৰিলে এটি কথা-কবিতাৰ! প্ৰবন্ধটো সম্পাদক ছাহ আলামে কলেজৰ আলোচনীত ছপাই দিলে। যৌৱনৰ নৃত্যবোৰৰ পৰশ পাইছিল পাহাৰে-পৰ্বতে— সিহঁতবো কুকুবোৰত উম্ লাগিছিল। ছাহ আলামে তেওঁৰ গল্পৰ নায়কৰ জৰিয়তে কোৱাইছিল— 'আমি দুয়ো চলি যাব পাৰিম সোণ ভয় নকৰিবা!' এইদৰেই তেওঁ 'নতুন জীৱন' শীৰ্ষক গল্পৰ জৰিয়তে নেছাৰ কথা-কবিতাটিৰ জবাব দিলে। নেছাই সেই গল্পটো পঢ়ি আনন্দত অভিভূত হৈ পৰিছিল; কিন্তু ডিব্ৰুগড়ৰ এছ ডি চিৰ ছোৱালী চবিনাক ঠগি অহাৰকথা সমূলি হৃদয়ংগম কৰিব পৰা নাছিল। কাৰণ ছাহ আলাম আছিল এজন প্ৰাইভেট টিউটৰ। সেই কথাষাৰ নেছাই জানিবই বা কেনেকৈ?

শেষত ছাহ আলামে কিছু কথা জানিব পাৰি নেছাৰ ওচৰৰ পৰা আঁতৰি আহি জামিলাইতৰ সান্নিধ্য লভিবলৈ চেষ্টা কৰা তেওঁৰ দৃষ্টিত পৰিছিল। কিন্তু নেছাই সেই সুবিধাটো হেৰুৱাব নোৱাৰিলে। দুদিনমান পিছত দুজনমান বন্ধুৰ জৰিয়তে ছাহ আলামক এশিকনি দি কোৱালে যে— 'ইমান লেটি-পেটিৰ পিছত আৰু সেইবোৰ হেৰি ফেৰি নচলিব— আপুনি নেছাক বিয়া নকৰালে আমি নেৰিছোঁ— ইয়াত থাকিব নোৱাৰিব।....' দুই-এজনে ক'লে 'কথা বৰ বেয়া হ'ব' ইত্যাদি ইত্যাদি। এমাহ পিছত উভয়ৰে শুভ-বিবাহ হৈ গ'ল। ছাহ আলামে বিয়াৰ পিছত গল্প এটি লিখিছে— 'যেতিয়া উভটি

চাওঁ।' গল্পৰ জৰিয়তে ছাহ আলামে নিজকে বুজনি দি কৈছে যে কলী হ'লেও ছোৱালীহে! কছাৰিণীৰ দৰেই মুখৰ প্ৰতিচ্ছবি হ'লেও মানুহহে! গল্পটো পঢ়ি নেছাৰ এই কাৰণেই বেয়া লাগে যে তেওঁ সঁচাকৈয়ে বেমাৰী হৈ গৈছে। অন্যথাই তেওঁ নিশ্চয় মৰমৰ কেশৱদাইতৰ লগত অফিচৰ পৰাই মেটিনী শ্বো চাব পাৰিলেহেঁতেন। অথচ গল্পটোত ছাহ আলামে চকিনাক বেমাৰী বুলি অভিহিত কৰি চেকেণ্ড শ্বো চোৱা বুলি কৈছে— পাঞ্জাৱী লগত! নেছাই কিন্তু এইবোৰ মানিব নোৱাৰে— বন্ধুৰ লগত ফুৰিবলৈ তেওঁ নেযাবই বা কাৰ হুকুমত? মিটিঙত বুকু নচুৱাই কবিতা পাঠ নকৰিলে তেওঁক চিনি পাব কোনে? মৃত্যুৰ পিছত জানো এইদৰে তেওঁ আৰু পাইতাৰা দিবলৈ পাৰিব?....

এদিন পৰ্দাৰ বিষয়ে মহিলা মহলত বক্তৃতা দি উঠাৰ শেষত কেইজনীমান গাভৰুৱে প্ৰশ্ন কৰিছিল— 'বাইদেউ, আপুনিও দেখোন ডেকা ল'ৰাবিলাকৰ লগত পৰ্দাবিহীন হৈ অনবৰত ঘূৰি ফুৰে— সঁচাকৈয়ে জানো সেইটো সমীচীন হৈছে? আমাক নামাজ পঢ়িবলৈ কোৱাৰ আগতেই আপুনি পাঞ্জাগানা কায়েম নকৰে কিয়? আপুনি ৰছুলৰ বাণী প্ৰচাৰ কৰে— সিফালে আপুনি ৰছুলক নেমানে, ইয়াৰ প্ৰকৃত কাৰণ কি? আপোনাৰ বক্তৃতাই কেইজনীৰ গাত আচাৰ কৰিব?' এইবোৰ প্ৰশ্নৰ জবাব দিব নোৱাৰি তেওঁ অবাক হৈ গৈছিল। তেওঁৰ চকুৰ পৰা পানীবোৰ সৰ সৰকৈ পৰিবলৈ ধৰিলে।

এদিন এখন চিঠি পাইছিল— 'আপোনালৈ চিঠি লিখাৰ বাবে আচৰিত নহ'ব। আপোনালোকে প্ৰত্যেক বছৰতে ঈদৰ নামাজ পঢ়ে— কিন্তু ঈদৰ পবিত্ৰ দিনটো পাৰ হৈ গ'লেও দেখোন আৰু একো নাই। ঈদৰ দিনত ব্যতীত আপোনালোকৰ ওপৰত আল্লাই নামাজ ফৰজ কৰি দিয়া নাই নেকি? গোটেই বছৰটো বাৰু আপোনালোক থাকে ক'ত? ৰোজাৰ দিনত ৰোজা নেৰাখি বুট ভজা খাবলৈ আল্লাই কাণত ধৰি কৈ গৈছে নেকি? ঘৰলৈ এজন ভদ্ৰ মানুহ গ'লেই আপোনালোক পৰ্দাত থাকে— সিফালে মিটিঙত তপিনা নচুৱাই কবিতা আবৃত্তি কৰোতে মূৰত কাপোৰ নেথাকে— ছবি ল'বলৈ মূৰটো উদং কৰি দিয়ে নহয় জানো? সাহিত্য কৰক, সাহিত্য কৰক, সাহিত্য অবিহনে এই জিন্দেগীত আৰু সকলোবে মিছা। ইতি— 'নুৰদ্দিন'

ছাহ আলাম আৰু বাবুলৰ মাত শুনি স্মৃতিবোৰ ধীৰে ধীৰে আঁতৰি যায়।

*প্ৰথম বছৰৰ ঈদ সংখ্যাত প্ৰকাশিত (মাৰ্চ, ১৯৬৬)*

# মৃত্যু বাতৰি

জালাল উদ্দিন আহম্মদ, বি এ

তোমাৰ দিন-ৰবী গৈ আছে টিং টিং কৈ।
উমান কৰিছা নে এতিয়া লৈ ?
মঞ্চত যেতিয়া ক'লা ভোমোৰা আহিব।
উমা তেতিয়া ভালকৈয়ে দিব।।
নদীৰ কুলত কৰিছা বসতি।
এতিয়াই কৰা ভাই অন্যত্ৰ গতি।
দিন থাকোঁতে বিচাৰি লোৱা কল্পনাৰ ঠাই
পৰা খহনীয়াই পালে আৰু গতি নাই।

*প্ৰথম বছৰৰ ঈদ সংখ্যাত প্ৰকাশিত (মাৰ্চ, ১৯৬৬)*

# ৰসায়ন শাস্ত্ৰ আৰু আমাৰ সমাজ

খন্দকাৰ এম্‌ৰেইন হুছেইন

আজিৰ জগতত বিজ্ঞানৰ অৱদানৰ কথা ক'বলৈ গ'লেই দেখিবলৈ পোৱা যায় যে, সভ্যতাৰ মূলতে আছে ৰসায়ন। প্ৰাকৃতিক বিষয়ৰ সম্পূৰ্ণ আৰু শৃংখলাবদ্ধ জ্ঞানকে বিজ্ঞান বোলে। ৰসায়ন শাস্ত্ৰ বিজ্ঞানৰ এটি বিভাগ। ৰসায়নক ইংৰাজীত 'কেমেষ্ট্ৰী' (Chemistry) বোলে।

মানৱৰ দৈনন্দিন জীৱনৰ লগত ৰসায়ন শাস্ত্ৰৰ ওতঃপ্ৰোত সম্বন্ধ। বৰ্তমান সভ্যতাৰ প্ৰধান উপকৰণ আৰু ৰহন হৈছে কাগজ। এই কাগজ প্ৰস্তুত কৰোতে ৰসায়নে যথেষ্ট বৰঙণি যোগাইছে। বৰ্তমান যুগৰ যান্ত্ৰিক সভ্যতাই বহুতো মানুহ একেলগে একেখন ঠাইতে থুপ লাগি থাকিবলৈ বাধ্য কৰাইছে। তেনে জনবহুল অঞ্চলত পৌৰস্বাস্থ্য অক্ষুণ্ণ ৰাখিবলৈ ৰোগবীজাণু-নাশক পদাৰ্থৰ অত্যন্ত আৱশ্যক। ৰসায়নৰ সহায়ত বহু প্ৰকাৰৰ বীজাণুনাশক পদাৰ্থ প্ৰস্তুত কৰা হৈছে আৰু সেইবিলাকৰ প্ৰয়োগত সংক্ৰামক বেমাৰৰ পৰা মানুহে হাত সাৰিব পাৰিছে। মেলেৰিয়াৰ ম'হ মাৰিবলৈ ডি ডি টি (DDT), টাইফইড ৰোগৰ মহৌষধ ক্লৰামাইচেটিন, পেনিচিলিন, ষ্ট্ৰেপ্টোমাইচেটিন, বিভিন্ন ৰকমৰ চালফা ড্ৰাগছ আদি অত্যাৱশকীয় আচৰিত ঔষধসমূহ ৰসায়ন গৱেষণাৰে ফল। যক্ষ্মাৰোগৰ চিকিৎসাৰ অৰ্থেও ঔষধ গৱেষণাগাৰত ৰসায়ন উপায়েৰে প্ৰস্তুত কৰিয়েই আছে আৰু ইমান দিনে দুৰাৰোগ্য আখ্যাপোৱা ৰোগৰ পৰাও আৰোগ্য লাভ কৰাটো সম্ভৱপৰ হৈছে।

জনসংখ্যা বৃদ্ধিৰ লগে লগে সেই অনুপাতে মাটিৰ উৰ্বৰতা বঢ়োৱা আৱশ্যকীয় হৈ পৰিছে, গতিকে মাটিত সাৰ যোগানৰ অতি প্ৰয়োজন। সেয়ে ৰসায়নৰ সহায়ত বহুতো উৎকৃষ্ট সাৰ প্ৰস্তুত কৰা হৈছে আৰু সেইবিলাকৰ প্ৰয়োগত মাটিৰ উৎপাদিকা শক্তি বহুগুণে বঢ়াব পৰা হৈছে; ফলত খাদ্য শষ্য অধিক উৎপন্ন কৰি অনাটনৰ পৰা মানুহে মুক্তি লাভৰ উপায় পাইছে আৰু আনহাতে দেশৰ এই জৰুৰী সময়ত খাদ্যৰ চাহিদা পূৰণত সহায়ক হৈছে।

এইবিলাকৰ উপৰি ৰসায়ন বিদ্যাৰ সহায়ত জুইশালা, চিমেন্ট নানা প্ৰকাৰৰ ধাতু আৰু ধাতৱ পদাৰ্থ, কাচ, চীনামাটিৰ পাত্ৰ, তেল-চাবোন আদি প্ৰসাধনৰ বস্তু বিভিন্ন ৰোগৰ দৰৱ জাতি, পেট্ৰ'ল, হৰেকৰকমৰ ৰং, কৃত্ৰিম পাট, চেনি, লোণ, ভেজিটেবুল, ঘিউ প্ৰভৃতিৰ বহুল পৰিমাণে উৎপাদনৰ দ্বাৰা মানুহৰ সুখ সাচ্ছন্দ্যত ৰৰঙণি আগবঢ়াইছে।

ৰাসায়নিক তত্ত্বজ্ঞসকলে নিতৌ বেলেগ বেলেগ পদাৰ্থৰ মাজত ৰাসায়নিক ক্ৰিয়া ঘটাই দৈনন্দিন জীৱনৰ আৱশ্যকীয় নতুন নতুন পদাৰ্থ প্ৰস্তুত কৰিয়েই আছে। সাধাৰণতে আমি যিবিলাক অলাগতিয়াল বস্তু তৈয়াৰ কৰা হয় এই ৰসায়নৰ সহায়ত। কদাকাৰ আলকাতৰাৰ পৰা নানা ৰকমৰ বহুমূলীয়া উজ্জ্বল ৰং, নানাবিধ সুগন্ধ চেনিৰ সলনি বহুমূত্ৰ ৰোগীয়ে ব্যৱহাৰ কৰা চেকাৰিণ আদি প্ৰস্তুত কৰা হৈছে।

বিজ্ঞানৰ বহুতো শাখাৰ ভিতৰত ৰসায়ন শাস্ত্ৰ এটা স্বতন্ত্ৰ শাখা হ'লেও অইন অইন শাখাৰ লগত ইয়াৰ সম্পৰ্ক নোহোৱা নহয়। সেয়ে ৰসায়ন শাস্ত্ৰৰ উন্নতিৰ লগে লগে বিজ্ঞানৰ আন আন শাখাবিলাকো উন্নতিৰ সোপানত আগবাঢ়ি আছে। আহাৰ জীনযোৱা কাৰ্যটো এটা ৰাসায়নিক ক্ৰিয়া। তেজৰ উপাদানত কি কি, দেহত কি বস্তুৰ অভাৱ হ'লে বা বেছি হ'লে কি প্ৰতিক্ৰিয়াই দেখা দিব পাৰে ইত্যাদিৰ বিষয়ে জ্ঞান ৰসায়ন শাস্ত্ৰৰ পৰাই হয়। সেয়ে ৰসায়ন শাস্ত্ৰৰ উন্নতি মানে শৰীৰ বিজ্ঞানৰো উন্নতি।

এটম বোমা, হাইড্ৰোজেন বোমা আদি যিবিলাক বিস্ফোৰক পদাৰ্থ উৎপন্ন কৰা হৈছে, সিও ৰসায়নৰে দান। এইবোৰ আগ্নেয়াস্ত্ৰই যে অকল মানৱ সভ্যতা ধ্বংস কৰিব পাৰে এনে নহয়; ইহঁতৰ সংব্যৱহাৰত বিশ্বত শান্তি সুপ্ৰতিষ্ঠিত আৰু উন্নতিও সাধন কৰিব পাৰে।

একে আষাৰতে ক'বলৈ গ'লে এখন দেশৰ শক্তি আৰু সমৃদ্ধি নিৰূপণ কৰিবলৈ হ'লে সেইখন দেশত ৰসায়ন শাস্ত্ৰৰ কিমানদূৰ প্ৰসাৰ আৰু তাৰ প্ৰয়োগ প্ৰণালীয়ে কিমানদূৰ উন্নতি লাভ কৰিছে তাক জানিব লাগিব। ৰসায়ন বিজ্ঞানৰ প্ৰয়োগৰ উন্নতিসাধনৰ দ্বাৰা দেশৰ যিকোনো এপদ প্ৰাকৃতিক সম্পদক যথাৰ্থভাৱে কামত লগোৱাটো সম্ভৱ।

(সহায়লৈ)

*প্ৰথম বছৰৰ ঈদ সংখ্যাত প্ৰকাশিত (মাৰ্চ, ১৯৬৬)*

# আমাৰ সাধনা

## সম্পাদকীয়

অসমৰ জনসমষ্টিৰ এটা বৃজন সংখ্যাই মুছলমান। অসমৰ ভাষা-সংস্কৃতি, কৃষ্টি আৰু ক'লাত তেওঁলোকৰ অৱদান নুইকৰিব লগীয়া নহয়। অসমৰ অতীত ইতিহাস মেলিচালে নবাগত (ন-অসমীয়া) মুছলমান আৰু তেওঁলোকৰ সতি-সন্ততিৰ অৱদানৰ কথা জানি আজিৰ মুছলমানে নিশ্চয় গৌৰৱ অনুভৱ কৰিব পাৰে; কিন্তু কথা হৈছে সেই খবৰ ৰাখি আনক জনাবলৈ আমাৰ সমাজৰ পৰা কেইজনে আগ বাঢ়িছে আৰু যদি কোনোবাই সেই খবৰ ৰাইজ জনাবলৈ সাধনা কৰিছেই তাকেই কিমানে সহায় কৰিছে। আমাৰ জনসংখ্যা দিনক দিনে বাঢ়ি আহিছে; কিন্তু সেই অনুপাতে শিক্ষা-দীক্ষাতে আমাৰ মান বঢ়া নাই। আমাৰ মাজত যিসকল শিক্ষিত ব্যক্তি আছে তাৰ বেছিভাগে আত্মকেন্দ্ৰিক মনোভাৱী; সমাজ আৰু দেশ মংগলৰ কথা মুখতেই মাথোন কয়,— কৰিবলৈ যোৱাৰ আগতেই দাম আদায় কৰি লয়। সমাজ দৰদী আদৰ্শনীয় শিক্ষিত ব্যক্তিৰ অভাৱ আৰু সাংগঠনিক ঐক্যৰ শিথিলতাৰ ফলতেই আজি আমাৰ জাতীয় জীৱনত ঘুণে ধৰিছে। মা-মোকৰ্দ্দমা, মাৰামাৰী, খুণা-খুণী, চুৰি-ডকাইতী, যেলচনী ৰাহাজানী আদিৰ পাৰা-পাৰ নাই,— জৰিপ নকৰাকৈয়ো কব পৰা যায় যে ইয়াৰ শতকৰা নৱৈটাই মুছলমান সমাজত এটি আছে। দেখা গৈছে আমাৰ সমাজত মানসক শুদ্ধিৰ উৎকৰ্ষ উৰ্দ্ধগামী হোৱাৰ পৰিবৰ্ত্তে অধোগামীহে হ'ব ধৰিছে। এইবোৰ দেখি-শুনি- যি মনত বেদনা অনুভৱ কৰিছিলোঁ; কিন্তু তাক সাৰ্বজনিক ভাৱে প্ৰকাশ কৰিবলৈ কোনো মাধ্যম বিচাৰি পোৱা নাছিলোঁ। আজিৰ পৰা এবছৰ আগতে এই অভাৱেই 'আজান' আবিস্কাৰ কৰিছে।

'আজানে' দীপ্ত কণ্ঠত বহু ছন্দৰ মূৰ্চ্ছনা আগ বাঢ়িছে; ইয়াৰ সুদূৰ প্ৰসাৰী ধ্বনিত দ-দিগন্ত মুখৰিত হৈ উঠিছে বুলি কবৰ স্থল আছে। 'আজান'ৰ ধ্বনিত গোটেই অসমত সুৰৰ প্ৰতিধ্বনি হ'ল ভূ-ৰাখোঁতাসকলে তাক নিশ্চয় জানে। আমাৰ 'আজানে' যোৱা এবছৰত কৰ্ত্তব্যৰ আহ্বান জনাই জাগৰণ গীত কিমানখিনি গালে, সাম্প্ৰদায়িকতাবাদীসকলৰ ভাবৰ মুৰত ৰাম-টাঙোন সোধাই সাম্প্ৰদায়িক সম্প্ৰীতি গঢ়ি তুলিবলৈ কিমানখিনি সংগ্ৰাম কৰিব পাৰিছে,— তাক ৰাইজে ইতিমধ্যে বিচাৰ কৰিব পাৰিছে।

'আজান'ৰ প্ৰতি ৰাইজৰ মৰম-স্নেহ আশাতীতৰূপে কৰিছে,— ইয়াৰ বাবে ৰাইজলৈ আমি কৃতজ্ঞতা জনাইছোঁ। ৰাইজৰ সেৱাত একনিষ্ঠ ভাৱে লাগি থকাৰ মানসে 'আজান'ক

এই সংখ্যাৰ পৰা মাহেকীয়া পৰ্য্যায়লৈ অনা হ'ল। পত্রিকা এটি পৰিচালনাৰ ক্ষেত্রত অৰ্থনৈতিক অৱস্থা টনকিয়াল নহ'লে যে সূতিকা গৃহতেই মহা কালৰ সোঁতত ভাহি যায়,— সেই সম্পৰ্কে আমাৰ ৰাইজ সিমান সচেতন নহয় বাবেই প্ৰথম বছৰটোত আমি বেয়া ভাবে লোকচান খালোঁ। এতিয়াও যদি আমাৰ ৰাইজে আগৰ দৰেই ধনেৰে সহায় কৰে তেনেহ'লে অচিৰেই ইটা সুৰকি, মিনাৰ ভাঙি পৰি, 'আজান' দিবলৈ যোৱা মুৱাজ্জিন বেচেৰা খতম হ'ব। খোদা নাখাস্তা! 'আজান' জিন্দাবাদ!!

*২ য় বছৰৰ প্ৰথম সংখ্যাত প্ৰকাশিত (মে'- ১৯৬৬)*

# পঞ্চায়ত প্ৰথা— এটি সমীক্ষা

আতাউৰ ৰহমান, এম. এ. এল. এল. বি

*(লিখক সুদীৰ্ঘকাল লোকেলবোৰ্ড চেয়াৰম্যান আৰু মহকুমা পৰিষদ ও আঞ্চলিক পঞ্চায়তৰ সভাপতি থকা হিচাপে অভিজ্ঞতাৰ পৰা কোৱা কথাবোৰ প্ৰণিধান যোগ্য।— সম্পাদক)*

স্বাধীন ভাৰতৰ সংবিধানত থকা নিৰ্দ্দেশক্ৰমে দেশত বিকেন্দ্ৰীকৰণৰ নামত 'পঞ্চায়ত' প্ৰতিষ্ঠা হৈছে আৰু আমাৰ অসমত ই চালুকীয়া অৱস্থা পাৰ হওঁ হওঁ হৈছে। কিন্তু আজিও যেন ইয়াৰ দৰ্শন আমাৰ সমাজত শিপাব পৰা নাই; ইয়াৰ উৎসই প্লাবন আনিব পৰা নাই আৰু ইয়াৰ কাৰ্য্যকাৰিতা জনসাধাৰণৰ সম্যক বোধগম্য হোৱা নাই। কাৰণ কি, কেৰোণ ক'ত আৰু চালুকীয়াতে ইয়াক মৃত্যুৰ মুখৰ পৰা ৰক্ষা কৰিবৰ উপায় কি?

ভাৰত এখন সংযুক্ত (Federal) ৰাষ্ট্ৰ আৰু তাৰ অংশ (Unit) বিলাক স্বায়ত্ব শাসিত (Autonomous) যাৰ বাবে প্ৰয়োজনতকৈ অধিক ক্ষমতা কেন্দ্ৰত নাৰাখি ৰাজ্য বিলাকত দিয়া হৈছে। তদ্ৰূপ ৰাজ্যবিলাকেও স্থানীয় স্বায়ত্বশাসন চহৰবোৰত আৰু গ্ৰামঞ্চলত দিছে। এয়েই বিকেন্দ্ৰীকৰণ আৰু তাহানিৰ গ্ৰীক্-গণতন্ত্ৰৰ আদৰ্শ প্ৰাপ্তিৰ পিনে প্ৰথম আৰু ভাৰতৰ অতীতৰ লিপিবদ্ধ নহ'লেও যুগ যুগ সমাজ চন্তালি ৰখা স্বাভাৱিক গণতান্ত্ৰিক পদ্ধতিৰ আদৰ্শলৈ আধুনিক পদক্ষেপ। থুলমূল দৰ্শন হ'ল,— প্ৰকৃত গণতন্ত্ৰত ৰাইজে যিমান দূৰ সম্ভৱ নিজকে নিজে শাসন কৰা কথাটো উপলব্ধি কৰিব লাগিব আৰু সেইভাবে ব্যক্তিসকলৰ আশে-পাশে দেখা সমস্যা আৰু বিষয়বোৰ সমাধান কল্পে বিকেন্দ্ৰীকৰণৰ মাধ্যমত ক্ষমতা সৰ্বাসাধাৰণৰ ব্যৱহাৰ্থে দিব লাগিব। চূড়ান্ত উদ্দেশ্য- তাহানিৰ দাৰ্শনিক কল্পেই বৰ্ণোৱা এখন শাসন (পুলিচ) বিহীন সমাজ গঢ়ি তোলা য'ত বিৰাজ কৰিব অনবদ্য শান্তি, বৈষম্যৰ অভাৱ আৰু সমতা।

আমাৰ অসমতো প্ৰতিষ্ঠা হ'ল তিনিমহলীয়া পঞ্চায়তী প্ৰথা,— গাওঁ পঞ্চায়ত, আঞ্চলিক পঞ্চায়তআৰু মহকুমা পৰিষদ। আঞ্চলিক পঞ্চায়ত ছোৱাত লগতে জুটি দিয়া হৈছে উন্নয়ন খণ্ডবোৰ। গাঁও সভাবোৰৰ নিয়ন্ত্ৰাধীনত গাঁও পঞ্চায়তবোৰে কাকতে-পত্ৰে আৰু ক্ষেত্ৰবিশেষে বাস্তৱতঃ অমাৰিল স্বায়ত্ব শাসন ভোগ কৰিবলৈ ল'লে, আঞ্চলিক পঞ্চায়তবোৰ তাহানিৰ লোকেল বোৰ্ডত কৈ অপেক্ষাকৃত কম ক্ষমতাৰে আৰু মহকুমা পৰিষদবোৰ নাম মাত্ৰ অনুষ্ঠান হিচাপে কাম কৰিবলৈ ল'লে, যদিও পৰৱৰ্তীকালত মহকুমা পৰিষদ অনুক্ৰমে অধিকতৰ ক্ষমতাৰে বিভূষিত হ'বলৈ ধৰিছে।

সাংবিধানিক নিৰ্দেশত ৰচিত হ'লেও অন্ততঃ অসমত পঞ্চায়ত-আইন প্ৰণেতাসকলক একপ্ৰকাৰ ধৰোঁ যায় নোহাওঁ পানী ধৰণৰ ভাব লোৱাটো দৃশ্যমান। দেশত বিভিন্ন পাঁচ বছৰীয়া পৰিকল্পনা চালু থকা অৱস্থাত পঞ্চায়ত তিনি পৰ্য্যায়ৰ সৰ্ব্বোচ্চ পৰ্য্যায় মহকুমা পৰিষদখনক মহকুমাৰ পৰিকল্পনা ভাৰ যদিও দিবলৈ যঁচা হৈছে, প্ৰকৃততে মহকুমা পৰিষদখনক সকলো বিষয়তে উপদেষ্টাৰ শাৰীত ৰখাৰ কাৰণে চৰকাৰ বা চৰকাৰৰ বিভিন্ন দফতৰৰ স্থানীয় আৰু ওপৰৱালা মুৰব্বীসকলে ইয়াক বেছি গুৰুত্ব দিয়া দেখা নাযায়; আইন প্ৰণেতাসকলৰ বহুতৰ মাজত পঞ্চায়তক তুচ্ছ তাচ্ছিল্যকৰণ চকুত নপৰাকৈ থকা নাই আৰু সেয়েহে বোধ কৰোঁ অভিজ্ঞতাৰ পৰা দেখা যায় যে মহকুমা পৰিষদৰ সুচিন্তিত অভিমতবোৰো ব্যক্তিবিশেষৰ আইন সভাৰ সদস্যৰ প্ৰভাৱত বানচাল হৈ যায়। বিভাগীয় মুৰব্বীসকলে বিবেচনাৰ কাৰণে তেওঁলোকৰ বছৰেকীয়া প্ল্যানবোৰ মহকুমা পৰিষদত দাখিল নকৰা বা তেওঁলোকৰ ত্ৰুটি-বিচ্যুতি সম্বন্ধে সমালোচনাৰ সন্মুখীন নহ'ব খোজা ভাৱ-গতিতেই মহকুমা পৰিষদক এটা নাম মাত্ৰ অনুষ্ঠানত পৰিণত কৰি থৈছে। ফলতঃ কাকতে-পত্ৰে অভিজ্ঞলোকৰ সমাৱেশ হ'লেও মহকুমা পৰিষদ প্ৰকৃততে অকৰ্মণ্য অৱস্থাত আছে। আনহাতে পৰিষদৰ সম্পাদক আৰু তেওঁৰ ওপৰৱালা মহকুমাধিপতিয়ে ক্ষেত্ৰ বিশেষে ক্ষমতাৰ প্ৰয়োগ বা অপ-প্ৰয়োগৰ দ্বাৰা গাঁও পঞ্চায়তৰ অপ্ৰিয়ভাজন হ'ব লগা হৈছে আৰু তাৰ কাৰণেও টানি-টুনিহে আইনৰ গণ্ডীত সুমুৱাই ৰখা কামৰ বাবেহে। প্ৰকৃততে গাঁও পঞ্চায়তবোৰক সুচাৰুৰূপে নিয়ন্ত্ৰণ কৰিবলৈ পঞ্চায়ত আইনখন নিৰ্দিষ্ট ধাৰাৰ অভাৱ পৰিলক্ষিত হৈছে। মহকুমা পৰিষদখনত পোন পটীয়া ভাৱে খৰচ কৰিবলৈ কোনো পুঁজি নিদিয়া বাবেও একাধিক অঞ্চলৰ স্বাৰ্থ নিহিত বাজৰুৱা অনুষ্ঠান যেনে, হাট-বজাৰ, দেশত ন'কলীয়া ৰাস্তাবোৰ আৰু উৎপাদনৰ বৃহৎ আঁচনিবোৰ অৱহেলিত হৈ থাকিবলগীয়া হৈছে। অৱশ্যে এই আইন চিৰদিনীয়া নহয় আৰু অন্য ক্ষেত্ৰৰ দৰে ইও পৰিবৰ্ত্তন যোগ্য বিবেচিত হ'লে পৰিবৰ্ত্তন হ'বই।

আঞ্চলিক পঞ্চায়তৰ ক্ষেত্ৰত গাঁও পঞ্চায়তৰ সভাপতি, কিছুমান অতিৰিক্ত সদস্য, মহিলা মনোনীত সদস্যা। তপচিলভুক্ত জাতিৰ প্ৰতিনিধি আৰু সমবায় সমূহৰ প্ৰতিনিধি একত্ৰ হৈ আঞ্চলিক পঞ্চায়ত সভাখন গঠিত হৈছে। সভাপতি জন সদস্যসকলৰ দ্বাৰা নিৰ্বাচিত যদিও প্ৰত্যক্ষ ৰূপে সৰ্বসাধাৰণৰ ভোটাৰসকলৰ দ্বাৰা নিৰ্বাচিত হ'লে পঞ্চায়তৰ প্ৰতি ৰাইজৰ আকৰ্ষণো অধিক হ'লহেঁতেন। সম্পাদকৰ বাবটো দ্বৈত শাসনৰ পৰিচায়ক, কিয়নো তেওঁ উন্নয়ন খণ্ডৰ বিষয়া আৰু একজন গেজেটেড মৰ্য্যাদাৰ বিষয়া যাৰ নিয়ন্ত্ৰণ চৰকাৰৰ ওপৰতহে ন্যস্ত। যথা বিহিত স্থিতিৰে সৈতে সম্পাদক জন আঞ্চলিক পঞ্চায়ত সভাৰ নিয়ন্ত্ৰণাধীন হোৱা হ'লে পঞ্চায়তখন অধিকতৰ ৰাইজৰ কেন লাগিলহেঁতেন। বাস্তৱ ক্ষেত্ৰত বিশেষ ব্যক্তিত্ব নোহোৱা সভাপতিৰ লগত সম্বন্ধ ফলদায়ক নোহোৱাটো অস্বাভাৱিক নহয় যিহেতু গেজেটেড পদমৰ্য্যাদাৰ সম্পাদক জনৰ ওচৰত সভাপতিজন

তেনেকুৱা ক্ষেত্ৰত সেও মানি থাকিবলগীয়া অৱস্থাহে পৰিলক্ষি হয়। অথচ আঞ্চলিক পঞ্চায়তৰ দৰ্শন-প্ৰকৃত সভাপতি-সম্পাদনৰ বুজা-পৰাৰ ওপৰতেই নিৰ্ভৰশীল। কৰ্ম্মচাৰী সুলভ (Bureaucrative) ভাৱধাৰা সেই অৱস্থাত একৰাই চলাটো টান হৈ পৰে। অনুৰূপ অঞ্চলিক পঞ্চায়ত, তথা, উন্নয়ণখণ্ডৰ বিভিন্ন বিভাগৰ বৰমুৰীয়াসকল আৰু নিম্নতম ডেপুটিকমিচনাৰ বা মহকুমাধিপতিসকলৰ নিয়ন্ত্ৰণাধীন। ফলত আঞ্চলিক পঞ্চায়তৰ প্ৰশাসনত এটা খেলি-মেলি আৰু প্ৰায় অৰাজকতাৰ ভাব বিৰাজ কৰে। বহু সমালোচনাৰ লক্ষ্য গ্ৰামসেৱকজনৰ বিৰুদ্ধে কোনো কৰ্ম্ম পন্থা অৱলম্বন কৰিবলৈ সভাপতিৰতো কোনো ক্ষমতাই নাই সম্পাদকজনো হিচাপতঅকামিলা গণ্য হৈছে আৰু বাকী সম্প্ৰসাৰণ বিষয়া বিলাকৰো নিয়ন্ত্ৰণ তথৈবচঃ। গতিকে পঞ্চায়তৰ বিভিন্ন দিশ আশানুৰূপ ভাবে আগ নবঢ়াত আচৰিত হ'বলগীয়া একো নাই। আকৌ পঞ্চায়তৰ অন্তৰ্নিহিত উদ্দেশ্যৰ লগত সমন্বয় নাৰাখি কিছুমান আধুনিক পোচাক পিন্ধা আৰু ৰাইজে পৰ-পৰ ভাবা আমোলা নিয়োগৰ ফলত আঞ্চলিক পঞ্চায়তখনেই ৰাইজৰ আপোন হৈ উঠিব পৰা নাই। পঞ্চায়তী ভাৱত ৰাইজক উদ্বুদ্ধ কৰিবলৈ হ'লে এই অৱস্থাৰ পৰিবৰ্ত্তন সধাটো অৱশ্যে কৰ্ত্তব্য। অভিজ্ঞতাৰ পৰা দেখা গৈছে যে পঞ্চায়তৰ অগ্ৰাধিকাৰ লব্ধ কৃষি আদি বিষয় আমোলাতান্ত্ৰিক গৰাহত পৰি বান্‌চাল হৈ গৈছে।

গাঁওপঞ্চায়ত পৰ্য্যায়ত বয়স্ক ভোটাধিকাৰ ভিত্তিত নিৰ্বাচিত সদস্যৰে আৰু সদস্যসকলৰ দ্বাৰা নিৰ্বাচিত আৰু নিয়োজিত সম্পাদকৰে গাঁওসভাৰ কাৰ্য্যনিৰ্বাহক গাঁওপঞ্চায়ত কমিটিখন গঠন হৈছে, যদিওবা সভাপতিজনক পোণতে কৰাৰ দৰে প্ৰত্যক্ষ ভাবে নিৰ্বাচিত নকৰাৰ ফলত তেওঁৰ দায়িত্ববোধ কমাৰ লগে লগে তেওঁক ভঙা-পতাৰ অৱকাশো যথেষ্ট ঘটিছে আৰু বহু ক্ষেত্ৰত 'লৰা ৰজাৰ' সৃষ্টি হৈছে। সম্পাদকজন শিক্ষাৰ ফালেদি বহুক্ষেত্ৰত উপযুক্ত স্তৰৰ নোহোৱা কাৰণে আৰু দৰমহাৰ ফালেদি অৱহেলিত হোৱা বাবে আৰু বিশেষকৈ কোনো নিৰ্দ্ধাৰিত মানদণ্ডৰ (Staudard). গণ্ডীৰ ভিতৰত নপৰাৰ কাৰণে গাঁও পঞ্চায়ত কাৰ্যাৱলী লেহেম আৰু নজিৰবিহীন আৰু প্ৰকৃততে চকুত নলগাকৈ চলাটো দেখোন কথা যদিও দুই চাৰিখন গাঁও পঞ্চায়তৰ ভিন্ন অৱস্থাও পৰিলক্ষিত নোহোৱা নহয়। গাঁও সভাৰ গোটবোৰ সৰু সৰু হোৱাত, গাঁও পঞ্চায়তৰ নিজস্ব আয় প্ৰায় ভাগতে শূণ্যৰ ঘৰত থকাত আৰু চৰকাৰী সাহায্য বা অনুদান আশানুৰূপ নোহোৱাত এইটো অধিক কোৱা নহ'ব যে বেছিভাগতে সম্পাদকৰ দৰমহা দি উঠাৰ ইপচত যি অলপ অচৰপ পইচা ৰয়গৈ সদস্যসকলে তাক হৰিলুটকৰি বাতাসা ভগোৱা দি কিছুমান কামত ভগাই লয় যাৰ কোনোটোৱে মনত নালাগে বা চকুত নপৰে। চৰকাৰেও এপাল ল'ৰা-ছোৱালীক একোখনকৈ কাপোৰ দি বহুত দিয়া হ'ল বুলি হয়ৰাণ হোৱা ভাব দেখুৱাই ক'বলৈ প্ৰায়াস পায় যে গাঁও পঞ্চায়তক কিনো দিয়া নাই আৰু প্ৰদত্ত ধনেৰে গাঁও পঞ্চায়তৰ গোট বেচি হৈছে আৰু গোটবোৰ সৃষ্টি কৰাতো কোনো কুণ্ঠা নোহোৱাকৈ ক'ব

পাৰি যে বহু আগতীয়াকৈ চিন্তা দিয়া হৈছে যাৰ লগত আমাৰ ৰাইজ খোজ মিলাই চলিব পৰা নাই। কাৰণ, অভিজ্ঞতাৰ পৰা দেখা গৈছে যে সৰ্বসাধাৰণে গাঁও সভাৰ একাধিকাৰ তাতো বিশেষ অনুৰোধ সত্ত্বেও যোগদান উন্নতি-অৱনতিৰ ফালে নজৰ ৰব কথা। চৰকাৰী হিচাপ পৰীক্ষকে ৰখাটো টান যেন দেখা গৈছে। ভাব-ধাৰা যেনেঃ— আত্মসহায়, শ্ৰম-বিভাজন অন্য প্ৰকাৰে দান সংগ্ৰহ আদিৰ যেন লাগিছে। সামূহিক চিন্তাৰ পৰিবৰ্তন ঘটোৱাটো নেহাত প্ৰয়োজন আছে আৰু এটা উপায় বোধ কৰো গাঁও গোটবোৰ বৃহত্তৰ কৰা যাতে প্ৰশাসন কমাৰ লগে লগে কৰ্ম্ম-কুশলতাও বাঢ়ে।

কল্যাণমূলক ৰাষ্ট্ৰত অধুনা পঞ্চায়তৰ অন্য কোনো অনুষ্ঠান নাই যি ৰাইজৰ উন্নতিৰ কাৰণে প্ৰচেষ্টা চলায়। গড়-কাপ্তানী বিভাগে টকাৰ স্তূপৰ ওপৰত গৈছে হয়; কিন্তু আশাশুধীয়াৰূপে আগবঢ়োৱা নাই। গতিকে এই সন্দৰ্ভত পঞ্চায়তৰ ভূমিকা যুগান্তকাৰী কিন্তু যোৱা ১০ বছৰে পঞ্চায়ত আৰু উন্নয়ণখণ্ডৰ পিতানত খৰচ কৰা টকাৰ পৰিমাণ আৰু সেই অনুপাতে সফলতাৰ হিচাপ পূৰ্ব্বৰদুখীয়া লোকেলবোৰ্ড বিলাকৰ কতৃকাৰ্য্যতাৰ লগত বিজাই চালে কেতিয়াবা কেতিয়াবা হতাশাৰ ভাব নহয়কৈ নেথাকে। উন্নয়ণখণ্ডৰ কাৰ্যালয়, গাঁও পঞ্চায়ত কাৰ্যালয়বোৰ আৰু অন্যান্য অফিচ ঘৰবোৰ চকুত পৰাৰ বাহিৰে অন্য কোনো বা কিবা ফলপ্ৰসূ কাম পঞ্চায়তৰ পৰা হৈছে বুলি হঠাতে মনলৈ নাহে। অথচ এইটোও ঠিক নহয় যে আলদৰে নচলা বাবেই স্থানীয়নিকায় পৰিহাৰ কৰিব লাগে। সমস্যাৰ সমাধান অন্য উপায়েৰে কৰিব লাগিব আৰু এই লিখকৰ মতে পঞ্চায়তৰ প্ৰশাসনীয় পৰিবৰ্তণ সধাৰ লগে লগে কিছুক্ষেত্ৰত আমাৰ ৰাইজৰ যুগমীয়া এলাহ আৰু ৰক্ষণশীলতা গুচাবৰ বাবে পঞ্চায়তৰ লগত কৃষি আদি কাৰ্য্যৰ যৌথিকা সহযোগিতাত অগণতান্ত্ৰিক হ'লেও বাধ্যতামূলক ব্যৱস্থাৰ আশ্ৰয় ল'ব লাগিব। অন্যথাই পঞ্চায়তৰ আৰু ৰাইজৰ কল্যাণ সাধনৰ ভৱিষ্যত অন্ধকাৰ।

*২ য় বছৰৰ প্ৰথম সংখ্যাত প্ৰকাশিত (মে'- ১৯৬৬)*

# কালিদাসৰ নাটকৰ আভাস

অধ্যাপক শ্ৰীহৰিনাথ শৰ্মা দলৈ

অতীতৰ পৰা আজিলৈকে যিসকল শ্ৰেষ্ঠ মনীষীয়ে তেওঁলোকৰ সাহিত্যিক অবদানেৰে বিশ্ব-সাহিত্যৰ দৰবাৰত খলকনি লগাই আছে, তেওঁলোকৰ ভিতৰত মহাকবি কালিদাসো আগশাৰীৰে এজন। অকল কবি হিচাপেই নহয়, বিশ্ব-সহিত্যৰ মন্দিৰত শ্ৰেষ্ঠ নাট্যকাৰ হিচাপেও তেওঁ সোণ-ৰূপৰ আসন পাই আছিছে। মালবিকাগ্নিমিত্ৰ, বিক্ৰমোৰ্ৱশী আৰু অভিজ্ঞান-শকুন্তলা-কালিদাৰ এই তিনিখন নাটক বিশ্ব-সাহিত্যৰ মন্দিৰত মণি-মুকুতা স্বৰূপ।

কালিদাসাৰ এই তিনিখন নাটকৰ ভিতৰতে বিষয়বস্তু গ্ৰহণৰ কৌশল, কাহিনী ভাগৰ বিকাশ আৰু পৰিণতি, চৰিত্ৰ-অংকন, প্ৰেম-তত্বৰ পৰিণতি আৰু আন আন নাটকীয় কৌশল আদি কেউপিনৰ পৰা প্ৰথমখনতকৈ দ্বিতীয়খন শ্ৰেষ্ঠ, আৰু তৃতীয়খন সৰ্বোৎকৃষ্ট। শ্ৰেষ্ঠত্বৰ এইবিলাক বৈশিষ্ট্যৰ ওপৰত নিৰ্ভৰ কৰিয়েই পণ্ডিতসকলে ঠিক কৰিছে,— মালবিকাগ্নিমিত্ৰ কবিৰ নাটকীয় জীৱনৰ আদি, বিক্ৰমোৰ্ৱশী মধ্য আৰু অভিজ্ঞান-শকুন্তলা শেষ ৰচনা। কিন্তু বিক্ৰমোৰ্ৱশীকো কালিদাসৰ আদি ৰচনা বুলি ভাবিবৰ থল আছে। মালবিকাগ্নিমিত্ৰৰ প্ৰস্তাৱনাত কবিয়ে লিখিছেঃ—

"পুৰাণমিত্যেৱ ন সাধু সৰ্বং ন চাপি কাব্যং নবমিতবদ্যম। সন্তঃ পৰীক্ষ্যান্যত ৰদ্ভজন্তে মূঢ়ঃ পৰ প্ৰত্যয়নেয় বুদ্ধি ঃ "। ইয়াৰ পৰা কোনো কোনো পণ্ডিতে অনুমান কৰে,— মালবিকাগ্নিমিত্ৰ কবিৰ আদি ৰচনা নহয়; ইয়াৰ আগতো তেওঁ এখন নাটক *(বিক্ৰমোৰ্ৱশী)* ৰচনা কৰিছিল। সেইখন হয়তো সুধী-সমাজত সমাদৃত নোহোৱাত প্ৰস্তাৱনাত উক্তশ্লোক দি মালাবিকাগ্নিমিত্ৰ লিখিছে।

ইতিহাস প্ৰসিদ্ধ বিদিসাৰাজ অগ্নিমিত্ৰৰ অন্তঃপুৰত ঘটা ঘটনাক কেন্দ্ৰ কৰিয়েই কালিদাসে পাঁচটা অংকৰ সৈতে মালাবিকাগ্নি নাটকৰ সৃষ্টি কৰিছে। বিদৰ্ভৰাজনন্দিনী মালবিকা,— অনুপম সৌন্দৰ্য্যৰ গৰাকিনী তেওঁ; প্ৰতিকুল ঘটনা-চক্ৰৰ মাজেদি আহি অগ্নিমিত্ৰৰ এই মালবিকাৰ ৰূপৰাশিত মুগ্ধ হয়। ৰজাৰ ৰাণী কেইগৰাকীয়ে এই পৰিচাৰিকাৰ অপূৰ্ব সৌন্দৰ্য্যক ভয় কৰিছে,— অগ্নিমিত্ৰৰ দৃষ্টিৰ পৰা এই পৰিচাৰিকাক আঁতৰত ৰাখিবলৈ তেওঁলোকে যত্ন কৰিছে। ঘটনা-চক্ৰৰ মাজেদি শেষত প্ৰকাশ হয়,— অনিন্দ্য সুন্দৰী মালবিকা সাধাৰণ পৰিচাৰিকা নহয়, বিদৰ্ভৰাজনন্দিনী হে। তেতিয়া মিলনৰ বাধা আঁতৰি গ'ল, অগ্নিমিত্ৰ আৰু মালবিকাৰ মিলন হ'ল।

স্বৰ্গৰ সৰ্বোত্তমা অপ্সৰা উৰ্বশীক কেশী দৈত্যৰ হাতৰ পৰা মৰ্ত্যৰ 'মহেন্দ্ৰ সদৃশ' ৰজা পুৰুৰবাই উদ্ধাৰ কৰা সময়ত ৰজা আৰু অপ্সৰা পৰস্পৰৰেই অন্তৰত মদনৰ শৰ নিক্ষেপ, নানান প্ৰতিকূল পৰিস্থিতিৰ মাজেদি তাৰ বিকাশ সাধন, শেষত মিলন আৰু সম্ভোগ— এয়েই বিক্ৰমোৰ্বশী নাটকৰ কথা-বস্তুৰ সাৰ কথা। পুৰুৰবা আৰু উৰ্বশীৰ প্ৰণয়ৰ কাহিনী ঋক বেদৰ পৰা চলি আহিছে। মৎস্য পুৰাণ, পদ্মপুৰাণ আদিতো বিভিন্ন ভাবে ইয়াৰ বিৱৰণ পোৱা যায়। কিন্তু মহাকবি কালিদাসে সৃষ্টিমূলক কল্পনা শক্তিৰ দ্বাৰা উৰ্বশী-পুৰুৰবাৰ প্ৰাচীন আখ্যানত কলাত্মক ৰূপ দিছে। কবিৰ কলাত্মক তুলিকাৰ সাঁচ পৰি মূলৰ অস্বাভাবিক চিত্ৰও সুসংগতভাৱে স্বাভাৱিক ৰূপত ৰূপায়িত হৈছে? বিশেষকৈ "বিক্ৰমোৰ্বশী'ৰ চতুৰ্থ অংকত উৰ্বশীৰ বিৰহত প্ৰেমোন্মত্ত পুৰুৰবাৰ মৰ্মস্পৰ্শী বিলাপৰ যি কাব্য ৰূপ কালিদাসে দিছে, সি বিশ্ব-সাহিত্যৰে অমূল্য-সম্পদ বুলি সমালোচকৰ দৃষ্টিত বিবেচিত হৈছে। মন কৰিবলগীয়া কথা এই যে মালৱিকাগ্নিমিত্ৰ আৰু বিক্ৰমোৰ্বশী— এই দুয়োখন নাটকৰেই প্ৰতিপাদ্য বিষয় প্ৰণয় আৰু প্ৰণয়োন্মাদনাৰ বৰ্ণনা। অগ্নিমিত্ৰ আৰু পুৰুৰবা— এই দুয়োজন নায়কৰেই বিলোল-বস্তু বহিঃসৌন্দৰ্য্য, অন্তঃসৌন্দৰ্য নহয়। এই দুয়োজনেই ভাৰতৰ অদ্বিতীয় সম্ৰাট, বহু গুণৰ অধিকাৰী; কিন্তু তথাপি প্ৰেমৰ উন্মাদনাত তেওঁলোকৰ গুণৰাশি মেঘাচ্ছন্ন চন্দ্ৰালোক। এই দুই নাটকত কালিদাসে আদৰ্শ-মানৱ-চৰিত্ৰ আঁকা নাই, প্ৰেমৰ আচল তত্ত্বও ঠিক মতে দেখুৱা নাই। এই দুয়োটা পূৰ্ণত্বপ্ৰাপ্ত হৈছে তেওঁৰ 'অভিজ্ঞান শকুন্তলা'ত।

'অভিজ্ঞান-শকুন্তলা' কালিদাসৰ নাটকীয় জীৱনৰ শেষ ৰচনা। ই সৰ্ব সুন্দৰ অনুপম দৃশ্যকাব্য, নাট্য কৌশল আৰু কাব্য সম্পদৰ অপূৰ্ব সমন্বয় ইয়াত প্ৰকাশ পাইছে,— "কালিদাস সৰ্বস্বঅভিজ্ঞান শকুন্তলম্"। বিদ্যাসাগৰৰ ভাষাত— "এই অপূৰ্ব নাটকৰ আদিৰ পৰা অন্তলৈকে সকলোখিনিয়েই সৰ্বাংগসুন্দৰ। যদি ইয়াক শতবাৰ পাঠ কৰা হয়, তেন্তে প্ৰতিবাৰতেই পাঠকৰ মনত অপূৰ্ব বোধ জন্মিব"। প্ৰসিদ্ধ জাৰ্মান কবি গ্যেটেই (Goeth) অভিজ্ঞান শকুন্তলাৰ এটা ইংৰাজী অনুবাদৰ পৰা কৰা জাৰ্মান অনুবাদ পঢ়ি মুগ্ধ হৈ কৈছিল,— "যদি কোনোবাই বসন্ত কালৰ ফুল, শৰত কালৰ ফল আৰু যদি প্ৰীতিকৰ প্ৰফুল্লদায়ক বস্তুলৈ অভিলাষ কৰে, আৰু যদি কোনোবাই স্বৰ্গ আৰু পৃথিৱীৰ সৌন্দৰ্য্যৰাশিক একেলগে পুৱালে ইচ্ছা কৰে, তেনেহ'লে তেওঁ অভিজ্ঞান-শকুন্তলা পঢ়ক। (১)

কালিদাসে অভিজ্ঞানশকুন্তলা নাটকৰ বিষয় বস্তু মহাভাৰত আদি পৰ্বৰ পৰা লৈছে। কালিদাস সুকুমাৰ কলাকাৰ। তেওঁ ভালকৈ জানে,— সৃষ্টিমূলক কলা সৃষ্টিৰ কাৰণে কেনেকৈ উপাদান সংগ্ৰহ কৰিব লাগে। মহাভাৰত দুষ্মন্ত-শকুন্তলাৰ আখ্যানৰ মিঠৈ ৰঁকা,— কালিদাসে তেওঁৰ নাটকৰ কাহিনী সৃষ্টিৰ সময়ত, তাত অকল তেল-মচলাকেই দিয়া নাই, জীৱনী শক্তিও দি জীৱন্ত কৰি তুলিছে। মহাভাৰত শকুন্তলা উচ্ছলত

নাৰী;কালিদাসৰ শকুন্তলা নাৰীসুলভ গুণৰাশি সম্পন্না, আদৰ্শ প্ৰেমিকা। মহাভাৰতৰ দুস্মন্ত উদ্‌ভ্ৰান্ত কামুক, কালিদাসৰ দুস্মন্ত আদৰ্শ মানৱ, আদৰ্শ প্ৰেমিক। মহাভাৰতৰ কণ্বমুনি অকল তাপসেই সাংসাৰিক অভিজ্ঞতাৰ আওভাও নাজানে, কালিদাসৰ কণ্বমুনি কিন্তু আশ্ৰমবাসী তাপসেই নহয়, সাংসাৰিক অভিজ্ঞতাৰ প্ৰতি তেওঁৰ অনুভূতিও আছে। এইবিলাকৰ উপৰিও শকুন্তলা নাটকৰ কাহিনীত অনসূয়া-প্ৰিয়ম্বদাৰ সৃষ্টি, উগ্ৰ ঋষি দুৰ্বাসাৰ অভিশাপৰ অৱতাৰনা, সোণৰ আঙুঠিৰ কল্পনা, দুষ্মন্ত আশ্ৰমত প্ৰবেশ কৰাৰ আগতে বহু দিনৰ কাৰণে কণ্ব মুনিক সোম-তীৰ্থলৈ প্ৰেৰণ— এই সকলোবিলাক কালিদাসৰ নিজা উদ্ভাবনা; ইয়াৰ প্ৰত্যেকটিয়েই নাটকৰ কাহিনীৰ বিকাশত একোটা অৰ্থপূৰ্ণ বিষেয় কাৰ্য সাধন কৰিছে। এইদৰে বহুত নাট্য কৌশল আৰু কলানৈপুন্য দেখুৱাই কালিদাসে মহাভাৰতৰ উকাসত্যক, শকুন্তলা নাটকৰ মাজেদি, জগতৰ আদৰ্শস্থানীয় আৰু সৰ্বজনীত সত্যত পৰিণত কৰিছে। মহাভাৰতৰ দুষ্মন্ত-শকুন্তলাৰ মাজৰ যি অনুৰাগ সি কামজনিত লালসাপূৰ্ণ অনুৰাগ; কিন্তু কালিদাসৰ দুষ্মন্ত-শকুন্তলাৰ যি প্ৰেম— সি মহৎ প্ৰেম (Sublime love)

'অভিজ্ঞান শকুন্তলা' বিশ্ব-সাহিত্য-ৰত্নকৰৰ অমূল্য সম্পদ; কালিদাসৰ কাব্য-নাট্য প্ৰতিভাৰে ই সমুজ্জ্বল। এই মহাকবিয়ে যদি আৰু আন কোনো কাব্য-নাটক নিলিখিলেওহেঁতেন, অকল 'অভিজ্ঞান-শকুন্তলা'ই তেওঁক কালজয়ী শ্ৰেষ্ঠ কবি আৰু নাট্যকাৰ হিচাপে ঘোষণা কৰি থাকিলেহেঁতেন। 'অভিজ্ঞান শকুন্তলা'ৰ শ্ৰেষ্ঠত্বৰ কাৰণ অকল কাহিনীৰ অপূৰ্ব-সৃষ্টি আদৰ্শ প্ৰেমৰ মহত্ত্ব-প্ৰদৰ্শন নাইবা কালিদাসস্য" ই নহয়। কালিদাস উপাসকো। ইংৰাজ কবি (Words) ধ্যানমগ্ন-দৃষ্টিৰ দ্বাৰা প্ৰকৃতিৰ মাজত জ্যোতিৰ্ম্ময়-ৰূপ দেখিছে। কালিদাসে প্ৰকৃতিৰ মাজত তেনেদৰে সচ্চিদানন্দৰ কৰা নাই। কিন্তু হ'লেও তেওঁৰ হাতত সুন্দৰভাবে সজীৱ, সহানুবূতি সম্পৰ্কে সমবেদনাশীল হৈ উঠিছে। তেওঁৰ গ্ৰন্থতে প্ৰকৃতি কম বেছি পৰিমানে সত্ত উঠিলেও, 'অভিজ্ঞান শকুন্তলা'ৰ চতুৰ্থ মানবাত্মাৰ প্ৰতি অতিকৈ সহানুভূতি আৰু সমবেদনাশীল। উদাহৰণস্বৰূপে সান্নিধ্যলাভৰ কাৰণে শকুন্তলাৰ মনত অদম্য হেপাহ, তথাপি তেওঁ অতি মৰমৰ পশু-পক্ষী আৰু মৃগ আদিৰ সৈতে এৰিবলৈ টান পাইছে বুলি সখীৰ আগত কলে। প্ৰিয়ম্বদাই তেতিয়া আসন্ন-বিচ্ছেদত ইফালে আশ্ৰমৰ কি অৱস্থা তাক আঙুলিয়াই দিলেঃ

"উদ্‌গলিতৰ্ভকবলাগমৃগী পৰিত্যক্তনৰ্ত্তন"

অপমৃতা পাণ্ডু প্ত্ৰা মুক্তাশ্ৰমীৰ কণ্ব মুনিয়েও দেখুৱাই দিলে— শকুন্তলা মৃগ-শাবকক ঘাঁহ খুৱাই, মুখত ইংগুদী পুত্ৰবৎ পালন কৰিছিল, সেই মৃগ তাৰ পাছে পাছে যাব ধৰিছে। (২) ইয়াৰ সূক্ষ্ম-পৰ্য্যবেক্ষণ আৰু তাৰ বৰ্ণনা, সৰ্বজনীনতা, ধ্বনিয়ে অৰ্থৰ সূচনা কৰিব পাৰে অলপ কথাই অধিক ভাবৰ ইংগিত কমতা, ৰচনাশৈলী, কাব্যলিংকাৰ, অৰ্থ-সামাজিক এই সকলোবিলাকেই অভিজ্ঞান-সৰ্বশ্ৰেষ্ঠত্ব আনি দিছে। অৱশ্যে কালি বিলাক

গুণ তেওঁৰ আন আন গ্ৰন্থতো বেছি পৰিমাণে হ'লেও আছে।

অভিজ্ঞানশকুন্তলা' সাত সংকত সমাপ্ত। অংকত দুস্মন্ত শকুন্তলাৰ দেখা-দেখি, দ্বিতীয়ত আৰু বিদূষকৰ মাজত আলোচনা, তৃতীয়ত শকুন্তলাৰ মিলন, চতুৰ্থত শকুন্তলাৰ পতি-পত্নী, পঞ্চমত দুষ্মন্তৰ বিৰহ-বেদনা আৰু সপ্তমত শকুন্তলাৰ পুনমিলন। নাটকীয় কাহিনীৰ ফালৰ পৰা "অভিজ্ঞান শকুন্তলা"ৰ অংকই শ্ৰেষ্ঠ। নাট্যকাৰে ইয়াত নায়ক-নায়িকা লগ কৰি উভয়কে সত্যত প্ৰতিষ্ঠিত অথচ ইজনৰ ওচৰত সিজনক দুৰ্বোধ্য কৰি আৰু উভয়ৰ অন্তৰত গভীৰ অন্তৰ্দ্বন্দ্ব আছে। সেয়েহে নাট্যকাৰ হিচাপে কালি উপযুক্ত পৰিচয় পঞ্চম অংকত। তৃতীয় আৰু পঞ্চম অংকৰ মাজত, শকুন্তলাৰ পতিগৃহযাত্ৰাৰ আয়োজন বৰ্ণনা কৰি এটা সুকীয়া অংকৰ সৃষ্টি নকৰিলেও নাটকীয় কাহিনীৰ বিকাশত বিশেষ বাধা নপৰিলেহেঁতেন। কিন্তু চতুৰ্থ অংকৰ প্ৰয়োজন নাটকীয় ঘটনাবৈচিত্ৰ্যৰ বিকাশসাধনৰ কাৰণেই নহয়; ইয়াত চিৰ-শাশ্বত মানব-বৃত্তিক অবলম্বন কৰি শাশ্বত মানব-চিত্তত কালিদাসে গভীৰ ৰেখাপাত কৰিছে। সেয়েহে দুস্মন্ত-শকুন্তলাৰ প্ৰেম-কাহিনীতকৈও চতুৰ্থ অংকৰ আবেদন বেছি আকৰ্ষণীয় বেছি মধুৰ। কন্যাৰ পতি গৃহ-যাত্ৰাৰ সময়ত তেওঁৰ আশৈশৱ পৰিচিত আত্মীয়-স্বজন, সংগী আৰু পৰিৱেশৰ পৰা বিচ্ছেদ জনিত যি চিৰকালীয়া দুখ-বেদনা, মাক-বাপেক আৰু আত্মীয়-স্বজনৰ অন্তৰত হৰ্ষ-বিষাদৰ যি ধ্বনি তাকেই কেন্দ্ৰ কৰি মানব আৰু প্ৰকৃতিৰ যি অন্তৰংগতাৰ চিত্ৰ কালিদাসে ৰূপায়িত কৰিছে, সি চিৰসত্য, চিৰ নতুন, আৰু চিৰ মধুৰ. কালিদাসৰ হাতত প্ৰকৃতি ইয়াত অনুসূয়া-প্ৰিয়ম্বদাৰ নিচিনা এটা স্বতন্ত্ৰ চৰিত্ৰ, তেওঁলোকৰ নিচিনা প্ৰকৃতিয়েও আশ্ৰম-কন্যাৰ সুখ-দুখৰ ভাগ গ্ৰহণ কৰিছে।

"কালিদাসস্য সৰ্বস্বমভিজ্ঞান-শকুন্তলম।
তত্ৰাপি চ চতুৰ্থোহংকঃ যত্ৰ যাতি শকুন্তলা।"

*২ য় বছৰৰ প্ৰথম সংখ্যাত প্ৰকাশিত (মে'- ১৯৬৬)*

# মানুহৰ বাবে এটুপি চকুলো

এম, ইব্ৰাহীম আলি, বি. এ

নিজান বনৰ মন-বিহংগীৰ
নিগৰি নিগিৰ বেতিয়া নিজৰে
অশান্ত জীৱনে দিগন্ত পৰশি
মাৰেহি ভুমুকি নীৰৱ আউসীৰ
মোৰ কলিজাত তেতিয়াও যেন
শুনো কৰবাৰ বিনিকি বিনিকি
সৌ—
সুদূৰ দেশৰ কোনোবা অনামী
দ্বাদশী জোনৰ চকুত আঁকিলে
'পাক' মহৰমৰ 'খাক' কাৰবালাত—
নুশুনিলে তাৰ শোণিত- 'হালালা'
ফোৰাতৰ পাৰ খুলেবে বোলোবা—
বাহে-শহীদৰ আওৱাল আজান
আৰু—
যুগে যুগে সেই বিশ্ব কাৰ্বালাত
দেখি কেতিয়াবা মনৰ গহন
'আহ্‌লে-বয়াত'ৰ চকুপানী টুপি
মূক্ মানৱৰ বেদনা-বৰ্তীন
সিদিনাও—
পাক-আবৰুত হেন্দোলনি তুলি
হায়! মানুহৰ বাবে এটুপি চকুলো
বিবাদৰ চকুপানী;
দুঃসহ বেদনাৰে—
সিপাৰৰ সৌৰৱণি
এন্ধাৰৰ আঁৰে আঁৰে!!

এটি মাথোঁ প্ৰতিধ্বনি—
পুলকৰ সিহৰণি!!
অচিনাকি গাভৰুৰে
শোকৰ চুমা ৰেখা—
যাক নেদেখিলে কেৱে—
আৰ্ত্তমুমূৰ্ষ ভাষা—!!
ইতিহাস মহবাণী—
'তৌহিদ'ৰ আৱাহনি—।।
মানুহৰ কিয়ামৎ
ত্ৰাস্ কম্পমান হয়—
অসহায় অবিৰত
ইতিহাস হয় লয়
বিশ্বই কান্দিব জানো?
মানুহে টুকিব জানো?

(মহৰম উপলক্ষ্যে 'আজান' লৈ বিশেষ ভাবে লিখাঃ— লিখক)

*২ য় বছৰৰ প্ৰথম সংখ্যাত প্ৰকাশিত (মে'- ১৯৬৬)*

# দেশ আৰু দেশবাসী

## সম্পাদকীয়

দেশবাসী আজি নানা সমস্যাত জুৰুলা। দুৰ্নীতিৰ কৰাল গ্ৰাসত দেশ আজি ত্ৰাহি ত্ৰাহি কৰিছে। সাধাৰণ মানুহৰ পৰা উচ্চ পৰ্যায়লৈ দুৰ্নীতি বাৰুকৈয়ে সোমাইছে। নিস্বাৰ্থ ভাবেৰে সমাজ আৰু দেশৰ কথা চিন্তা কৰি জাতীয় স্বাৰ্থত অৰিহণা যোগোৱা ব্যক্তি আৰু নেতৃৰ অভাৱ দিনক দিনে পৰিলক্ষিত হ'ব ধৰিছে। স্বাধীন ভাৰতৰ মুক্ত আকাশৰ তলত সৰ্বসাধাৰণে আজিও বিষাক্ত বায়ু সেৱন কৰি 'পুষ্টি সাধন' কৰি আছে; মনৰ মাজত 'বিষবৃক্ষ' ৰোপণ কৰি তাৰ গুৰিত সাৰ-পানী দি জীয়াই ৰাখিবলৈ যত্ন কৰা দেখা গৈছে। ফলত ব্যক্তিগত, সম্প্ৰদায়গত, ভাষাগত আৰু জাতিগত ভেদ-ভাৱক আকোঁৰ-গোজালি কৰি ধৰি দেশখনক জুৰুলা কৰা হৈছে।

সমস্যাৰ পিছত সমস্যা বাঢ়ি আছে; কিন্তু আমাৰ নেতৃবৰ্গই সুস্থ ভাবে সমাধান কৰাত অপাৰগ যেন দেখা গৈছে। তাৰ বাবে দেশবাসীৰ মনত অস্বস্তিকৰ অৱস্থা এটি বিৰাজ কৰিছে!

পেটত ভাত নাই, মুখত মাত নাই; তথাপিও আমাৰ অন্তৰখন বিভিন্ন 'বাদ' আৰু 'ভাৱত' পৰিপূৰ্ণ। এই কাৰণেই সৰহ সংখ্যাক মানুহে ভাতৰ চিন্তা বাদ দি ভাষাগত আৰু জাতিগত ভাৱত প্ৰাণৰ উম দি অহাত আজিও দেশত খাদ্য-সমস্যা থকা স্বত্বেও নানা বাদ-বাদৰ জেৰ চলিয়েই আছে। সেইবোৰলৈ লক্ষ্য কৰিলে এনেহেন অনুমান হয় যেন 'খাদ্য-সমস্যা' বোলা জানো সমস্যাই আমাৰ নাই! অথচ দেশৰ গৰীব জনসাধাৰণে আজিও দুবেলা দুমুঠি খাবলৈ পোৱা নাই। ল'ৰা-ছোৱালীৰ মুখত আহাৰ দিব নোৱাৰাৰ বাবে বহুত পৰিয়ালৰ বাপেক-মাকে আত্মহত্যা কৰাৰো প্ৰয়াস কৰিছে; কোনোৱে হয়তো নিজৰ ভোক মাৰ নিয়াবলৈ নিজৰ মানকেই বিক্ৰী কৰি এপেট খাবলৈ পাঙিছে,— এয়েই দেশবাসীৰ অৱস্থা!

বানে ধান খাই গ'ল,— কৃষিজীৱি মানুহৰ আশা-ভৰষাৰ স্থল পানীয়ে পানী কৰি দিলে। গাঁৱে গাঁৱে ফুৰিলে দেখা যায়,—মানুহৰ কি যে হাহাকাৰ অৱস্থা!

এনে দুঃখৰ দিনত আমাৰ চৰকাৰে দুখীয়া ৰাইজক খোৱা-পিন্ধা-সংস্থাপনত প্ৰয়োজন মাফিক সাহায্য কৰিব নোৱাৰা পৰিতাপৰ বিষয়! চৰকাৰে আঁচনিৰ পিছত আঁচনি কৰি

জনসাধাৰণৰ থংগল নামত কোটি কোটি টকা খৰচ কৰি আজি দুখীয়া ৰাইজক মাত্ৰ পেট ভৰাই কেইদিন মান খাব দিব নোৱাৰা অৱস্থাই চৰকাৰৰ চৰকাৰী নীতিৰ প্ৰতি ৰাইজৰ অনাস্থাৰ ভাব বঢ়াইহে নিব ধৰিছে।

'ৰাইজেই ৰজা',— আমাৰ দেশত এই কথা মাথোন নিৰ্বাচনৰ সময়তহে দেখিবলৈ পোৱা যায়; তাৰ পিছত আৰু নাই। ৰাইজৰ প্ৰতিনিধিসকলে ৰাইজৰ ৰজা হৈ ফুৰে। গণতান্ত্ৰিক দেশৰ জনগণেই ইয়াৰ বিচাৰ নিজ হাতে নল'লে ৰাইজৰ মংগল সতকাই হোৱাৰ আশা ক'ম। ৰাইজ সচেতন হওঁক। ছবৰত মেওয়া নফলা দিনহে আহিছে।

*২ য় বছৰৰ প্ৰথম সংখ্যাত প্ৰকাশিত (মে'- ১৯৬৬)*

# সাম্যবাদী

কাজী নজৰুল ইছলাম

গাও সাম্যৰ গান—
য'ত আহি এক হৈ গৈছে সকলো বাধা-ব্যৱধান,
য'ত মিলিছে হিন্দু-বৌদ্ধ-মুছলিম-খৃষ্টান।
গাও সাম্যৰ গান!
কোন তুমি? পাৰ্চী? জৈন? ইহুদী? চাওঁতাল, ভীল, গাৰো?
কনফুচিয়াচ? চাৰ্বাক-চেলা? কৈ যোৱা, কোৱা আৰু!
বন্ধু! যি খুচী হোৱা,
পেট-পিঠি-কান্ধ-মগজত যি খুচী পুঁথি আৰু কিতাব বোৱা,
কোৰাণ-পুৰাণ-বেদ-বেদান্ত-বাইবেল-ত্ৰিপিটক,
জেন্দাবেস্তা, গ্ৰন্থসাহেব পঢ়ি যোৱা যিমান চখ—
কিন্তু, কিয় এই পণ্ডশ্ৰম, মগজত হানিছা শূল?
দোকানত কিয় এই দৰ-ভাও?— বাটত ফুল তাজা ফুল!
তোমাতেই আছে সকলো কিতাব, সকলো কালৰ জ্ঞান,
সকলো শাস্ত্ৰত খুজি পাবা সখি, খুলি চোৱা নিজ প্ৰাণ!
তোমাতেই আছে সকলো ধৰ্ম, সকলো যুগাৱতাৰ,
তোমাৰ হৃদয় বিশ্ব-দেউল সকলো দেৱতাৰ।
কিয় বিচাৰি ফুৰা দেৱতা-ঠাকুৰ মৃত পুঁথি-কঙ্কালত?
হাঁহিছে 'তেওঁ' অমৃত-হিয়াৰ নিভৃত অন্তৰালত।
বন্ধু, কোৱা নাই ঝুট্
ইয়াতেই আহি উবুৰি পৰিছে সকলো ৰাজমুকুট।
এই হৃদয়েই সেই নীলাচল, কাশী, মথুৰা, বৃন্দাবন,
বুদ্ধ-গয়া ই, জেৰুজালেম ই, মদিনা, কাবা-ভৱন,

মছজিদ ই, মন্দিৰ ই, গিৰ্জ্জা এই হৃদয়,
ইয়াতেই বহি ঈছা-মুছা পালে সত্যৰ পৰিচয়।
এই ৰণ-ভূমিত বাঁশীৰ কিশোৰ গালে মহা গীতা,
এই মঠত হ'ল মেঘ-পালক নবী, খোদাৰ মিতা।
এই হৃদয়ৰ ধ্যান-গুহাৰ মাজত বহি শাক্যমুনি,
ত্যাজিল ৰাজ্য মানবৰ মহা-বেদনাৰ ডাক শুনি.
এই কন্দৰত আৰব-দুলাল শুনিছে আহ্বান;
ইয়াতেই বহি গালে তেওঁ কোৰাণৰ সাম-গান!
মিছা শুনা নাই ভাই,
এই হৃদয়তকৈ ডাঙৰ আন কোনো মন্দিৰ-কাবা নাই।

*২ য় বছৰৰ ২য় সংখ্যাত প্ৰকাশিত (জুন- ১৯৬৬)*

# আজান

মনোৱাৰ উদ্দিন আহমদ

মিনাৰৰ পৰ বিয়পি আহে আহ্বান—
পৃথিৱীৰ সপোন ভংগ কৰি!
জনতাৰ মাজত লীন হৈ যায় সেই কাতৰ ধ্বনি।
সেই ঐকতানৰ এদিনো বিৰাম নাই—
কুঁৱলীৰ মাজত হাড় কপোৱা জাৰতো—
সূৰুযৰ তপ্ত বক্ষতো।
স্বপ্নাতুৰ পৃথিৱীৰ যিদৰে গতি—
লুইত যিদৰে বয় নিৰৱধি—;
সেইদৰে অবিৰাম যাত্ৰা চূড়াৰ পৰা উটি
অহা কলধ্বনি।
মনে মনে শুনি যোৱা এটি কথা, হে প্ৰাণৰ সাগৰ!
মুমূৰ্ষ জনতাৰ প্ৰাণত আজি যেন প্ৰাণ নাই—
ৰূঢ়ভাৱ যেন বিকশিত মুখমণ্ডলত সেইয়ে
পৃথিৱীৰ শিখৰৰ পৰা জনাই
তোমাৰ কামনা— অনন্ত বাসনা।

*২ য় বছৰৰ ২য় সংখ্যাত প্ৰকাশিত (জুন- ১৯৬৬)*

# ফাতেহা-ই-দোৱাজদাহম্

## সম্পাদকীয়

ফাতেহা-ই-দোৱাজদাহম মুছলমানসকলৰ পৰ্ববোৰৰ ভিতৰত এটি অন্যতম পৰ্ব। ইছলামৰ শ্ৰেষ্ঠতম নবী হজৰত মহম্মদ (ছাঃ) ৰ একে তাৰিখত হোৱা জন্ম আৰু মৃত্যুৰ সোঁৱৰণিত বছৰে বছৰে এই পৰ্বৰ আয়োজন হয়। ঐতিহাসিক পণ্ডিতসকলৰ মতে হজৰত মহম্মদ (ছাঃ) ৰ জন্ম তাৰিখলৈ মতান্তৰ আছে যদিও আলেম সমাজ আৰু মুছলমান জনসাধাৰণে বিশ্বাস কৰে যে, হজৰত মহম্মদৰ (ছাঃ) জন্ম আৰু মৃত্যু একে তাৰিখতেই হৈছিল।

সি যিয়েই নহওক, এই পৰ্ব পালনৰ বিশেষ এটা তাৎপৰ্য্য আছে। আজি কালি মহান সাহিত্যিক, ৰাজনৈতিক নেতা আদি সকলৰ জনম আৰু মৃত্যু তিথি পালন কৰি তেখেতসকলৰ মহৎ শিক্ষা আৰু গুণাবলীৰ চৰ্চা কৰি মহানতাৰ স্বীকৃতি দিয়া হয়। তেখেতসকলৰ মহান গুণৰাজি জন-সম্মুখত প্ৰচাৰ কৰি আমি নিজে জ্ঞানৰ ফালেদি উপকৃত হওঁ আৰু আমাৰ পিছৰ বংশধৰসকলৰ বাবেও তেখেতসকলৰ মহান গুণাবলীক সহজতে বুজিবৰ নিমিত্তে বাট সুচল কৰি যাওঁ। এই একে উদ্দেশ্যৰেই হজৰত মহম্মদ (ছাঃ)ৰ জন্ম আৰু মৃত্যু সোঁৱৰণিত, তেখেতৰ গুণৰাশি আৰু মানৱকল্যাণৰ মহান কামৰ প্ৰচাৰৰ বাবে এই 'ফাতেহা-ই-দোৱাজদাহম্' পৰ্ব পতা হয়।

হজৰত মহম্মদ জীৱনী আৰু তেখেতৰ কাৰ্যাৱলী ইতিহাসৰ এক বিস্ময়কৰ অধ্যায়। গোটেই পৃথিৱী, বিশেষকৈ আৰব দেশত যেতিয়া অজ্ঞান-আন্ধাৰে-ছানি ধৰিছিল, মানুহে ন্যায়-সুবিচাৰ, দয়া-মমতা-কৰুণা আৰু সৃষ্টি কৰ্তাক পাহৰি সৃষ্টিকেই স্ৰষ্টাৰ আসনত বহুৱাইছিল; দুষ্ট-দুৰ্জনসকলৰ অন্যায়-অত্যাচাৰত দুৰ্বলী আৰু সাধু-সজ্জনসকলৰ মন যেতিয়া আতঙ্কত ত্ৰাহি ত্ৰাহি কৰিছিল; তেতিয়া "পৰিত্ৰাণায় সাধুনং বিনাশয়চ দুষ্কৃতাম্। ধৰ্ম সংস্থাপনাৰ্থায় সম্ভাবনি যুগে যুগে।"— এই সত্যক সাৰ্থক কৰিবলৈ সেই আন্ধাৰ-যুগত মহম্মদৰ আৱিৰ্ভাব হয়।

নিৰক্ষৰ মহম্মদে জীৱন-অভিজ্ঞতাৰে জ্ঞান লাভ কৰে,— প্ৰকৃতি বিশ্ব-বিদ্যালয়ত অধ্যয়ন কৰি। সোণাৰীৰ হাতত সোণৰ যি অৱস্থা হয়, জগতৰ অভাব-অনাটন, বিষয়-বাসনা, দুখ-বেদনা আৰু যাতনাত হজৰত মহম্মদৰো ঠিক তেনেই অৱস্থা হৈছিল। মাটি পুৰি পুৰি পৰশ পাথৰ হোৱাৰ দৰে হজৰত মহম্মদেও এইবোৰত জ্বলা-কলা হৈ মানৱ-মুকুট হৈছিল। সেয়ে তেখেতে সাধাৰণ ভেড়া ৰখীয়াৰ পৰা এচিয়া আৰু আফ্ৰিকাৰ বিস্তৃতবিশাল আৰব গণৰাজ্যৰ সৃষ্টি কৰি তাৰ অধীশ্বৰ হ'ব পাৰিছিল। তেখেতৰ এই অধীশ্বৰ হোৱাটো দৈবক্ৰমে পোৱা নহয়। তেখেতৰ মত আৰু পথৰ বাবেহে সন্মানৰ এই

উচ্চ-শিখৰত আৰোহণ কৰিছিল। তেখেত এনে এজন মানুহ, যিজনে জগতৰ সকলোদুখীয়া নিচল, ভোকাতুৰ, উৎপীড়িত, নির্য্যাতিত, শোষিত-প্রবঞ্চিকসকলৰ দৰে অশেষ বেদনাৰ ভৰ বহন কৰিছিল। সেয়ে তেখেতে জগতৰসকলো শ্রেণীৰ মানবৰ হৃদয়ৰ সেয়ে অনুভৱ কৰিব পৰা এজনা মহামানব।

হজৰত মহম্মদ আছিল সত্যৰ সাধক আৰু চিৰ সুন্দৰৰ পূজাৰী। তেখেতৰ ধৰ্ম হ'ল— ইছলাম 'শান্তি'; কৰ্ম হ'ল— এন্ধাৰ, কুসংস্কাৰ আৰু অন্যায়-অত্যাচাৰীক বিনাশ কৰি সমাজত ন্যায় আৰু সত্যক প্রতিষ্ঠা কৰা; আৰু তেখেতৰ বিশ্ব-মানবৰ কল্যাণৰ বাবে অন্যায়-অত্যাচাৰৰ প্রতিকাৰাৰ্থে বিপ্লৱ আৰু সংগ্রাম কৰিছিল।

তেখেতে ধৰ্মৰ নামত মানবৰ মাজত কোনো বিবাদৰ প্রাচীৰ থিয় কৰোৱা নাছিল,— কৰিছিল মিলনৰ সেঁতু বন্ধন। হিন্দু, বৌদ্ধ, পাৰ্চী, ইহুদী, খৃষ্টান আদি ধৰ্মক তেখেতে অবহেলা কৰি দূৰতে ঠেলা নাই বৰং প্রাচীন সকলো ধৰ্মৰ সাৰমৰ্ম কৰি তাক গ্রহণ কৰিছে। তেখেতে বহন কৰা পবিত্র কোৰাণত আছেঃ "ছুহুঁকাম মুতাহ-হাৰাতান ফীহা কুতুবুন কাইয়িমিয়াতঃ পবিত্র কিতাব (শাস্ত্র) যিসকলো পূৰ্ববৰ্ত্তী ধৰ্ম শাস্ত্ৰৰ সংশোধিত সাৰ।"— (ছুৰা 'বাই-ইনাত', ৯৮: ২-৩) আৰু "ওৱাল্লাজি আওহায়না ইলাইকা মিনাল কিতাবি হুৱাল হাকু মুছাদ্দিকালিমা বাইনা ইয়াদাইহি ঃ মই (আল্লাহ) তোমালৈ (মহম্মদলৈ) যি ওহি কিতাবৰ (কোৰাণৰ) জৰিয়তে প্রেৰণ কৰিছোঁ, ৩ দ্বাৰা পূৰ্ব সকলো ধৰ্মশাস্ত্রৰে সত্য সাব্যস্তক্রমে সংশোধিত হৈছে।"— (ছুৰা 'ফাতিৰ ৩০:৩১)

হজৰত মহম্মদৰ দৃষ্টিত মানব জাতিৰ মাজত বৰ্ণগত আৰু জাতিগত বৈষম্যৰ কোনো সীমা ৰেখা নাই। কোৰাণৰ মতে "কানান্নাছুউম্মাতাওঁ ওৱাহিদাতা ঃ সকলো মানব এক জাতি ভুক্ত।"— (আয়াত ২;২১৩) আৰু স্বয়ং হজৰত মহম্মদে ঘোষণা কৰি গৈছে— "সকলো মানব একপৰিয়াল ভুক্ত।" বিশ্ব মানবৰ প্ৰাণৰ আকুতি তেখেতে হৃদয়ংগম কৰিব পৰিছিল আৰু তাৰ প্রতিকাৰ কৰি বিশ্ব-মানবৰ প্ৰাণৰ বেদনা বুজিব পাৰিছিল গতিকেই তেখেত বিশ্ব-নবী।

মুছলমান সম্প্রদায়ৰ বহুতেই আজি অশিক্ষাৰ দাৰুণ গোড়ামিত নিমজ্জিত হৈ হজৰত মহম্মদৰ মত আৰু পথক সংকীৰ্ণ গণ্ডীৰ মাজত আবদ্ধ কৰি পেলাইছে; কিন্তু হজৰত মহম্মদৰ শান্তিকামী আদর্শবাদ আৰু ইছলামৰ সম্মোহিনী নীতি-নিয়মত বিশ্বৰ চিন্তাশীল জ্ঞানী পণ্ডিতসকল মুগ্ধ হৈছে। বিশ্ব-শান্তি আৰু শান্তিপূৰ্ণ সহ-অবস্থানৰ বাবে তেখেতে যি অবদান দি গৈছে— জাতি-ধৰ্ম নির্বিশেষে যদি তাক অনুধাৱন কৰে তেনেহ'লে মানবজাতিৰ কল্যাণৰ বাটত আৰু এখাপ আগুৱাই যোৱাৰ সোপান নিশ্চয় দেখিবলৈ পাব। আমি কামনা কৰোঁ ফাতেহা-ই-দোৱাজদাহম্ পালনৰ মাজেৰে আমাৰ শুভবুদ্ধি বাঢ়ক। মানবতাৰ জয় হওঁক। ইছলাম জিন্দাবাদ।

*২ য় বছৰৰ ৩য় সংখ্যাত প্রকাশিত (জুলাই- ১৯৬৬)*

# মুছলমান পৰ্যবেক্ষকৰ মতে ১৬৬২ চনত অসমৰ অৱস্থা

অধ্যাপক ভবানন্দ ডেকা

মিৰজুমলা হি অসম আক্ৰমণ কৰা সময়ত তেওঁৰ লগত চিহাবুদ্দিন নামে এজন লেখক আহিছিল। তেওঁ অসমৰ সেই সময়ৰ অৱস্থাৰ বিষয়ে এটি বিৱৰণ লিখি থৈ গৈছে। তেওঁৰ লিখনিৰ পৰা জনা যায় যে অসম এখন জংগলৰে পৰিপূৰ্ণ ভয়াবহ দেশ আছিল। ইয়াৰ মাজেৰে ব্ৰহ্মপুত্ৰ নদ। ব্ৰহ্মপুত্ৰৰ উত্তৰফালৰ ঠাইক 'উত্তৰকূল' আৰু দক্ষিণ ঠাইক 'দক্ষিণকূল' নামে জনা গৈছিল।

কবিলয়াবৰৰ পৰা গড়গাঁৱলৈকে ঠাইবোৰ গছ-গছনিৰে ভৰপূৰ আছিল। কাজলী হাবি কমলা টেঙাৰ গছেৰে পৰিপূৰ্ণ আছিল। এই কমলাবোৰ ডাঙৰ ডাঙৰ আছিল আৰু ৰস যুক্ত আছিল। কমলাবোৰ মোগলৰ কেম্পত এক পইচাত দহটাকৈ বিক্ৰি হৈছিল। ৰাস্তাৰ দুয়োকাষে বাঁহৰ আৱৰণি আছিল। বাঁহৰ বাৰীৰ কাষৰ পৰা পাহাৰৰ কাষলৈকে খেতি-পথাৰ আৰু বাগান আছিল। উত্তৰ কূলত খেতি-বাতি ভাল হৈছিল আৰু জনসংখ্যাও বেছি আছিল। ব্ৰহ্মপুত্ৰৰ কাষৰ জলবায়ু ভাল আছিল; কিন্তু দূৰৰ ঠাইৰ জলবায়ু বিদেশীৰ বাবে ভাল নাছিল। বছৰৰ আঠমাহ ধাৰাষাৰ বৰষুণ হয়; আৰু কালিৰ চাৰিমাহে বৰষুণৰ পৰা একেবাৰে মুক্ত নহয়।

প্ৰধান খেতি আছিল ধানৰ। নানা ৰকম গছ-গছনিৰে অসম ভৰপূৰ আছিল। ঔষধ জাতীয় বহুতো গছ-গছনি পোৱা যায়। ভাৰতৰ আন ঠাইত নোপোৱা বহুত গছ-গছনি ইয়াত পোৱা যায়। তেওঁৰ মতে সেই সময়ত অসমত জলকীয়া, আম, মাটি-কঠাল, কুঁহিয়াৰ, আঁদা আদি পোৱা বৰ টান আছিল। তাৰ পৰিবৰ্তে খাৰৰ ব্যৱহাৰ আছিল।

মানুহবোৰে প্ৰায় সকলো বস্তু খাইছিল আৰু প্ৰায় সকলো ৰকমৰ শ্ৰম কৰিছিল। হিন্দু-মুছলমান উভয়ৰ দ্বাৰা বৰ্জ্য খাদ্য তেওঁলোকে খাইছিল। মানুহবোৰে ঘি নেখাইছিল। সেই সময়ৰ অসমৰ ভাষা ভাৰতৰ আন ঠাইৰ ভাষাৰ পৰা বেলেগ আছিল। মানুহবোৰ পাৰিছিল। সাহসত তেওঁলোকক আনে চেৰ পেলাব নোৱাৰিছিল। তিৰোতাবোৰ ধুনীয়া আছিল। কলা দীঘল চুলি, কমনীয়তাৰে তেওঁলোক দেখিবলৈ ধুনীয়া আছিল। তিৰোতাবোৰে ওৰণি নলৈছিল। বজাৰ-হাটত তেওঁলোকে অবাধে ফুৰিছিল।

ৰাষ্ট্ৰৰ কাম কৰি প্ৰত্যেক অসমীয়া ৰায়তে মাটিৰ খাজনাৰ পৰা ৰেহাই পাব পাৰিছিল। আহোমৰ "পাইক পদ্ধতি" এটি পঢ়িবলগীয়া অধ্যায়। সম্ভ্ৰান্তলোক, পুৰোহিত, সত্ৰৰ ভকত,

উচ্চ-বশংজাত লোকৰ বাহিৰেসকলো শ্ৰেণীৰ লোককেই 'পাইক' বোলা হৈছিল। তেওঁলোকে সাধাৰণ বনুৱা বা সৈন্য হিচাপে ৰজাক সহায় কৰিব লাগিছিল। চাৰিটা পাইক লগ লগাই একোটা গোট কৰা হৈছিল। প্ৰত্যেক গোটৰ এজন পাইকে ৰজাই নিৰ্দিষ্ট কৰি দিয়া কাম কৰিব লাগিছিল। আন তিনিজনে তেওঁৰ হৈ পথাৰৰ কাম আন তিনিজনে তেওঁৰ হৈ পথাৰৰ কাম আৰু তেওঁৰ পৰিয়াল পোহপাল নিয়া কাম কৰিছিল। পাইকবোৰক ইয়াৰ উপৰিও বিভিন্ন খেলত ভাগ কৰা হৈছিল। কুৰিজন পাইকৰ তত্ত্বাৱধনত থাকে এজন 'বৰা' এশজনৰ তত্ত্বাৱধানত থাকে শইকীয়া, হাজৰিকা হ'ল এহেজাৰ পাইকৰ ওপৰৰ পৰিচালক, ৰাজখোৱা তিনি হাজাৰ পাইকৰ বাবে, ফুকন ছয় হেজাৰ পাইকৰ বাবে।

সেই সময়ৰ পৰিবহনৰ প্ৰধান বাহন আছিল নাও। এজন মোগল বিষয়াৰ মতে এমাহত গুৱাহটীৰে ৩২, ০০০ খন নাও অহা-যোৱা কৰে। ব্ৰহ্মপুত্ৰৰ বালিৰ পৰা সোণ পোৱা গৈছিল। শুনা যায় অসমৰ প্ৰয়বোৰ নদীৰ বালিৰ পৰা সোণ পোৱা গৈছিল। কেবল অসমীয়া মানুহেহে সোণ উলিয়াব জানিছিল। 'সোণোৱালা' নামৰ শ্ৰেণীৰ মানুহ সোণ কমোৱা কামত দক্ষ আছিল।

চিহাবুদ্দিনে অসমীয়া মানুহৰ সাহসৰ গুণ গাই গৈছে। তেওঁৰ মতে অসমৰ ৰজাই কোনো বিদেশী আক্ৰমণকাৰীক দেশৰ ভিতৰলৈ অহাৰ সুবিধা নিদিছিল। বিদেশীক দেশৰ ভিতৰলৈ অহা আৰু স্বদেশীৰ দেশৰ বাহিৰলৈ যোৱাত বাধা আৰোপ কৰা আছিল। অসমৰ ৰজাৰ আত্মবিশ্বাস আছিল। ৰজাক 'স্বৰ্গদেৱ' বুলি জনা যায়। কথিত আছে যে আহোম ৰজাৰ পূৰ্বপুৰুষে স্বৰ্গৰ পৰা সোণৰ জখলাৰে পৃথিৱীলৈ আহিছিল।

চিহাবুদ্দিনে দুটা উল্লেখযোগ্য কথা কৈ গৈছে। এটা হ'ল,— অসমীয়া ভাষাৰ বিষয়ে আৰু আনটো অসমত থকা মুছলমানৰ বিষয়ে। অসমীয়া ভাষাৰ এটা নিজা বৈশিষ্ট্য আছে। তেওঁ কয় পূৰ্ব ভাৰতৰ আন ভাষাৰ পৰা অসমীয়া ভাষা বেলেগ। দ্বিতীয়তে, অসমত থকা মুছলমান লোকসকলে অসমীয়া লোকৰ লগত মিলি গৈছিল।

*২ য় বছৰৰ ৩য় সংখ্যাত প্ৰকাশিত (জুলাই- ১৯৬৬)*

# ভাৰতীয় মুছলমানৰ পৰিয়াল পৰিকল্পনা আৰু বহু বিবাহ

অধ্যাপক এম এ ৰেজ্জাক

এক শ্ৰেণীৰ মানুহে মাজে সময়ে খেদ কৰা দেখা যায় যে ভাৰতীয় মুছলমান পৰিয়াল পৰিকল্পনাৰ আঁচনিখন আন্তৰিকতাৰে গ্ৰহণ নকৰাৰ ফলত ভাৰতৰ অৰ্থনৈতিক অৱস্থা আৰু খাদ্য সমস্যা অধিক জটিল হৈ পৰিছে। তাৰ উপৰি মুছলমান সমাজত বহু বিবাহ প্ৰথা অবাধে চলি থকা কাৰণে মুছলমানৰ জনসংখ্যা অধিক দ্ৰুত হাৰত বৃদ্ধি হ'ব ধৰিছে। আৰু এই বৰ্ধিত জনসংখ্যাই ভাৰতৰ খাদ্য সমস্যা আৰু ইয়াৰ লগত সম্বন্ধ থকা অৰ্থনৈতিক সমস্যাক অধিক ভয়াবহ কৰি তোলাত সহায় কৰি আছে। শেষত তেওঁলোকে বৰ্ধিত জনসংখ্যাৰ কাল্পনিক ভয়ত ভীতহৈ ক'বলৈ চেষ্টা কৰিছে যে যিহেতু ভাৰত এখন গণতান্ত্ৰিক দেশ গতিকে সংখ্যাধিক্য ভোটত গৃহীত হোৱা বিবাহ আইন (হিন্দুৰ কাৰণে) জাতি-ধৰ্ম নিৰ্বিচাৰে সকলো নাগৰিকৰ ক্ষেত্ৰত প্ৰযোজ্য হ'ব লাগে। বিবাহ আইনৰ দ্বাৰা (তেওঁলোকে কয়) হিন্দুৰ বিবাহৰ ক্ষেত্ৰত বাধা নিষেধ আৰোপ কৰা হৈছে যদিও মুছলমান সমাজত চলি থকা বহু বিবাহ বন্ধ কৰিবৰ কাৰণে গণতান্ত্ৰিক ভাৰতে কোনো উচিত ব্যৱস্থা লোৱা নাই। চৰকাৰে বহু বিবাহ প্ৰকৃত অৰ্থত বন্ধ নকৰিলে মুছলমানবোৰে তেওঁলোকৰ বৰ্ধিত জনসংখ্যাৰ বলেৰে ভাৰতীয় ৰাজনীতিত অমংগলীয়া প্ৰভাৱ বিস্তাৰ কৰিব যাৰ ফলত দেশখনৰ আভ্যন্তৰীণ আইন শৃংখলা ব্যাহত হ'ব। কথাটো সহজ কৰি ক'লে এনেকুৱা অৰ্থ হয় যে মুছলমানবোৰ ভাৰতৰ অদৃশ্য শত্ৰু আৰু সুবিধা পালেই ভাৰতৰ ঘোৰ অন্যায় কৰিবলৈ দ্বিধা নকৰিব। ভাৰত এখন দুখীয়া দেশ। অৰ্থনৈতিক আৰু খাদ্য সমস্যাৰ কাৰণ পৰা বিচাৰ কৰিলে সকলোৱে একবাক্য স্বীকাৰ কৰিব যে ভাৰত নানা প্ৰকাৰ বিপদৰ মাজেৰে প্ৰগতিৰ পিনে আগবঢ়াৰ চেষ্টা কৰি কোনোক্ষেত্ৰত সামান্য কৃতকাৰ্যতা লাভ কৰিছে যদিও বহুক্ষেত্ৰত সফলতা লাভ কৰিব পৰা নাই। বিশেষকৈ খাদ্য সমস্যা সমাধানৰ ক্ষেত্ৰত চৰকাৰৰ ব্যৰ্থতা সুস্পষ্ট। খাদ্য আৰু অৰ্থনৈতিক সমস্যাৰ বহু কাৰণ থাকিব পাৰে। বৰ্ধিত জনসংখ্যা খাদ্য সমস্যাৰ এটা কাৰণ হ'লেও ই একমাত্ৰ কাৰণ নহয়। খাদ্য সমস্যা জটিল হৈ আহিছে আৰু ইয়াৰ মূলবিচাৰি কিছুমান আৱিষ্কাৰ কৰিলে যে মুছলমান সমাজত বহুবিবাহ অবাধে চলি আছে আৰু পৰিয়াল পৰিকল্পনা দুটৈই তেওঁলোকে গ্ৰহণ কৰা নাই। গতিকে খাদ্য-সমস্যাৰ কাৰণে আংশিক পৰিমাণে হ'লেও ভাৰতৰ মুছলমান

সম্প্ৰদায় দায়ী। মুছলমান সম্প্ৰদায়ে পৰিয়াল পৰিকল্পনা কিয় গ্ৰহণ কৰা নাই নাইবা বহু বিবাহ প্ৰথা, আজি পৰ্যাপ্ত কিয় এৰা নাই তাৰো এটা চমকপ্ৰদ কাৰণ উল্লেখ কৰিছে। কাৰণটো বোলে ৰাজনৈতিক অভিসন্ধি।

এই অভিযোগবোৰ নিৰপেক্ষভাৱে আলোচনা কৰিলে দেখা যায় যে এইবোৰ যুক্তিৰে টুকি পোৱা সম্ভৱ নহয়। পৰিয়াল পৰিকল্পনা আঁচনিখন মুছলমানে গ্ৰহণ কৰা নাই বুলি কোৱা কথাষাৰ সম্পূৰ্ণ ভিত্তিহীন। সাধাৰণতে ভাৰতীয় মুছলমান সমাজ শিক্ষা-দীক্ষা, বেহা-বেপাৰ অথবা অৰ্থনৈতিক দিশৰ পৰা একেবাৰে পিছ পৰা। এওঁলোকৰ জীৱন ধাৰণৰ মানদণ্ড অতি নিম্ন খাপৰ। আক্ষৰিক জ্ঞানৰ অনুপাত অন্যান্য সম্প্ৰদায়ৰ তুলনাত অতি নগণ্য। এনেকুৱা সমাজতে সম্পূৰ্ণ অপৰিচিত আচহুৱা পৰিয়াল পৰিকল্পনাৰ নিচিনা আঁচনি এখন অত্যধিক সমাদৰ পোৱাৰ আশা কৰাটো ভুল। গাঁৱে-ভুঁৱে এই আঁচনিৰ কাৰ্যকাৰিতা, উপকাৰিতা, ইয়াৰ আহিলাপাতিৰ ব্যৱহাৰিক জ্ঞান ইত্যাদি বিষয় বহুল প্ৰচাৰ হ'লে ৰাইজে যেতিয়া ইয়াৰ উপকাৰিতাৰ বিষয়ে সম্যক জ্ঞান লাভ কৰিব তেতিয়া আৱশ্যক বোধ কৰাসকলে ইয়াক কামত খটুৱাই উপকৃত হ'ব। পৰিয়াল পৰিকল্পনা কৰা নকৰাটো সম্পূৰ্ণভাৱে ব্যক্তিগত কথা। বহুতেই পৰিকল্পিত পৰিয়াল বিচাৰে যদিও উপায় নেপায়। গাঁৱত ইয়াৰ সুবিধা সীমাবদ্ধ। আৰু আটাইতকৈ ঘাই কথা হ'ল যে অশিক্ষিত হোজা ৰাইজে ইয়াৰ উপকাৰিতাৰ বিষয়ে অলপো উপলব্ধি কৰিব পৰা নাই। সেয়ে পৰিকল্পনা কৃতকাৰ্য কৰি তুলিব খুজিলে বহুল প্ৰচাৰ, সৰু-সুৰা প্ৰদৰ্শনী আৰু কথাছবিৰ প্ৰদৰ্শন আদি অতি প্ৰয়োজন। যেতিয়া সাধাৰণ ৰাইজে ইয়াৰ উপকাৰিতা বুজিব তেতিয়া নিশ্চয় ইয়াৰ সুবিধা সকলোৱে গ্ৰহণ কৰিবলৈ আগবাঢ়ি আহিব। নানা কাৰণত আনকি বহু শিক্ষিত মানুহেও জন্ম-নিয়ন্ত্ৰণৰ অস্বাভাৱিক উপায় অৱলম্বন কৰাত দ্বিধাবোধ কৰে। তেনেস্থলত নিৰক্ষৰ হোজা মানুহে নেজানি ইয়াক যদি প্ৰয়োগ কৰা নাই তেন্তে তাত কোনো অভিসন্ধি আছে বুলি কোনোবাই ক'লেও তাৰ প্ৰতিবাদৰ থল আছে।

দ্বিতীয়তে বহু বিবাহ মুছলমানৰ কাৰণে বৈধ ব্যৱস্থা। দৰকাৰ হ'লে মুছলমানে একাধিক স্ত্ৰী গ্ৰহণ কৰাৰ অনুমতি কোৰানে দিছে। বহু বিবাহ প্ৰথম দৃষ্টিত অমুছলমানৰ ওচৰত বৰ্তমান যুগত মধ্যযুগীয় ব্যৱস্থা যেন লাগিলেও ইয়াৰ সামাজিক মূল্য অস্বীকাৰ কৰিবৰ থল নাই। যি কোনো নীতি নিয়ম যেতিয়া ধৰ্মই অনুমোদন কৰে তেতিয়া নিশ্চয় সেইবোৰৰ মাজত প্ৰচুৰ সামাজিক কল্যাণ নিহিত থাকে। বহুবিবাহো এনেকুৱা ধৰ্মীয় এক অনুদান য'ত বহুতো কল্যাণ নিহিত আছে। বিধৱা-বিবাহ সমস্যাটো ই কিছু পৰিমাণে হ'লেও সমাধান কৰাত সহায় কৰে। বিধৱা-বিবাহ সমস্যা অতীত যুগৰ পৰাই বহু সমাজৰ জটিল প্ৰশ্ন হৈ পৰিছে। কাৰণ কেতিয়াবা অতি কোমল বয়সত বিধিৰ বিধানত বিধৱা হৈ বহু গাভৰু ছোৱালী সমাজ আৰু পৰিয়ালৰ গলগ্ৰহ হৈ পৰে। সমাজত ইহঁতৰ স্থান অতি কৰুণ আৰু পৰিয়ালৰ ভিতৰত ইহঁত মাত্ৰ কৰুণাৰহে পাত্ৰ। বহু বিধৱাই সামাজিক অশেষ নিকাৰ

ভুক্তি জঘন্য জীৱন যাপন কৰিব লগাত পৰে, আৰু বহুতে নীৰৱ যাতনা সহ্য কৰিব নোৱাৰি আত্মহত্যা কৰে। বিধৱাৰ কাৰণে জীৱন আৰু মৰণৰ বেছি পাৰ্থক্য নাই। জীয়াই থাকিলেও সিহঁতে জীৱনৰ দাবীৰ বহু দূৰত আৰু যি দাবী পূৰণৰ সম্ভাৱনা মুঠেই নাই। জীৱিত থাকিও জীয়াতুভোগ অবাঞ্ছিত। তিৰোতাবোৰ সাধাৰণতে ধৈৰ্যশীলা আৰু লাজকুৰীয়া। কিন্তু সকলোৰে ক্ষেত্ৰত ই সঁচা নহ'বও পাৰে। শাৰীৰিক গঠন আৰু মানসিক আৰু পাৰিপাৰ্শ্বিক কাৰণত বহুতো তিৰোতাৰ কামতৃষ্ণাৰ মাত্ৰাধিক্য থকাটো অস্বাভাৱিক নহয়। 'বাৎসায়ন'ৰ মতে জীৱন ধাৰণৰ কাৰণে আহাৰ যেনে প্ৰয়োজনীয় কামোপভোগো তেনেকুৱা প্ৰয়োজনীয়। অকাল বিধৱা বহু তিৰোতাই কামতৃষ্ণা দমনত ব্যৰ্থ হৈ সমাজ, বংশ আৰু পৰিয়ালক কলংকময় কৰি তোলে। এই তথাকথিত ব্যাভিচাৰিণীবোৰক আজিকালি বহু লেখকেই ক্ষমাৰ চকুৰে চাবলৈ ধৰিছে। আনকি ডাঃ ৰাধাকৃষ্ণনে কৈছে যে যদিও এক বিবাহ সমাজৰ আদৰ্শ তথাপি এক বিবাহৰ ফলত নাৰীৰ যৌন তৃপ্তি নঘটে আৰু বহু নাৰীয়ে শেষ উপায় স্বৰূপ গণিকা বৃত্তি গ্ৰহণ কৰে। বহু বিবাহ প্ৰথাই এনেকুৱা কলংকৰ পৰা সমাজক ৰক্ষা কৰাত সহায় কৰে। ইছলামে বহু কাৰণত বহু বিবাহ নিষিদ্ধ কৰা নাই। বহুক্ষেত্ৰত একাধিক স্ত্ৰী গ্ৰহণ পুৰুষৰ কাৰণে অপৰিহাৰ্য হৈ পৰে। স্ত্ৰী বেমাৰী, সন্তান উৎপাদন ক্ষমতাৰ পৰা বঞ্চিতা ইত্যাদি কাৰণে ২য় স্ত্ৰী গ্ৰহণ বহুতেই কৰে। একাধিক স্ত্ৰী গ্ৰহণ কোৰানে অনুমোদন কৰিলেও ইয়াত বহুতো বাধা নিষেধ আছে যাক উপেক্ষা কৰিলে ধৰ্মক উপেক্ষা কৰাৰ নিচিনাই পাপ হয় বুলি হাদিছে কয়। এই বাধা-নিষেধ অগ্ৰাহ্য কৰি কোনোবাই কেৱল যৌন সম্ভোগৰ কাৰণে একাধিক স্ত্ৰী গ্ৰহণ কৰিলে তাৰ ফলাফল বিচাৰ কৰাৰ দায়িত্ব সমাজে ল'বও পাৰে। ধৰ্মৰ কথা এৰিলেও আজিৰ এই অভাৱ অনাটনৰ যুগত মানুহে অৰ্থনৈতিক কাৰণতো প্ৰয়োজন হ'লেও একাধিক স্ত্ৰী গ্ৰহণ কৰি নিজকে আৰু বেছি অভাৱ গ্ৰস্থ কৰি তুলিবৰ মন নকৰে। বহু বিবাহ হাদিছ-কোৰানে অনুমোদন কৰিছে বুলিয়েই প্ৰত্যেক মানুহৰ কাৰণে অৱশ্যকৰণীয় তেনে ভাব পোষণ কৰাও ভুল।

ইচলামৰ বিবোৰ সামাজিক নীতি-নিয়ম সেইবোৰ কোৰাণৰ দ্বাৰা অনুমোদিত। আৰু কোৰাণ এনেকুৱা এক ঐশী বাণীৰ সংকলন য'ত মানুহৰ লাগতিয়াল সকলো ব্যৱস্থাৰ নিৰ্দেশ আছে। কোৰাণৰ নিৰ্দেশ নিৰ্ভুল, সহজ-সৰল আৰু কল্যাণময়। সমাজ আৰু ব্যক্তিগত জীৱনৰ কাৰণে লগা সকলো সূক্ষ্ম পৰামৰ্শ আদেশ বাধা-নিষেধ আদিৰ দ্বাৰা কোৰান এক শ্ৰেষ্ঠ গ্ৰন্থৰ সকলো গুণেৰে অলংকৃত। এই মহা পবিত্ৰ শ্ৰেষ্ঠ কোৰাণ কেতিয়াও বহুবিবাহ নিষেধ কৰা নাই। বহু বিবাহ যে সমাজৰ এটি মংগল দায়ক বিধান তাক বিবেকসম্পন্ন সকলো মানুহেই স্বীকাৰ কৰিছে।

ধৰ্ম নিৰপেক্ষ গণতান্ত্ৰিক ভাৰতে অৱশ্যে ইচ্ছা কৰিলে ভোটাধিক্যত মুছলমানৰ এই ধৰ্মীয় বিধান আইনৰ দ্বাৰা নিষিদ্ধ কৰিব পাৰে। কিন্তু আমাৰ বিশ্বাস ভাৰত চৰকাৰে

নিশ্চয় আইনৰ নামত নাইবা খাদ্য সমস্যা অথবা অৰ্থনৈতিক সমস্যা সমাধানৰ নামত ধৰ্মপ্ৰাণ মুছলমানৰ মনত অযথা ভয় আৰু সন্দেহৰ সৃষ্টি যে নকৰে ই ধ্ৰুব। আইনৰ বহু বিবাহ নিষিদ্ধ কৰিবলৈ আগবঢ়োৱা পৰামৰ্শ দাতাসকলে ভাৰতৰ কিমান সংখ্যক মানুহে একাধিক স্ত্ৰী গ্ৰহণ কৰিছে, কিয় গ্ৰহণ কৰিব লগা হৈছে তাৰ তথ্যপাতি ৰাইজৰ আগত দাঙি ধৰিলে বহু কথা স্পষ্ট হৈ পৰিব। দেশৰ বৰ্তমান অৱস্থাত অৰ্থনৈতিক দৃষ্টিকোণৰ পৰা বহু বিবাহ প্ৰথাৰ গুণাগুণ বিচাৰ কৰা সুকীয়া কথা। কিন্তু মুছলমানবোৰে পৰিয়াল পৰিকল্পনা গ্ৰহণ নকৰাৰ (যদিও ই ভুল ধাৰণা) মাজত নাইবা মুছলমানৰ বহু বিবাহ প্ৰথাৰ মাজত ৰাজনৈতিক অভিসন্ধিৰ গোন্ধ পোৱাটো সম্পূৰ্ণ বুজিব নোৱৰা কথা। আজিৰ পৰা ১৪শ বছৰ আগত মুছলমান সমাজত প্ৰচলিত ধৰ্মীয় বিধান এটাৰ মাজত যে ধৰ্ম নিৰপেক্ষ গণতান্ত্ৰিক ভাৰতৰ স্বাৰ্থ জড়িত থকা ৰাজনৈতিক অভিসন্ধি থাকিব পাৰে— ই ভাবিব নোৱৰা কথা। একশ্ৰেণীৰ সাম্প্ৰদায়িক মনোভাব পোষণ কৰা মানুহ আছে যিবোৰে মুছলমানৰ আনুগত্যক প্ৰকৃত মৰ্যাদা দিবলৈ সদায় কুণ্ঠিত। অথচ মুছলমানৰ বিৰুদ্ধে জাতি হিচাপে দোষ দিবলৈ একো উদাহৰণ বিচাৰি নেপায়। প্ৰত্যেক সমাজত কিছুমান বেয়া মানুহ থাকিব পাৰে। কিন্তু সেই দুই এজনৰ বাবে গোটেই জাতিটোক দোষাৰোপ কৰা যুক্তিসংগত নহয়। স্বাধীনতাৰ ১৯ বছৰ পিছলৈকে মুছলমানক প্ৰকৃত আৰু আনুগত নাগৰিক বুলি কিয় বিশ্বাস কৰিব নোৱাৰি, তাৰো ব্যাখ্যা কোনেও দিয়া নাই। মুছলমানবোৰে জাতি হিচাপে দেশদ্ৰোহিতাৰ পৰিচয় কেতিয়াও দিয়া নাই। যিবোৰে ভাৰতীয় মুছলমানক পাক-দৰদী বুলি ভাৱে যোৱা পাক ভাৰত যুদ্ধত মুছলমানৰ কাৰ্যকলাপত সন্দেহ কৰিবলৈ একো বিচাৰি নেপালে। আনহাতে ভাৰতৰ সকলো মুছলমানেই পাকিস্তানৰ বিৰুদ্ধে ধন-জন-অৰ্থ দি সাধ্যমতে চৰকাৰক সহায় কৰিলে। আব্দুল হামিদৰ মৃত্যুত মুছলমানেও গৌৰৱ বোধ কৰিলে। নিজৰ জীৱন বিপন্ন কৰিও মুছলমান সৈন্যই পাকিস্তানী সৈন্যৰ ওপৰত জঁপিয়াই পৰিলে দেশ ৰক্ষাৰ কাৰণে। কিন্তু এইবোৰ কিবা মূল্য আছেনে? যুদ্ধৰ সময়ত যি আবেগিক ঐক্য লক্ষিত হৈছিল তাৰ প্ৰভাৱ মৌচ খাই যোৱা যেন লাগে। বহুতৰ মনত মুছলমানবোৰ পাক-প্ৰেমী, মুছলমানৰ পবিত্ৰ অনুগত্য পঞ্চম বাহিনীৰ তুল্য আৰু মুছলমানৰ গতিবিধি সদায় সন্দেহজনক। কিছুমান বাতৰিকাকতে ইয়াকো ক'বলৈ চেষ্টা কৰে যে স্বাধীনতাৰ যুদ্ধত এজন মুছলমানেও সক্ৰিয় অংশগ্ৰহণ কৰা নাই। অৰ্থাৎ যিবিলাক প্ৰখ্যাত জাতীয়তাবাদী মুছমানে আজীৱন ভাৰতৰ অখণ্ডতাৰ দৃঢ়সংকল্প লৈ ব্ৰিটিছৰ বিৰুদ্ধে স্বাধীনতাৰ কাৰণে জঁপিয়াই পৰিছিল তেওঁলোকৰ দানৰ কোনো মূল্যই নাই। মৌলানা আজাদ, খাঁন আব্দুল গফুৰ খাঁন ইত্যাদি নেতাসকলৰ অক্লান্ত সংগ্ৰামৰ কথা পাহৰিবৰ চেষ্টা কৰিলে ইতিহাসে হয়তো আমাক ক্ষমা নকৰিবও পাৰে।

কিন্তু এটা প্ৰশ্ন সদায় মনত আছে— মুছলমানৰ বিৰুদ্ধে এই যে অভিযোগ, মুছলমানৰ আনুগত্যত এই যে ভ্ৰান্ত অমূলক সন্দেহ ইয়াৰ প্ৰকৃত উৎস ক'ত? আমাৰ চুবুৰীয়া ৰাষ্ট্ৰ

পাকিস্থানৰ লগত বৈৰী ভাব নে পাকিস্তানৰ জন্ম ? হয়তোবা উভয়েই সঁচা। পাকিস্তান যিহেতু মুছলমান প্ৰধান ৰাষ্ট্ৰ গতিকে পাকিস্থান শত্ৰু মানে মুছলমানবোৰ শত্ৰু। পাকিস্তানক বিশ্বাস কৰিব নোৱাৰিলে ভাৰতীয় মুছলমানকো বিশ্বাস কৰিব নোৱাৰি। কিন্তু পাকিস্থানৰ জন্মৰ কাৰণে ভাৰতীয় মুছলমানক দায়ী কৰা অন্যায়। পাকিস্থান এতিয়া বুৰঞ্জীৰ নিৰ্ঘাত সত্য, হয়তো হ'ব পাৰে অপ্ৰিয় সত্য। কিন্তু ১৯ বছৰ আগয়ে জন্ম লোৱা পাকিস্থানৰ কাৰণে ১৯ বছৰ পিছৰ মুছলমান সম্প্ৰদায় দায়ী হ'ব নোৱাৰে। পাকিস্থানৰ কাৰণে যদি কোনোবা সঁচাকৈয়ে দায়ী তেন্তে তেওঁলোকে হ'ল পৰাধীন ভাৰতৰ ৰাজনৈতিক নেতৃবৃন্দ। সৰ্বসাধাৰণ ও শিক্ষিত মুচলমানক ইয়াৰ কাৰণে দায়ী কৰিলে বুৰঞ্জী আৰু মানুহৰ মনস্তত্ত্বৰ স্বাভাবিক ধৰ্মক অস্বীকাৰ কৰা হ'ব। মুছলমানে দেশদ্ৰোহিতা কৰা নাই, ৰাষ্ট্ৰীয় পতাকা ভূলুণ্ঠিত কৰা নাই নাইবা ভাৰতীয় সংবিধানো পুৰি ভস্ম কৰা নাই। স্বাধীন নগালেণ্ড, মিজোলেণ্ড নাইবা স্বাধীন দ্ৰাবিড় ৰাজ্য খোজা নাই। কাৰণ মুছলমানে বিশ্বাস কৰে যে যি দেশত তেওঁলোক বসবাস কৰি আছে যি দেশৰ জলবায়ু তেওঁলোকৰ জীৱনৰ প্ৰতি উশাহ-নিশাহৰ লগত মিহলি হৈছে সেই দেশ তেওঁলোকৰ আপোন, সেইদেশ তেওঁলোকৰ অতি মৰমৰ! সেই দেশৰ অন্যায় কৰা মানে নিজৰ অন্যায় কৰা, সেই দেশ পাহৰি যোৱা মানে নিজৰ সত্তাক পাহৰি যোৱা। কোনোবাই ভাৰতীয় মুছলমানক পাকিস্থানৰ কাৰণে জগৰীয়া কৰি আত্মতৃপ্তি লাভ কৰিবৰ চেষ্টা কৰিলেও প্ৰকৃত তৃপ্তি তাত নেপাব। এনেকুৱা চেষ্টা বন্ধ্যা নাৰীৰ মাতৃত্বৰ সুখ অনুভৱ কৰা চেষ্টাৰ নিচিনাই ফলহীন হ'বলৈ বাধ্য।

ধৰ্ম আৰু ৰাজনীতি বিপৰীত ধৰ্মী। ধৰ্মৰ লগত ৰাজনীতিৰ সম্পৰ্ক স্থাপনকাৰীবোৰক আমি গোড়া পন্থী বুলি গৰিহণা দিওঁ। কিন্তু কেতিয়াবা নিজৰ স্বাৰ্থৰ কাৰণে অইনৰ ধৰ্মীয় বিধানবোৰৰ বিকৃত অৰ্থ কৰো। ই বেয়া অভ্যাস। ইয়াকে নকৰি অইন ধৰ্মৰ সামাজিক তথা ধৰ্মীয় আচাৰবোৰৰ বিষয়ে অনুসন্ধিৎসু মনলৈ গভীৰভাৱে অধ্যয়ন কৰিলে সেইবোৰ জনাৰ বেছি সুবিধা হ'ব। তেতিয়া হ'লে নিজৰ সংকীৰ্ণতাৰ বিষয়েও বুজাত সহজ হ'ব। অনাদৃত বিধৱা বিবাহ, বিবাহ-বিচ্ছেদ ইত্যাদি ভাৰতীয় সমাজে স্বীকৃতি দিছে। অথচ এইবোৰে এসময়ত ঘৃণাৰ উদ্ৰেক কৰিছিল।

*২ য় বছৰৰ ৩য় সংখ্যাত প্ৰকাশিত (জুলাই- ১৯৬৬)*

# কৰ্মফল

**ধনীৰাম তালুকদাৰ**, বি এছ চি, বি এল, এম এল এ

আছিল এক মহীপাল নামে ৰাজা। মন্ত্ৰীও আছিল তেওঁৰ এজন নাম বুদ্ধিপাল। ৰাজা মহীপালে এদিন মন্ত্ৰীক কয়— 'মন্ত্ৰী! সবাতকৈ বুদ্ধিমান কোন? মই নে আপুনি?'

'মহাৰাজ! সবাতকৈ বুদ্ধিমান ৰাজা অৰ্থাৎ আপুনি।'

'মইয়ে যদি বুদ্ধিমান তেন্তে আপোনালোকক মন্ত্ৰী কৰি ৰখাৰ কি দৰকাৰ?'

'বিশেষ দৰকাৰ একো নাই মহাৰাজ! তবে মাজে সময়ে আপোনাৰো বিবুদ্ধি হ'ব পাৰে সেইবাবে মই মন্ত্ৰী হৈ আছো। মহাৰাজৰ 'য' কাৰৰ দৰে ব্যৱহাৰত।'

'বাৰু মন্ত্ৰী, ৰাজতকৈও কোনোবা বেছি বুধিয়ক আছে নেকি?'

'হয়, মহাৰাজ আছে।'

'সেইটো কোন?'

'মহাৰাজ! চোৰ! ৰজাৰ ৩২ গুণ আৰু চোৰৰ ৩৩ গুণ। ৰজাতকৈও চোৰৰ এক গুণ বেছি।'

'কি কোৱা মন্ত্ৰী! মোতকৈও চোৰৰ এক গুণ বেছি? অসম্ভৱ! তাৰ প্ৰমাণ চাওঁ।'

'মহাৰাজ! প্ৰমাণ আজিয়েই দিব পাৰিম। আজি ৰাতি খাই-বই উঠি দোভাগত দুয়ো ওলাম চুৰি কৰিবৰ উদ্দেশ্যত। কিবা বিপদ হ'লে মোক কিন্তু নুদুষিব মহাৰাজ।'

দোভাগ ৰাতি ওলাল ৰজা আৰু মন্ত্ৰী। লগত কোনো নাই।

এক বুঢ়া বামুণৰ বেঙেনাৰ বাৰী এক হাজাৰ ডাল। চাৰিওপিনে জেওঁৰে বেৰা। গৰু-ছাগলী সোমাবৰ উপায় নাই। এপৰমান ৰাতি হোৱাত ব্ৰাহ্মণ চাই চাই বেঙেনাৰ বাৰীত ওৰে ৰাতি পৰ দি থাকে, হাতত এখন ৰামদাও লই।

মন্ত্ৰীয়ে অলপ জেওঁ ফাক কৰি দি ৰজাক মূৰ সোমাব ক'লে। ব্ৰাহ্মণে ৰামদাও হাতত লই সাজু হৈয়ে আছিল। মূৰ সোমোৱা মাত্ৰেই ঘপহ কৰি মাৰিলে গলত ৰজাৰ। মন্ত্ৰী চিঞৰি উঠিল সৰ্বনাশ কৰিলি পাষণ্ড ব্ৰাহ্মণ। তই ৰজাক হত্যা কৰিলি? কোদাল আনি গাত খান্দি মৃতদেহ পুতিব লাগে তৎক্ষণাৎ। ৰাতিয়েই গাত খান্দি মৃতদেহ পুতিলে।

ব্ৰাহ্মণৰ ঘৰৰ ওচৰতে এক কুমাৰৰ ঘৰ। কাঠিত বহি কুমাৰে সদাই চিঞৰি চিঞৰি গল্প কৰে। যদি এদিনৰ কাৰণেও ৰাজা হ'ব পাৰিলোহেঁতেন। তেন্তে মই কিমান যে সৎ কাৰ্য কৰিলোহেঁতেন এই ৰাজ্যত।'

মন্ত্ৰীয়ে পোন পোনে সেই কুমাৰক মাতি আনি ৰাজ ঘৰলৈ লই আহিল আৰু এটা ঘৰত তিনি দিনৰ বাবে খাবৰ যোগাৰ দি দুৱাৰ বন্ধ কৰি দিলে। ৰাণী মহলত মন্ত্ৰীয়ে জনালে— 'মহাৰাজে যোগত বহিছে। একেবাৰে তিনি দিন থাকিব আৰু যমৰাজৰ লগত সাক্ষাৎ হ'ব। মহাৰাজৰ পুনৰ জন্ম হ'ব। তেওঁৰ কলপ বদলিব। তিনিদিনৰ পিছত বাহিৰ হ'ব। আমাৰ কথা সকলো পাহৰিব। সেইবিলাক একো নুশুধিব। সোধা মাত্রেই তেওঁৰ মৃত্যু হ'ব।'

যথা সময়ত কুমাৰ বাহিৰ হ'ল। সকলোৱে দেখি অবাক। ৰাজাৰ চেহেৰাৰ লগত মিল নাই। তথাপি মহাৰাজ হ'ল; ৰাণীসকলৰ লগত কথাবাৰ্তা কোৱা মিলা হ'ল। ৰাজপাটিত বহিল।

এনেকৈ কিছুদিন পাৰ হ'ল। মন্ত্ৰীয়ে এদিন নদীত গা ধুই থাকোতে এটা ৰক্তবৰ্ণ ফুল ভাহি অহা দেখি যতনেৰে ধৰি আনিলে আৰু ৰজাক উপহাৰ দিলে। ৰজাই ফুলটো হাতত লই বহুত ভাবি চিন্তি প্ৰধান মহীয়সীক উপহাৰ দিলে। মহাৰাণীয়ে বাহাৰ কৰি সৰু ৰাণীক দেখুৱালে। সৰুৰাণী মানত সৰু হ'লেও ৰূপত দেৱলোকৰ তিলোত্তমাৰ দৰে। আবদাৰ কৰিলে ৰজাৰ আগত। 'মোক তেনে ফুল এটা আজিয়েই দিব লাগিব। নহ'লে মই এতিয়াই ৰোগৰত পৰিম।'

বিবুদ্ধিত পৰিল ৰজা। মন্ত্ৰীক মাতি আনি ক'লে, 'মন্ত্ৰীবৰ মোক আৰু এটি তেনে ফুল দিব লাগে আজিয়েই। সৰু ৰাণীয়ে লাগিছে নহ'লে ৰোগৰতপৰিব।'

মন্ত্ৰীয়ে কিন্তু ৰজাক আগৰ ৰজাৰ দৰে মহাৰাজ বুলি সম্বোধন নকৰে। মুখৰ ভিতৰতে আনে নুবুজালৈ ভো-কুমাৰ বুলি সম্বোধন কৰে। আৰু কয়— 'তেনে ফুল ক'ত পাম? অকস্মাৎ ভাহি আহিছিল নদীত। আপোনাক আনি দিছিলো।' ৰজাই তেতিয়া নিজ মূৰ্তি ধাৰণ কৰিলে। 'শুনা মন্ত্ৰী। যদি সাত দিনৰ ভিতৰত মোক তেনে ফুল আনি দিব নোৱৰা তেন্তে সবংশে তোমাকে কাটিম।'

মন্ত্ৰী বিমোৰত পৰিল। এই কোঁৱৰক মই আনি ৰাজ সিংহাসনত বহালো আৰু সেই নীচ কোঁৱৰৰ ছলি মোক সবংশে কাটে। হায় ভগৱান। নিজৰ বিপদ নিজে মাতি আনিলো। এয়ে ৰজাৰ বিধি। ঘৰত আহি মন্ত্ৰী বোহ ঘৰত পৰিল। নুধুয়ে গা, নাখায়— নামাতে কাকো। মন্ত্ৰীক কোনেও বুজাব নোৱাৰিলে।

মন্ত্ৰীৰ সাত ল'ৰা আৰু সাতজনী ছোৱালী আছিল। শেহতীয়াজনী অতি ৰূপৱতী আৰু গুণৱতী আছিল। মন্ত্ৰীৰ ভৰিত পৰি বহুতো কাকুতি-মিনতি কৰি ক'লে, 'কি হৈছে আপোনাৰ, খোলাখুলি কওক। তাৰ উপায় কৰি দিম মই।'

'মা তুমি কিয় কোনেও তাৰ উপায় কৰি দিব নোৱাৰে।'

'তথাপিও আপুনি কওক পিতা।'

মন্ত্ৰীয়ে সকলো কথা বিৱৰি ক'লে আৰু ৰাজাজ্ঞাৰ কথাও ক'লে।

'পিতা ই একো কথা নহয়। ইয়াৰ উপায় মই দিম। আপুনি ভাত খাওক।'

মন্ত্ৰীয় উঠি গা পা দুই ভাত খালে। তেতিয়া বোৱাৰীয়েকে ক'লে— 'পিতা আপুনি এখন পাতল কাঠৰ নাও সজাবৰ আয়োজন কৰক ততালিকে।'

ৰাজ আদেশ তৎক্ষণাৎ পালন হ'ল। বোৱাৰীয়েকে একমাহৰ বাবে খোৱাৰ যোগাৰ দিলে। ৰাজোপযুক্ত কাপোৰ-কানি ইত্যাদি দিলে। দুখন বলাই কাঠৰ বৈঠা দিলে আৰু মন্ত্ৰীক ক'লে 'পিতা, যি ঠাইৰ পৰা এটা ফুল আহিছে তাত নিশ্চয় আৰু ফুল আছে। আপুনি এই নাৱেৰে গৈ থাকিব উজাই উজাই।

যাত্ৰা কৰিলে মন্ত্ৰীয়ে সেই মতে উজানমুখে। সাত দিনৰ মূৰত মন্ত্ৰীয়ে পালে শিলৰ ওপৰে পানী বৈ আহিছে জিৰ্‌জৰিকৈ। নাও নাযায়। খোজ কাঢ়িব আৰম্ভ কৰিলে পাথৰ বগাই বগাই। আৰু একমাহৰ বাট যাই দেখে ত্ৰিশূলৰ ওপৰত ধ্যান কৰি বহি আছে কেবাজনো পুৰুষ। ভিন ভিন ঠাই নৈৰ ওপৰত। তাৰে পৰা একোটোপ তেজ পৰে পানীত আৰু একোটা লাল ফুল হৈ উটি আহে। মন্ত্ৰীয়ে দেখি আচৰিত! এনেতে ত্ৰিশূলৰ ওপৰত বহি থকা এজন তপস্বীয়ে মাত দিলে মন্ত্ৰীৰ নাম ধৰি — 'হেৰা মন্ত্ৰী বুদ্ধিপাল! তুমি যি কোঁৱৰক মন্ত্ৰীপতা ভাবিছা সেইটো ভুল। তেওঁ সেই শূলৰ ওপৰত তপঃ কৰি সাধনা পোৱাৰ শেষত যাই জন্মলাভ কৰিছে। তাক তুমি ৰজা পতা নাই। নিজ কৰ্মফলত ৰাজসিংহাসন লাভ কৰিছে। তুমি এই ৰক্তফুল নি তেওঁক উপহাৰ দিবা আৰু ভো-কুমাৰ নকৈ 'মহাৰাজ' বুলি সম্বোধন কৰিবা। মন্ত্ৰীয়ে ফুল নাওত ভৰাই লৈ আহি 'মহাৰাজ' বুলি প্ৰণাম কৰাত ৰজাই সিংহাসনৰ পৰা উঠি আহি মন্ত্ৰীক সাবটি ধৰি ক'লে, 'মন্ত্ৰী। আপুনি মোৰ মহা বন্ধু। আপুনি মোক ৰাজ সিংহাসনত বহুৱাইছে। মোক ভো-কুমাৰ বুলিয়েই সম্বোধন কৰিব।

*২ য় বছৰৰ ৩য় সংখ্যাত প্ৰকাশিত (জুলাই- ১৯৬৬)*

# মৃত্যু

আবুল কাশেম, বি. এ

হে মৃত্যু ৰাজ! কোন মুনিৰ পাই অভিশাপ,
মানৱ আত্ম হৰি আজি আছা সদায় পাপ?
নাপালানে জীৱিকা নিৰ্বাহৰ অইন বাট?
শোক-ৰোদনত তোমাৰ জানো লাগে আনন্দৰ হাট?
চিৰ অন্ধ আঁখি কন্ধকৰ্ণ পাষাণ মূৰ্ত্তি হৈ
মানুহক কৰা আমন্ত্ৰণ বেমাৰ নাম লৈ
কতনা পিতাৰ একেটি সন্তান, আলাহৰ লাডু
সৌ আইৰ এটি জী, ঈশ্বৰে দিয়া নাই আৰু।
ৰুদ্ৰ মূৰ্ত্তি ধৰি তাকেই তুমি কৰিলা সংহাৰ
কত কণা, খোৰা, ৰোগী, ভোগী নাপাই আহাৰ
সদায় কৰিছে কামনা তোমাৰেই আলিংগন
অথচ তোমাৰ সেই ঠাইত নাই দৰ্শন।
ক্ষুদ্ৰ, কীট, পতংগ, জীৱ, জন্তু নৰ-জাতিৰ
সকলো আত্মাই হৈছে শস্য, তোমাৰ খেতিৰ
নুবুজিলো তোমাৰ খেতিৰ গোপন ৰহস্য
কেনেকৈ পকে তোমাৰ পথাৰৰ নানা শস্য।
শ বছৰীয়া দাদা থৈ নিয়া তাৰ নাতি হৰি,
বৃদ্ধ, অন্ধ পিতা এটি ডেকা পুত্ৰ যায় মৰি
হায়! কতনা ৰোদন কৰে আত্মীয় স্বজন;
ৰুদ্ধ কৰ্ণে তুমি নকৰা সেই সব শ্ৰৱণ।

২ য় বছৰৰ ৩য় সংখ্যাত প্ৰকাশিত (জুলাই- ১৯৬৬)

# আবোল-তাবোল

মিঞা মনছুৰ

বোলো জোনাবসকল, অছমীয়া লোকসকল এইবাৰ শ্ৰীমিয়া মনছুৰৰ গাত খবিছ লাগিছে। সেই কাৰণে যিমানেই নিৰ্বাচনৰ দিন ওচৰ চাপি আহিছে সিমানেই মোৰ গাটোও সাতখন আঠখন লাগিছে। লাগিবতো। আনে যে মন্ত্ৰী, এম এল এ আৰু এম পি হ'ব পাৰে মিঞা মনছুৰেনো নোৱাৰে কিয়?

মিঞানীয়ে কৈছে যে ৰাজনীতি কৰি অশিক্ষিতবোৰক ঠগাই আজি অমুকটো কৰি দিম, কালিলৈ তমুকটো কৰি দিম বুলি মিছাতে আভুৱা ভাৰি পিছত এম এল এ বা মন্ত্ৰী হৈ গড়ৰ ছাল এখন গাত লগাই নিলাজৰ দৰে জনসাধাৰণৰ গালি-শপনি খাব নালাগে। মৰিবলৈ দুটামান দিন আছে এতিয়া তৌবাহ-তিল্লাবৎ কৰি আল্লা কৰাই ভাল।

মই ক'লো— মিঞানী মন্ত্ৰী (অৰ্থাৎ মনটো তিৰিৰ দৰে মানুহৰ প্ৰতিশ্ৰুতি ভংগ হ'লেও কোনো দোষ নাই) হ'লে কিমান ফইদা আছে কি বুজিবা? মই যদি কেনেবাকৈ এম এল এ হ'ব পাৰো, মন্ত্ৰী হ'বলৈ টান নহ'ব। আৰু মন্ত্ৰী হ'লে মই যোগান বা ছাপলাই বিভাগেটা ল'ম। তেতিয়া আমাৰ ভাগ্যদেৱীয়ে হাঁহি হাঁহি ৰাতিটোৰ ভিতৰতে দুই তিনিখন মটৰ, বাছ, নগৰৰ চৰকাৰী মাটিত দুই-তিনিটা বিল্ডিং, চাহ বাগিচা কৰি দিব। এই ভোদা খাব খোৱা অছমীয়াবোৰক উঠ বুলিলে উঠেগা আৰু বহ বুলিলে বহেগা' কৰিব পাৰিম। ইয়াৰ উপৰি দিনক ৰাতি ৰাতিক দিন কৰিব পাৰিব। তেতিয়া মৌলবী, পীৰ, মৌলানাসকলে মোটা চান্দা বা খইৰাৎ পোৱাৰ আশাত আমাৰ ঘৰলৈ ল'ৰ দিব দাৱাত খাবলৈ। দাৱাত খাই আল্লাহৰ ওচৰত দীঘলীয়া মোনাজাত কৰিব পাৰিলে মিঞা মনচুৰক সপৰিয়ালে বেহেস্ত দিবলৈ। আৰু কত পীৰে মুৰিদ কৰিবলৈ ধাপলি মেলিব তাক কোনে জানে। ইয়াৰ উপৰি মন্ত্ৰী হ'লে পৰিয়ালৰ মানুহবোৰে অৰ্থাৎ এলেকৰ পেলেকবোৰে মোক লৈ গৌৰব কৰিব পাৰিব, সাত পুৰুষলৈ ছোৱালী দিবলৈ সুবিধা হ'ব, পাঁচ পুৰুষলৈ ল'ৰা-ছোৱালীয়ে বহি বহি খাব পাৰিব। অৰ্থাৎ ইত্যাদি ইত্যাদি বহুত ফায়দা আছে। মাৰে সমাজত নেতা, মন্ত্ৰী, এম এল এ এইবোৰ সৰ্বগুণী কৰছ। কেনেবাকৈ এবাৰ ভাগ্যত উঠিলে বেৰা পাৰ। দিন-দুনীয়া দুয়ো হাছিল। কিল্লা ফতেহ্।

বৰ্তমান আমাৰ মুছলিম নেতাসকলে যোৱা ১৮/২০ বছৰ নিজকে 'জিন্দা গোদাই' বুলি ভাবি আহিছে। অসমৰ মুছলমানসকলৰ ত্ৰাণকৰ্তা বুলি ভাবি চলে-বলে কৌশলেৰে নিৰ্বাচনত গৰুৰ নেজত ধৰি নিৰ্বাচনী জয় হ'লে এওঁলোকক পায় কোনে? তেওঁ লোকে

ভুলতো মুছলমানৰ কথা নাভাবে। ভয় কৰে আন সম্প্ৰদায়ৰ লোকে 'চেকিউলাৰ' দেশত তেওঁলোকক 'কমিউনেল' বুলি ভাবে বুলি মুছলমান হৈ মুছলমানৰ কাৰণে ভাবিবলৈ সময় নাই। বোলা বাচ্ছা, নিৰ্বাচনত যে জয় হ'ব খোজা হিন্দু প্ৰধান কেন্দ্ৰৰ পৰা গৰুৰ নেজত ধৰি জয় হৈ দেখুওৱা। তেতিয়াহে তোমালোক শতকৰা কিমান ভাগ চেকুলাৰ হ'ব পাৰিছা বুজিব পাৰিম। যদি ভোটৰ বেলিকা মুছলমানেই ভোট দিব লাগে তেনেহ'লে মুছলমানৰ সুখ-দুখৰ কথা চৰকাৰক জনাবলৈ কিয় নিজক কাপুৰুষ, মাইকী মাইকী লাগে? বোলা বাচ্ছাহঁত এইবাৰ মুছলমান বুলি টিকট নিবিচাৰিবা চোন! নিজৰ স্বাৰ্থৰ বেলিকা মুছলমানক দেখুৱাই মুখেৰে আল্লা আল্লা কৰি হাল্লা কৰা বাকীখিনিত প্ৰভুভক্ত। যদি মুছলমানৰ কথা ভাবিব নোৱৰা নেলাগে শ্বিলঙত যাবা, দিল্লীৰ লাড়ু খাব। এইখিনিতে এজন মুছলমান মন্ত্ৰীৰ কথা কৈ মিঞা মনছুৰৰ কথা শেষ কৰিম। এবাৰ এজনী মুছলমান বিধৱাৰ এটা ল'ৰাই এটা কামৰ কাৰণে এখন চাৰ্টিফিকেট বিচাৰি তেওঁৰ অৰ্থাৎ 'গৰীয়া গোদাই'ৰ (এই ধৰ্ম নিৰপেক্ষ বাষ্ট্ৰত দিয়া কাৰণে মিঞা মনছুৰক যেন কোনেও কমিউনেল নাভাবে।)' ওচৰলৈ গ'ল। ল'ৰাজনে ক'লে— 'ছাৰ, মোক আপুনি এখন চাৰ্টিফিকেট দিলে কামটো হৈ যাব বুলি মোক প্ৰতিশ্ৰুতি একৰকম দিছে।'

মন্ত্ৰীজনাই বৰ ভাবি চিন্তি ক'লে— 'হেৰা, তোমালোকে মোক শান্তিৰে থাকিবলৈ নিদিবা যেন পাইছো। তোমালোকে এইদৰে সদায় চাৰ্টিফিকেট বিচাৰি আহিলে, তোমালোকৰ কথা চৰকাৰক জনাই থাকিলে আমাক চৰকাৰে পাকিস্তানী বুলিয়েই ভাবিব।' অলপ পৰ থৰ হৈ কিবা এটা ভাবি আকৌ ক'লে,— 'বেয়া নাপাব ভাই, এইবোৰক তোমাক হৈ কি খাটিম? একেবাৰে আল্লাহৰ ওচৰতে মোনাজাত কৰি কম কামটো যেন তুমি পোৱা। যদি আল্লাই তোমাক কামটো দিয়ে তেনেহ'লে এইবোৰে তোমাক নিদিয়াকৈ থাকিব নোৱাৰে।' এয়া হৈছে আমাৰ মূৰত কঠাল ভাঙি যোৱা মুছলমান নেতাৰ' চেম্পুল'। বোলো ৰাইজ এই মানুহক দেখিলেই 'চালা মালেগুম' দিব। নহ'লে টকা-পইচা আছে যদি ঘৰৰ দুৱাৰ মুখত এটা কুটিৰ বান্ধি থ'ব। তেতিয়া ভোট বিচাৰি ঘৰত সোমাব নোৱাৰিব।

*২ য় বছৰৰ ৩য় সংখ্যাত প্ৰকাশিত (জুলাই- ১৯৬৬)*

# এয়ে সমাজ

**চৈয়দা ফৰিদা বেগম (তিতাবৰ)**

অতি উদাৰ চৰিত্ৰৰ মানুহ তেওঁ।....। নিজৰ জীৱনতকৈ আনক বেছি ভাল পায়। নিজৰ জীৱনৰ মূল্যতকৈ আনৰ মূল্য বুজে বেছি। নিজৰ চিন্তাতকৈ তেওঁৰ সদাই আনৰ কাৰণে চিন্তা। কপটতা, কুটিলতা তেওঁৰ মনত নাই। তেওঁৰ সন্তান-সন্ততিক যিমান ভাল পায় তাতকৈ আনৰবোৰক বেছি ভাল পায়। নিজৰ ঘৰৰ কথা নাভাবিলেও আন মানুহৰ কথা ভাবে।

সংসাৰৰ বাসনা, যৌৱনৰ লালসা তেওঁৰ উটাই আহি ভটিয়নীত জীৱন মেলি দিছে। বছৰবোৰ চুলিৰ লেখৰে পাৰ কৰি দিছে। গালে মুখে সোতোৰা-সোতোৰ চিন পৰি গৈছে। শৈশৱ-যৌৱন অতিক্ৰম কৰি আজি আচফ বুঢ়াৰ বয়স ৭০ বছৰ।

এখন মহা যুদ্ধও শেষ হৈ গ'ল। দুটা আন্তবিপ্লৱ পাৰ হৈ গ'ল। এখন তয়াময়া যুদ্ধও চলি আছে। কিন্তু আচফৰ কোনো পৰিৱৰ্তন হোৱা নাই। পকি বগা হোৱা চুলি, বয়সৰ আঁচোৰ লাগি সোঁতোৰা-সোতৰ হোৱা হাত ভৰি আৰু দাঁত সৰি লাপোণ্ডা হোৱা গাল দুখনে বুঢ়া আচফক কিবা এটা সকীয়াই থাকে— হয়তো মৰণৰ আগজাননী! বুঢ়াই কিন্তু মৰিবলৈ ভয় নকৰে। হাঁহি মুখে সময়ৰ সোঁতত আগবাঢ়ি গৈ থাকে। ভয় কৰিবই বা কিয়? সংসাৰৰ প্ৰতি যাৰ আকৰ্ষণ নাই ধন সম্পত্তিৰ কাৰণে যাৰ খেয়াল নাই, যি কোনো দিনে ভুলতো বেয়া চিন্তা নকৰে, কিয়ামতৰ কাৰণে যাৰ অকণমানো ভয় নাই, তেওঁৰ কাৰণে মৰা কিহৰ চিন্তা।

বুঢ়াৰ পৰিয়ালৰ মানুহ পাঁচটা। ল'ৰা-ছোৱালী তিনিটি, মাক আৰু বাপেক। ডাঙৰ ল'ৰা মফিজে কিবা এটা চৰকাৰী কাম কৰিছে। মাজৰ সন্তান ছোৱালী মফিজা, শেষৰটো ল'ৰা। বুঢ়াই লগনীয়া খোচনীয়া আনৰ বদগিল্লা সমুলি ভাল নাপায়। আনকো তেনে নকৰিবলৈ উপদেশ দিয়ে।

বুঢ়াই সদায় সকলোৰে ভালৰ কাৰণে চিন্তা কৰে। আনৰ দুখ দেখিলে বুঢ়াই বহি থাকিব নোৱাৰে। গাঁৱত কাৰোবাৰ বেমাৰ আজাৰ হ'লে আগৰণুৱা হৈ দাৱাই পানী কৰি আগভাগ লয়। লোকৰ উপকাৰ আনৰ হিত সাধন কৰিয়েই বুঢ়া সন্তুষ্ট। তাতকৈ আৰু বুঢ়া আচফে একো নিবিচাৰে। সকলোৱে বুঢ়াৰ কথা শুনে, সকলোৱে বুঢ়াক ভক্তি কৰে। অন্তত: বুঢ়াৰ উপদেশবোৰৰ কাৰণে আৰু হয়তো কিবা এটা আশা— আশীৰ্বাদ পোৱাৰ।

ধৰ্ম কথালৈ আচফৰ অকণো হেলা নাই। সূৰ্যৰ কিৰণ পৃথিৱীত পৰাৰ আগতে বিছনাৰপৰা উঠি অজু কৰি মছজিদলৈ ওলাই যায়। মছজিদৰ মিনাৰত উঠি আজান

দিয়ে— 'আল্লাহ আকবৰ, আল্লাহ আকবৰ' আজান দি উঠি বুঢ়াই নামাজ পঢ়ে। তেওঁ খোদাৰ পৰহেস্থি।

ফোৰকানৰ ঘৰ মছজিদৰ নিচেই কাষতে। এজন চহকী মানুহ। অভাৱ অনাটন তাৰ নাই।

আচফৰ আজানৰ ধ্বনিত ফোৰকান সাৰ পাই উঠে। কোনোদিন নামাজৰ ওচৰ নচপা মানুহ ফোৰকান। আজানৰ ধ্বনি শুনি খং উঠে। কেতিয়াবা অজানিতে কৈ পেলায়— 'এই বুঢ়া পাগলটো। কাম-কন নাই— নামাজ, আজান, মাত্ৰ, এইবোৰহে চিনি পায়। নামাজ। নামাজ পঢ়ি বুঢ়াই কি কৰিব? কৰবাত বুঢ়াই পুণ্যৰ দ'ল সাজিব নেকি? এই পুহমহীয়া জাৰত কিমান আৰামত শুই থাকিব পাৰিলেহেঁতেন। তাকে নকৰি জাৰত কঁপি কঁপি নামাজ পঢ়ি মৰিবলৈ আহিছে। নামাজ পঢ়িনো বুঢ়াই কি পাইছে। আমাৰ নামাজ নপঢ়াকৈ হাজাৰ হাজাৰ টকা। মোৰ কি অভাৱ? আৰু এই মছজিদটো। মছজিদটো নথকাই যদি তাৰ খৰচেৰে মদৰ বটল কিনিলেহেঁতেন কি আৰামত, কি আনন্দত দিনবোৰ অতিবাহিত কৰি দিব পাৰিলেহেঁতেন।'

সমাজৰ উপকাৰ কাক বোলে তাক ফোৰকানে বুজি নাপায় আৰু বুজিবলৈও চেষ্টা নকৰে। সি চিন্তা কৰে মাত্ৰ টকা, জুৱা আৰু মদ। ইয়াতেই সি মছগুল, ইয়াতেই তাৰ অপাৰ আনন্দ।

সংসাৰখন দুখীয়াৰ কাৰণে নহয়— চহকীৰ কাৰণেহে। যাৰ দুবেলা দুমুঠি খোৱাৰ চিন্তা, পিন্ধাৰ চিন্তা তাৰ কাৰণে পৃথিৱীখন কিয়? নিজৰ সংসাৰখনেই শ্মশান আৰু নৰকৰ তুল্য। চহকীৰ কাৰণেই সকলো।

কেতিয়াবা ফোৰকানে অপ্ৰয়াসে কৈ উঠে— 'এই বুঢ়াটোৱে আনক নামাজ পঢ়িবলৈ উপদেশ দিয়ে, জুৱা খেলিবলৈ মানা কৰে, মদ খাবলৈ হাক দিয়ে। ইমান সহজে পোৱা টকা ল'বলৈ সি মানা কৰে। তাৰ ইমান সাহ। এই বুঢ়াৰ বুকুৰ মঙহ মোক লাগে, কলিজাৰ কেঁচা তেজ লাগে। ইমান দিন বুঢ়াক চালো। কোনো পৰিবৰ্তন নহ'ল। এতিয়া আৰু শুদাই নেৰোঁ।'

মানুহৰ যেতিয়া মনুষ্যত্ব হেৰাই যায় তেতিয়া মানুহে মানুহৰ শাৰীৰ পৰা তললৈ নামি যায়, মানুহৰ নৈতিকতা লোপ পায়। দয়া, মৰম, প্ৰেম, তেতিয়া মানুহৰ মনৰ পৰা আঁতৰি যায়। তাৰ পৰিবৰ্তে প্ৰতিহিংসাপৰায়ণহে মানুহ অন্যায় অত্যাচাৰত ডুবগৈ থাকে আৰু উৎপীড়ন আৰম্ভ কৰে। শান্তিৰ পৰিবৰ্তে অশান্তিয়ে খিতাপি লয়।

আচফে নামাজ পঢ়ি যায়। ফোৰকানো জুৱা খেলি যায়। দিনবোৰ নদীৰ সোঁতৰ দৰে পাৰ হৈ যায়। পুৰণি দিনবোৰক এৰি সকলোৱে নতুন দিনক আঁকোৱালি লয়। বকুল জোপাৰ পাত সৰি নতুন পাত ওলায়। নতুন চৰাই এহালিয়ে তাত আকৌ বাঁহ লয় কিন্তু ফোৰকানৰ অন্তৰৰ কোনো পৰিবৰ্তন নহ'ল— প্ৰতিশোধ, প্ৰতিহিংসা আৰু.....

আজিপতিনিদিন হ'ল মফিজ্জা ঘৰত নাই। হয়তো কাৰোবাৰ লগত গুচি গৈছে, নহয় কোনোবাই বলেৰে পলুৱাই লৈ গ'ল। সকলোৱে সকলো ঠাইতে বিচাৰ কৰিছে কিন্তু পোৱা নাই। মাকৰ কান্দোনৰ সীমা নাই। বাপেকৰ চিন্তাৰ অন্ত নাই। মাকে একো একোটা হুমুনিয়াহ কাঢ়ে। কি হ'ব মফিজ্জাজনীৰ অৱস্থা! 'তাইৰ লগতে এতিয়া সকলোৰে বদনাম। নাই, তাইক বিচাৰি উলিয়াবই লাগিব। তাইক কাটি দুডোখৰ কৰি দিম, পিছত যি হয় হ'ব। দুষ্ট ছোৱালী ঘৰত ৰখাৰ আৰু আৱশ্যক কি?'

এদিন দুদিন কৰি ১৪ দিনত ভৰি দিলে। মফিজ্জাৰ খবৰ কোনেও উপিলয়াব পৰা নাই। মাক-বাপেক অস্থিৰ হৈ পৰিছে। মাক-বাপেকে নিজৰ অনিষ্ট হ'বলৈ দিব পাৰে কিন্তু নিজৰ সন্তান-সন্ততিক অকণো বেয়া হ'বলৈ দিব নোৱাৰে। নিজেই মৰিব পাৰে কিন্তু সন্তানৰ আনৰ হাতত মৰিবলৈ এৰি দিব নোৱাৰে। এয়ে মাক-বাপেকৰ সন্তানৰ প্ৰতি থকা আপ্লুত মৰম।

আজি ১৫ দিনৰ মূৰত মফিজ্জাক শৰমপুৰ গাঁৱত পোৱা গ'ল। তাইৰ আগৰ ৰেহ ৰূপ, গাৰ গঠন সকলো সলনি হৈছে। তাইক ঘৰলৈ অনা হ'ল।

বুঢ়া আচফে একো ভাবিব পৰা নাই— জীয়েকক আজি কেনেকৈ সংশোধন কৰিব পৰা যায়। নাই উপায় নাই। উপায় কি? উপায় উপায় মাত্ৰ মৰণ। ঘৰত এনে কাৰ্যত কোন জীয়াই থাকিব পাৰে? তাইৰ সলনি মই নিজে.... নাই, হ'ব নোৱাৰে। তাইক মই নিজে হাতে আজি দুডোখৰ কৰিম। পিছত যি হয় হৈ থাকিব। এয়ে শ্ৰেষ্ঠ উপায়। এই ল' তোৰ প্ৰাপ্য পুৰস্কাৰ!' এই বুলি আচফে বুকুত চুৰি ভৰাবলৈ হাত দাঙি ল'লে। বাবা কি কৰে?? মোক মাৰিব খুজিছে নেকি বাবজান? মোৰ গাত অপলো দোষ নাই। মোক ফোৰকানে জোৰ কৰি ধৰি লৈ গৈ এখন দূৰণিৰ গাঁৱত মেলি দিছিল মোৰ গাত অলপো দোষ নাই। জোৰ কৰা সত্বেও মই মোৰ সতীত্ব ৰক্ষা কৰি আহিছো। মই মোৰ কাৰণে অলপো পাহৰি যোৱা নাই।

মফিজ্জা সতী হ'লেও, পবিত্ৰ হ'লেও সমাজৰ চকুত তাই আজি কলংকিনী। মফিজ্জা ব্যভিচাৰিণী কাৰণ তাই দুখীয়া। সমাজৰ চকুৰ পৰা তাই বেলেগ হৈ গ'ল। বেলেগ হৈ গ'ল তাইৰ জীৱন। মফিজ্জা আজি অসহায় পথিক। মাক-বাপেক থাকিলেও তাইৰ আজি কোনো নাই। তাই সমাজৰ পৰা আঁতৰত। সমাজুৱাৰ চকুত কোৰবান ফোৰকানে ৰ'ল; কিন্তু মফিজ্জাৰ মৃত্যু হ'ল— এয়ে সমাজৰ নীতি।

*২য় বছৰৰ ৩য় সংখ্যাত প্ৰকাশিত (জুলাই- ১৯৬৬)*

# জীৱন

আনোৱাৰ হোছেইন, অধ্যাপক

মাথোন বিষাদ ভৰা,
এই বিশ্ব বসুন্ধৰা,
সুখ নাই জানিবা ইয়াত
মাথো মায়া মৰীচিকা,
আৰু যেন অগ্নিশিখা,
জ্বলা জুই জ্বলিব হিয়াত
সুখ নাই, সুখ নাই,
পাবা মাত্ৰ দুঃখ ভাই,
আৰু পাবা শোকৰ নিজৰা;
বিচাৰি জনমে তুমি,
নাপাবাহে সুখ ভূমি,
মাথোঁ পাবা দুঃখ হে সিঁচৰা।
যেনেকৈ জীৱনৰ আশা-পানী,
পানীৰে সৃষ্টি ধৰণী,
আৰু সৃষ্টি গছ তৰু লতা;
কিন্তু পানী পানী বুলি
কান্দোনৰ সুৰ তুলি,
গাঁবৰে বহুতেই দুঃখৰ গীতা।
সেইদৰে যিমানেই দেখা তুমি,
আছে বুলি সুখ ভূমি
সেয়ে কিন্তু সকলোই মিছা,
জনমে জনমে ঘূৰি
পাবা তুমি দুঃখ ভৰি
ইটি কথা জানিবাহে সঁচা
(আলম লৈ)

২ য় বছৰৰ ৩য় সংখ্যাত প্ৰকাশিত (জুলাই- ১৯৬৬)

# স্বাধীনতাৰ আনন্দ

## সম্পাদকীয়

দেশ স্বাধীন হোৱা আজি দুটা দশকেই পাৰ হ'বৰ হ'ল। দেশবাসীয়ে অশেষ নিকাৰ ভুঞ্জি স্বাধীনতা হাছিল কৰি গণতন্ত্ৰণ কায়েম কৰিছে। মহাকালৰ কুঁৱলি ঠেলি স্বাধীন গণতান্ত্ৰিক ভাৰতে আজি বিংশতম স্বাধীনতা দিৱসত ভৰি দিছে।

নৱগঠিত ৰাষ্ট্ৰ এখনৰ বাবে কুৰিটা বছৰ অৱশ্যে একোৱেই নহয়; কিন্তু যি মুলা বাঢ়ে তাৰ দুপাততেই চিন দেখিবলৈ পোৱা যায়। স্বাধীনোত্তৰ ভাৰত দুটা দহকত কিমান উন্নত হ'ল তাৰ খতিয়ানৰ প্ৰতি আজি সকলোৰে দৃষ্টি পৰিছে। স্বাধীনতাৰ আনন্দত জনসাধাৰণে মুকলি মনেৰে যোগ কৰিব নোৱাৰি অন্তৰত বেদনা অনুভব কৰি আছে।

'স্বাধীন' মানে পৰৰ অধীন নোহোৱা। স্বাধীনতাৰ ধাতুগত অৰ্থই আজি দেশবাসীক কিমান সন্তুষ্ট কৰিব পাৰিছে সেইটো বিচাৰ্য।

বিদেশী শাসনৰ পৰা দেশ মুক্ত হৈছে হওক ; কিন্তু দেশবাসীয়ে যি স্বাধীনতা পোৱাৰ আশা কৰিছিল, তাক আজিও পোৱা নাই। বিদেশীৰ স্থানতেই স্বাধীনোত্তৰ যুগত মুষ্টিমেয় শাসক শ্ৰেণী এটাই দেশবাসীৰ ওপৰত শাসন চলাই আছে। নৱজাতক ৰাষ্ট্ৰৰ নাগৰিকসকলে স্বাধীনতা প্ৰাপ্তিৰ আনন্দতেই ইমান দিন বিভোৰ আছিল। স্বাধীনতা সংগ্ৰামত অশেষ ত্যাগ স্বীকাৰ কৰা নেতাসকলৰ প্ৰতি বিশেষ আস্থা ৰাখি অন্নেই সন্তুষ্ট আছিল ; নেতাসকলেও সমাজবাদী সমাজ ৰচনাৰ কথা কৈ ইমান দিনে মুখতেই মাথোন পোলাউ পকালে, ঔদ্যোগিক বিকাশ আৰু কল-কাৰখানাৰ পয়োভৰ দেখি দেশবাসীয়ে সুদূৰৰ সোণোৱালী ৰূপ চাবলৈ ধৈৰ্য ধৰি আছিল। কিন্তু স্বাধীনতা লাভৰ দুটা দহকৰ শেষ মূৰত আহি ৰাইজে আজি যিবোৰ সমস্যাৰ মোকাবেলা হৈছে, তাত জনসাধাৰণ সোণৰ সপোন অসফল হৈয়েই থাকিব বুলি বোধ কৰিছে। ৰাইজে এতিয়া বিচাৰ মন্থন কৰি আছে— স্বাধীনোত্তৰ কালত ধৈৰ্য ধৰি দেশখনৰ অগ্ৰগতিত প্ৰাণ ঢালি সহায় কৰিবলৈ ইমান কৰ-কাটল আদি দি চৰকাৰক সাহায্য কৰাৰ ফল কি হ'ল ? —আলি-পদুলি কিছু হ'ল, কল-কাৰখানা অলপ বাঢ়িল, অফিচ-ঘৰৰ মাত্ৰা চৰিল, এম এল এ, মন্ত্ৰীসকলে গৰু-গাড়ীৰ পৰা হেলিকপ্টাৰলৈ আগুৱাইছে; কিন্তু সাধাৰণ ৰাইজৰ দুৰ্দশা সেই অনুপাতে মোচন হ'ল জানো ?

এম এল এ হ'লেই দালান দিব পাৰি ; মন্ত্ৰী হ'লেতো কথাই নাই! দেশৰ মানুহৰ ভিটাৰ মাটি খহে ; আনহাতে দহৰ সেৱাৰ নাম লৈ কাম কৰা সকলে আলিশান অট্টালিকা

সাজে। দুখীয়া ৰাইজে তাকে দেখিয়েই সন্তুষ্ট থাকিব লাগিব। কাৰণ, যদি দেশ স্বাধীন নহ'লহেঁতেন, তেনেহ'লে আমাৰ দেশত তেনে ধৰণৰ লোকে নিশ্চয় আমাৰ চকুৰ আগত তেনে সুন্দৰ সুন্দৰ অট্টালিকা গঢ়ি আমাৰ আত্মাক তুষ্ট আৰু লগতে স্বাধীনতা আনন্দকণক ইমান 'কংক্রিট' কৰি দিব নোৱাৰিলেহেঁতেন। হওক। ইতো আমাৰ দেশৰেই সম্পদ! ৰাইজে মন উদাৰ কৰক।

*(২য় বছৰৰ ৪ৰ্থ সংখ্যাত প্ৰকাশিত আগষ্ট ১৯৬৬)*

# চুফীবাদৰ অন্যান্য ধৰ্মৰ প্ৰভাৱৰ বিচাৰ

**অধ্যক্ষ আব্দুছ ছাত্তাৰ**

মনীষীসকলৰ বচন আৰু ধৰ্মনীতি সমসাময়িক সমাজতে যে আবদ্ধ থাকে এনে নহয়, প্ৰসাৰতা আৰু প্ৰচাৰৰ লগে লগে কালক্ৰমত তাৰ প্ৰভাৱ প্ৰত্যক্ষভাৱে নহ'লেও পৰোক্ষভাৱে আন বহুতো সমাজ আৰু ধৰ্মত প্ৰভাৱ বিস্তাৰ কৰে। বৌদ্ধ ধৰ্ম হ'ল —খৃঃ পূঃ চতুৰ্থ পঞ্চম শতিকাৰ আৰু ইচলাম ধৰ্ম হ'ল খৃষ্টীয় সপ্তম শতিকাৰ। ধৰ্মৰ মূল নীতি হয়তো বিভিন্ন কিন্তু বহুতো প্ৰভাৱ যে বৌদ্ধ ধৰ্ম বা খৃষ্ট ধৰ্মৰ পৰা আহিল তাক বহুতো প্ৰাচ্য আৰু পাশ্চাত্যৰ পণ্ডিতে অনুমান কৰে।

ইচলাম ধৰ্ম মধ্যপ্ৰাচ্য বা পূব প্ৰাচ্যত প্ৰচাৰ হোৱাৰ আগতে ধৰ্ম হিচাপে বৌদ্ধ ধৰ্মৰ প্ৰতিপত্তি সমকালীন সমাজত অতি বেছি আছিল। যি আফগানিস্তানত এতিয়া শতকৰা ৯৯ জন মুছলমান সেই আফগানিস্তানৰ বামিয়ান নামৰ ঠাই এসময়ত বৌদ্ধ ধৰ্মৰ মূল কেন্দ্ৰ আছিল। এতিয়াও বামিয়ানত থকা ১৭৫ ফুট আৰু ১২৯ ফুটৰ দুটা বুদ্ধ-মূৰ্তি দেখি আচৰিত লাগে। জনাৰ ভিতৰত এই দুটাই পৃথিৱীৰ ভিতৰত আটাইতকৈ ডাঙৰ বৌদ্ধ মূৰ্তি। তাৰ বাহিৰেও কাবুলৰ যাদু ঘৰত থকা বহুতো ডাঙৰ-সৰু বৌদ্ধ মূৰ্তি দেখি অতিকৈ আচৰিত লাগে। এই বৌদ্ধ ধৰ্ম খৃঃ অষ্টম-নৱম শতিকালৈকে পূৰ্ণ পয়োভৰ আছিল। তেনে এখন দেশত এনে পটভূমিত যেতিয়া ইচলাম ধৰ্ম প্ৰচাৰ হ'ল তেতিয়া হয়তো তাৰ পৰা নতুনকৈ অভ্যুদয় হোৱা ইচলাম ধৰ্মত প্ৰভাৱ পৰা কথাটো একেবাৰে স্বাভাবিক।

History of Ideas in Islam নামৰ গ্ৰন্থত Kremer নামৰ পণ্ডিতগৰাকীয়ে ইচলামৰ চুফীবাদ বৌদ্ধ ধৰ্মৰ প্ৰভাৱত উদ্ভৱ হৈছে বুলি কৈছে। বিশেষকৈ, বুদ্ধৰ ধ্যান মাৰ্গৰপৰাই এই চুফীবাদৰ বিকাশ বুলি বহু পণ্ডিতে ক'ব খোজে। অৱশ্যে ই বহুতৰ কাৰণে বিতৰ্কমূলক কথা।

ইচলাম ধৰ্ম সম্পৰ্কে জনাই হাঙ্গেৰীৰ প্ৰখ্যাত পণ্ডিত Goldziher এ কৈছে — বুদ্ধধৰ্মৰ ধ্যানমাৰ্গৰ সম্পূৰ্ণ প্ৰভাৱ ইচলামৰ চুফীবাদৰ ওপৰত পৰিছিল। এৱেঁই পোনপ্ৰথমে বালখ্‌ৰ ৰাজকুমাৰ আমীৰ ইব্ৰামীৰ ইব্‌নে আদ্‌হেৰ সম্বন্ধে প্ৰচলিত উপকথাটোৰ অৰ্থাৎ বিশ্লেষণ কৰি কয় যে হিজৰি তৃতীয় শতিকাত অৰ্থাৎ খৃষ্টীয় নৱম শতিকাত চিৰিয়াৰ মৰুভূমিত চুফীবাদৰ প্ৰথম উদ্ভৱ হয়। মধ্য এচিয়াৰ এইজনা ৰাজকুমাৰে এদিন হাবিত চিকাৰ কৰি থাকোঁতে হঠাৎ তেওঁক অসাৰ বিলাসিতা এৰিবৰ কাৰণে কোৱা শুনিবলৈ পালে আৰু তাতে তেওঁ নিজৰ বহুমূলীয়া পোছাক-পৰিচ্ছদ ত্যাগ কৰি নিজৰ ভৃত্যৰ

কাপোৰ এযোৰ পিন্ধি হাবিত সোমাল। এই উপকথাটোকে বহুতে বুদ্ধৰ কাহিনীৰে আন এটা ৰূপ বুলি ধৰি লৈছিল। কিন্তু Goldziher এ বালখ্‌ৰ ৰাজকুমাৰৰ এই ঘটনাৰ চিৰিয়াৰ ঐতিহাসিক কাহিনী বুলিয়ে গ্ৰহণ কৰিছে কাৰণ, এওঁৰ বচনসমূহ চিৰিয়াত উল্লেখনীয়ভাবে প্ৰবাদমূলক। ফ্ৰান্সৰ ইচলাম ধৰ্ম সম্বন্ধীয় বিজ্ঞ পণ্ডিত Emile Dermenghem 'চুফীজ্ঞান' (Sufi Wisdom) সম্বন্ধে লিখোঁতে এই ইব্ৰাহীম ইব্‌নে এধেমক বিশেষ স্থান দিছে। বৌদ্ধধৰ্ম প্ৰচাৰ হৈ থকা ভূমিত এধেমৰ নিচিনা সন্ন্যাস গ্ৰহণকৰি ধ্যানমগ্ন হোৱা লোক এজনৰ প্ৰতি সাধাৰণ ৰাইজ আকৃষ্ট হোৱাত বুদ্ধ আৰু এধেমৰ ভিতৰত একো পাৰ্থক্য নেথাকিল।

Goldaiher-এ ইয়াৰ বাহিৰেও আবুল আলা আল-মাৰীৰ কবিতাসমূহ বুদ্ধৰ ভাবৰ দ্বাৰা অনুপ্ৰাণিত হৈছে বুলি ঠাৱৰ কৰিছে। অথচ, চুফী ভাবধাৰা প্ৰকাশ কৰা এওঁৰ কবিতাসমূহ অতি প্ৰখ্যাত। বোগদাৰ খলিফা হাৰুনাৰ-ৰছিদৰ সময়ত ভাৰতীয় দৰ্শন অৰ্থাৎ বৌদ্ধ-দৰ্শন আৰবত প্ৰচলন হৈছিল। কাৰণ, বহু আগৰে পৰা ভাৰত আৰু আৰবৰ মাজত বেহা-বেপাৰৰ সম্বন্ধ আছিল— দ্ৰব্যৰ বিনিময়ৰ লগে লগে পৰস্পৰৰ দৰ্শন আদিৰো বিনিময় হৈছিল।

কিন্তু ভালেমান পাশ্চাত্য পণ্ডিতে আকৌ চুফীদাৰ প্ৰৱৰ্তনৰ মূলত খৃষ্টধৰ্ম বা প্লেটোৰ দৰ্শনলৈহে আঙুলিয়াই দিয়ে। কিন্তু বেছিভাগেই চিৰিয়াৰ দৰবেশ ইব্ৰাহীমৰ পৰাই চুফীবাদৰ জন্ম বুলি ক'ব খোজে। চুফীবাদেই আধ্যাত্মিক জগতৰ শ্ৰেষ্ঠ সাধনা-লব্ধ জ্ঞান বুলি ক'ব পৰা হয়। চুফীবাদ, ঠিক ইচলাম ধৰ্মৰ অন্তৰ্গত নহ'লেও ইচলাম ধৰ্মপন্থীসকলে পোনপটীয়াকৈ আল্লাক পোৱাৰ যি এটা প্ৰচেষ্টা তাতেই আধ্যাত্মিক জগতৰ এই নতুন মতবাদৰ জন্ম। চুফীবাদ খৃষ্টান, বৌদ্ধ আৰু ইচলাম ধৰ্মৰ ভিতৰত আধ্যাত্মিক জগতৰ শ্ৰেষ্ঠ অবদান। কাৰণ, কেথলিকসকলৰ সংসাৰ-বৈৰাগ্য আৰু বৌদ্ধৰ নিৰ্বাচন আদিৰে চুফীবাদ একে নহ'লেও বিৰাট আত্মাক লাভ কৰাটোৰেই চুফীবাদৰ মূল ধ্যান। বৌদ্ধৰ নিৰ্ব্বান— আত্মাৰ অস্তিত্ব পৰমাত্মাত শেষ কৰা (annihitaion)। নিজৰ সত্তাৰ কোনো অস্তিত্ব নৰখাটোৰেই বৌদ্ধ ধৰ্মৰ মূল লক্ষ্য। কিন্তু চুফীবাদে পৰমাত্মক লাভ কৰি পৰমাত্মাৰ জীৱনত এটা সত্তা হিচাবে থকাৰ প্ৰয়াস কৰে। অৱশ্যে, সেয়েই 'তুমি আৰু 'মই'। শেষ স্তৰত এই দুয়োৰে পাৰ্থক্য হেৰাই যায়— চুফীসকলে 'মই'কে 'তুমি' ময় দেখে অৰ্থাৎ পৰমাত্মাতে নিজৰ সত্তা দেখিবলৈ পায়। এনে পৰমাত্মা প্ৰাপ্তি।

চুফীসকলৰ মতে কোৰাণতে খোদাক পোৱাৰ ইংগিত সুস্পষ্ট হৈ আছে কাৰণেই তাৰ প্ৰচেষ্টা সাধকসকলে কৰে। গতিকে বৌদ্ধ বা খৃষ্টান ধৰ্মৰ প্ৰভাৱত চুফীবাদে গা কৰা নাই। ইচলামৰ একেশ্বৰবাদৰ ভিত্তিতে আল্লাক পোৱাৰ যি প্ৰচেষ্টা সেয়ে— চুফীবাদ।

*(২য় বছৰৰ ৪ৰ্থ সংখ্যাত প্ৰকাশিত আগষ্ট ১৯৬৬)*

# কমতাপুৰ কোঁঠ

শ্ৰীহৰগোবিন্দ শৰ্মা, এম এল, বি এল

পহিলা বিশ্বযুদ্ধৰ আগলৈকে দুৰ্গ-কোঁঠ-বুৰুজে ৰণ-বিগ্ৰহ কাৰ্যত বিশেষ স্থান অধিকাৰ কৰি আহিছিল। পিচে, সেই যুদ্ধত যেনিবা জাৰ্মানসকলে ভয়ংকৰ বৰটোপৰ সহায়ত বেলজিয়াম আৰু ফ্ৰান্সৰ দুৰ্ভেদ্য দুৰ্গসমূহ ধূলিসাৎ কৰি দুৰ্গ-কোঁঠৰ ঐতিহ্যৰ পৰালি পেলালে।

"কৰতোয়াং সমাৰভ্য যাবদ্দীকুৰবাসিনীং" কামৰূপ সাম্ৰাজ্যৰ নৃপতিসকলেও বিয়াগোম দুৰ্গ-প্ৰাণ্ডি নিৰ্মাণ কৰি দেহৰক্ষাৰ বাবে সদায় সচেতন আছিল।

পিচে, সাধাৰণতে আমি মানাহামুখৰ যোগীপথাৰ পৰা উজনী ৰংপুৰলৈ লুইতৰ দুয়োপাৰে অৱস্থিত পাণ্ডু, চামধৰা, সলা আদি আহোম কোঁঠৰ লগতেহে বেছিকৈ পৰিচিত। তাৰ কাৰণো আছে। কালৰ কৰাল গতিত ইছলামৰ ৰাজশক্তিয়ে ক্ৰমে ক্ৰমে 'চুবে বাঙলা'ৰ লগত পশ্চিম কামৰূপ ৰাজ্যৰ এছোৱা সাঙুৰি ল'লে। এদেও, দুদেও, লোটা নিবৰ চেও। মুছলমানৰ দোলাভাৰী, তলে-পুতল বঙালৰ দলে আহি কামৰূপ সাম্ৰাজ্যৰ পশ্চিম প্ৰান্তত বৰপীৰা পাৰি বহিলহি। গোজেই গছ হ'ল। কালনেমিৰ লঙ্কাভাগৰ কুফল স্বৰূপে নিজ ঘৰতে কামৰূপী ভাষা, কৃষ্টি, সাহিত্য, জাতীয় জীৱনৰ চিৰ নিৰ্ব্বাসন ঘটিল। সেয়েহে 'বঙাল' বিষয়াৰ অত্যাচাৰত 'ময়নামতীৰ গীতে কান্দে ঃ

"দেৱানগিৰি চাকৰি ৰাজ্য সেই
বাঙালক দিলা।
দেড় কুৰি খাজনা আছিল
পন্ধৰ গণ্ডা নিলা।।"

গ'ল কথা গুচিল। পশ্চিম কামৰূপ ৰাজ্য পাহৰণিৰ সোঁতত উটি গ'ল; নতুন নামাকৰণ হ'ল— উত্তৰ বঙ্গ! একালৰ গৰিমামণ্ডিত কামৰূপ-কমতাৰ নামে কেইখিলামান বুৰঞ্জীৰ পাতত শেষ আশ্ৰয় ল'লে।...

পিচে, আজিও কামৰূপ-কমতাৰ হেজাৰ স্মৃতিয়ে অতীতৰ পম খেদি। বহু কীৰ্তিয়ে কাহিনী কয়।

তাৰে এটি বৃত্তান্ত কমতাপুৰ কোঁঠৰ কথা ঃ

কমতাপুৰ নগৰ-কোঁঠৰ বৃত্তান্ত এক ৰোমাঞ্চকৰ কাহিনী। পোন্ধৰ শতিকাৰ কামৰূপী সমৃদ্ধিশালী ৰাজধানী কমতাপুৰী নগৰী আৰু তাৰ বিশাল, 'বিহ-কৰ্ম্মী'-নিৰ্ম্মা-যেন-

কোঠ ধৰলা নদীৰৰ পশ্চিমপাৰত অৱস্থিত আছিল। বৰ্তমান কোচবিহাৰ নগৰৰ চৈধ্য মাইল পশ্চিম-দক্ষিণে আৰু দীনহাট ৰেল-ষ্টেচনৰ পাঁচমাইল পশ্চিমে অৱস্থিত, এই ৰাজধানী আৰু কোঁঠৰ ধ্বংসাৱশেষ আজিকালি 'গোসাঁনীমাৰী' নামে জনাজাত।

সৌভাগ্যবশতঃ ডাঃ বুকানন হেমিল্টন চাহাবে ১৮০৮ খৃঃত কমতাপুৰ কোঁঠ পৰিদৰ্শন কৰি তাৰ বিৱৰণী লিপিবদ্ধ কৰে আৰু 'কোচ বিহাৰেৰ ইতিহাস' সংকলয়িতা খান চৌধুৰী আমানতউল্লা আহমদ চাহাবে নানা তথ্য সংগ্ৰহ কৰি কোঁঠৰ বৃত্তান্ত উক্ত ইতিহাসভুক্ত কৰে। সেইবাবে দুয়োগৰাকী পণ্ডিতেই অসমীয়াৰ একান্ত শলাগৰ পাত্ৰ।

কি আয়তনৰ জোখত, কি নিৰ্মাণ-কৌশলৰ হিচাপত মহা বিস্ময়কৰ এই কমতাপুৰ কোঁঠ। ই জানো মানুহৰ হাতৰ কাম? 'বিহকৰমী'ৰহে বন। এনে সুৰক্ষিত বিয়াগোম দুৰ্গ কামৰূপ অসম বা 'চুবে বাঙলা'ত দুটি নাছিল। কোঁঠৰ অনুমান পাঁচ মাইল গড় ধৰলা নদীৰ পানীয়ে ৰক্ষা কৰিছিল। এই কোঁঠৰ পৰিধি চালে উনৈছ মাইল আৰু ছখন 'দুৱাৰত' বাজে ওপৰলৈ চালে মূৰৰ পাগুৰি খহা, আকাশচুমী মাটিৰ গড়ে চৌহদ আগুৰি আছিল। দুৱাৰ ছখনৰ নাম নিৰহ-নিপানী অসমীয়া : 'শিলদুৱাৰ' 'বাঘদুৱা', 'জয়দুৱাৰ', 'সন্ন্যাসী দুৱাৰ', 'হোকো দুৱাৰ' আৰু 'নিমাই দুৱাৰ'। 'দুৱাৰ'ৰ দুয়ো কাষ পকা ইটাৰে বন্ধোৱা। অধিক সুৰক্ষিত কৰিবলৈ খুলি কোঁঠৰ বাজত আজিকালিৰ কংক্ৰিত 'পিল্ বক্স'ৰ দৰে সৰুসৰু বুৰুজসমূহ।

কুৰি বছৰমান আগৰ জোখ মতে চৌহদৰ মাটিৰ গড় ওখই 'শিল দুৱাৰ' আৰু 'বাঘদুৱাৰ'ৰ ওচৰত ৩০ ফুট; 'জয়দুৱাৰ' পূবে ৩৫ ফুট; কাড়ীশাল তালুকত ২৫ ফুট, জিকাবাৰী তালুকত ১০ ফুট; ফুলবাৰী তালুকত ৬২ ফুট। গড়ৰ তলছোৱা ঠাই বুজি কম বেছি বহল; কিন্তু কোনো ঠাইতে দুশ ফুটৰ কম নহয়।

গড়ৰ বাজে ভিতৰে একোটাকৈ প্ৰকাণ্ড গড়খাৰৈ। বাজৰ গড়খাৱৈ প্ৰায় ঠাইতে দুশ পঞ্চাশ ফুট, কিন্তু 'বাঘদুৱাৰ'ৰ উত্তৰে ৫৫০ ফুট আৰু দক্ষিণে ৬০০ ফুটলৈকে বহল। ইয়াতে উল্লেখযোগ্য যে বিশেষ কৌশলেৰে পানী তুলি কমতাপুৰৰ গড়খাৱৈ ভৰোৱা হৈছিল।

কোঁঠৰ ভিতৰৰ সুৰক্ষিত নগৰ, ৰাজধানীত 'ৰাজপাট', 'টাকশাল', 'দেৱানৰ কোঁঠ', 'ভুলকাভল্ কি' (লুকাভাকু) আদি ঠাই আৰু ৰাজকাৰেং, বিষয়াৰ চৌল, কাঁড়ী-পাইক-বগুৱাৰ বাহৰ আৰু নাগৰিকসকলৰ ঘৰ আছিল। 'ৰাজপাট' বোলা ঠাইডোখৰ ওখই ষাঠি ফুট আৰু দীঘে পুতলে সমানে ৩৬০ ফুটকৈ। 'বাঘদুৱাৰ'ৰ পৰা ৰাজপাটলৈ বহল আলি আছিল। এই আলি আজিকালিও এশৰ পৰা এশ দহ ফুটলৈ বহল। 'বাঘদুৱাৰ'ৰ পূৰ্বে (আঠিয়াবাৰী গাঁৱত) এটি কৃত্ৰিম সৰোবৰৰ ওপৰত এই আলিত এখন ইটাৰ দলং আছিল। অনুমান 'ৰাজপাট'ৰ এচুকত কমতেশ্বৰী আদি মন্দিৰ আৰু তাৰ পৰা দুশ ফুটমান পূবে অস্ত্ৰাগাৰ আছিল।

পশ্চিম কামৰূপত প্ৰবাদ আছে যে প্ৰাগ্‌জ্যোতিষাধিপতি সম্ৰাট ভগদত্তৰ 'কবচ' কমতেশ্বৰী দেবীৰ মন্দিৰত সংৰক্ষিত হৈছিল। 'গোসাঁনী মঙ্গল' নামৰ পুথিয়েও এই কথা সমৰ্থন কৰে।

ধ্বংসপ্ৰাপ্ত হোৱাৰ পিছত বৰ্তমান কমতেশ্বৰী মন্দিৰ কোচবিহাৰৰ প্ৰাণনাৰায়ণ মহাৰাজে ১৬৬৫ খৃঃত নিৰ্মাণ কৰায়। এই মন্দিৰৰ দ্বাৰলিপি শুদ্ধ অসমীয়া বৰ্ণমালাত ('ৰ' আদি) লিখা। এই মন্দিৰৰ প্ৰতিষ্ঠাৰ কালতো বোলে কোনো মূৰ্তি স্থাপন কৰা হোৱা নাছিল। মাত্ৰ 'কবচ' এটিহে প্ৰতিষ্ঠিত হৈছিল। মন্দিৰৰ 'বৰ দেউৰী'ৰ মতে উক্ত 'কবচ' এটি ৰূপৰ সঁফুৰাৰ ভিতৰত ভৰাই থোৱা আছে ভগৱতীৰ মূৰ্তি কবচৰ ওপৰ ভাগত অংকিত আছে।

ডাঃ বুকানন হেমিল্টনৰ পৰিদৰ্শনৰকালত কোঁঠৰ মাজেদি শিঙিমাৰী নামেৰে সৰু নৈ এখনি উত্তৰা-দক্ষিণাকৈ বৈ গৈ কোঁঠক দুই ভাগত বিভক্ত কৰিছিল। কিন্তু ১৮২০ খৃঃৰ প্ৰবল বানপানীত মানসাই নামৰ ডাঙৰ নৈখনে শিঙিমাৰীত পৰি গড়ৰ ওচৰত দক্ষিণ পিনে ধৰলা নদীৰ লগত মিলিত হৈছেগৈ। শিঙিমাৰীৰ বাৰে বাৰে হোৱা গতি পৰিবৰ্তনত কমতাপুৰৰ বহু কীৰ্তিয়ে চিৰসমাধি লাভ কৰিছে। কোঁঠৰ ভিতৰত অসংখ্য ক্ষোদিত শিলৰ মূৰ্তি আৰু শিল্পকাৰ্যপূৰ্ণ শিলৰ টুকুৰা যেনি-তেনি সিঁচৰতি হৈ পৰি আছে ; বহু মাটিৰ তলত বা নদীৰ বুকুত পোত খাইছে। ইয়াতে উল্লেখযোগ্য যে শিঙিমাৰীৰ গৰাখহনীয়াত শিঙিমাৰীৰ গৰাখহনীয়াত কমতেশ্বৰীৰ মন্দিৰত ৰক্ষিত এখন খড়গ, পাঠান আৰু ৰজাসকলৰ কিছুমান ৰূপৰ মোহৰ আৰু দুটা বৰটোপ আৱিষ্কৃত হৈছে। এই বিষয়ত আমাৰ পুৰাতত্ত্ব বিভাগে আৰু পণ্ডিতসকলৰ গধুৰ দায়িত্ব আছে আৰু অচিৰে কাম হাতত লোৱা উচিত। ...

... সামৰণিৰ আগতে আকৌ এবাৰ পোন্ধৰ শতিকাৰ কামৰূপ কমতালৈ আহোঁ।

কমতেশ্বৰ নীলাম্বৰ মহাৰাজৰ ৰাজত্বৰ ৰাজ্যৰ নদন-বদন অৱস্থা। এইজনা ৰজাই সামৰিক প্ৰয়োজন আৰু জনকল্যাণৰ হকে ৰাজধানীৰ পৰা ৰাজ্যৰ চৌদিশে বহুত আলি বন্ধায় আৰু পুখুৰী খনায়।

উত্তৰে এটি আলি 'কুমাৰীকোঠে'দি ভোটান পৰ্বতলৈ গৈছিল ; তাৰ এফেৰাই এতিয়া 'কোচবিহাৰ কাকিনা ৰোড' নাম পাইছে। আন এটা ৰাজআলি কমতাপুৰৰ পৰা জল্পেশ্বৰ মন্দিৰলৈ বন্ধাইছিল; ইয়াৰ দুয়ো দাঁতিয়ে মাইল দুমাইল আঁতৰত পুখুৰীৰ চিন এতিয়াও দেখা যায়। বৰ্তমানে এই আলিৰ এফেৰাৰ নাম 'দিনহাটা মেখলী গঞ্জ ৰোড'। দক্ষিণে আন এটা আলি 'ঘোড়াঘাট'লৈ গৈছিল আৰু তাৰ ঠায়ে ঠায়ে কোঁঠ দবাইছিল। আত্মৰক্ষা আৰু গঙ্গাস্নান যাত্ৰীৰ সুচলাৰ্থে [illegible] পাৰলৈ বিস্তৃত, 'দৰ্প লস্কৰ' নামে বিষয়াৰ হতুৱাই 'দৰ্পাৰ মাৰলি' আলি বন্ধাইছিল।

ইয়াত বাজেও কামৰূপ-কমতা ৰাজ্যৰ সীমা মুখৰিত 'ছয় ঘৰ', 'মহুলাকোঠ',

'সাতপাৰা', 'হাতীবন্ধা', 'ঘোড়াঘাট' আদি ভালেমান কোঁঠ মৰাই নীলাম্বৰে ৰাজ্য ৰক্ষাৰ উত্তম ব্যৱস্থা কৰিছিল।

কিন্তু ইমান কৰিও মহাৰাজ নীলাম্বৰে ভাগ্যলিপি খণ্ডাব নোৱাৰিলে। গৌড়ৰ হোছেন শ্বাহে মাটিয়ে-পানীয়ে বিপুল বাহিনী লৈ কমতা ৰাজ্য আক্ৰমণ কৰিলে। দীঘলীয়া যুঁজ-বাগৰত সীমান্তৰ কোঁঠ মাৰি বগুৰাৰ বাটেদি গৌড়সৈন্য আগবাঢ়ি আহি ৰাজধানী কমতাপুৰ কোঁঠ অৱৰোধ কৰিলে। দুৰ্জ্জয় কমতাপুৰী দুৰ্গ হেলাৰঙে থিয় হৈ থাকিল ; হোছেন শ্বাহৰ বিজয়ৰ স্বপ্ন মোলান পৰিল। পিছে ভাগ্য বিপৰ্যয়ৰ বাটত কামৰূপ-কমতা ৰাজ্য। ঘৰ আৰু বাহিৰৰ শত্ৰুৰ গুপ্ত ষড়যন্ত্ৰত পশ্চিমফালৰ 'বাগদুৱাৰ'ৰ বজ্ৰকপাট আচম্বিতে খোল খালে। ১৪৯৩ খৃঃত হোছেন শ্বাহৰ হাতত দেৱৰো দুৰ্গম কমতাপুৰ কোঁঠ, নগৰী, ৰাজধানী, কমতেশ্বৰীৰ মন্দিৰ ধ্বংসপ্ৰাপ্ত হ'ল।...

কমতাপুৰ ধ্বংস হ'ল ; কিন্তু স্মৃতি ৰ'ল।

কামৰূপা, কামাখ্যা, কামদা, কামতা, 'মানাহাৰ পৰা মিচিমি' নহয় ; কৰতীয়া গঙ্গাৰ পৰা পৰশুকুণ্ড।

কামৰূপৰ দেশপ্ৰেমী নাৰীৰ আৰু ৰজা। ভাবা সাহিত্য মণি-মৰকতৰ দেউল। হেজাৰ-বিজাৰ দ'ল দেৱালয় ; জল্পেশ্বৰ, গোপেশ্বৰ, দণ্ডেশ্বৰ, হাটকেশ্বৰ, কমতেশ্বৰী, ত্ৰিপুৰেশ্বৰী, জয়ন্তেশ্বৰী, তাম্ৰেশ্বৰী, কামখ্যা, কামদা, বেহাৰে মধুপুৰ, কামৰূপে বৰপেটা, গড় প্ৰাঞ্চি কোঁট-বুৰুজ। আলি আৰু পুখুৰী। দেৱৰো বাঞ্ছিত ভূমি।...

... কিন্তু বিধিৰ বিধান নখণ্ডে। বুৰঞ্জীৰ গৰাখহনীয়া। ভাই-ককাইৰ মাজ চোতালতে সোনকালে বাট ভেটিলে। সোনকোষত তেজৰ ডোঙা উটি গ'লেও বালিত সোণৰ চেঁকুৰা হৈ পৰি থাকিল ; বণ্ডহৰ মণ্ডহো উটাব পৰা নাইহে। সেয়েহে আজিও সোনকোষৰ সিপাৰৰ পৰা কামৰূপ অসমৰ জীৱন সন্ধ্যাৰ কাহিনী কয় নিজান কমতাপুৰীৰ নিমাত মাটিৰ ভগা কোঁঠে। কামৰূপ-কমতাৰ বাউলী ৰাজলক্ষ্মী, সম্ৰাট ভগদত্তৰ কবচ ৰক্ষিণী কমতেশ্বৰী গোসাঁনীৰ মাজনিশাৰ উচুপনি ইপাৰৰ পৰাও শুনি।

*(২য় বছৰৰ ৪ৰ্থ সংখ্যাত প্ৰকাশিত আগষ্ট ১৯৬৬)*

# তুমিয়েনে মোৰ আহদি ?

খবিৰ উদ্দিন আহমদ

আহাদ বিশ্ব তুমি
অৱণিৰ অধীশ্বৰ,
প্ৰেমৰূপে জীৱৰ প্ৰাণত
তুমি যাচিছা পোহৰ ।।
সলিল হই বইছা তুমি
প্ৰশান্ত সাগৰ মাজে,
আকাশ মাজে তাৰকা তুমি
শোভিছা সুন্দৰ সাজে ।।
প্ৰকৃতি বুকুত বৈছা তুমি
সমীৰণ ৰূপ লই,
তবস্পৰ্শে অবোধ নিৰদ
ভ্ৰমিছে দিগন্ত লই ।।
উজ্জ্বল চন্দ্ৰমা তুমি
সৌৰা দূৰ নীলিমাত,
আঁউসীৰ তিমিৰ বিদাৰি
হিয়া মম কৰা শাঁত ।।
সূৰ্য-ৰূপে সন্তাষি দিনক
ধৰণী প্ৰদীপ্ত কৰা,
ৰাতিত তৰাকা ৰূপে পুন
গগণে আলোক ধৰা ।।
আহাদে মোৰ চকুৰ মণি
আহাদে মোৰ জীৱন,
আহাদ ৰূপতে থাকোঁ মগ্ন
আহাদে, সপিছোঁ মন ।।
তুমিয়ে আহাদ, জন্ম-মৃত্যু
তুমিয়ে মৰম-দয়া,
তোমাৰ প্ৰেমে, অজান সুৰে—
কান্দে সদা মোৰ হিয়া ।।

(২য় বছৰৰ ৪র্থ সংখ্যাত প্ৰকাশিত আগষ্ট ১৯৬৬)

# পাৰ্থক্য

মঃ ৰহমত আলী

গধূলিৰ এইটো দৈনন্দিন ঘটনা। সৰু চহৰখনলৈ অহা প্ৰায় পাঁচ বছৰেই হ'ল। এই সময়ছোৱাত যে কিমান পৰিৱৰ্তন হ'ল তাৰ আদি অন্ত নাই। ডাঙৰ ডাঙৰ ঘৰ পকাৰাস্তা, স্কুল-কলেজ আৰু যে ক'ত কি... কিন্তু এটা পৰিৱেশৰ হ'লে কোনো দিনা পৰিৱৰ্তন নঘটিল। সেইটো হৈছে— সন্ধ্যাৰ হুলস্থূলীয়া পৰিবেশ। দিনটোৰ গোটেই সময়খিনিৰ লগত যেন ইয়াৰ পাৰ্থক্য আছে। চহৰখন সৰু থাকোতেও আৰু এতিয়াও। ইমান দিনে এনে এটা অৱস্থাৰ লগত নিজকে খাপ খুৱাই ল'ব পৰা নাই আৰু হয়তো নোৱাৰিম। এনে এটা ভাল নলগা পৰিৱেশৰ মাজত থাকি অভ্যস্ত হৈ পৰিছোঁ —ইয়াত কোনো মাদকতা বিচাৰি নেপাওঁ। নগৰখনৰ সৰহ ভাগ মানুহ গধূলি ওলায়— কোনো ক্লাবলৈ, চিনেমালৈ, আৰু কোনো পাৰ্কলৈ— নানাজন নানা উদ্দেশ্যৰে। চিনেমা-পাৰ্ক আদিয়েহে মানুহবোৰক আকৰ্ষণ কৰে এনে নহয়। বহুতে ৰাস্তাই দি এনেয়ে পাক মাৰি যায়হি। দিনটোৰ ক্লান্তি অৱসাদবোৰ কোলাহলপূৰ্ণ ৰাস্তাৰ বুকুত সিহঁতে যেন উটুৱাই দিব খোজে। নিশা নপৰাৰ প্ৰায়বোৰ মানুহ নুঘুৰে— নিজ নিজ বাসস্থানলৈ।

গধূলি মোৰো ছুটী থাকে। তথাপিতো সেইবোৰ মানুহৰ লগত সমানে খোজ মিলাব নোৱাৰোঁ। প্ৰায় দিনটোৱে ৰাস্তাৰ গাড়ী-মটৰক হাতেৰে ইংগিত দি ভাগৰি পৰোঁ— কিয়নো মই এজন সাধাৰণ পুলিচ। যন্ত্ৰৰ দৰে গোটেই দিনটো নিৰ্বিকাৰে কাম কৰি যাওঁ— হাত দাঙো, নমাওঁ। কেতিয়াবা মোৰ ভাব হয় মই যেন এটা যন্ত্ৰলৈ ৰূপান্তৰ হৈ গৈছোঁ। দিনটোৰ ভাগৰে জুমুৰি দি ধৰে সন্ধিয়াতে।.... সৰুতে পুলিচক সাক্ষাৎ যম বুলি ভাবিছিলোঁ। খাকী পোচাক আৰু ৰঙা টুপীটোত যেন কিবা হিংস্ৰ ভাববোৰ খেলা কৰে। গাঁৱলৈ কেতিয়াবা পুলিচ গ'লে মই লুকাইছিলোঁ। ডাঙৰ হোৱাৰ লগে লগে ভয় আঁতৰিছিল। তথাপিতো পুলিচ দেখিলে বহুত দিনলৈ মোৰ মনত শংকা ওপজিছিল— কিজানিবা ধৰি লৈ যায়, সেই শকত বেত ডালেৰে কোবায়, আদি আদি। ভাবিছিলো কেতিয়াও এনে চাকৰি নকৰো লাগে নাঙলৰ মুঠিতে ধৰিম। কিন্তু...।

ভবামতে জানো কাম হয়? মানুহে কল্পনা কৰে, সুখৰ সপোন দেখে— ভাব সাগৰত ছৌ খেলি খেলি। সেই কল্পনাক যে বাস্তৱলৈ ৰূপ দিয়া টান। তথাপিতো সিহঁতে কল্পনা কৰে। হায়। আচৰিত জীৱ মানুহ।

অন্ন-বস্ত্ৰৰ সংস্থানৰ বাবেই হওঁক বা অন্য কোনো কাৰণতে হওঁক পুলিচৰ চাকৰিত সোমাবলগীয়া হ'ল। নহ'লে যে উপায় নাছিল। জীয়াই থাকিবৰ বাবে মানুহে নিশ্চিত

মৃত্যুপথকো বাচি ল'বলৈ কুণ্ঠা বোধ নকৰে। জীয়াই থকাৰ দুৰ্বাৰ বাসনা। ভাল চাকৰি কৰিবলৈ কোনো ডিগ্ৰী মোৰ নাই। আজি ডিগ্ৰীৰ যুগ। ডিগ্ৰী সভ্যতাৰ মাপ-কাঠি। মানুহহেনো সভ্যতাৰ টিং খোপত উঠিছে। ক্লাচ এটিলৈ পঢ়ি ইয়াতকৈ আৰু কি ভাল চাকৰি পাম বুলি মনক কেতিয়াবা প্ৰবোধ দিওঁ। ভালদৰে পঢ়িব নোৱাৰাৰ বাবে আনৰ দোষ দিবলৈ নাযাও। যি হ'ল নিজৰ দোষতে। পঢ়া-শুনাত একে বাবে বেয়া নাছিলো, প্ৰত্যেক বাৰেই পাচ কৰিছিলোঁ। ক্লাচ ছিক্স পোৱাৰ পৰা সংগদোষ চুইছিল। ফলস্বৰূপে স্কুলৰ পৰা পলোৱা, কোনোবা দোকানত বহি চিগাৰেট হোপাটো স্কুলৰ দৈনন্দিন কাৰ্যসূচীৰ এটা অংগ হৈ পৰিছিল। এনেবোৰ বদ অভ্যাসৰ (তেতিয়া মই ভাল অভ্যাস বুলিহে ভাবিছিলো) কাৰণে কেইবাদিনো মাষ্টাৰৰ পৰা কোব খাইছিলো। তথাপিতো পেলোৱা চিগাৰেট খোৱাক হেয় জ্ঞান কৰিব নোৱাৰিছিলো।

এদিনৰ কথা।

চেকেণ্ড মাষ্টৰ দুৱৰা চাৰে চিগাৰেট খোৱাৰ বাবে খুব কোবালে। হাতে ভৰিয়ে বেতৰ দাগ বহি গৈছিল। তেতিয়া মই ক্লাচ এইটত। মোৰ (আৰু লগত দুই চাৰিজন ল'ৰা কামবোৰ) তেওঁলোকক অতিষ্ঠ কৰি তুলিছিল। একমাত্ৰ ল'ৰা বুলি দেউতাই মোক খুব মৰম কৰিছিল। যি লাগে বুলি কৈছিলোঁ তাকে দিছিল— ধাৰ ঋণ কৰি হ'লেও। নিজ আৰ্থিক দুৰবস্থালৈ আঁওকাণ কৰিও মোক পঢ়ুৱাইছিল। কিজানিবা হাকিমেই হ'ব পাৰোঁ। দেউতাই কৈছিল— "হৰেন! তই যদি হাকিম হ'ব পাৰ, মোৰ আৰু চিন্তা কৰিবলগীয়া একো নেথাকিব।" মাক বাপেকে যে সন্তানৰ সদায় ভালটোহে কামনা কৰে— এতিয়াহে বুজিছোঁ। প্ৰত্যক্ষ ভাবে ক'বলৈ গ'লে দেউতা একেবাৰে হোজা আছিল। সেইদিন মোৰ তেনে অবস্থা দেখি দেউতাই দুৱৰা চাৰৰ লগত কাজিয়া কৰি স্কুলৰ পৰা নাম কটাই দিছিল। দুৱৰা চাৰক হেনো দেউতাই কৈছিল— "বুজিছা মাষ্টৰ! ল'ৰাই যদি চিগাৰেট খোৱা বেয়া তেন্তে বুঢ়াৰো বেয়া। তোমালোকেই ল'ৰাৰ আগত চিগাৰেটৰ বাধা কৰিবা আৰু ল'ৰাক কৰা চিগাৰেট নেখাবি। চিগাৰেট খালে বুলিয়েই মোৰ সোণক ইমান মাৰিবলৈ অধিকাৰ তুমি ক'ত পালা? তুমিতো মোক এই বিষয়ে একো কোৱা নাছিলা। ল'ৰাৰ কিবা বেয়া দেখিলে অভিভাৱকক ৰিপোট দিব লাগে। দৰকাৰ নাই পঢ়িবৰ।" ইমানবোৰ কথানো কেনেকৈ চাৰৰ আগত ক'লে ভাবিয়েই নেপাওঁ। দেউতাই ক'ব খুজিছিল, উপদেশতকৈ আৰ্হি হাজাৰ গুণে ভাল'।

তেতিয়াৰ পৰা কোনো স্কুলৰ লগত মোৰ সম্বন্ধ পুনৰায় গঢ়ি উঠা নাছিল। ঘৰৰ ওচৰত কোনো স্কুল নথকাৰ বাবে দূৰৈৰ স্কুলত নাম লগাবৰ বাবে দেউতাই অনুমতি নিদিলে। হাল-কোৰত ধৰিবলৈ লাজ লগা হ'ল। অল্পবিদ্যা মোৰ কাৰণে ভয়ংকৰী হৈ উঠিল। শেষত পালোগৈ এটা পুলিচৰ চাকৰি।

আন এটা দিনৰ কথা।

সন্ধ্যা ছুটী হোৱাৰ পাচত ঘৰমুৱা হৈছোঁ। ৰাস্তাত মানুহ-দুনুহ, গাড়ী-ঘোৰাৰ ভীৰ বাঢ়ি আহিছে। সেইবোৰ লক্ষ্য কৰাৰ অৱকাষ মোৰ নাছিল। যন্ত্ৰ-চালিত মটৰ এখনৰ দৰে ঠেক 'ফুটপাট' টোৱেদি আগবাঢ়ি গৈছোঁ। হঠাৎ ৰাস্তাৰ কাষৰ দোকান এখনৰ সমুখত মানুহ এজুম দেখি কিনো হৈছে জানিবৰ মনেৰে ওচৰ চাপি গলোঁ।

"মাৰ মাৰ, চালা ইয়াক খতম কৰি দিব লাগে। টকা চুৰ কৰিবলৈ আহিছে; চুৰৰৰ বাচ্ছা।

ইমান ছোট... মাৰ মাৰ... আদি কিছুমান শব্দ শুনিবলৈ পালোঁ।

জুম ঠেলি আগবাঢ়ি গৈ দেখিলোঁ, গোটেই জাক মানুহে বেঢ়ি-কুৰি ল'ৰা এটাক যেন চৰ-ভুকু-কিলেৰে সম্ভাষণ কৰিছে। তাৰ নাক আৰু দাঁতৰ পৰা তেজ ওলোৱা স্বত্বেও চৰ-ভুকুৰ অন্ত নাছিল। মনতে ভাব হ'ল এই সংসাৰৰ সকলো মানুহেই যেন ভাল— একমাত্ৰ ল'ৰাটোৰ বাদে। কিন্তু আমাৰ মাজত এনে মানুহ আছে যি লাখ লাখ টকাৰ চুৰি কাৰবাৰ কৰে। সমাজত এনেবোৰ মানুহেই মান, সম্মানৰ অধিকাৰী হয়। এওঁলোক হ'ল সম্মানী চোৰ। ইহঁতেই সাধাৰণ প্ৰজাৰ তেজ শুহি সদায় খাব লাগিছে।

মাৰপিট কৰা মানুহবোৰক বাধা দি সুধিলো-কি হৈছে? " কি হ'ব আৰু! টকা চোৰ" একেলগে আটাই কেইজনে চিএৰি কোৱাৰ দৰে ক'লে।

"ইমান সৰু ল'ৰাটোৱে?"

" চোৰৰ লগত আৰু কি সৰু-ডাঙৰ আছে।" পেটুৱা মানুহটোৱে সৰুকৈ ক'লে।

"কিমান টকা চুৰ কৰিছিল আৰু কেনেকৈ?"

"নগদ পাঁচশ টকা। মোৰ বাওঁ পকেটৰ মানিবেগৰ পৰা নিব ধৰিছিল। বোধ কৰো মনিবেগটোৰ একাংশ টকাই আছিল। ভাগ্যে জানোৱা মহাজনে দেখা পাই হাত হাতে ধৰিলে। নহ'লে... ।"—ওখ, শকত আপচু ডাঙৰ কলা মানুহটোৱে গোফ কোচাত হাত বুলাই বুলাই উত্তৰ দিলে। "চোৰ যেতিয়া হাতে হাতে ধৰা পেলালে ভালেই হ'ল। তথাপিতো ইয়াক মই থৰলৈ লৈ যাও। কাৰো একো আপত্তি নাইতো?" নাই; একো আপত্তি নাই।" কেইবাজনো মানুহে কথাত সমৰ্থন জনালে।

দোকানখনৰ পৰা দীঘল জৰী এডাল লৈ ল'ৰাটোৰ দুখন বান্ধি থানালৈ লৈ গ'লো। থানালৈ তাৰ প্ৰায় দুমাইলেই হ'ব। আগে আগে ল'ৰাটো লৈ আগবাঢ়ি গৈ আছো— থানা অভিমুখে। হঠাৎ নিস্তভংগ কৰি সুধিলোঁ— "অই! কেলেই চুৰ কৰিছিলি?

নেলাগে ইমান জোৱান ল'ৰা!" ল'ৰাটো সৰু বয়স অতি বেচি যোল্ল হ'ব। () ল'ৰা।

"ক'বলৈ নাই বাবু।" — থোকাথুকি মাতেৰে সি উত্তৰ ক'ব।

() নাম?"

() চান্দ"— সৰুকৈ ক'লে। হয়তো এজন পুলিচ () মোৰ পৰা সি এনেবোৰ প্ৰশ্ন আশা কৰা নাছিল। () কৰি খাবলৈ আহিছ, কাম কৰি খাব নোৱাৰ। () কত?" "ঘৰ?"

চকু দুটা অলপ ডাঙৰকৈ মেলি দিলে। মোৰ ক'তো ঘৰ নাই বাবু। য'তে-ত'তে থাকো। আগতে বেলজান বাগানত আছিলো। এতিয়া মা-বাপ কোনো নাই। সব মৰি গ'ল।"

"তই তেন্তে অকলশৰীয়া?"

অ' বাবু?"

আৰু লাল! তোৰ আগৰ কথাবোৰ কৈ যাচোন।" () কথাষাৰ যেন তাৰ অন্তৰত সাহস দিলে। সি () ভাবিব পৰা নাছিল যে কোনো পুলিচে জানো কেতিয়াবা চোৰৰ অন্তৰৰ কথা শুনে! কিন্তু পুলিচো হে! মই ভালদৰে জানো সমাজেই কিছুমান চোৰ-ডকাইতৰ সৃষ্টি কৰে। তেতিয়া সিহঁতে সেইখন সমাজৰ প্ৰতি কৰ্ত্তব্য পাহৰি যায়। তেতিয়া সিহঁত হৈ পৰে সমাজ-বিৰোধী। তেতিয়াই সিহঁতে বিচাৰে সমাজৰ মানুহবোৰক অতিষ্ঠ কৰি তুলিবলৈ। লালাৰ জীৱন কাহিনী চমুৰালৈ ক'লে এনে হ'বঃ—

বেলজান বাগিজাত সিহঁতৰ কেইবা পুৰুষো পাৰ হৈ গৈছে। লালৰ বাপেকেও বাগিছাৰে কল ঘৰত কাম কৰিছিল। মাকৰ কথা হেনো তাৰ মনতেই নপৰে। সৰুতেই মৰিল। বাপেকেই তুলি তালি ডাঙৰ-দীঘল কৰিলে।

তালৈ বাপেকৰ বৰ মৰম আছিলহেনো। বাপেকে তাক পঢ়াই-শুনাই বাবু কৰাৰ কল্পনা কৰিছিল আৰু সেয়ে আঠ বছৰ বয়সত বাগিছাৰ স্কুলত নাম লগাই দিছিল। কিন্তু তাৰ হ'লে পঢ়িবলৈ সমুলি ইচ্ছা নাছিল। সেইবাবে বন্ধু ৰঘুৱাৰ লগত অ'ত ত'ত ঘুৰি বিড়ি, ধপাতৰ সোৱাদ লৈছিল। এই সকলোবোৰ বাপেকৰ আগোচৰে হৈছিল।

কিন্তু.. এদিন ইলেক্‌ট্ৰিক চক হৈ বাপেকৰ মৃত্যুৰ হ'ল। বাপেকৰ মৃত্যু পাচত লাল দুদিনমান দদায়েকৰ তাত আছিল। কিন্তু খুড়ীয়েকে খুব কষ্ট দিয়াত পলাই গৈ ৰঘুৱাৰ লগত লগ লাগিল। তাৰ পাচতে আৰম্ভ হ'ল...।

লালৰ কথাবোৰৰ পৰা মই বুজিব পাৰিছিলো যে সস্তীয়া হিন্দী ফিল্মে তাৰ ওপৰত ভালদৰে প্ৰভাব বিস্তাৰ কৰিছিল আৰু বিদেশী বাগিছাৰ মালিক সকলৰ প্ৰতি তাৰ কথাই কথাই ঘৃণা ভাব ফুটি উঠিছিল।

লালাৰ জীৱন-কাহিনীৰ লগত মোৰ জীৱনৰ ঘটনাসমূহৰ যেন বহু ক্ষেত্ৰত সাদৃশ্য আছে। কিন্তু মই পুলিচ। শান্তি ৰক্ষক। লালৰ কাহিনী যিমানেই কাৰুণ্যপূৰ্ণ নহওক মই তাক চোৰ হিচাবেই গণ্য কৰিব লাগিব। তাক থানাত গতাই দিব লাগিব।

কিন্তু...?

মই পুলিচ।

লাল চোৰ।

ইমানেই পাৰ্থক্য।

*(২য় বছৰৰ ৪ৰ্থ সংখ্যাত প্ৰকাশিত আগষ্ট ১৯৬৬)*

# জনসংখ্যা সমস্যা

ডাঃ মহিবুদ্দিন আহম্মদ, এম. বি.বি. এচ

জনসংখ্যা-সমস্যা বৰ্তমান মানব জাতিৰ সন্মুখত এটি অতি জটিল সমস্যা। এই সমস্যাৰ বিষয়ে কিমান বৈজ্ঞানিক, কিমান চিন্তাশীললোকে আলোচনা চলাইছে— মানবজাতিক এই কৰাল গ্ৰাসৰ পৰা মুক্ত কৰিবলৈ। কিন্তু কোনেও এই সমস্যাৰ উপযুক্ত সমাধানত উপনীত হ'ব পৰা নাই। এই সমস্যা অভেদা হেঙাৰ স্বৰূপে থিয় দিছে মানবৰ শান্তিৰ পথত। দেশৰ উৎপন্ন হোৱা খাদ্য সামগ্ৰীয়ে হাৰ মানিছে এই পৰিস্থিতিৰ আগত। সেইদৰে নানা পৰিকল্পনাৰ ফলো বিফল মনোৰথ হৈছেগৈ। অস্বাস্থ্যকৰ ঘনবসতিৰ পৰা সেইদৰে স্বাস্থ্যৰো অৱনতি হৈছে। ইয়াৰ দ্ৰুতগতিৰ আগত সকলো পৰাজিত। এই ধাৰাবাহিক সোঁত এতিয়াই ভেটা নিদিলে এদিন যে ভয়াবহ মূৰ্তি ধাৰণ কৰিব সি ধ্ৰুৱ সত্য। বৰ্তমান অতি আচৰিত বৈজ্ঞানিক আবিষ্কাৰ জ্ঞান আৰু সভ্যতাৰ উচ্চ শিখৰত উঠা দেখা গৈছে আৰু তেনেকৈ পৃথিৱী বিনাশৰো এক আগজাননীও আহিছে। তাৰ পৰা মানবজাতিৰ কোনো কল্যাণ সাধন হোৱা নাই। এই জ্ঞান আৰু শক্তি মানব জাতিৰ উপকাৰৰ কাৰণে মনোনিবেশ কৰাহেতেন অশেষ কল্যাণ সাধিত হ'লহেতেন। খাদ্যৰ অনাটন, দুঃখৰ হা-হুমনিয়া সুস্বাস্থ্য, সুশিক্ষাৰ অভাৱ ইয়াৰ আঁৰত এক বিভীষিকাময় চিত্ৰ। মানুহৰ সুখ-সাচ্ছন্দ, নিয়মিত জীৱন-যাপন আৰু সমাজ-জীৱনত নিৰবিচ্ছিন্ন গতিত ই ব্যহত কৰিছে।

কেৱে এই বিষয়ে ক'বপাৰে যে জনসংখ্যা বঢ়াৰ পৰা দেশৰ বা জাতিৰ বল বাঢ়িব আৰু যুক্তি আগবঢ়াব যুদ্ধৰ সংকট অৱস্থাতজনবল অতি অপৰিহাৰ্য্য। কিন্তু বৰ্তমান দ্ৰুত গতিত বাঢ়ি অহা সংখ্যা আৰু নিয়ন্ত্ৰণৰ মাজেৰে বাঢ়ি অহা সংখ্যাই নিশ্চয় তাক পূৰ্ণ কৰিব পাৰিব। জাতিৰ বা দেশৰ বলবাঢ়িব যেতিয়াই প্ৰত্যেকেই উপযুক্ত নাগৰিক হৈ নিজৰ নিজৰ কামত যোগ্যতাৰ পৰিচয় দিব পাৰিব, দেশৰ আলৈ-আহুকাল গুচাবলৈ সক্ষম হ'ব। জনসংখ্যা এনেদৰে বাঢ়িব লাগে যাতে কোনেও কষ্ট নুভুগাকৈ সুকলমে জীৱন নিৰ্বাহ কৰি চলিব পাৰে, নিজৰ স্বাস্থ্য অটুট ৰাখিব পাৰে, নিজৰ দেশৰ আহ্বানত থিয় হ'ব পাৰে আৰু সকলো দায়িত্ব মূৰ পাতি ল'ব পাৰে। দেশ বা জাতিয়ে নিবিচাৰে আজি জীৰ্ণশীৰ্ণ স্বাস্থ্যহীন লোক। প্ৰত্যেকেই আজি নৈতিক মানসিক বুদ্ধি-বৃত্তিৰ আৰু শাৰীৰিক যোগ্যতাৰ পৰিচয় দিব পৰাটোৱেই হৈছে আচল উদ্দেশ্য। আদৰ্শবাদী নহ'লে নৈতিকতাহীন লোকক কোনো মহৎ কামতে বিশ্বাস কৰিব নোৱাৰি। আদৰ্শৰ আলমলৈয়ে মানব আজি ধীৰে ধীৰে আগবাঢ়ি গৈছে আৰু গৈ থাকিব। নৈতিকতাহীন লোকে দেশৰ

বা দহৰ অপকাৰ কৰাৰ বাহিৰে কি কামত আহিব পাৰে? তেনে লোকক দেশে নিবিচাৰে, সমাজে নিবিচাৰে, নিবিচাৰে, পিতৃ-মাতৃ ভাই-ভনীয়ে। দেশ বা জাতিয়ে বিচাৰে সুচৰিত্ৰ সুস্বাস্থ্যবান সমৰ্থলোকে। যিজনে দৰ্কাৰ হ'লে অসীম বিক্ৰমেৰে দেশৰ হকে প্ৰাণ আহুতি দিবলৈ কুণ্ঠাবোধ নকৰে। পৰ্বত-ভৈয়ামৰ নানা অভেদ্য পথ বগাই নিজ পৰাক্ৰম আৰু শক্তিৰে বিজয় আহৰণ কৰিব পাৰে। প্ৰত্যেকেই আজি সাধনা কৰিব লাগিব আৰু জাগ্ৰত কৰিব লাগিব নিহিত থকা এই শক্তি।

জনসংখ্যাৰ বৃদ্ধিৰ হাৰ আমাৰ দেশতে আটাইতকৈ বেচি বুলি ক'ব পাৰি। অৱশ্যে ইয়াৰ বহুতো কাৰণ আছে, যিবিলাকে ইয়াত ৰৱঙণি যোগাইছে। পাশ্চাত্য বা আন আন দেশৰ লগত আমাৰ দেশৰ বহুতো তাৰতম্য আছে। আমাৰ দেশৰ লোকে বেচিকৈ ধৰ্মভাব আৰু অন্ধবিশ্বাসেৰে প্ৰভাবান্বিত। গতিকে কোনোৱে জন্ম-নিয়ন্ত্ৰক এক নাস্তিকতা বুলিহে কয় আৰু পাপৰ সন্ধিক্ষণত পৰিব বুলি সেই ভাব দূৰতে বিদূৰ কৰে। দেশৰ অশিক্ষিত জনতাৰ মনত এই বিষয়ে কোনো ৰেখাপাত কৰা দেখা নাযায়। বৰং ইয়াৰ বিপৰীতে কোৱাহে দেখা যায়। কোনোৱে ইয়াক গোপন তথ্যৰ অভিব্যক্তি বুলি ভাবে লগতে এই বিষয়ে আলোচনা কৰিব লাজ পায় আৰু ইয়াৰ পৰা পিচ হোঁহকে। বহুবিবাহ আৰু বালবিবাহ আন দুটা কাৰণ। আধুনিক আবিস্কৃত নানা ঔষধ আৰু অস্ত্ৰোপচাৰৰ হেতুকেও মৃত্যুৰ সংখ্যা বহুগুণে কমিছে।

সাধাৰণতে দুঃখীয়া পৰিয়ালত ল'ৰা-ছোৱালীৰ সংখ্যা বেছি হোৱা দেখা যায় গতিকে সিহঁতৰ জীৱন নিৰ্বাহ, ভৰণ-পোষণ আৰু উপযুক্ত শিক্ষা দিয়াটো অতি কষ্টকৰ আৰু জটিল হৈ উঠে। সিহঁতে জন্মধাৰণৰ সাৰ্থকতা হেৰাই পেলায় আৰু জীৱনৰ আশা আকাংক্ষা জলাঞ্জলি দি পংগু হয়গৈ। সিহঁতৰ তত্বাৱধান আৰু অনুপ্ৰেৰণা যোগোৱা জীৱন-সম্বল জৰ্জৰিত হৈ ভাগৰি পৰিছে আৰু সুখৰ সংসাৰ চুৰ্ণাকৃত হৈ ঘৰুৱা মধুৰ আৱেশ ধ্বংশ যোৱাত দুখত শেষ নিশ্বাস এৰিছে। নিভৃত আলোড়নে সিহঁতৰ মানস জগত আবৰি ধৰে আৰু মানসিক আৰু দৈহিক সংঘাতে সিহঁতক আকোৱালি লয়, মাক বাপেকৰ অনুভূতিয়ে ল'ৰা-ছোৱালীৰো মানসিক পৰিবৰ্তন ঘটায়। চিন্তা-ভাৱনা দুঃখ দৈন্যই সিহঁতৰ আশা-আকাংখা, কল্পনা, সাহস, সকলো মৰিমুৰ কৰে। লগতে নানা শাৰীৰিক আৰু মানসিক ৰোগত আক্ৰান্ত আৰু পীড়িত কিছুমানে দুষ্ট ল'ৰা-ছোৱালীৰ লগ লয় আৰু বিপথগামী হোৱাৰ পথত আগবাঢ়ে। চাওঁতে চাওঁতে নিষ্ঠুৰতা, নৈতিকতাহীন, চুৰিডকাইতি আদি ভাবত মন মেলে। স্বভাব চৰিত্ৰৰ এই পৰিৱৰ্তনে শেষত দেশৰ আৰু দহৰ কেলেংকাৰী হোৱাৰ সম্ভাৱনা হৈ পৰে।

বংশানুক্ৰমে পূৰ্বপুৰুষসকলে এৰি যোৱা মাটি আৰু সম্পত্তি ভাগ হৈ পৰিল। লগতে খেতিৰ ফচল আৰু বাসস্থান ভাগ হ'ল। গতিকে এই নিৰ্দিষ্ট মাটি আৰু সম্পত্তিৰে অনিয়মিত ভাবে বাঢ়ি অহা সংখ্যাৰ লগত ফেৰ মাৰি হাৰ মানৰি লগাত কোনো কোনো দেশত

উপযুক্ত আদৰ্শবাদী পিতৃ বা মাতৃ গঢ়ি তুলিবলৈ সুশিক্ষা দিয়া হয়। তাৰ দ্বাৰা তেওঁলোকে জন্ম-নিয়ন্ত্ৰণৰ সংকেত আৰু ল'ৰা-ছোৱালীৰ স্বাভাৱ ৰক্ষাৰ আভাস দিয়ে। সেই কাৰণে তেওঁলোকে জন্ম নিয়ন্ত্ৰণৰ বিষয়ে বেচি অভিজ্ঞ। তাৰোপৰি সেই দেশবিলাকত নানা যান্ত্ৰিক কাৰখানা আছে য'ত ল'ৰা-ছোৱালীৰ পঢ়াৰ লগে লগে নিজে উপাৰ্জন আত্ম-নিৰ্ভৰশীল হৈ সহজে চলিব পাৰে। মাক-বাপেকৰ ল'ৰা-ছোৱালী সংস্থাপনৰ বিষয়ে বিশেষ চিন্তা কৰিব নালাগে। কেৱল জন্ম দিয়াতেই সকলো নহয় যদি সিহঁতক উপযুক্ত সংস্থাপন কৰিব নোৱাৰি। প্ৰত্যেকেই সংসাৰ আৰম্ভ কৰাৰ লগে লগে এটি পৰিকল্পনা কৰি ল'ব লাগে যাতে ভৱিষ্যতে কোনো বিপদত পৰাৰ সম্ভাৱনা নাথাকে। এই পৰিকল্পনাত সাফল্য লাভ কৰিব পাৰিলে সাংসাৰিক সকলো দুখ দৈন্য মানসিক বেজাৰৰ পৰা হাতসাৰি নিৰ্ভয়ে নিজক বাধ গতিত সুকলমে চলাব পৰি। সাধাৰণ দুখীয়া লোক এজনৰ যদি ১০ জন ল'ৰা-ছোৱালী হোৱাৰ পৰিবৰ্তে নিয়ন্ত্ৰণৰ দ্বাৰা ৩-৪ জন হ'লহেঁতেন তেওঁলোকৰ মানসিক আৰু আৰ্থিক বোজা কিমান উজু হ'লহেঁতেন। কিমান ঘৰুৱা জঞ্জালৰ পৰা অব্যাহতি লাভ কৰিলেহেঁতেন আৰু সংসাৰখন বহুপৰিমানে সহজ কৰিলৰ পাৰিলেহেঁতেন। এই ল'ৰা-ছোৱালীবিলাকক প্ৰতিপালন কৰা, সংস্থাপন কৰা, সুশিক্ষা দিয়া, উপযুক্ত নাগৰিক কৰা কিমান কঠিন। তেনেকুৱা সমস্যা প্ৰায় ঘৰে ঘৰে বিয়ে মানুহৰ মন প্ৰাণ উতনুৱা কৰি ৰাখিছে। যি সমস্যাৰ কবলত পৰি মানুহ হৈ আজি জৰ্জৰিত প্ৰপীড়িত, আৰু সহায় সম্বলহীন। যদি এইদৰে কিছুদিন অতিবাহিত হয় তেতিয়াহ'লে এই সমস্যাৰ গতিৰোধ কৰা অসম্ভব হয়। দেশৰ উজ্জ্বল ভৱিষ্যৰ পথত, শান্তিৰ পথত অনিবাৰ্য্য ব্যাঘাত জন্মিব আৰু নানা সমস্যাৰ অথাই সাগৰত পৰিব লাগিব আৰু হাৰাশান্তি হ'ব লাগিব।

সুখৰ বিষয় বৰ্তমান শিক্ষিত সমাজক এই বিষয়ে কিছু চকু দিয়া দেখা গৈছে আৰু অনেক লোকে অস্ত্ৰোপচাৰ বা আন কোনো পদ্ধতিৰে প্ৰজনন শক্তি নিয়ন্ত্ৰণ কৰা দেখা গৈছে। দুখীয়া অশিক্ষিত আৰু অজ্ঞলোকক এই বিষয়ে অনুপ্ৰেৰণা দিব লাগে আৰু প্ৰভাৱান্বিত কৰিব লাগে। কাৰণ ইয়াৰ প্ৰতিফল বা লাঞ্ছনা বিশেষকৈ ভোগ কৰিছে তেওঁলোকে। তেওঁলোকে ইয়াৰ সাৰমৰ্ম ভালকৈ উপলব্ধি কৰিব পৰা হোৱা উচিত। অভিজ্ঞলোকসকলে এই বিষয়ে খোলাকৈ আভাস দিব লাগে। সাধাৰণতে তিৰোতাৰ মাহেকীয়াৰ লগত মাতৃত্ব প্ৰাপ্তিৰ এক তথ্য লুকাই আছে। অত জন্ম-ৰহস্যৰ এক অনুসন্ধান পোৱা যায় এই মাহেকীয়াৰ আলমলৈ জন্মনিয়ন্ত্ৰণ কৰিব কিছু পৰিমাণে সক্ষম হ'ব পাৰে আৰু তাৰ দ্বাৰা অস্ত্ৰোপচাৰ বা ঔষধ আদিৰ সহায় নোহোৱাকৈ নিৰ্দিষ্ট সময়ত যথাবিহিত নিয়ম পালন কৰি চলিব পাৰিলে বহুদূৰ কৃতকাৰ্যতা লাভ কৰিব পাৰি। বিবাহিত লোকে এই তথ্যৰ বিষয়ে অভিজ্ঞ লোকৰ পৰা অনুসন্ধান ল'ব পাৰে যদি তাক এক বহুমূলীয়া উপদেশ বুলি ভাবি কাৰ্যত পৰিণত কৰিবলৈ হেলা নকৰে। তাত মানৱৰ এক অতি গুৰুত্বপূৰ্ণ দায়িত্ব লুকাই থকা বুলি বিবেচনা কৰিব লাগে। তেওঁলোকৰ বিবেচনা অনুযায়ী

এই তথ্যৰ এক সুপৰিণত সুমাৰ্জিত উপদেশ ল'ব লাগে যাৰ পৰা উভয় ব্যক্তিৰ মৰ্যাদাৰ কোনো হানি নহয় বৰঞ্চ নিজক এটি পৰিবেশৰ মাজত চলিবলৈ প্ৰেৰণা যোগায় আৰু সেই নিয়মতে চলিবলৈ আগ্ৰহান্বিত আৰু অনুপ্ৰাণিত কৰে।

আজি মানব জাতিয়ে হাবাথুৰি খাইছে বিশ্ব-শান্তি বিচাৰি। সেই কাৰণে জগত বৰণ্য মনীষীসকলে জল্পনা-কল্পনা কৰিছে আৰু আলোচনা চলাইছে এই শান্তিৰ পথ উদঘাটন কৰিবলৈ। আজি সেই ভয়াবহ মহাযুদ্ধ নাগাচাকি, হিৰোচিমা ধ্বংসকাৰী এটমবোম আদি মানবৰ এক বিভীষিকাময় চিত্ৰ আৰু শান্তিৰ প্ৰতিকুল বুলি সকলোৱে সমকণ্ঠে স্বীকাৰ কৰিছে আৰু জগতত শান্তিক আকোৱালি ল'বলৈ উদ্বিগ্ন হৈ পৰিছে। মানৱে কৰিব খুজিছে আজি শান্তিৰ পথত আগবাঢ়িবলৈ উঠিপৰি লাগিছে। প্ৰত্যেক পৰিয়ালৰ শান্তি আৰু মংগলেই জাতীয় মংগল আৰু দেশৰ মংগল। এই সমস্যাৰ সমাধান নোহোৱাকৈ জানো মানব-শান্তিৰ পথত উপনীত হ'ব পৰা সম্ভব হ'ব? অকল নিৰস্ত্ৰীকৰণেই জানো শান্তি অনা সম্ভৱ কৰি তুলিব পাৰিব?

*(২য় বছৰৰ ৪ৰ্থ সংখ্যাত প্ৰকাশিত আগষ্ট ১৯৬৬)*

# প্ৰলাপ

নিৰু চৌধুৰী

ৰমলাইঁতৰ গাঁওখনৰ নাম দৌলাশাল। পিতাক এজন খেতিয়ক। আগতে অৱস্থা ভাল আছিল। বৰ্তমান কেইবছৰমান খেতি-বাতি নোহোৱাত একেবাৰে বেয়াৰ ফালে গৈছে। ৰমলা পিতাকৰ ডাঙৰ ছোৱালী; ভনী তিনিজনী আছে— সৰু সৰু। মাকৰ কোলাত কেঁচুৱা ভায়েক পোনাকণ।

ৰমলাই গাঁওৰ স্কুলতে দশমমান শ্ৰেণীত পঢ়ে। ৰমলা পঢ়া-শুনাত বৰ ভাল ছোৱালী। ৰমলাই দেশ-বিদেশৰ খবৰো অলপ ৰাখে। দেশৰ বানপানী আৰু খাদ্য-সমস্যাই তাইকো চিন্তিত কৰি তুলিলে।

চহৰ-গাঁও, হাট-বজাৰ, বাতৰি কাকত সকলোতে কেৱল একেই কথা— বানপানী; খাদ্য-সমস্যা। আজি সকলোতে শুনিব কেৱল খাদ্য-সমস্যা, আজি শুনিব অমুকত চাউলৰ হাহাকাৰ, কালি শুনিব তমুকত চাউলৰ হাহাকাৰ। চাউল বিচাৰি মানুহৰ মাজত দৰৰা-দবৰি। চৰকাৰো দাৰুণ সমস্যাত পৰিছে। কি কৰিব সিহঁতৰ হাতত চাউল নাই। মানুহক দিবই বা ক'ৰ পৰা? আগৰ পৰা কিবা এটা পৰিকল্পনা কৰি থলেহে দিব পাৰে। অসমৰ চাউল অসমৰ মানুহে নেপায়। অথচ ধান-চাউল গুদামত নাই। গ'ল ক'লৈ?— এইটোৱে সকলোৰে প্ৰশ্ন।

গাঁও অঞ্চলত চৰকাৰৰ মানুহ নেথাকে। মানুহে যাক নিৰ্বাচিত কৰি পঠাইছিল তেওঁলোকে সুখত খাই লৈ আছে। কেৱল বাতৰি কাকতত পোৱা যায় দুই চাৰিজন কমিউনিষ্টৰ আন্দোলনৰ কথা।

দৌলাশাল গাঁওতো মানুহে খাবলৈ নেপাই আজি তিনি চাৰি দিন শুকাই আছে। সেই অঞ্চলৰ মানুহৰ মাজতো চাঞ্চল্যই দেখা দিছে। চাউলৰ আশাত মানুহে চহৰলৈ চাই থাকে। ৰমলাইঁতেও খোৱা নাই— তিনি-চাৰি দিন। ৰমলাৰ মনটো ভাল নহয়। মনৰ দুখ পাতলাবলৈ হাতত কিতাপ বহিলৈ স্কুললৈ গ'ল। শিক্ষকৰ কথাত মন নবহে। কেৱল পেটলৈ চিন্তা। এনেতে মাইকত শুনা গ'ল— "ৰাইজ। বৰ্তমান চৰকাৰৰ ভুল খাদ্য-নীতিত দেখা দিয়া উৎকট খাদ্য-সমস্যাৰ বাবে আজি আবেলি দুই বজাত দৌলাশাল বজাৰত এখন ৰাজহুৱা সভা হ'ব। সভাত বহুত কৃষক আৰু ৰনুৱা নেতাৰ উপস্থিত থকাৰ ওপৰিও নিৰ্দিষ্ট বক্তা হিচাবে থাকিব কমিউনিষ্ট পাৰ্টিৰ নেতা কুমাৰ কিশোৰ আৰু বিনোদ কলিতা। সভাত সকলো ৰাইজ আৰু ছাত্ৰ-ছাত্ৰী যুৱক-যুৱতীৰ উপস্থিতি কামনা কৰা হ'ল।"

ৰমলাই পেটৰ পোৰণিত আন বান্ধৱীৰ লগত স্কুলৰ সময়খিনি অতিবাহিত কৰিলে। ঠিক সভাৰ কাম আৰম্ভ কৰাৰ আগ মুহূৰ্তত স্কুল ছুটি হ'ল। স্কুলৰ সকলো ল'ৰা-ছোৱালী সভাস্থলিত গোট খালে।

সভাপতি বৰণ কৰা হ'ল গাঁওবুঢ়া ৰতন কাইক। সভাৰ উদ্দেশ্য ব্যাখ্যা কৰাৰ পিচত নিৰ্দ্দিষ্ট বক্তা কুমাৰ কিশোৰ উঠিল। জীয়া সত্য কাহিনীলৈ বক্তৃতা দিলে। মানুহজনৰ মুখত যেন স্বৰস্বতী বিদ্যামান। কিমান কি কলে; ৰমলাৰ কিন্তু মনত থাকি গ'ল। তেওঁৰ আহ্বান ক্ৰমে ৰমলাই সত্যাগ্ৰহী হ'বলৈ নিজেই নামটো লিখি দিলে।

কুমাৰ কিশোৰ বয়সত যুৱক। তেওঁৰ প্ৰতি ৰমলাই আকৃষ্ট হ'ল। চহী দিবলৈ যোৱাত কুমাৰ কিশোৰ চকু দুটি ৰমলাৰ ওপৰত ভালকৈ পৰিল। ৰমলাৰ আগ্ৰহত কুমাৰ কিশোৰে আৰু এজাউৰি ৰমলাক লৈ বক্তৃতা মাৰিলে। কুমাৰ কিশোৰৰ পিচত কলিতা আদি দুই চাৰি জনে বক্তৃতা মাৰিলে। তাৰ পিচত সভাতিয়ে সভাৰ ভাষণ দি সভা ভংগ কৰিলে। সভাৰ শেষত ৰমলাই কুমাৰ কিশোৰক ঘৰলৈ মাতি ঘৰ বুলি খোজ ল'লে।

ৰমলাই ঘৰ পাই দেখে তাৰ মাকে কান্দি আছে। তাইৰ সৰু ভায়েক নবীনে অনাহাৰত জীৰ্ণ হৈ অচেতন হৈ পৰি আছে। ৰমলাই বিবুদ্ধি হ'ল....

আউলী-বাউলী চুলিৰ মাজত মাকৰ অসহায় কৰুণ ছবিটো দেখি তাইৰ আত্মা কান্দি উঠিল। ৰমলাৰ কাহিল শৰীৰ অবশ হৈ পৰিল। তাই মাকক সাৱটি কান্দি উঠিল। তেতিয়া কুমাৰ কিশোৰ ৰমলাহঁত চোতালত সোমাল...

*(২য় বছৰৰ ৪ৰ্থ সংখ্যাত প্ৰকাশিত আগষ্ট ১৯৬৬)*

# আবোল-তাবোল

শ্ৰী মিএগ্ৰা মনছুৰ

বোলে এই সময়টো হৈছে ফুলজাৰি মৰা বক্তাৰ যুগ। ৰাইজে এতিয়া নানা মুখৰোচক লেকচাৰৰ বড়ি খাই পেটৰ ভোক মাৰিব পাৰিব। যিমানেই নিৰ্বাচনৰ সময় ওচৰ চাপিব সিমানেই নেতা, পালিনেতা, উপনেতা, অভিনেতা ওলাব আৰু দেশ প্ৰেমৰ জাতীয়, 'ছংগীত' গাব তাক ৰাইজেই ইতিমধ্যে বুজিব পাৰিছে। যি সময়ত মানুহে এমুঠি ভাতৰ কাৰণে হাহাকাৰ কৰিছে সেই সময়ত এই পাৰত গজা নেতাবোৰে দেছ প্ৰেমৰ চকুলো টুকি কোনে মন্ত্ৰীৰ গাদী ল'ব তাৰে চিন্তা কৰিছে। আমি এই দেশ-প্ৰেমিক নেতাবোৰৰ কথাকে ক'ব খুজিছোঁ। এওঁলোকে কয়,— "বোলো ছাত্ৰসকল গুছিল, এওঁলোকৰ মাজত নীতি-নিয়ম নোহোৱা হ'ল, উশৃংখল হ'ল। দেশ জহন্নামে গ'ল।" বোলো এই ছাত্ৰ শক্তিক অবাটে চলাই কোনে? যেতিয়া ভোট লাগে, নিজৰ স্বাৰ্থ সিদ্ধি নহয় তেতিয়া এই ছাত্ৰক ৰাজনীতিত লগাই দিয়ে কোনে? ভেজাল বেপাৰীক ধৰাৰ ব্যৱস্থা নাই?— চৰকাৰী মানুহ নাই? ধৰি দিব লাগে ছাত্ৰসকলে।

বোলো তোমালোকে ৰাইজৰ প্ৰতিনিধিবোৰে কি কৰা? তোমালোকে যে দেশ-প্ৰেমৰ গান গোৱা বোলো সেইবোৰ বিশ্বাস কৰানে? তোমালোকে কোৱা আজিৰ একোজন ছাত্ৰ ভৱিষ্যত নেতা তোমালোকেও আগতে একোজন আদৰ্শবান ছাত্ৰ আছিলা! নহ'লে তোমালোকৰ ৰাজ্যত যেতিয়া তোমালোক নেতা হ'লা, শাসক হ'লা মানুহে চাউল লগত শিল গুটি, আটাৰ লগত ভুজি, মিঠাতেল লগত মবিল আৰু ঔষধৰ লগত ভেজাল পানী খাবলৈ পায় নে? তোমালোকে কোৱা— "ছাত্ৰসকল আদৰ্শবান হব লাগে, দেশ-প্ৰেমিক হব লাগে একোজন মহাত্মা হ'ব লাগে।" আমিও কওঁ হ'ব লাগে। তোমালোকে কেইজন আদৰ্শবান পুত্ৰ-পুত্ৰী লৈ চাওঁক। বাপকে পিন্ধে মোটা খদ্দৰ। পুতেকে পিন্ধে টেৰেলিনৰ ড্ৰেইন পাইপ'। বাপেকে কয় গান্ধীৰ কথা, জৱহৰলালৰ কথা, পুতেকে কয় ৰাজকাপুৰৰ, শ্ৰী ৪২০ কথা। মাকে কয় কস্তুৰাবাইৰ কথা, ঝান্সী ৰাণীৰ কথা। জীয়েকে পিন্ধে ফিল্ম কোম্পানিৰ বাইজী মাৰ্কা পোছাক। বাপেক হয় ভাৰতীয়; পুতেক-জীয়েক হয় হলিউদৰ মেম-চাহাব।" গতিকে আদৰ্শ হ'ব কৰ পৰা? নিজৰ নিজৰ ঘৰখন চম্ভালা। বোলো— "ঘৰতে লাগিছে দুই তোৰ মনাই ঐ।" এই ছাত্ৰ-ছাত্ৰী বা নেতাৰ পুত্ৰ-পুত্ৰীয়ে জানে মাক-বাপেকে গান্ধীতিথি, স্বাধীনতা দিনত দিয়া নীতি মূলক বাক্য বা কথাবোৰ কোনোবা দুৰ্ভগীয়া ব্যক্তিয়ে লিখা কোনোবা কিতাপত থকা মুখস্থ কৰা কথা। এই ৰকেটৰ যুগত তাৰ মূল্য নাই। তাৰ প্ৰমাণ নেতা নোহোৱাৰ

আগতে থকা বাপেক-মাকৰ অৱস্থা আৰু নেতা হোৱাৰ পাছত হোৱা ধন-দৌলত, গাড়ী-বাৰী ইত্যাদি। যেন ঠিক কুইনাইন খোৱাৰ আগতে মেলেৰীয়া হোৱা দণ্ডিৰাম আৰু কুইনাইন খোৱাৰ পাছত মেলেৰীয়া গুছা দণিঅডৰামহে।

পৃথিৱীত বোধকৰোঁ এখন দেশ আছে যিখন দেশ ভেজাল। য'ত কথাত ভেজাল, নেতাত ভেজাল। চৰকাৰী বিষয়ত ভেজাল, মথাউৰিত ভেজাল যি দেশৰ কথা হয়তো আমাৰ ভৱিষ্যত বংশধৰসকলে বিশ্ব-বিদ্যালয়ৰ ডক্টৰেটৰ কাৰণে গৱেষণা কৰিব লাগিব যি সময়ত প্ৰতিৰক্ষা আইন আছিল, সদাচাৰ কমিটি আছিল, জৱাহৰলাল নেহেৰু আছিল। লালাবাহাদুৰ শাস্ত্ৰী আছিল, ইন্দিৰা গান্ধী আছিল। সেই সময়ত মানুহে চাউলৰ লগত শিলগুটি, খোৱা তেলৰ লগত মবিল, আটাৰ লগত তুঁহ গুৰি খাই জীয়াই থকা সেই মানুহবোৰৰ সংখ্যা বেছিনে খাটি বস্তু খোৱা তেজাল বেপাৰী আৰু ভেজাল নেতাৰ সংখ্যা বেছি? বোলো— যি খেতিয়কে খাদ্য শস্য উৎপন্ন কৰে সেই খেতিয়কে খাদ্য বিচাৰি আন্দোলন কৰিলে পায় গুলি, জেল আৰু প্ৰতিৰক্ষা ৰবি আৰু হয় পাকিস্তানী চীনাস্থানী, পশ্চাদঘাটী, দেশদ্ৰোহী। বোলো গান্ধীবাদ টোক যাদুঘৰত নি থৈছাই! আমাক আৰু কি দেশ-প্ৰেমৰ চিনাকী দিবা? বোলো— "কাক বুলিবা ককা সকলোৱে ডাড়ি-চুলি পকা।" সেই কাৰণে শ্ৰীমিএগ মনছুৰে লিখা জাতীয় সংগীত এটাকে গোৱা সকলোৱে। তাৰ পিছত আমাৰ ছুটী, গুড্ বাই।

"আল্লা ঈশ্বৰ তেৰা নাম
ভেজাল খাদ্য খালেও যেন
নেযায় মোৰ জান,
চবকো সদমতি দে ভগবান!"

*(২য় বছৰৰ ৪ৰ্থ সংখ্যাত প্ৰকাশিত আগষ্ট ১৯৬৬)*

# ৰাইজেই ৰজা

**সম্পাদকীয়ঃ**

দেশত চতুৰ্থ সাধাৰণ নিৰ্বাচন আগত। নিৰ্বাচনত প্ৰাৰ্থী হ'ব খোজা ব্যক্তিসকলৰ মাজত উখল-মাখল লাগিছে। ৰাইজেও নিৰ্বাচনৰ বা-বতাহত ক্ষমতাৰ অধিকাৰৰ প্ৰতি সচেতন হ'ব ধৰিছে আৰু লগতে দলীয় ৰাজনৈতিক নেতাসকলৰ বা দলৰ কাৰ্য্যকলাপ আৰু নীতিৰ প্ৰতি প্ৰীতি কিমান তাক এইবাৰ বিশেষ দৃষ্টিৰে অনুধাৱন কৰি আছে।

গণতান্ত্ৰিক দেশৰ ৰাইজেই ৰজা। আমাৰ ৰাইজো ৰজা; কিন্তু 'বহি-ৰজা'। গণতান্ত্ৰিক অধিকাৰ আমাৰ ৰাইজে এতিয়াও সম্পূৰ্ণকৈ পোৱা নাই— অৱশ্যে, ৰাইজৰ সৰহ সংখ্যকে গণতান্ত্ৰিক অধিকাৰ কেৱল ভোট দান দি প্ৰতিনিধি বাছি (সেয়ো মুখ চাই আৰু সুবিধা লই) চৰকাৰ গঠন কৰাৰ বাহিৰেও যে ৰাইজৰ প্ৰভুত্ব আছে, সেই কথা বহুতেই নাজানে। বিগত তিনিটা নিৰ্বাচন চকুৰ আগেদি পাৰ হোৱাত আৰু বৰ্তমান সমস্যাবোৰৰ সমাধানত প্ৰতিনিধিসকলে যি বাবে বিবাং আৰম্ভ কৰিছে, তাৰ ফল স্বৰূপেই ৰাইজৰ মনত নানা থকৌ-বকৌ ভাৱৰ উদয় হ'ব ধৰিছে,— এটা নতুন চিন্তাধাৰাৰ সোঁত বোৱা যেন লাগিছে। গণতান্ত্ৰিক ভাৰতৰ বাবে ই শুভবুদ্ধিৰ লক্ষণ।

ৰাইজৰ দাম এতিয়া বাঢ়িছে। নিৰ্বাচনত অংশ গ্ৰহণ কৰিবলৈ কঁকাল চিধা কৰা সকলে আয়াস-আৰাম এৰি ৰাইজক শত শত ছালাম দিবলৈ চহৰ এৰি গাঁও অঞ্চলৰ বোকা-পানী ভাঙি ৰাইজক দৰদ দিবলৈ যাব। হোজা ৰাইজেও তাতেই সন্তুষ্ট হৈ প্ৰতিদানত ভোটটো দিবলৈ কথা দি দিব— "ইমান 'ডাঙৰ' মানুহজন আমৰ মাজত এনে দুঃখ-কষ্ট খাবলৈ আহিছে। আঃ কিমান ভাল মানুহ তেখেত!"— তবে, এনে মধুৰ সম্ভাষণ এইবাৰ বহুতৰেই যে ভাগ্যত নজুটিব তাক ক'ব পাৰি। কাৰণ, টেঙা আম বহুতেই কেবাবাৰো বেচিছে।

গণতন্ত্ৰৰ নামলৈ, সমাজবাদী সমাজ ৰচনাৰ ভুৱা আশ্বাস দি সৰ্বসাধাৰণ ৰাইজৰ পৰা ভোট আদাই কৰি বহুতো প্ৰতিনিধিয়েই ৰাইজৰ স্বাৰ্থৰ ফালে পিঠি দি নিজৰ স্বাৰ্থ আৰু ক্ষমতা লাভৰ বাবে কৰিবলগীয়া সকলোখিনি কৰিছে; কিন্তু যিসকলৰ দুঃখ-বেদেনা, আলাই-আথানী দূৰ কৰি সমাজ, দেশ আৰু জাতিৰ সেৱাত নিজৰ ক্ষুদ্ৰ স্বাৰ্থক পৰিহাৰ কৰি জাতীয় স্বাৰ্থৰ অনুকূলে যাব লাগিছিল, তেনে ভাৱধাৰাৰ প্ৰতিকূলে বহুতকেই যোৱা

দেখা গৈছে।

এইবাৰ ৰাইজ অলপ জাগিছে। শাসনত অধিষ্ঠিত দলৰ প্ৰাৰ্থী নিৰ্বাচনৰ ক্ষেত্ৰত ৰাইজৰ জল্পনা-কল্পনাত এটি আভাস পোৱা গৈছে যে, বহি বহি সমাজ সেৱা কৰা আৰু হঠাৎকাৰে ৰাইজৰ শুভাকাংশী হোৱা ব্যৱসায়ী ব্যক্তিসকলক ভোট দি সুবিধা বঢ়াই দিয়াতকৈ সমাজৰ ইটা বগৰাই থকা কৰ্মীকেই প্ৰতিনিধি কৰি পঠোৱা শ্ৰেয় বুলি ৰাইজে ভাবে।

দেশখন পৰিচালনাৰ ক্ষেত্ৰত জ্ঞানী গুণী আৰু সমাজ দৰদী-সমাজ কৰ্মীৰ প্ৰয়োজন। প্ৰাৰ্থী নিৰ্বাচন কৰ্তাসকলে এইফালে বিশেষ নজৰ ৰাখিলে সুফল পোৱা যাব।

*২ য় বছৰৰ ৫ম সংখ্যাত প্ৰকাশিত (মে’- ১৯৬৬)*

# মহিলা মহল

## গল্প আৰু লিখা নহ'ল

নীলিমা দে

আজি কেবাদিনো হ'ল স্কুললৈ অহা-যোৱা কৰোঁতে সদায় মনত পৰে 'আজান'লৈ এটি গল্প লিখিম। কথাষাৰ বাটতে মনত পৰে কিন্তু ঘৰলৈ আহি গল্পৰ কোনো 'প্লট' (ঘটনা) বিচাৰি নেপাওঁ। গল্প-প্ৰবন্ধ লিখাৰ অভ্যাস মোৰ কেতিয়াও নাই। গতিকে গল্প লিখিবলৈ যিমানেই চেষ্টা কৰোঁ, সিমানেই লাগবান্ধ নোহোৱা কিছুমান অলাগতিয়াল কথা আহি পৰে।

গল্পৰ আকাৰ দিব পৰা ঘটনা জুকিয়াই লওঁতে বহুত সময় গ'ল...। তথাপি এবাৰ চেষ্টা কৰি চাওঁ বুলি ৰাতি প্ৰায় ৮ মান বজাত এখিলা কাগজ আৰু কলমডাল লৈ বহিলোঁ। বাহিৰত জিৰ্‌জিৰকৈ বৰষুণ দি থকা কাৰণে মই খিৰিকিৰ পৰ্দা কেইখন ভালকৈ টানি দি কলমডাল হাতত লৈ ভাবি আছোঁ—। ঠিক এনেতে বাহিৰত কোনোবা কেঁচুৱাই কান্দি থকা যেন শুনিলোঁ। সৰুৰে পৰাই মোৰ ভূত-প্ৰেতলৈ খুব ভয়। গতিকে হঠাতে কেঁচুৱাৰ কান্দোন শুনি মোৰ ভূতলৈ মনত পৰিল আৰু ভয়তে বিকট চিঞৰ মাৰি ৰান্ধনিঘৰত মাৰ ওচৰ পালোঁগৈ। মোৰ চিঞৰ শুনি ভাইটী-ভণ্টিহঁতে কান্দিবলৈ ধৰিলে। আৰু ওচৰ-চুবুৰীয়াসকলে আমাৰ ঘৰলৈ দৌৰি আহিল। মই ভয়তে তেতিয়াও কঁপি আছোঁ। কিছুমানে মোক ভয়তে ভ্ৰম হোৱা বুলি সান্ত্বনা দিবলৈ ধৰিলে।

এনেতে তেওঁলোকেও কেঁচুৱাই কন্দা শুনিবলৈ পালে আৰু শেষত বিচাৰি দেখা গ'ল যে মোৰ পঢ়াকোঠালীৰ বাৰান্দাৰ এচুকত কম্বল মেৰিয়াই থোৱা প্ৰায় ৪/৫ মহীয়া কেঁচুৱা এটি পৰি আছে আৰু ওচৰত এখন চিঠি আধামেলা যেন হৈ আছে। দেউতাই চিঠিখন পঢ়িবলৈ ধৰিলে।

"পৰম পূজনীয়

আজি কেবাদিনো হৈ গ'ল মই অনাহাৰে আছোঁ। মোৰ স্বামীয়ো প্ৰায় এমাহ হৈ গ'ল নিৰুদ্দেশ হৈছে। মানুহৰ দুৱাৰে দুৱাৰে ভিক্ষা কৰিও এমুঠি আহাৰ পোৱা নাই। এই কেঁচুৱাটিয়ে মোৰ বাটৰ কাঁইট যেন হৈছে। অনাহাৰে আৰু কিমান দিন থাকিম? সেয়েহে সোনাকণক আপোনালোকক গতাই মই এই পৃথিৱীৰ পৰা আজি বিদায় ল'লোঁ। সোনাকণৰ কিবা এটা ব্যৱস্থা কৰিলে মোৰ আত্মাই শান্তি পাব। মোৰ শত-সহস্ৰ সেৱা ল'ব। ইতি"

আপোনালোকৰ দাসী

'সোনমণি'

'গোলাপী' নামটো শুনিয়েই মই চক্ খাই উঠিলোঁ। মাজে মাজে তাই ৰবিবাৰে আমাৰ ঘৰত কাপোৰ ধুইছিল। কিছুদিন আগাত মাই তাইক কিছু চাউল আৰু পিন্ধিবলৈ মোৰ স্কুলৰ পুৰণা মেখেলা-চাদৰ এজোৰ দিছিল। গোলাপী কিছু লিখা-পঢ়া জানিছিল। কিন্তু কালৰ গতিত গোলাপীৰ স্বামী বলিয়া হ'ল। তাই মানুহৰ ঘৰত দাসীবৃত্তি কৰিও পেটৰ ভাত কেইটা মোকলাব নোৱাৰি জীৱন বিসৰ্জ্জন দিলে। গোলাপীৰ দুখঃময় জীৱনৰ কথা মনত পৰি মোৰ ধাৰাসাৰে চকুলো ওলাবলৈ ধৰিলে। কেঁচুৱাটিক নিঃসন্তান তিৰোতা এগৰাকীয়ে লৈ গ'ল। মই গোলাপীৰ কথাকে ভাবিব ধৰিলো...। ইমান চেষ্টা কৰিও মোৰ গল্প আৰু লিখা নহ'ল।

*২ য় বছৰৰ ৫ম সংখ্যাত প্ৰকাশিত (মে'- ১৯৬৬)*

# আবোল-তাবোল

শ্ৰীমিএগ্ৰা মনছুৰ

ভাৰতবৰ্ষ ধৰ্মনিৰপেক্ষ ৰাষ্ট্ৰ বুলি ঘোষণা কৰাৰ পিছৰ পৰাই ইয়াত ধৰ্মৰ ঢোল বৰ বেছিকৈ বাজিছে। এজন পণ্ডিতে কৈছিল,— “ঢোল ভাল বাদ্য তাক যদিহে বজোৱা নাযায়।” ঠিক সেইদৰেই ধৰ্মও ভাল। তাক মিএগ্ৰা মনছুৰৰ দৰে মহন্তাই নকলওে হ'ব। ধৰ্মৰ অৰ্থ হৈছে এটা ধৰ্মৰ মানুহে যেন আন ধৰ্মৰ মানুহক আঘাত নিদিয়ে। “বহুত দিনৰ আগতে অছম মুলুকত ফুলেশ্বৰী বুলি আহোম ৰজাৰ ৰাণী এগৰাকীয়ে মোৱামৰীয়া মহন্তক জোৰ কৰি পূজাৰ প্ৰসাদ খাটিয়াইছিল আৰু বলিকটা তেজৰ ফোঁট দিছিল।” তাৰ ফলস্বৰূপে ধৰ্মৰ বিপ্লৱ হৈছিল। এতিয়া তেনে গোড়া মানুহৰ পো-পোৱালী নাথাকিলেও সংখ্যাগৰিষ্ঠ লোকসকলে সংখ্যালঘু সম্প্ৰদায়ৰ লোকসকলক যাতে মনে-প্ৰাণে আঘাত নিদিয়ে সেই কথা প্ৰত্যেক মূৰ থকা মানুহেই স্বীকাৰ কৰিব। আজি-কালি অছম মুলুকত কাণ্ডকাৰখানা কিছুমান দেখি পেটতে হাত ভৰি লুকাবৰ উপক্ৰম হৈছে। খোলা ভাবে ক'বলৈ গ'লে আমাৰ সংখ্যালঘুসকলৰ মূৰত কি ৰাম-টাঙোন পৰিছে এবাৰ ভাবি চাওক। আমাৰ মুছলমানৰ কি নাই? মন্ত্ৰী আছে, এম-এল-এ আছে, উকীল আছে, প্ৰফেছাৰ আছে, পণ্ডিত-মাষ্টাৰ আছে। কিন্তু সকলোৱে যেন কবৰতহে আছে। সত্য কথাত মাত মাতিব নোৱাৰে। মুখত কাপুৰুষৰ বৰ তলা লগোৱা আছে। দৌল উৎসৱলৈ চাওক হিন্দু মানুহতকৈ মুছলমানৰ গাত যেন এই ৰং নিদিলে উৎসৱহে যেন নহয়। এৰা ঈদত গৈছে পোলাও খোৱা আমাৰ মিতাসকলে প্ৰতিদান হিচাবে আমাৰ গাত কেই নয়া পইচা মান খৰচ কৰা ফাকুৰগুৰি নিদি দিব কাৰ গাত? সৰস্বতী পূজালৈ নাচায় কিয়? চান্দা জোৰ কৰি আদায় কৰা হয় মুছলমান ল'ৰাৰ পৰা স্কুল-কলেজত। মাষ্টা-প্ৰফেছাৰসকলৰ পৰা আমোদকৰ হিচাবেও আদায় কৰে। নিদিলে আওৰংজেবৰ বংশ বা কমিউনেল। স্কুলৰ ছোৱালীবোৰে নিদিলে বাইদেউবোৰে আমাৰ আইদেউবোৰক বেছ মুখৰুচক কথা কৈ তেওঁলোকৰ দেশত যে পাকিস্তানীৰ সংখ্যা বহুত বাঢ়িছে সেই বিষয়ে এবেটা গৱেষণামূলক লেকচাৰ্চ দি দিব। কোনেও চাকৰীৰ মোহ এৰিব নোৱাৰে। দিয়ে সৰস্বতী পূজাত চান্দা, বিশ্বকৰ্মা পূজাত চান্দা, দুৰ্গা পূজাৰো চান্দা (পূজাৰ কাৰণে নহয়,— থিয়েটাৰ গান-বাজনা আদিৰ কাৰণে) যেনিবাহে চৰকাৰী আমোদ কৰহে।

এইবাৰ স্কুললৈ চাওক,— পাঠশালা নে পেটচলা স্কুলত, এম-ই স্কুলত গোৱা হয় (১) জয় ৰঘু নন্দন এবাৰৰ, বাৰে জয় লঘু নন্দন নহ'লে (২) প্ৰণামামি শিৱং শিৱ কল্পজ

একৰম' নহ'লে (৩) "মধুদা নৱদা নিতে দেৱ বৰং' আদি গোৱাই চেকুলাৰ ইজিমৰ বিজয় দংকা বা শান্তিৰ বাণী প্ৰচাৰ কৰি মহাত্মা গান্ধীৰ প্ৰকৃত শিষ্যৰ চেম্পুল দেখুৱাইছে। ইফালে মুছলমানসকলৰ যিসকল ঈমানদাৰ বান্দা আছে সেইসকলে মাটি খুন্দিয়াই খুন্দিয়াই মুছলমানী ট্ৰেড্‌মাৰ্ক লৈ বেহেস্তলৈ যাবলৈ সাজু হৈ আছে। ইফালে এই ঈমানদাৰৰ বেটা-বেটীয়ে পূজাৰ চান্দা দি বছৰে বছৰে বাধ্য হৈ সৰস্বতী আইৰ শ্ৰীচৰণত একোপাহি ফুল দি জীৱন ধন্য মানিছে। মুছলমানৰ কাৰণে কাম কৰিব বুলি চৰকাৰী 'কোটাট' বাব খোৱা 'বেৰাডাবানে ইছলাম'সকলৰ গাড়ী, বিবি, বাচ্ছাৰ খাব দেখোতেই জীৱন গৈছে,— যৌৱন গৈছে। বোলো সাৱধান ভাইয়া, এদেও দুদেও লোটা নিয়াৰ ছেও। যিবোৰে ভাইজান বুলি ভোট বিচাৰি আহিব সেইসকল এইবোৰ কথা কৰা। নহ'লে 'আল্লা' আল্লা বুলি 'হাল্লা' কৰাৰ কোনো মানে নাই। এতিয়া সেৱাহে।

*২ য় বছৰৰ ৫ম সংখ্যাত প্ৰকাশিত (মে'- ১৯৬৬)*

# চকু মেলিবৰ হ'ল

সম্পাদকীয় ঃ

দেশৰ বিভিন্ন সমস্যালৈ লক্ষ্য কৰিলে ভাৰতৰ ভৱিষ্যত আকাশখন কলা ডাৱৰে আৱৰি ধৰা যেন লাগে। সমস্যা দিনক দিনে বাঢ়ি আছে— কমা নাই! চৰকাৰৰ তোষণ আৰু পোষণ নীতিৰ ফলতেই এনে হ'বলৈ পাইছে। বিদেশীয়ে শাসন কাৰ্য পৰিচালনা কৰাত ভেদ-নীতিৰ প্ৰয়োগত যি আশুফল পাইছিল, আমাৰ চৰকাৰেও তাক কামত খটুৱাই আছে। সংবিধানৰ বিধানক মূলতঃ কাৰ্যত পৰিণত কৰিব পৰা নাই। মহান ভাৰতীয় উদাৰ নীতিৰ ব্যাখ্যা লিখা আৰু বক্তৃতাত প্ৰকাশ কৰা হৈ আছে যদিও তাক জনমানসত প্ৰতিবিম্বিত কৰাৰ যি ঐকান্তিক প্ৰচেষ্টা চৰকাৰে হাতত ল'ব লাগিছিল, জনসাধাৰণৰ মাজত নৈতিক চৰিত্ৰ গঠনৰ ক্ষেত্ৰত 'উপদেশতকৈ আৰ্হি ভাল' বোলা আদৰ্শক যি প্ৰেৰণাৰে গ্ৰহণ কৰিব লাগিছিল, তাক লোৱা হোৱা নাই। চৰকাৰে প্ৰচেষ্টা অৱশ্যে নকৰা নহয়; কিন্তু আন্তৰিক প্ৰচেষ্টা য'ত কম, তাত উদ্দেশ্য সফল হ'ব কেনেকৈ?

দেশত সমস্যাৰ ওৰ নপৰা হৈছে। অৰ্থনৈতিক দুৰৱস্থা, খাদ্য-সমস্যাৰ কৰাল ৰূপ, জন-বিক্ষোভৰ বিকট মূৰ্তি, সাম্প্ৰদায়িক ভাবৰ লেলিহান শিখা, আদি একশ এটা মূল সমস্যা আছেই; তাতে আকৌ দলীয় ৰাজনীতিৰ কাৰনামত যিবোৰ পালি সমস্যাৰ উদ্ভৱ হ'ব ধৰিছে, চৰকাৰৰ মন্ত্ৰণাদাতাসকলে তাকো বোধিব পৰা নাই। আমাৰ নেতা-উপনেতা আৰু প্ৰতিনিধিসকলৰ বেছি সংখ্যকেই দেশৰ মংগল আৰু সমস্যাবোৰৰ সমাধানৰ বাবে যিমানখিনি চিন্তা-ভাৱনা কৰে, নিজৰ বিষয়ে তাতকৈ বেছি চিন্তা কৰা যেন দেখা গৈছে।

দল-খেল, জাতি-উপজাতিৰ দাবী-দাওয়া আৰু মান-অভিমানৰ অন্ত নাই। সংখ্যালঘিষ্ঠ অসন্তুষ্টিৰ লেখ নাই। চৰকাৰে আইন কৰিও সংখ্যালঘিষ্টৰ স্বাৰ্থ ৰক্ষা আৰু নিৰাপত্তা দিব পৰা নাই। সাম্প্ৰদায়িক সম্প্ৰীতি গঢ়ি তুলিবলৈ চৰকাৰ আৰু সংখ্যাগৰিষ্টলোক সকলৰ পৰ যি উদাৰ মনৰ আৰু বলিষ্ঠ কণ্ঠৰ আহ্বান আহিব লাগিছিল, সি আজিও ক্ষীণ।

***দ্বিজাতিৰ প্ৰশ্নক উদাৰ ভাবে সমাধান কৰিব নোৱাৰাৰ বাবেই এদিন 'পাকিস্তান'ৰ*** সৃষ্টি হৈছে। তাৰ বাবে বহুতেই মুছলমান শ্ৰেণীক সংকীৰ্ণমনা আৰু অনুদাৰ বুলি হেয়

প্রতিপন্ন কৰে; কিন্তু অখণ্ড ভাৰত খণ্ড হোৱাৰ মূল কাৰণ অনুধাৱন কৰিব নোৱাৰা অজ্ঞতাৰ বাবেই যে আজি নাগাল্যেণ্ড, হাৰিয়ানা আদি ৰাজ্য গমি চাবলৈ আমাৰ জানো সময় হৈছে? মিজো আৰু পাৰ্বত্য সুকীয়া ৰাজ্যৰ দাবী আকৌ কিয়?

দেশৰ প্ৰতিজন নাগৰিকেই ত্যাগ আৰু আদৰ্শৰ ভাবত অনুপ্ৰাণিত নহ'লে, উদাৰ ভাবেৰে পৰক আপোন কৰি বাদ-বিদাৰ ইজা টানিবলৈ চেষ্টা নকৰিলে, দেশখন ৰসাতলৈ যাব। জোৰে পুৰি হাত পাইছে। চকু এতিয়া মেলিবৰ হ'ল।

*২ য় বছৰৰ ৫ম সংখ্যাত প্ৰকাশিত (মে'- ১৯৬৬)*

# আবোল-তাবোল

শ্ৰী মিএগ মনছুৰ

বোলো আজি অছম মুলকৰ কথাকে অলপ বাইজক কওঁগৈ বুলি ভাবিছোঁ। কিয়নো এজন ইংৰাজ উচ্চ কৰ্মচাৰীয়ে কৈছিল Assam is a country of Lahe Lahe (অছম লাহে লাহেৰ দেছ।) এইটো চৰকাৰী ব্যৱস্থাহে। বাকী সকলোতে কিন্তু লাহে লাহে নহয়। ধৰক চৰকাৰী কৰ্মচাৰীবোৰ যে নিজৰ নামত টকা, ধন-দৌলত, মাটি-বাৰী কৰিছে, বিলডিং কৰিছে তাত লাহে লাহে নহয়। কামত সোমোৱা ৩/৪ বছৰ নৌহওঁতেই বিবিৰ নামত বেংকত টকা বাৰ্ককেয়ে কেই হাজাৰ মান হ'লেই। তাৰ পাছত শ্ৰীমতীৰ পুতেকৰ নামত কেইবিঘামান মাটি কিনা হ'ব, তাৰ পিছত বিবিৰ নামত— মহাৰাণীৰ নামত (মহাৰাণী এই প্ৰতাপী কম নহয়) বিলডিং হৈ যাব। এৰা অছমখন তন্ত্ৰ-মন্ত্ৰৰ দেছ। এই দেছত ছৰ হয়। অশিক্ষিত, বাঙালৰ ঘৰৰ বিবিৰ নামত যদি এক/ দেড় লাখ টকাৰ সম্পত্তি স্বামী দেউতাই বিয়াৰ পাছত জমা কৰি দিয়ে মানুহে আচৰিত নহয় বৰং কব স্ত্ৰীৰ গুণেই ধন-সম্পত্তি হৈছে। এই ধন-সম্পত্তি ক'ৰ পৰা হৈছে, কেনেকৈ হৈছে কোনেও নাজানে। চৰকাৰী চোৰাংচোৱা বিভাগ যে আছে তাৰ বৰমুৰীয়াসকলৰ বিবি, ৰাণী, শ্ৰীমতীহঁতৰ নামতেই ধন সম্পত্তি জমা হ'ব ধৰিছে। চৰকাৰে কৰ্মচাৰীসকলৰ দৰমহা যদি ৫/১০ বছৰ বন্ধ কৰি থয় (এনে কিছুমান বিভাগ আছে) সেইসকল কৰ্মচাৰীৰ খোৱাৰ অভাব নহ'ব; বৰং তেওঁলোকৰ নামত, স্ত্ৰী-পুত্ৰৰ নামত বেংকত হাজাৰ চেৰেক জমাহে হ'ব। এই কাৰণেই কৈছোঁ অছম তন্ত্ৰ-মন্ত্ৰৰ দেছ। হওক শ্ৰীমিএগ মনছুৰ নামত হে শ্ৰী আছে। বাকী আৰ্থিক অৱস্থাত শ্ৰীহীন। টেকেলী কাটি। দিন-ৰাতি পৰিশ্ৰম কৰিও খাবলৈ নাই। এৰা। পাপীৰ সুখ ক'ত? মানুহে কয় খাবলৈ নাই। অমুকৰ দাম বাঢ়িছে তমুকৰ দাম বাঢ়িছে। বোলো যি জেছত মাছ কিলোত ১০/১৫ দি খাব পৰা মানুহ আছে, যি দেশত চৰকাৰী দেড়শ টকীয়া কৰ্মচাৰীয়ে বৈণীয়েকক দুইশ টকীয়া 'ছাৰী' দিব পাৰে, ২৫/৩০ হাজাৰ টকীয়া চৰকাৰী খাবুৰে হাজাৰ টকীয়া মাহেকীয়া খৰচ কৰি থাকে, যি দেছত গছত গৰু উঠে আৰু শোলোঙাৰে কান বিন্ধে বুলি কলে মানুহে বিশ্বাস নকৰে সেই দেছত এইবোৰ হৈ আছে। তাত চকু দিবলৈ কোনো নাই। যি দেছৰ মানুহে পাকিস্তানক শত্ৰু বুলি গালি পাৰি (সীমাত থকা চক্ৰবীয়ে ঘোছ খাই) হাজাৰ হাজাৰ পাকিস্তানী মানুহ নিজৰ দেশত সোমাবলৈ বাট খুলি দিয়ে— সেই দেছৰ কথাই আচৰিত, সেই কাৰণে এই দেশৰ মন্ত্ৰীৰ মাজত বিবাদ লাগিলে পাকিস্তানীৰ সংখ্যা বাঢ়ে, ভোটৰ সময়ত পাকিস্তানীৰ

সংখ্যা কমে, সদায় হৈ থকা অবিশ্বাসী গৰিয়াবোৰ ভোটৰ সময়ত পৰম বিশ্বাসী বন্ধু হয়, ভাইজান হয়। বিশ্বাসী মুছলমান মন্ত্রী, এম-এল-এ আৰু চৰকাৰী কৰ্মচাৰীক উচ্চবাব দিলে ধৰ্ম নিৰপক্ষ ৰাষ্ট্রত চুৰা লাগে। শতকৰা ১৯ জন গুৰু সম্প্রদায়ৰ বিষয়াই ঘোছ খাই, দুৰ্নীতি কৰি, দেশত ভেজাল খাদ্য প্রচলন কৰিলেও হয় মহাত্মা। এইসকল মৰিলে হয় ছাহিদ জীলে-পিন্ধে বিজয়ৰ মালা। আৰু তুমি আমি?— মিঞা মনছুৰ হয় সন্দেহবাদী। অছমীয়া শিকিব খোজাবোৰক পাকিস্তানী বুলি খেদা হয় আৰু দেশত "বঙালী ভাষা জিন্দাবাদ" কৰি চকুতে খাই বুকুত লাঠি মৰাবোৰ হয় প্রিয়ভাজন। হায়ৰে আছাম দেশ। সেই কাৰণে শ্রীনলিনী বালা দেৱী গাইছিল—

"দুখীয়াৰ ভগা পঁজা একোখনি পুণ্যৰ আশ্রম"

আৰু

এই দেশৰ মানুহবোৰৰ কৰ্মবোৰো দেৱ-দেৱতাৰ দৰেই? কি কোৱা ভায়্‌ঞা? মিঞা মনছুৰ কী জয়।

*(২য় বছৰৰ ৬ষ্ঠ সংখ্যাত প্রকাশিত অক্টোবৰ ১৯৬৬)*

# ঈদ-উল-ফেতেৰ

## সম্পাদকীয়

ইছলাম ধৰ্মৰ দুটি পৰ্বক 'ঈদ' নামে অভিহিত কৰা হৈছে। এটা 'ঈদ-ই-কোৰবানী' আৰু আনটো 'ঈদ-উল-ফেতৰ'। প্ৰথমটো পৰ্ব পালনত ত্যাগৰ মাজেৰে আনন্দৰ খোৰাক পোৱা যায় আৰু দ্বিতীয়টিত সংযমৰ মাজে দি পৰম আনন্দ আৰু চৰম তৃপ্তি উপলব্ধি কৰা হয়। দুয়োটা ঈদৰেই বাহ্যিক ক্ৰিয়া-কৰ্মৰ লগত আধ্যাত্মিক যোগসূত্ৰ নিবিড়। মন আৰু ভাবক পূত-পবিত্ৰ কৰি ল'বলৈ দুয়োটা উৎসৱহে সদায় কৰে।

ইছলাম শাশ্বত শান্তি ধৰ্ম। 'ধৰ্ম'ৰ অৰ্থ হ'ল ধাৰণ। এই অৰ্থে ইছলামৰ প্ৰতিটো নীতি-নিয়ম আৰু উৎসৱ-পাৰ্বণৰ মাজত 'শান্তিৰ' বীজ ৰোপিত থকা দেখা যায়। বৰ্তমান প্ৰবন্ধত 'ঈদ-উল-ফেতৰ'ৰ কথাৰেই আমি ইয়াৰ প্ৰমাণ পেশ কৰিব পাৰি।

'ঈদ' শব্দৰ অৰ্থ হ'ল— খুচী বা আনন্দ 'ফেতেৰ' মানে মাহে ৰমজানৰ ৰোজা পালন কৰি, আল্লাহ ৰছুলৰ আদেশ অনুসাৰে নিৰ্দ্ধাৰিত দিনত তাক ভাঙি পেলাই পোৱা আত্মতৃপ্তি।

ইছলাম যাইকৈ পাঁচোটা ভিত্তিৰ ওপৰত প্ৰতিষ্ঠিত; ৰোজা তাৰেই তৃতীয় স্তম্ভ। খাটি মুছলমানৰ কাৰণে ই অগ্নি-পৰীক্ষা স্বৰূপ। সম্পূৰ্ণ এটি মাহ ৰোজা ৰখা অতিশয় টান কাম; কিন্তু ইছলামে ইয়াক পালন কৰিবলৈ কঠোৰ ভাবে নিৰ্দ্দেশ দিছে। কাৰণ, এমাহ ৰোজা পালনৰ মাজেৰেই ইছলামৰ কেবাটাও মহান নীতি চৰিতাৰ্থ হয়। ৰোজা পালনত ব্যক্তি আৰু ব্যষ্টি জীৱনত কেবাটাও উপকাৰ আহি পৰে। প্ৰধানতঃ মানসিক-শাৰীৰিক, অৰ্থনৈতিক আৰু সামৰিক ক্ষেত্ৰত অহা উপকাৰৰ কথাকেই ইয়াত ক'ব পাৰি।

ৰোজা ধাৰণ কৰিলে শৰীৰ দুৰ্বল হয়; বেয়া ৰিপুবোৰে অলপ কাহিলি অলস্থাত দিন নিয়াৰ লগাত পৰে। ফলত মানসিক শুভবুদ্ধিৰ উদয় হয়, সংযম শক্তি আৰু আত্মবল বাঢ়ে। আনফালে জৈৱিক দেহাতো নবীন উপাচাৰ আনে। পৰিপাক যন্ত্ৰক বিৰাম দি বেছি কাৰ্যদক্ষ কৰা হয়। স্বাস্থ্য বিজ্ঞানেও আজি প্ৰমাণ কৰিছে যে, পৰিপাক যন্ত্ৰক সাধাৰণ ভাবে বিৰাম দিবলৈ হ'লে কমেও ২৫ টা দিনৰ আৱশ্যক। সেই ফালে দি চালে এমাহ ৰোজা ৰখাৰ এটি বিশেষ তাৎপৰ্য্য ওলাই পৰে।

ৰোজাৰ অৰ্থনৈতিক ফালটো ইছলামৰ সাম্যবাদ নীতিৰ এটা উৎকৃষ্ট নিদৰ্শন। ইছলামৰ দৃষ্টি ধনী-গৰীব, উচ্চ-নীচৰ কোনো ভেদাভেদ নাই। সেই অভেদ ভাবটো ৰোজাৰ মাজেৰে প্ৰতিপালিত হয়। টকা-পইচাৰ অভাব- অনাটনৰ বাবে গৰীব-নিচলাসকলে লঘোনে-ভঘোনে দিন অতিবাহিত কৰা নিতৌ-নৈমত্ত্য কথা; কিন্তু ধনীমানুহৰ ক্ষেত্ৰত

সেইটো নবৰ্তে। তেওঁলোকে ভোকাতুৰৰ পেটৰ জ্বালা আৰু মনোবেদনাৰ কথা দৰদ দি অনুমান কৰে যদিও অনুভৱ কৰিব নোৱাৰে। সেয়ে, সাম্যবাদৰ ঘোষক, ইছলামে বাধ্যতামূলক ৰোজাপালনৰ নির্দ্দেশেৰে গৰীব-দুঃখীসকলৰ ভোকৰ যাতনা আৰু মনোবেদনাৰ ভাগ ল'বলৈ বাধ্য কৰে— আনৰ প্ৰতি সহানুভূতিশীল আৰু ভ্ৰাতৃত্বসুলভ মনোভাব ল'বলৈ প্ৰেৰণা দিয়ে।

সামৰিক জীৱনৰ সমৰক্ষেত্ৰত বহুতো সময়ত পান-আহাৰৰ পৰা বঞ্চিত হ'ব লগা হয়। সেই সময়ত ৰোজা পালনৰ ধৈৰ্যতাই মনোবল বঢ়ায় আৰু কষ্টসহিষ্ণু কৰি তোলে।

উক্ত গুণবোৰৰ কাৰণেই বিশ্বৰ মুছলমানে মাহে ৰমজানৰ ৰোজা অতি পবিত্ৰ জ্ঞানে পালন কৰে আৰু আল্লাহ্-ৰছুলৰ আদেশ পালি শেষ পৰিণতিত উপনীত হ'ব পৰাৰ আনন্দত জামাত পাতি ঈদৰ নামাজ পঢ়ে আৰু সমৰ্থবান লোকসকলে পৰিয়ালৰ জনমূৰি এটা নিৰ্দ্ধাৰিত পৰিমানত 'ফেৎৰা' আদায় দি, সৌজন্য প্ৰকাশ কৰে। এয়ে ইছলামৰ মহান ভ্ৰাতৃত্ব। ইয়ে 'ঈদ-উল-ফেতেৰে'। আল্লাহ আকবৰ।

*(২য় বছৰৰ ঈদ সংখ্যাত প্ৰকাশিত নবে-ডিচে ঃ ১৯৬৬)*

# অসমত মুছলমানৰ ঐতিহাসিক পটভূমি

জমিৰুদ্দিন আহমদ

১১৯৮ খৃঃত মোহাম্মদ বখতিয়াৰ খিলিজিয়ে সেইসময়ৰ বংগৰ ৰজা লক্ষণ সেনক খেদি তেওঁৰ ৰাজধানী দখল কৰে। বংগদেশত শাসন ব্যৱস্থা নিগাজী কৰি তেওঁ হিমালয় পাৰ হৈ তিব্বত চীন দেশ জয় কৰিবলৈ মনমেলে আৰু সেই উদ্দেশ্যে সৈন্যবাহিনী এটা তৈয়াৰ কৰে। সেই সময়ত কামৰূপৰ পশ্চিম সীমা আছিল কৰতোয়া নদী।

কামৰূপৰ এজন মেছ প্ৰধানে (তালিমেছ) বখতিয়াৰৰ অভিযাত্ৰী দলটোক কৰতৈয়াৰ সোঁ পাৰেদি বাট দেখুৱাই উত্তৰলৈ লৈ গৈছিল। কামৰূপৰ এই অঞ্চলত কোচ, মেচ, আৰু ঠাৰু ফৈদৰ লোকে বাস কৰিছিল। কামৰূপৰ এই মেচ প্ৰধান অঞ্চলৰ মাজেৰে বখতিয়াৰে ১০ দিনৰ বাট খোজ কাঢ়ি উজাই যায়। অৱশেষত তেওঁ ২৯ টা শিলৰ খুঁটাৰ দলং এখনেৰে নদীটো পাৰ হৈ ওখ ওখ পৰ্বতৰ অঞ্চলটো পায়। পাহাৰ শ্ৰেণীৰ মাজে মাজে বাট উলিয়াই গৈ গৈ তেওঁ এখন বহুল ৰাজ্যত উপস্থিত হয়। সেই জনপদ অঞ্চলত ডাঙৰ ডাঙৰ গাঁও আছে। বখতিয়াৰৰ দলটোৱে সেই গাওঁবোৰ আক্ৰমণ কৰি লুট-পাট কৰিবলৈ ধৰিলে। কিন্তু মংগোলীয় আশ্বাৰোহী কিছুমানে তেওঁলোকক সেই আক্ৰমণৰ পৰা বিৰত কৰিলে। অভিযাত্ৰী দলটোৱে সন্মুখৰ ফালে আগবাঢ়িব নোৱাৰাত পৰিল। সৈন্যবিলাক পাহাৰৰ মাজে মাজে খোজ কাঢ়ি ভাগৰি পৰিছিল; তদুপৰি পাহাৰী অঞ্চলটো এই বাহিনীটোৰ কাৰণে তেনেই আচহুৱা আছিল। ওভতোতেও তেওঁলোকে পৰ্বতীয়া বিপদ-কষ্টৰ কাৰণে নগুৰ নাকতি হ'ল। ভৈয়ামত খোজ দি দেখিবলৈ পালে যে তেওঁলোক যোৱা বাটৰ দুয়ো পাৰে থকা খেতিয়কৰ গাঁওবোৰ বিৰান হৈ গৈছে। গাঁৱলীয়া খেতিয়কসকলে আক্ৰমণৰ সন্দেহত নিজৰ ঘৰ দুৱাৰ পুৰ কৰিবলৈ উঠি গৈছে। কামৰূপৰ ৰজাই শিলৰ খুঁটাৰ দলংখনো ভাঙি পেলাইছে। আৰু ফিৰাৰ সময়ত আক্ৰমণ কৰাৰ কাৰণে খাপ লৈ আছে।

ফিৰাৰ পথত মোহাম্মদ বখতিয়াৰে এটা মন্দিৰৰ ওচৰত আশ্ৰয় লয়। সেই সময়তে ৰাতা-ৰাতিৰ ভিতৰতে কামৰূপৰ ৰজাই বখতিয়াৰৰ বাহিনীটোক চাৰিওকালে বাঁহৰ গড়মাৰি আগুৰি ধৰে। বখতিয়াৰে সেই গড় ভাঙি নদী পাৰ হৈ গুচি যায়। তাতে কামৰূপী সৈন্য আৰু মুছলমান সৈন্যৰ ভিতৰত এটা সংঘৰ্ষ হয়। এই সংঘৰ্ষৰ ফলত বখতিয়াৰৰ বহুতো সৈন্য নদীত পৰি মৰিব লগা হয়। মাত্ৰ অলপীয়া সৈন্য দল এটাৰে সৈতে তেওঁ প্ৰাণ লৈ নদী পাৰ হ'বলৈ সমৰ্থ হয়। বিপৰীত পাৰৰ মেচ কিছুমানে এই সৈন্য বাহিনীটোৱে

উদ্ধাৰ পোৱাত সাহায্য দান কৰে। তাৰ পাচত খিলিজিয়ে দিনাজপুৰৰ দক্ষিণত থকা দেওকোটত জিৰণি লয়গৈ। বখতিয়াৰৰ এই আক্ৰমণৰ উদ্দেশ্য আছিল তিব্বতহে— কামৰূপ নহয়। মেচসকলৰ লগত তেওঁ মিত্ৰতা স্থাপনৰ কৰিছিল। এই অভিযানৰ সময় ১২০৬ ইং।

**গিয়াচুদ্দিন**

ত্ৰয়োদশ শতিকাৰ প্ৰথম ভাগতে বংগদেশৰ আন এজন শাসনকৰ্তা গিয়াচুদ্দিন কামৰূপৰ মাজেৰে ব্ৰহ্মপুত্ৰ উজাই গৈ শদিয়া পায়গৈ (১২২৬-২৭)। "তাবাকাত-ই-নাচিৰী"ৰ পৰা হৈ অভিযানৰ অনুসন্ধান পোৱা যায়। কিন্তু সম্ৰাট আলটামাছৰ পুতেক নাচিৰুদ্দিনে তেওঁৰ ৰাজধানী আক্ৰমণ কৰাৰ বাতৰি পাই লৰালৰিকৈ বংগদেশলৈ ঘূৰি যায়।

**তুগ্ৰিল খান ঃ**

১২৫৭ খৃঃ এখতিয়াৰ উদ্দিন উজয়েযক তুগ্ৰিল খানে কামৰূপলৈ এটা অভিযান চলায়। সেই সময়ৰ কামৰূপৰ ৰজাই আক্ৰমণত তিষ্টিব নোৱাৰি পৰ্বত অঞ্চললৈ পলাই যায়। তেওঁ কামৰূপৰ জয়ৰ চিন স্বৰূপে ৰাজধানীত এটা মজিদ নিৰ্মাণ কৰায়। বাৰিষা বানপানী আহিল। এই বানপানী তেওঁৰ সৈন্যবাহিনীৰ কাৰণে তেনেই আচহুৱা গতিকে বৰ বিপদৰ সন্মুখীন হ'ব লগীয়াত পৰে। বহুত সৈন্য বেমাৰ-আজাকত মৃত্যুৰ কবলত পৰে। এই সুযোগত পলাই থকা কামৰূপ ৰজাই মুছলমান বাহিনীৰ ওপৰত আক্ৰমণ চলায়। সেই সময়ত চুলতানৰো মৃত্যু হয়। গতিকে পৰিচালনাহীন কিছুমান সৈন্য কামৰূপী হৈ যায় আৰু বাকীখিনিয়ে কোনোমতে ব্ৰহ্মপুত্ৰৰে ভটীয়াই যায়।

**মোহাম্মদ চাহ ঃ**

১৩৩৭ খৃষ্টত বংগদেশৰ শাসনকৰ্তা মোহাম্মদ চাহে এক লাখ সৈন্যৰবাহিনী এটা কামৰূপ জয় কৰিবলৈ পঠোৱা বুলি উল্লেখ পোৱা যায়। সেই সময়ত কামৰূপ তন্ত্ৰ-মন্ত্ৰৰ কাৰণে প্ৰখ্যাত আছিল। এই দলটো নানান বিপৰ্যায়ৰ সন্মুখীন হৈ সমূলি ধ্বংস প্ৰাপ্ত হয়। তন্ত্ৰ-মন্ত্ৰৰ কাৰণেই এনেকুৱা হ'বলৈ পালে বুলি সমগ্ৰ মুছলিম সাম্ৰাজ্যত এই প্ৰবাদ প্ৰচলিত হ'ল। তাৰ পিচতো এটা বিৰাট বাহিনী মোহাম্মদ চাহে কামৰূপ জয় কৰিবলৈ পঠাইছিল। কিন্তু সেই বাহিনীটোৱে বংগদেশৰ সীমা পাৰ হৈ কামৰূপত প্ৰৱেশ নকৰিলে।

**হুচেনচাহ ঃ**

কামৰূপৰ খেন বংশৰ শেষ ৰজা নীলাম্বৰ। নীলাম্বৰে তেওঁৰ ব্ৰাহ্মণ মন্ত্ৰী এগৰাকীক নিজৰ পুতেকৰ মঙহেৰে ভোজন কৰাইছিল। ব্ৰাহ্মণ মন্ত্ৰী গৰাকীয়ে এনে অমানুষিক জঘন্য কামৰ সম্ভেদ পাই, মৰ্মান্তিক যন্ত্ৰণাৰে পলাইগৈ বংগৰ শাসনকৰ্তা মংহ খুওৱাৰ পোটক তুলিবৰ বাবে হুচেন চাহক কামৰূপ আক্ৰমণ কৰিবলৈ উচটাবলৈ ধৰে। সেই

উচটনিত বংগৰ নবাবে কামৰূপ আক্ৰমণ কৰি দিলে। যুদ্ধত নীলাম্বৰৰ পৰাজয় ঘটিল। সৈন্যসকলে ৰজাক বন্দী কৰি গৌৰলৈ লৈ গ'ল কিন্তু শত্ৰুৰ চকুত ধূলি মাৰি বাটৰ পৰাই নীলাম্বৰ পলাই গুচি গ'ল। হুচেন চাহৰ পুতেকে হাজোত ৰাজধানী পাতে (১৫০-১-২) খৃঃ। ৰাজধানীত মছজিদ আৰু এটা মাদ্ৰাজা স্থাপন কৰে। কামৰূপ তথা অসমত মুছলমানৰ মাদ্ৰাছা স্থাপনৰ এয়েই প্ৰথম। তেৰৈ ৰাজাত্ব কালত বৰনদীলৈকে মুছলিম সাম্ৰাজ্যৰ সীমা বিস্তৃত হয়।

কোনো কোনো সূত্ৰৰ পৰা ১৪৬০ খৃঃ ইছমাইল গাজীয়ে কমতাপুৰ আক্ৰমম কৰা পোৱা যায়।

এইদৰে কেইটামান বছৰ কাটি যোৱাৰ পাচত আহোম ৰাজশক্তিৰ লগত মুছলমানৰ সংঘৰ্ষ আৰম্ভ হয়। যুদ্ধত মুছলমান বাহিনী পৰাস্ত হৈ কামৰূপ ত্যাগ কৰি গুচি যায় আৰু কামৰূপ মুছলমান শাসনৰ পৰা মুক্ত হয়।

**কোচৰাজ বংশ ঃ**

হুচেইন চাহৰ কমতা আক্ৰমণ কিছুদিন পূৰ্বে কোচ প্ৰধান হাৰিয়া মণ্ডলৰ দুগৰাকী পত্নী হীৰা আৰু জীৰাৰ গৰ্ভত বিশউ আৰু শিশু নামেৰে দুটি ল'ৰাৰ জন্ম হয়। কালক্ৰমত বিশুৱে ৰাজপাটত উঠি ভায়েক শিশুক যুৱৰাজ পাতে। বিশুৱে কোচ বিহাৰত ৰাজধানী পাতে। তেওঁ ৰাজপাটত উঠি বিশ্বসিংহ নাম লয়। মল্লদেৱে, শুক্ৰধ্বজ, নৰসিংহ, গোসাই কমল আদি তেওঁৰ ১৮ জন ল'ৰা। বিশ্বসিংহই নিজৰ ৰাজ্যৰ সীমা বঢ়াবৰ কাৰণে এবাৰ আক্ৰমণ কৰি হতাশ হৈ ফিৰিব লগাত পৰে। বিশ্বসিংহৰ দিনত মুছলমানসকলে বেহা-বেপাৰৰ কাৰণে কলিয়াবৰলৈকে উজাই গৈছিল। ১৫৪০ খৃঃত বিশ্বসিংহৰ মৃত্যু হয়।

বিশ্বসিংহৰ মৃত্যুৰ পাচত নৰসিংহই সিংহাসনত বহিবলৈ আয়োজন চলায়। কিন্তু মল্লদেৱে তেওঁক খেদি নিজে ৰাজপাটত বহে আৰু শক্তিমান ভায়েক শুক্ৰধ্বজক চিলাৰায় (চিলনী ৰজা) নাম দি প্ৰধান সেনাপতি পাতে।

১৫৪৬ খৃঃ ত চিলাৰায়ে দিকৰাইনৈলৈকে কোচৰাজ্যৰ সীমা বঢ়ায়। তাৰ পাচত কলিয়াবৰত আক্ৰমণ চলায়। চিলাৰায়ৰ আক্ৰমণ ব্যৰ্থ কৰিব নোৱাৰি কলিয়াবৰৰ আহোম সৈন্য বাহিনী ভাগি পলাই যায়। সেই সময়তে কোচসকলে কোচ বিহাৰৰ পৰা উত্তৰ লক্ষীমপুৰলৈকে প্ৰায় ৩৫০ মাইল দীঘল আলিটো বন্ধায়। এইটোৰ নাম গোসাই কমলৰ আলি বুলি এতিয়াও খ্যাত হৈ আছে।

চিলাৰায়ৰ শেষ লক্ষ্য আছিল বাদচাহৰ সাম্ৰাজ্য আক্ৰমণ কৰা। নৰনাৰায়ণে চিলাৰায়ক সেই সম্পৰ্কে অনুমতি দান কৰে। কিন্তু পোন প্ৰথম বাৰতেই চিলাৰায় হাৰি বন্দী হয়। এই সুযোগতে মুছলমানসকলে পানীবাটেৰে তেজপুৰলৈকে উজায়।

এই সময়ত শাসনকৰ্তা আছিল চোলেমান কোৰৰাণী। কামৰূপত আক্ৰমণ চলোৱা সেনাপতি আছিল কালাপাহাৰ। (চোলেমানৰ শাসনকালত ১৫৬০-১৫৭২ খৃঃতঃ)

কালাপাহাৰে কামাখ্যা আৰু হাজোৰ মঠ মন্দিৰ ধ্বংস কৰা বুলি অসমৰ বুৰঞ্জী লিখকসকলে উল্লেখ কৰিছে। কিন্তু ইয়াৰ সত্যতাত সন্দেহ আছে। মুছলিম ঐতিহাসিকসকলৰ সমসাময়িক লিখাবোৰত তেনে ঘটনাৰ উল্লেখ পোৱা নাযায়। কিন্তু গুৱাহাটীৰ ভিতৰত কালাপাহাৰ নামৰ পাহাৰখনে উক্ত সেনাপতি গৰাকীৰ স্মৃতি বহন কৰিছে।

ৰিয়াজুচ্ছালাতিনৰ মতে চোলেমান কোৰৰানীয়ে ১৫৬৮ খৃঃত কোচ ৰাজ্য আক্ৰমণ কৰে। ৰাজধানী অৱৰোধ কৰে। কিন্তু বিহাৰৰ এটা বিদ্ৰোহৰ বাতৰি পাই কোচ ৰাজ্যৰ আক্ৰমণ স্থগিত ৰাখি গুচি যায়। চিলাৰায়ক বন্দী কৰি গৌৰলৈকে লৈ যায়। কিছুদিন বন্দী অৱস্থাত থকাৰ পাচত ৰাজ অনুগ্ৰহ চিলাৰায়ৰ ওপৰত পৰাত তেওঁ মুক্তি লাভ কৰে। তেওঁ ঘৰলৈ গুভতে। "চিলাৰায়ৰ ৰণত ধৰা পৰি আছিল মানে নৰ" নৰায়াণে অন্ন এৰি দুগ্ধ আহাৰ কৰি আছিল। দুই ভাই একত্ৰ হৈ অনেক ৰংগ-ঢংগ কৰি বিস্তাৰ দান-দাখিনা কৰিলে। পাচে কতো দিন অন্তৰে চিলাৰায় পৰলোক হ'ল।

'আইনী আকবৰী' মতে ১৫৭৪ খৃঃত ৫৪ টা হাতী আৰু অন্যান্য বয়-বস্তু উপঢৌকন পঠাই নৰ-নৰায়াণে মোগল বাদচাহৰ বশ্যতা স্বীকাৰ কৰে।

কোনো কোনো সূত্ৰৰ মতে মুছলমানৰ বিৰুদ্ধে দ্বিতীয় বাৰ অভিযানত গংগাৰ পাৰত চিলাৰায় বসন্ত ৰোগত পৰে আৰু তাতে তেওঁৰ মৃত্যু হয়।

**ৰঘুদেৱে**

চিলাৰায়ৰ মৃত্যুৰ পাচত তেওঁৰ পুতেক ৰঘুদেৱে বিদ্ৰোহী হৈ উঠে। কিন্তু ৰজা নৰনাৰায়নে স্নেহৰ বশৱৰ্ত্তী হৈ দৰং কামৰূপ আৰু গোৱালপাৰা শাসন কৰিবলৈ ৰঘুদেৱক এৰি দিয়ে। সোনকোষ নৈ নৰনাৰায়ণ আৰু ৰঘুদেৱৰ ৰাজ্যৰ সীমা নিৰ্দিষ্ট হয়। গাৰো পাহাৰত লগা মৈমনসিঙৰ উত্তৰ অঞ্চলটোও ৰঘুদেৱৰ ৰাজ্যৰ ভিতৰত পৰিছিল।

বংগৰ শাসনকৰ্তা দাউদৰ সময়ত ঢাকা জিলাৰ ভিতৰৰ খিজিৰপুৰত ইছা খাঁ নামৰ এজন ভূঞা বৰ শক্তিশালী হৈ উঠিছিল। মোগল সেনাপতি খানজাহানে দাউদক পৰাজিত কৰাৰ সময়ত ইছাখাঁই আফগানসকলৰ ভিতৰত প্ৰধান হৈ পৰে। তেওঁ গোটেই পূৰ্ববংগ অঞ্চলত নিজৰ শাসনধীনলৈ আনে। তেওঁৰ ৰাজ্য যোৰহাটৰ পৰা সমুদ্ৰলৈকে বিস্তৃত হৈছিল।

ৰঘুদেৱে ৰাজ্য বিস্তাৰৰ আশা বুকত বান্ধিলৈ মৈমনচিং জিলাৰ জাংগলবাৰী নামৰ ঠাইত থকা মুছলমান সৈন্যৰ কোঠ আমক্ৰণ কৰি দিলে। কিন্তু ইছাখান আৰু তেওঁৰ পুতেকৰ প্ৰত্যাক্ৰমণত ৰঘুদেৱে টিকিব নোৱাৰিলে। ইছা খানেও ৰঘুদেৱৰ পলায়নৰ সূত্ৰ লৈ পাচে পাচে খেদি আহি গোৱালপাৰাৰ ৰঙা মাটিলৈকে দখল কৰিলে।

**লক্ষ্মীনাৰায়ণ ঃ**

নৰনাৰায়ণৰ মৃত্যুৰ পাচত পুতেক লক্ষ্মীনাৰায়ণ কোচবিহাৰৰ ৰাজপাটত উঠে। কোচবিহাৰ, দিনাজপুৰৰ অংশ বিশেষ জলপাইগুৰি আৰু ৰংপুৰ তেওঁৰ ৰাজ্যৰ ভিতৰত

পৰে। নৰনাৰায়ণ জীয়াই থকা কালত ৰঘুদেৱ তেওঁৰ তলতীয়া ৰজা আছিল। কিন্তু জেঠায়েক ৰজা মৰাৰ লগে লগে ৰঘুদেৱে পূৰ্ণ স্বাধীনতা ঘোষণা কৰিলে আৰু ১৫৮৮ খৃঃত নিজৰ নামত মোহৰ মৰালে। 'আকবৰ নামা' মতে লক্ষ্মীনাৰায়ণৰ ঘোঁৰা ৪০০০, পদাতিক ২০০,০০০ হাতী ৭০০, আৰু নাও ১০০০। তেওঁৰ ৰাজ্য প্ৰায় ৪০০ মাইল দীঘল আৰু ৮০ ৰপৰা দুশ মাইললৈকে বহল। এই ৰাজ্যৰ পূবত ব্ৰহ্মপুত্ৰ, উত্তৰে তিব্বত, দক্ষিণত ঘোৰহাট, আৰু পশ্চিমত তিৰহুত।

ৰঘুদেৱৰ শাসনকাল বেচি দীঘলীয়া নহয়। তেওঁৰ মৃত্যুৰ পাচত পুতেকে পৰীক্ষিত সিংহাসনত উঠে। তেওঁ লক্ষ্মীনাৰায়ণৰ বিৰুদ্ধাচৰণ কৰে আৰু নিজৰ কন্যাক মংগলদৈৰ আহোম ৰজা প্ৰতাপ সিংহলৈ দি মিত্ৰতা স্থাপন কৰে। ভতিজাকৰ এনে আচৰণত প্ৰমাদ গণি লক্ষ্মীনাৰায়ণেও মোগল সম্ৰাটলৈ উপঢৌকন পঠাই বশ্যতা স্বীকাৰ কৰে আৰু বংগৰ মোগল শাসনকৰ্তা মান সিংহলৈ নিজৰ কন্যা এজনী বিয়া দিলে। পৰীক্ষিতৰ আক্ৰমণৰ পৰা লক্ষ্মীনাৰায়ণৰ ৰাজ্য ৰক্ষা কৰিবৰ বাবে মানসিংহই কোচবিহাৰত এটা সৈন্যবাহিনী ৰাখিলে। (ক্ৰমশঃ)

*(২য় বছৰৰ ঈদ সংখ্যাত প্ৰকাশিত নবে-ডিচে ঃ ১৯৬৬)*

# আমি কেলৈই পৰিকল্পনা কৰোহঁক

অধ্যাপক এচ. কে. অধিকাৰী

দেশৰ জনসাধাৰণক দ্ৰৰিদ্ৰতা আৰু অন্যায়-উৎপীড়নৰ পৰা মুক্ত কৰাই আছিল আমাৰ স্বাধীনতা যুঁজৰ মুখ্য উদ্দেশ্য। কিয়নো বিদেশীৰ শাসনে আমাক যি কোনো ক্ষেত্ৰত প্ৰয়োজনীয় পৰিবৰ্তন অনাত বাধা দিছিল। সেয়েহে আমি স্বৰাজ দাবী কৰিছিলোঁ যাতে আমিও সময়ৰ লগত খোজ মিলাই প্ৰগতিৰ বাটত আগ বাঢ়িব পাৰোঁ। প্ৰথমৰে পৰা আমাৰ জাতীয় আন্দোলনে স্বাধীনতাৰ এই সামাজিক উদ্দেশ্যেৰ ওপৰত সদায় গুৰুত্ব আৰোপ কৰি আহিছে। দাদাভাই নৌওৰোজীয়ে আজি প্ৰায় শতেক বছৰ আগেয়ে কোৱাৰ দৰে, সৰ্ব-সাধাৰণৰ দৰিদ্ৰতা দূৰ কৰা, খেতিয়ক আৰু কাৰিকৰসকলৰ স্বাৰ্থ ৰক্ষা কৰা, নতুন উদ্যোগ স্থাপন কৰা, মুষ্টিমেয়লোকৰ বিশেষ আড়ম্বৰ আঁতৰ কৰা আৰু দেশৰ অৰ্থনৈতিক জীৱন নতুনকৈ গঢ়ি তোলা আদি এই সকলোবিলাক পৰিবৰ্তন অনাৰ একমাত্ৰ উপায় হৈছে স্বৰাজ। দেশৰ চুকে কোণে থকা লাখ লাখ খেতিয়ক আৰু ,সমাজৰ নিম্নশ্ৰেণীৰ লোকসকলে তেওঁলোকৰ দৰিদ্ৰতা, দুৰ্গতি আৰু দুৰৱস্থাৰ পৰা মুক্তি পোৱাৰ স্বাধীনতাই একমাত্ৰ উপায় বুলি মহাত্মা গান্ধীৰ নেতৃত্বত স্বাধীনতা যুঁজত অংশ গ্ৰহণ কৰিছিল। গান্ধীজীৰ মতে আমি স্বাধীনতাৰ প্ৰকৃত সোৱাদ পাব পাৰো অৰ্থনৈতিক সমতা স্থাপন কৰিহে। হাড়ক মাটি, তেজক পানী কৰি শ্ৰম কৰা দেশৰ কৌটি কৌটি জনতাই আজিৰ দুই চাৰিজন চহকীলোকে উপভোগ কৰা প্ৰফুল্লময় জীৱনৰ সাধাৰণ আহিলা-বিলাক পাবলৈ সমৰ্থ নহয় মানে কেতিয়াও সম্পূৰ্ণ হ'ব নোৱাৰে। দৈহিক আৰু আধ্যাত্মিক— এই দুয়োবিধ সন্তুষ্টিয়েই এটা সুখী জীৱনৰ সৃষ্টি কৰে। দুৰ্ভাগ্যবশতঃ আজিৰ সৰ্ব-সাধাৰণ ৰাইজে সুখৰ জীৱন নিৰ্বাহ কৰিব পৰা নাই।

স্বাধীনতা অৰ্জন কৰাৰ পিছত আমাৰ কি কৰ্তব্য হ'ব সেই অৰ্থে ১৯৩১ চনত এখন আঁচনি তৈয়াৰ কৰা হৈছিল। ভূমি-সংস্কাৰৰ কাৰণেও ১৯৩৬ চনত এখন আঁচনি কৰা হৈছিল। ১৯৩৮ চনত এখন জাতীয় পৰিকল্পনা কমিটি গঠন কৰা হৈছিল। স্বৰ্গীয় জৱহৰলাল নেহৰুক চেয়াৰমেন হিচাবে লৈ গঠিত হোৱা এই কমিটিৰ সভ্য আৰু বিশেষজ্ঞসকলে দেশৰ অৰ্থনৈতিক আৰু সামাজিক সমস্যাবোৰ ভালদৰে অধ্যয়ন কৰে। দ্বিতীয় মহাযুদ্ধৰ পৰা নিয়মিত ভাবে দেশৰ ঔদ্যোগিক বিকাশ সাধনৰ প্ৰয়োজনীতা আমি ভালদৰে উপলব্ধি কৰিছোঁ। ১৯৪৬ চনত স্থাপিত হোৱা জাতীয় চৰকাৰে উন্নয়ন আঁচনি তৈয়াৰ কৰিবলৈ প্ৰয়োজনী সমল গোটাবৰ মানসেৰে এখন এচ ভাইচৰী প্লেনিং বোৰ্ড গঠন কৰে। স্বাধীনতা

পোৱাৰ লগে লগে আমি কিছুমান বিশেষ সমস্যাৰ সম্মুখীন হ'ব লগীয়াত পৰোঁ। কেৱালাখো ভগনীয়াৰ যতন লোৱাৰ আৰু দেশীয় ৰাজ্যবিলাকৰ ব্যৱস্থা লোৱাৰ উপৰিও এখন সৰ্বাংগ সুন্দৰ সংবিধান ৰচনা কৰাৰ প্ৰতি বিশেষ মনোযোগ দিবলগীয়া হয়। দেশৰ সংবিধানে দেশখন শাসন কৰাৰ নীতি-নিয়ম বান্ধি দিয়াৰ উপৰিও দেশবাসীৰ আদৰ্শ ও আশা-আকাংখাবোৰ লিপিবদ্ধ কৰি দিয়ে। আমাৰ সংবিধানেও ঘোষণা কৰিছে যে চৰকাৰে দেশবাসীৰ কল্যাণ আৰু জীৱনৰসকলো ক্ষেত্ৰতে সামাজিক, ৰাজনৈতিক ও অৰ্থনৈতিক ন্যায় বিধানৰ কাৰণে যত্নপৰ থাকিব। প্ৰত্যেক মুনিহ আৰু তিৰোতাৰ জীৱন নিৰ্বাহৰ কাৰণে যথোচিত সমল যোগাবলৈ এই সংবিধানে চৰকাৰক নিৰ্দেশ আৰু দেশবিভাজনৰ পিছত দেখা দিয়া বিভিন্ন সমস্যাৰ সুষ্ঠু সমাধানৰ বাবে আজিৰ পৰা প্ৰায় ১৫ বছৰ আগতে আমাৰ জাতীয় চৰকাৰে প্ৰথম পঞ্চবৰ্ষীয় পৰিকল্পনাৰ কাম আৰম্ভ কৰে।

বহুতে হয়তো জানিবলৈ বিচাৰিব পাৰে জাতীয় পৰিকল্পনা নো কি আৰু এনে পৰিকল্পনা আমাৰ কাৰণে কেলেই আৱশ্যক? এই প্ৰশ্নৰ উত্তৰত আমি এটা উদাহৰণ কথাকে উনুকিয়াও। এজন মানুহে পথাৰ কাৰখানা নাইবা কোন ঠাইত কাম কৰিয়েই হওক লাগে উপাৰ্জনৰ ধনখিনি আনি তেওঁৰ পৰিবাৰৰ হাতত দিয়েহি। তাই এই টকাৰে হয়তো মাটীৰগৰাকীক খাজনা শোধোৱা, কাপোৰ কানি, খাদ্যবস্তু আৰু ঘৰৰ বাবে আৱশ্যকীয় নানা বস্তু-বাহানি কিনাৰ বাবে জোৰা মাৰিব লগীয়া হয়। আঁচনি তৈয়াৰ নকৰি ঘৰৰগৰাকীয়ে উলামূলাকৈ খৰছ কৰিলে চাউল-দালি ইত্যাদি বস্তু কিনাৰ কাৰণে প্ৰয়োজনীয় ধন নেথাকিব। ঘৰৰ খৰছ চলাবলৈ গৃহস্থৰ যেনেকৈ আঁচনিৰ প্ৰয়োজন, তেনেকৈ চৰকাৰেও বছৰটোৰ খৰছ সম্পৰ্কে পাঙিব লাগে। আমি ইয়াকে বাজেট বোলো। পিচে জাতীয় পৰিকল্পনা ইয়াতকৈ কিছু পৃথক। জাতীয় পৰিকল্পনাৰ জৰিয়াত আমি কেইবছৰমানৰ ভিতৰত কিমান টকা সংগ্ৰহ কৰিব পাৰিম আৰু এই টকাখিনি পৰিকল্পনাৰ জৰিয়তে খৰচ কৰি দেশক সমৃদ্ধি আৰু শক্তিশালী আৰু দেশৰ অৰ্থনৈতিক বুনিয়াদ গঢ়ি তুলিব পাৰিম তাকে আঁচিয়াওঁহক। এতিয়া প্ৰশ্ন হ'ল— জাতীয় পৰিকল্পনা আমাৰ কাৰণে কিয়— আৱশ্যক? প্ৰকৃত কাৰণ হ'ল ভাৰত এখন পিচপৰা দেশ। আগতে বৃটিছ আমোলৰ অধীনত ভাল খেতি কেনেকৈ কৰিব পাৰি আৰু গাঁৱৰ জীৱন যাত্ৰাৰ মান কি ৰূপে উন্নত কৰা উচিত সেই বিষয়ে কোনেও কেৰেপ কৰা নাছিল। ইয়োৰোপ, আমেৰিকাৰ ঠায়ে ঠায়ে বহুতো কল-কাৰখানা পতা হৈছিল কিন্তু আমাৰ দেশত অতি কম সংখ্যক কাৰখানা পাতিবলৈ দিয়া হৈছিল। দেশ স্বাধীন হোৱাৰ ফলত এয়ে হ'ল যে প্ৰত্যেকৰ কাৰণে উপযুক্ত খাদ্য, ঘৰ আৰু আন আন প্ৰয়োজনীয় সামগ্ৰীৰ সংস্থান নোহোৱা হ'ল। সেয়ে আমি প্ৰত্যেকই যাতে সুখৰ জীৱন নিৰ্বাহ কৰিব পাৰো তাৰে বাবে জাতীয় পৰিকল্পনাৰ যোগেদি-ব্যৱস্থা লোৱা হৈছে আৰু ইয়েই আমাৰ পৰিকল্পনাবো গুৰিতে।

ভাৰতীয় উন্নয়ন প্ৰচেষ্টাসমূহ প্ৰাচ্য-দৰ্শনৰ ভেটিত প্ৰতিষ্ঠিত। প্ৰাচ্যৰ বৈশিষ্টসমূহ ইয়াত জীৱন্ত কৰি ৰখা হৈছে। প্ৰাচ্য-দৰ্শনৰ তত্ত্বসমূহ যেনে অহিংসা, সাম্য, মৈত্ৰী, ত্যাগ ইত্যাদি আধাৰ শিলাৰ ওপৰত আমাৰ পৰিকল্পনা ৰচনা কৰা হৈছে। স্বাধীনতা সকলোৰে বাবে জন্ম স্বত্ব, কাৰো স্বাধীনতা যাতে ক্ষুন্ন নহয়,— সকলোৱে যাতে সমান অধিকাৰ ভোগ কৰিব পাৰে— শ্ৰীসম্পন্ন হয়, সকলোৱেই যাতে নিজ নিজ অভিলাষিত পথত কাৰো প্ৰতি অন্যায়ক প্ৰশ্ৰয় নিদিয়াকৈ আগবাঢ়িব পাৰে-কাৰো অগ্ৰগতিত যাতে কোনেও বাধা দিব নোৱাৰে তেনে 'মূল দৰ্শনৰ ভিত্তিত আমাৰ আঁচনিসমূহ ৰচনা কৰা হৈছে। ৰুচীয়া বা চীনদেশৰ অগ্ৰগতিৰ মূল নীতিত শ্ৰেণীজ্ঞান, হিংসা, ধ্বংস আৰু নিৰ্ম্মমতাৰ বীজ নিহিত আছিল। সেই কাৰণেই তাত বছৰৰ পিছত বছৰ ধৰি ৰক্তস্ৰোত, বিপ্লৱ আৰু ধ্বংসলীলা অবাধ গতিত চলিছিল। মানজাতিৰ বুকুৰ তেজ, মুৰৰ ঘামেৰে গঢ়ি তোলা-মহানগৰী বিপ্লৱবহ্নিৰে ছাঁই হৈ উৰি গৈছিল। হাজাৰ, হাজাৰ, লাখ লাখ মানৱৰ ৰক্তস্ৰোতে ৰক্তগৰ্ভা বসুন্ধৰাৰ বুকু বিদীৰ্ণ কৰি তুলিছিল। ৰুচীয়া আৰু চীনদেশত বিপ্লৱৰ বিভীষিকা প্ৰলয়ংকাৰী সংহাৰ অৱতাৰ ৰুদ্ৰৰ তাণ্ডৱ নৃত্যৰ পুনৰাবৃত্তি আছিল। কিন্তু ভাৰতত বিপ্লৱেৰূপ ললে গঠন মূলক। শাসকৰ শোষণ লোলুপ তৃষ্ণাতুৰ জীহবাকো প্ৰেম আৰু অহিংসাৰ জড়িয়তে জয় কৰাৰ বিৰাট সুচিন্তিত পৰিকল্পনাৰখনেই ভাৰতীয় উন্নয়ন আঁচনি। ধনী-দুখীয়া সকলোৱে শক্তি অনুযায়ী সহায় কৰি গঢ়ি তুলিব পাৰিব নিজৰ দেশ, নিজৰ নিজৰ জাতি। দেশ বচাই ৰাখিলে আমিও বাচিম আৰু দেশৰ উন্নতি হ'লে আমোৰো উন্নতি হ'ব— জাতি গঠনৰ কামত একাত্মবোধ, একতা, সমবায় এই সমূহেই আমাৰ জাতীয় জীৱনৰ মূলতত্ব, দৰ্শন আৰু অৰ্থনৈতিক পৰিকল্পনাবিলাকৰ গুৰিত আছে প্ৰাচ্য দৰ্শনৰ ইবিলাক মূল তত্ত্বৰ প্ৰভাৱ।

আমাৰ পাঁচ বছৰীয়া পৰিকল্পনাৰ বিলাকত কৃষিকেই মুখ্য স্থান দিয়া হৈছে। আন আন উন্নত দেশৰ কথা অলপ ফহিয়াই চালে দেখা যায় যে ঔদ্যোগিক বিকাশ সাধন হ'লেহে কৃষিৰো বিকাশ হয়। কৃষি আৰু উদ্যোগ একে উন্নয়নৰে দুটি বিশেষ অংশহে মাথোন। আমাৰ নিচিনা এখন পিচ পৰা দেশত চৰকাৰে হাত দিলেহে ঔদ্যোগিক বিকাশ সাদন হোৱা সম্ভৱ। উদ্যোগৰ ক্ষেত্ৰত উন্নতি হ'ব লাগিলে আমাৰ হাতত অধিক তীখা, বৈদ্যুতিক শক্তি, ৰাসায়নিক সামগ্ৰী, কয়লা, তেল আৰু যন্ত্ৰপাতি থাকিব লাগিব। ইবিলাক উদ্যোগৰ বিকাশ সাধন কৰিব লাগিলে প্ৰচুৰ মূলধনৰ প্ৰয়োজন। তদুপৰি প্ৰগতিৰ আচল চাবিকাঠি এই দ্ৰব্যবিলাকতেই আছে; সেয়েহে এইবিলাকৰ উৎপাদনৰ গৰাকী জন-সাধাৰণেই হোৱা উচিত— দেশৰ পাৰ্লিয়ামেণ্ট আৰু চৰকাৰৰ জৰিয়তে জনসাধাৰণেই ইয়াৰ নিয়ন্ত্ৰণৰ ক্ষমতা ৰখা উচিত। অৰ্থাৎ ৰাজহুৱা খণ্ডৰ সম্প্ৰসাৰণ কৰিহে আমি গাইগুটীয়া লোকৰ হাতলৈ ক্ষমতা হস্তান্তৰিত হোৱাত বাধা দিব পাৰো আৰু এখন সাম্যবাদী সমাজ গঢ়ি তুলিব পাৰোঁ। এই কামত সমবায় সমিতিয়ে ৰাজহুৱা খণ্ডক

বিশেষ ভাবে সহায় কৰিব। ৰাজহুৱা আৰু সমবায় এই দুয়োটা খণ্ডই গাইগুটীয়া খণ্ডতকৈ দ্রুতগতিত সম্প্রসাৰিত হৈ দেশৰ অর্থনৈতিক অৱস্থাআৰ চাবিকাঠি ধৰা উচিত। ইয়াৰ দ্বাৰা আমি এইটো বুজিব নালাগিব যে গাইগুটীয়া লোকক কোনো উদ্যোগ আৰম্ভ কৰাত বা কোনো ব্যবসায় চলোৱাক বাধা দিয়া হব। তেওঁলোকৰ কাৰণে উন্নতি আৰু বিকাশ সাধনৰ কাৰণে বহুতো থল থাকিব। তেওঁলোকৰ পৰা ইয়াকেই বিচৰা হৈছে যে তেওঁলোকে যেন বাইজৰ উমৈহতীয়া স্বার্থকে সর্বোচ্চ স্থান দিয়ে।

সকলোৰে কাৰণে সফল জীৱন নিশ্চিত কৰিবৰ কাৰণে আমাৰ অর্থনৈতিক আচনিবোৰৰ মূল উদ্দেশ্যে হ'ল যে প্রত্যেক পৰিয়ালৰে আয় বৃদ্ধি পায় যাতে কাম কৰিবলৈ সক্ষম সকলোৱে একোটা কাম পায় যাতে সৰহ ও ভাল খাদ্য উৎপাদন কৰা হয়, বেছি কাপোৰ কানি আৰু থকাৰ কাৰণে ভাল ঘৰবাৰী সৃষ্টি হয়, যে গাওঁবিলাকেও বিশুদ্ধ পানী আলি-পদুলি আৰু স্কুল আদিৰ নিচিনা আত্যাবশ্যকীয় সামগ্রীৰ পৰা বঞ্চিত নহয়; যাতে অনুন্নত ঠাইৰ মানুহেও আনলোকৰ সৈতে সমানে যেন মাৰিব পৰা অৱস্থা উপনীত হ'বলৈ যথেষ্ট সহায় পায়। যাতে দেশৰ কোন অংশ পিছ পৰি নাথাকে। যাতে ধনী আৰু দুখীয়াৰ মাজত থকা ব্যৱধান লাহে লাহে আতৰি যায়— চহকীসকলৰ হাতত থকা সম্পত্তি উমৈহতীয়া কামত খটাবলৈ বাধ্য কৰিয়ে এনে কৰা হ'ব আৰু যাতে আমাৰ প্রগতিৰ হেঙাৰ স্বৰূপ পুৰনা অনুষ্ঠানবিলাকৰ পৰিবর্তন সধা হয়। আমাৰ পৰিকল্পনাৰ উদ্দেশ্যে কেৱল অর্থনৈতিক নহয়, সামাজিকো। এইটো চাব লাগিব যে অধিক খাদ্য শস্য আৰু অধিক উদ্যোগিক সামগ্রী উৎপন্ন হয়। সকলোৱে সমানভাবে যেন অগ্রগতি লাভ কৰিবলৈ সুবিধা পায় আৰু যাতে আয়ৰ পার্থক্য কম হৈ আহে— এই সকলোবিলাকৰ প্রতি চকু দিব লাগিব।

আমাৰ প্রথম অর্থনৈতিক পৰিকল্পনাৰ কাম ১৯৫১ চনৰ এপ্রিল মাহত আৰম্ভ কৰা হয় আৰু ১৯৫১ চনৰ এপ্রিল মাহৰ পৰা ১৯৫৬ চনৰ মার্চ মাহলৈকে প্রথম পাঁচবছৰীয়া আঁচনিখন বলবৎ আছিল। এই সময় ছোৱাত চৰকাৰে বহুতো উন্নয়ন আঁচনিৰ কাৰণে ১৯৬০ কোটি টকা খৰচ কৰিবলৈ দিহা কৰিছিল অৱশ্যে আমাৰ দেশৰ নিচিনা এখন বিশাল দেশত য'ত ভালেখিনি কৰিবলগীয়া আছে তালৈ চাই এই টকাৰ পৰিমান যথেষ্ট নহয়। আমাৰ সম্পদ বৃদ্ধিৰ সূচনা মাত্র কৰিবলৈহে এই টকা যথেষ্ট বুলিব পাৰি। প্রথম পাঁচবছৰীয়া পৰিকপ্লনাত কৃষিৰ ওপৰত গুৰুত্ব দিয়া হৈছিল আৰু এই পৰিকল্পনাৰ যোগেদি আমাৰখাদ্য সমস্যা আৰু দেশবিভাজনৰ পিচত দেখা দিয়া কেবাটাও অর্থনৈতিক আৰু সামাজিক সমস্যা সমাধান কৰিবলৈ যত্ন লোৱা হৈছিল। প্রথম পৰিকল্পনাৰ কাম শেষ হোৱাৰ লগে লগে দ্বিতীয় পাঁচ বছৰীয়া পৰিকল্পনাৰ কাম হাতত লোৱা হয় আৰু ১৯৫৬ চনৰ এপ্রিল মাহৰ পৰা ১৯৬১ চনৰ মার্চ মাহলৈকে— এই সময় ছোৱা ৪ হেজাৰ ৬শ কৌটি টকা খৰচ হ'ল। তৃতীয় পৰিকল্পনাৰ যোগেদি ১৯৬১ চনৰ এপ্রিল মাহৰ পৰা

১৯৬৬ চনৰ মাৰ্চ মাহলৈকে প্ৰায় চাৰে ৭ হেজাৰ কৌটি টকা খৰচ কৰিবলৈ দিহা কৰা হৈছিল। আমি এতিয়া চতুৰ্থ পৰিকল্পনাৰ বাটত বাট বুলিবলৈ লৈছোঁ। পৰিকল্পনা কমিচনে এই পৰিকল্পনাৰ বাবে প্ৰায় চাৰে ২৩ হেজাৰ কৌটি টকা খৰচ কৰিবলৈ পাঙিছে। এই টকাৰে আমি খেতি বাতিৰ আৰু উন্নতি সাধিব পাৰিম, ৰেলপথ আৰু আন আন পৰিবহন ব্যৱস্থাৰ বিকাশ সাধিব পাৰিম আৰু অধিক সংখ্যক লোকৰ বাবে চিকিৎসা প্ৰশিক্ষণ আৰু কৰ্ম সংস্থানৰ ব্যৱস্থা হাতত ল'ব পাৰিমহঁক। এটা কথা মনত ৰখা উচিত যে অইন অইন উন্নত দেশবিলাকৰ তুলনাত আমি এতিয়াও বহুত পিচ পৰি আছোঁ। গতিকে যেতিয়ালৈকে আমি মাৰ্কিন যুক্তৰাষ্ট্ৰ নাইবা ছোভিয়েট ইউনিয়ন আদি দেশবিলাকৰ লগত খোজ মিলাব পৰা হমহক তেতিয়ালৈকে আমাৰ পৰিকল্পনাৰ আঁটগাছি নিচিনাকৈ ৰাখিব লাগিব।

*(২য় বছৰৰ ঈদ সংখ্যাত প্ৰকাশিত নবে-ডিচে : ১৯৬৬)*

# শিশু-শিক্ষা

মৌলানা ছৈয়দ আব্দুল বাছেত

শিক্ষাৰ প্ৰকৃত উদ্দেশ্য মনুষ্যত্ব লাভ হ'লে ক্ৰমে শাৰীৰিক, মানসিক আৰু নৈতিক বৃত্তিৰ অতি আৱশ্যক। শৰীৰ, মন আৰু আত্মা প্ৰত্যেকৰে পুষ্টি সাধন হ'লে শিক্ষাৰ প্ৰকৃত উদ্দেশ্য সাধন হৈছে বুলি ক'ব পাৰি। আমি গ'ম পাওঁ যে উদ্ভিদ-বীজ যেনেকৈ বায়ু, পানী আৰু সূৰ্যতাপৰ সহায়তহে ফলবান গছলৈ ৰূপান্তৰিত হয়— সেইদৰে শিশুক প্ৰকৃত মানৱ আৰু মনুষ্যত্ব আহৰণ কৰিবলৈ শাৰীৰিকক, মানসিক আৰু নৈতিক এই তিনিপদ বস্তুৱে সহায় কৰে।

ঘাইকৈ শিক্ষাস্থল তিনিটা বুলি ক'ব পাৰি— গৃহ, পাঠশালা বা বিদ্যালয় আৰু ধৰ্মশালা। শিক্ষাবিধসকলৰ মতে এই তিনিবিধেই উপযুক্ত শিক্ষাৰ স্থান। ইয়াৰ এটাক ধৰি আনটোক আমি বাদ দিব নোৱাৰোঁহঁকেই একমাত্ৰ শিক্ষাস্থান বুলি ধৰিলে ভুল কৰা হ'ব। সেইদৰে অকল বিদ্যালয় বা ধৰ্মশালাকে শিক্ষাৰ যথোপযুক্ত স্থান বুলি থিবাংকৈ কোৱা টান, এটা স্থল আনটোৰ পৰিপূৰকহে মাথোঁন।

যি সমাজ বা দেশ যিমান আগবঢ়া, উন্নত সেই সমাজ বা দেশ শিক্ষাৰ অনুকূল বুলি কোৱা হয়। শিক্ষাৰ লগত বৰ্হিজগতৰ অতি বেছি সম্বন্ধ। সেইহেতুকে শিক্ষাবহুল দেশসমূহত মানসিক শক্তিৰ পূৰ্ণ বিকাশ যি পৰিমানে হয় আন ঠাইত নহয়। নিজৰ ঘৰখনৰ ভিতৰত শিক্ষাৰ চৰ্চা থাকিলে শিশুৱে অতি সহজে চৰিত্ৰ গঠন কাৰ্যত আগবাঢ়ি যাব পাৰে। ল'ৰা-ছোৱালীৰ চৰিত্ৰ গঠনত পিতৃ-মাতৃৰ প্ৰভাৱে সবাতকৈ বেছি পৰিমাণে নিৰ্ভৰ কৰে।

বিশ্ববিখ্যাত 'নেপোলিয়নক' তেখেতৰ এগৰাকী পৰম বন্ধুৱে এইদৰে প্ৰশ্ন কৰিছিল 'বন্ধু'! শিশুক কেতিয়া শিক্ষা দিয়া উচিত?' তাৰ উত্তৰত নেপোলিয়নে কৈছিল "শিশুৰ জন্মৰ ত্ৰিশ বছৰ আগতে" কথাফাকিৰ পৰা এইটো সহজে উপলব্ধি কৰিব পাৰি যে প্ৰকৃত শিক্ষা শিশুক দিবলৈ হ'লে প্ৰথমে নিজে শিক্ষিত হৈ উঠিব লাগিব। যদি কোনো শিশু বেয়া হৈছে বুলি কোৱা হয় তেন্তে সেইটো শিশুৰ দোষ নহয়। প্ৰকৃততে শিশুক উপযুক্ত শিক্ষাৰে গঢ় দিবলৈ অপবাগ হোৱা বাবদে প্ৰত্যেক মাক-বাপেকেই প্ৰত্যক্ষ ভাৱে দায়ী। নৱজাত শিশুৰ জ্ঞান লাভৰ ইচ্ছা অতি প্ৰবল। তেওঁলোকৰ মাজত সদায় তিনিটা প্ৰশ্নই আহকাল লগাই থাকে। সেই প্ৰশ্ন কেইটা হ'ল— "কি-?— কিয়? আৰু কেনেকৈ?" শিশুৱে কিবা এটা নতুন বস্তু দেখিলে প্ৰথমে তাৰ মনলৈ আহে 'কি' প্ৰশ্নটো অৰ্থ এইটো কি? প্ৰথম প্ৰশ্নৰ কিবা এটা সমিধানে পালেই সি দ্বিতীয় প্ৰশ্নলৈ আহে,

অৰ্থাৎ কিয় ?— কিয় এইটো তেনেকুৱা হৈছে? তৃতীয়তে শিশুৰ মনত উদিত হয় 'কেনেই প্ৰশ্নটো'। শিশুৱে জানিব বিচাৰে যে বস্তুটোৰ ৰূপ-গুণ, উপকাৰ-অপকাৰ আদি যে হ'ব পালে তাক কোনে দিছে? কিয় দিছে? কিয় আমাক দৰকাৰ ? ইত্যাদি। এই আটাইবোৰ প্ৰশ্নৰ উত্তৰ শিশুক আমি দিব পৰা হ'ব লাগিব— শুদ্ধ যুক্তিসম্পন্ন আৰু সহজে বোধগম্য এক উত্তৰ। শিশুক শুদ্ধ সাঁচত গঢ়ি তুলিবলৈ হ'লে শিশুৰ মাক-বাপেকে বা শিক্ষাগুৰুৱে যথোপযুক্ত উত্তৰ আৰু মৰম চেনেহৰ মাজত অসাধাৰণ সামঞ্জস্য স্থাপন কৰাটো বাঞ্ছনীয়। উপযুক্ত শিক্ষা দিবলৈ যাওঁতে মৰম-চেনেহ আৰু প্ৰীতিৰ অভাৱ হ'ব নেলাগে। দুয়োটাকে সমভাৱে দিব পৰা দক্ষতা পিতৃ-মাতৃৰ অথবা শিক্ষকৰ থাকিব লাগিব। এই দুয়োটাৰ যিকোনো এটাক আগ পিছ কৰিলে পিতৃ-মাতৃ বা শিক্ষকে শিশুক প্ৰকৃত শিক্ষা দিবলৈ অপৰাগ হৈছে বুলি ধৰি ল'ব লাগিব।

শিশুৰ লগত মাক-বাপেকৰ যি নিগূঢ় সম্বন্ধ তেনেকুৱা ঘনিষ্টতা আন কাৰোবাৰ লগত হ'ব নোৱাৰে। শিশুৱে সদায় ডাঙৰক মাক-বাপেকক বিশেষকৈ শিক্ষাগুৰুক অনুকৰণ কৰে। শিশু যেতিয়া এই স্তৰত উপনীত হয় তেতিয়া আমাৰ কৰ্তব্য হৈ পৰে শিশুক উপযুক্ত আৰু সৎ পথৰে চলোৱা। শিশুৰ লগত সচৰাচৰ কথা বতৰা বা শিশুৰ লগত ভাব বিনিময় কৰাৰ সময়ত থকা ভুলৰ সংখ্যা আমাৰ কম নহয়। উদাহৰণ স্বৰূপে ক'ব পাৰি যে যেতিয়া শিশুৱে কোনো কাৰণত কান্দি পেলায় আৰু পৰিয়াল বৰ্গই সন্তানক সান্ত্বনা দিবলৈ অক্ষম হয় তেতিয়া উপায়ান্তৰ হৈ কোনো এজনে শিশুক কোলাত লৈ বাহিৰলৈ যায় আৰু 'বাঘ ঐ বাঘ' অ এইটো বাঘ, এই চা চোন সেইটো হাপা... ইত্যাদি চিঞৰি মাতে। উক্ত শব্দবোৰো শুনি হয়তো শিশু খন্তেক শান্ত হ'ব— যিহেতু সি কোনো দিনে বাঘ বা হাপা আদি দেখা নাই। আমি ভাবো সি শান্ত হৈ গৈছে, কিন্তু এনেকুৱা ব্যৱহাৰে শিশুৰ ভৱিষ্যত জীৱনত প্ৰভূত ক্ষতি সাধন কৰে। যি শিশুৰ লগত এনেকুৱা ব্যৱহাৰ কৰা হয় সেই শিশু সাধাৰণতে ভয়াতুৰ হয়। জন্মগত হিচাবে (Hereditical force) যি সৎ গুণ বাজিৰ অধিকাৰী শিশুৰ মনোৰাজ্যৰ পৰাই সাহক বোলা সৎ গুণটো ক্ৰমে বিদায় ল'বলৈ বাধ্য হয়। আমি যদি নেপোলিয়নৰ কথাটোলৈ দৃষ্টিপাত কৰো তেন্তে শিশুৰ প্ৰকৃত শিক্ষা জন্মৰ ত্ৰিশ বছৰ আগতেই দিয়া বা লোৱা উচিত হ'ব।

এই প্ৰসংগত জাপানৰ ল'ৰা-ছোৱালীৰ শিক্ষা প্ৰণালীৰ কথা মনত পৰে। জাপানীসকলে ল'ৰা ছোৱালীক শিক্ষা দিবলৈ যাওঁতে এটা বিষয়ৰ প্ৰতি সদায় সজাগ। সেইটো হৈছে— শিশুৰ মনত যাতে ভীতিৰ ভাব নপৰে। শিশুক নিচুকাবলৈ গৈ তেওঁলোকে আমাৰ নিচিনা বাঘ ঐ বাঘ বুলি কেতিয়াও ভয় নেদেখুৱায়। তাৰ ঠাইত তেওঁলোকে কয় আহাচোন'? বীৰ, যোদ্ধা তুমি? সৌটো বাঘ, আমি মাৰিবলৈ যাওঁ। লোৱাচোন এইটো নতুন বন্দুক মই তোমাৰ কাৰণে আনিছোঁ লোৱা আৰু গুলী এটা মাৰি দিয়া। বাঘ একেবাৰে পলাই যায়। ইত্যাদি। এনেকুৱা আচৰণ সিহঁতৰ ল'ৰা-ছোৱালীবোৰক প্ৰকৃত

সৎসাহসী মানুহ হ'বলৈ বেছি ইন্ধন যোগায় আৰু সেইহেতু জাপানীসকল বৰ বেছি নিৰ্ভীক।

শিক্ষাৰ মূল উদ্দেশ্য হৈছে শিশুসকলো ফালৰ পৰা উপযুক্ত উচ্চ নাগৰিক হোৱা। তেওঁ যেন সমস্যা বহুল সংসাৰৰ মাজত হাবুডুবু খাবলগীয়াত নপৰে। সকলো ক্ষেত্ৰতে তেওঁৰ যেন জয় হয় আৰু নিজৰ জীৱনটো সাৰ্থক আৰু আনন্দময় কৰি তুলিব পাৰে। এএনবোৰ কাম কৰিবলৈ হ'লে আমাক লাগিব উপযুক্ত গৃহ্যৰ পৰা শিশুৱে সু-আদৰ্শ গ্ৰহণ কৰিব পাৰে— আমাক লাগে ভাল ধৰণৰ বিদ্যালয় যাৰ জৰিয়তে শিশুৱে সত্যপৰায়ণতা, ধৈৰ্য আৰু সাহসিকতা, সহিষ্ণুতা আদি শিকিব আৰু উপলব্ধি কৰিব পাৰে আৰু লাগিব ধৰ্মশালা যাৰ জৰিয়তে উৎকৰ্ষ সাধন আৰু নৈতিক চৰিত্ৰ গঠন কৰিবলৈ সক্ষম হ'ব।

*(২য় বছৰৰ ঈদ সংখ্যাত প্ৰকাশিত নৱে-ডিচে ঃ ১৯৬৬)*

# আজান

প্ৰভাত পাঠক

প্ৰথম বছৰ অতি বাহিত কৰি,
আছা তৰি দ্বিতীয় বছৰত।
হাজাৰ লোকৰ আশা ধৰি,
আগবাঢ়িছা আজি আমাৰ আগত।।
হে আজান! যিদৰে আহিছা আগুৱাই,
সেইদৰে থাকা যেন চিৰদিনা হই।
তুমি যেন হোৱা চন্দ্ৰ-সূৰ্য-নক্ষত্ৰ আদি,
ৰোৱা যেন তুমি বাৰিষা, সীতা হই।।
হাজাৰলোক, হাজাৰপৰ্বত, হাজাৰ নদী হওঁক ক্ষয়,
তথাপি তুমি যেন নোহোৱা লয়।
হে আজান! আশীৰ্বাদ কৰোঁ তোমাক,
হোৱা যেন তুমি চিৰ দিনীয়া।
আগবঢ়া আজি এই বহল বুকুত,
নাভাগা যেন আমাৰ এই আশা সুধীয়া।।

*(২য় বছৰৰ ঈদ সংখ্যাত প্ৰকাশিত নবে-ডিচে : ১৯৬৬)*

# এটি আশা ঃ বেদনাৰ

শ্ৰীগোবিন্দ চন্দ্ৰ শৰ্মা

এজন পথিক।
বহু আশা বকুত বান্ধি
গৈছে এটি পথেৰে
খেলিছে ঢৌ সুপ্ত অন্তৰত।

ক্লান্ত।
ক্লান্ত আজি সেই পথিক,
কাইটৰ বহল পথত।
আশাবোৰ লীন হ'ব ধৰিছে
পথিক আজি তৃষ্ণাতুৰ।

মৰীচিকা।
মৰুৰ মাজত সেয়া মৰীচিকা
আকুল কৰিছে মন
তৃষ্ণা পথিকৰ
আশাবোৰ লীন হ'ল মৰুৰ মাজত।

আছে।
তেওঁবো এই পৃথিৱীত
জীয়াই থকাৰ অধিকাৰ আছে।

তথাপি।
তথাপি তেওঁ আজি তৃষ্ণাতুৰ
বুৰ গৈছে বেদনা হৃদত।।

(২য় বছৰৰ ঈদ সংখ্যাত প্ৰকাশিত নৱে-ডিচে ঃ ১৯৬৬)

# নতুনৰ পাতনি

## সম্পাদকীয়

ভাৰত পৃথিবীৰ বৃহত্তম গণতান্ত্রিক দেশ। কিন্তু ইয়াৰ গণতন্ত্রই ইমান দিনেই মন্ত্র নহৈ যন্ত্ৰৰূপে কাম কৰিছে। জনগণৰ মন-প্ৰাণত ইয়াৰ আচৰ খুব কমেই পৰিছিল; বিশেষ শ্ৰেণীৰ মাজতেই গণতন্ত্ৰৰ তন্ত্ৰ-মন্ত্ৰ আবদ্ধ আছিল। আৰু জনসাধাৰণেও স্বাধীনতা লাভৰ আনন্দত বিভোৰ হৈ গণতন্ত্ৰৰ নাম-সুধা পান কৰিয়েই তৃপ্ত আছিল। এই সুযোগ লৈ ক্ষমতা, সুবিধা আৰু প্ৰসাৰতাৰ বাবে ৰাজনৈতিক দল, উপদল আৰু ব্যক্তি বিশেষে মুখত গণতন্ত্ৰৰ বিশেষ বুলি আওৰাই জনগণৰ মন আৰু দৃষ্টি আকৰ্ষণ কৰিব বিচাৰিছিল; বহুতেই গণতন্ত্ৰৰ সুযোগ আৰু সুবিধা লৈ জনসাধাৰণক ভেড়া গণ্য কৰিছিল। কিন্তু এইবাৰৰ চতুৰ্থ সাধাৰণ নিৰ্বাচনে তেওঁলোকৰ কিস্তি মাত কৰি দিছে,— শুই থকা বাঘে এইবাৰ মুছত তাও দিছে।

ৰাইজক ভেড়া বনাই যিসকল নেতা-উপনেতাই বিভিন্ন দল-উপদল সৃষ্টি কৰি নিজৰ সুযোগ আৰু সুবিধাৰ বাট সুচল কৰি, নিজক সিংহৰূপে প্ৰতিষ্ঠা কৰাৰ প্ৰচেষ্টা কৰিছিল তাৰ বহুতেই এইবাৰ শিয়াল হৈ গৈছে— ভেড়া বুলি ভবা ৰাইজক বাঘৰূপে থিয় হোৱা দেখি!

এইবাৰৰ নিৰ্বাচনত গণতন্ত্ৰৰ বলিশালত বহুতো ৰথী-মহাৰথীৰ মূৰ কটা গৈছে। ৰাইজেই ৰজা বুলি নীৰবে কৈ দিছে আৰু লগতে সকীয়াইও দিছে— জনসাধাৰণৰ হিতৰ বিপৰীতে নিজৰ সুখ-সম্ভোগৰ প্ৰতি প্ৰীতি থকা সকলৰ ৰাইজৰ প্ৰতিনিধিত্ব কৰাৰ ন্যায্য অধিকাৰ নাই।

ৰাইজে এইবাৰ বিজয়ৰ কেতন উৰাইছে। বাদ-বিবাদ আৰু সাম্প্ৰদায়িক সীমাৰেখা পাৰ হ'ব পৰা নাই যদিও গণতান্ত্রিক ভাৰতৰ গোমঠা হৈ থকা ৰাজনৈতিক আকাশখনক ফৰকাল কৰাত এইবাৰ ৰাইজে যি ভূমিকা গ্ৰহণ কৰিছে,— গণতান্ত্রিক ভাৰতৰ ক্ষেত্ৰত সি এটি বলিষ্ঠ পদক্ষেপ।

আমাৰ নেতা-উপনেতা আৰু প্ৰতিনিধিসকলে ৰাইজক যথাৰ্থ মৰ্য্যাদা দি সমীহ কৰি চলিবলৈ যদি শিকে আৰু ৰাইজৰ দুঃখ কষ্ট, অভাৱ-অনাটন মোচন কৰিবলৈ যদি যথা বিহিত প্ৰক্ৰিয়া হাতত লয়, তেহে অনাগত দিনত পোহৰৰ আশা কৰিব পাৰে; অন্যথায় তেওঁলোকেও অন্ধকাৰ গহ্বৰত নিমজ্জিত হ'ব।

*(২য় বছৰৰ ১ম সংখ্যাত প্ৰকাশিত এপ্ৰিল ১৯৬৭)*

# ছোভিয়েট দেশৰ মুছলমান

শ্ৰীৰমেন দাস

ছোভিয়েট দেশত দেড় কৌটিৰ ওপৰ ইছলাম ধৰ্মবলোক আছে। ছোভিয়েট ইউনিয়নৰ মধ্য এচিয়াত অৱস্থিত উজবেকিস্থান, কিৰঘীজ, তাজিকিস্থান, কাজাকিস্থান আৰু তুৰ্কমেনিস্থান আদি লোকতন্ত্ৰ সমূহত ইছলাম ধৰ্মীসকলে ঘাইকৈ বসবাস কৰে। ইয়াৰ বাহিৰেও ককেছাছ, ট্ৰান্স ককেছিয়া বসখিৰ, টাটাৰ আদি প্ৰজাতন্ত্ৰ সমূহতো ইছলাম ধৰ্মৰ লোক ভালেখিইন আছে।

জাৰৰ শাসন কালত ছোভিয়েট দেশৰ মুছলমানসকলৰ অৱস্থা বৰ দুখ লগা আছিল। খৃষ্টান ধৰ্ম ৰাজ ধৰ্মৰ স্বীকৃতি পোৱাৰ কাৰণে, ইছলাম ধৰ্মী সকলৰ প্ৰতি বৈষাম্যমূলক আচৰণ কৰা হৈছিল। তদুপৰি জাৰে মধ্য এচিয়া আৰু সীমান্ত অঞ্চলত বসবাস কৰা জাতিসমূহক উপনিবেশিক শাসনত ৰাখি নিপীড়ন কৰিছিল। মধ্য ৰাছিয়াৰ উদ্যোগসমূহক যোগান ধৰিবলৈ কেৱল কেঁচা মালৰ ক্ষেত্ৰ হিচাবেহে এই অঞ্চলবোৰক ৰখা হৈছিল। কোনো শিল্প নাইবা উদ্যোগ এই ঠাইবোৰত গঢ়ি তোলা হোৱা নাছিল।

সামন্ত প্ৰথা আৰু দাস প্ৰথা চলি থকা কাৰণে, মধ্য এচিয়াৰ মুছলমান কৃষকসকলে দাৰিদ্ৰতা আৰু অজ্ঞতাৰ মাজতে ডুব গৈ থাকিব লগা হৈছিল।

মধ্য এচিয়াৰ জাতিসমূহৰ সাংস্কৃতিক উন্নয়ণৰ ক্ষেত্ৰতো জাৰতন্ত্ৰই বাধা দিছিল। কেৱল কেজনমান বিত্তবানলোকক দোভাষীৰ আৰু প্ৰশাসনীয় শিক্ষা দিবলৈ দুই চাৰিটা গাঁওলীয়া বিদ্যালয় থকাৰ বাহিৰে সৰ্ব সাধাৰণ কাৰণে শিক্ষাৰ কোনো ব্যৱস্থা নাছিল।

জাৰতন্ত্ৰই মুছলমানসকলৰ ধৰ্মীয় কাম কাজতো হাত দিছিল। মুছলমান বসতি পূৰ্ণ অঞ্চলসমূহত নিৰ্মাণ কৰিব খোজা ধৰ্মানুষ্ঠানৰ অনুমতিও জাৰৰ বিষয়াইহে দিব পাৰিছিল ধৰ্মীয় নেতৃবৃন্দ চুন্নীসকলৰ মুফত আৰু চিয়াসকলৰ শেখ-উল-ইছলাম মুছলমান-মোল্লা পুৰোহিত প্ৰতিনিধিসকলৰ দ্বাৰাও ধৰ্মীয় সমাবেশত নিৰ্বাচিত হ'ব নোৱাৰিছিল। আইনতঃ এওঁলোকৰ নিয়োগ কৰ্তা স্বয়ং জাৰহে আছিল।

এহাতে মুছলমানসকলৰ প্ৰতি বৈষম্য মূলক নীতিৰে আনহাতে জাৰে তেওঁলোকৰ ধৰ্মানষ্ঠানবোৰক উপনিবেশিক ৰাজ্য সুপ্ৰতিষ্ঠিত কৰা কামত ব্যৱহাৰ কৰিছিল। মুছলমান নেতৃবৃন্দ আৰু মুছলমান বিষয়াসকলক প্ৰশাসনীয় চৰকাৰী বিষয়াৰ সমপৰ্য্যায় ভুক্ত কৰি তেওঁলোকৰ দ্বাৰাই জাৰে উপনিবেশিক শাসন চলাইছিল।

কিন্তু জাৰে শোষণ আৰু নিপীড়ন মাজত মুছলমানসকলক আৰু বেছিদিন ৰাখিব

নোবাৰিলে। অসন্তোষৰ ভাব তেওঁলোকৰ মাজতো বিয়পি পৰিছিল আৰু এদিন মুক্তি সংগ্ৰামো আৰম্ভ হ'ল।

মধ্য এছিয়া আৰু সীমান্ত অঞ্চলৰ নিপীড়িত জাতিসমূহে গোটেই ৰাচিয়াৰ কৃষক আৰু শ্ৰমিকৰ লগত লগ হৈ জাৰতন্ত্ৰৰ বিৰুদ্ধে আৰু দেশখনৰ সমাজতান্ত্ৰিক ৰূপান্তৰ কাৰণে সংগ্ৰামত নামিছিল।

১৯১৭ চনত ৰাচিয়াত বিপ্লৱ হয়। বিপ্লৱে জাৰতন্ত্ৰৰ লগতে ধনীক ব্যৱস্থাটোকো উটুৱাই লৈ গ'ল।

ৰাচিয়াৰ শ্ৰমিক আৰু কৃষকসকলে "মুক্তি" লাভ কৰিলে। নিপীড়িত জাতিসমূহেও "বন্ধন-মুক্ত" হ'ল।

ছোভিয়েট দেশক সমাজতান্ত্ৰিক ৰাজ প্ৰতিষ্ঠিত হ'ল। সমাজতান্ত্ৰিক চৰকাৰে বিভিন্ন জাতিসমূহৰ কাৰণে তলৰ ঘোষণা প্ৰকাশ কৰিলেঃ—

ঃ জাতিসমূহৰ সমস্বত্ব, সাৰ্বভৌমিক অধিকাৰ আৰু আত্মনিয়ন্ত্ৰণৰ অধিকাৰ অৰ্জন।

ঃ সকলো প্ৰকাৰ বাধাৰ উচ্ছেদ আৰু জাতীয় ধৰ্ম সংক্ৰান্ত সুবিধা লাভ।

ঃ সংখ্যালঘু আৰু উপজাতিবোৰৰ বৰ মুক্ত উন্নয়ন।

মধ্য এচিয়াত উজবেকিস্থান, তাজিকিস্থান, কিৰঘীজ, তুৰ্কিস্থান আদি লোকতন্ত্ৰসমূহৰ প্ৰতিষ্ঠা হ'ল। ট্ৰান্স ককেচীয়া আৰু চাইবেৰিয়া অঞ্চলতো নতুন নতুন প্ৰজাতন্ত্ৰ গঠন হ'ল। লোকতন্ত্ৰসমূহে ৰাষ্ট্ৰ গঠনৰ অধিকাৰকৈলৈ ইউনিয়নৰ পৰা পৃথক হোৱা আৰু বিদেশী ৰাষ্ট্ৰৰ লগত সম্বন্ধ স্থাপনৰ অধিকাৰ অৰ্জন কৰিলে।

লেলিনৰ বাণী— "বিভিন্ন জাতিসমূহৰ স্বাৰ্থৰ প্ৰতি চূড়ান্ত মনযোগ প্ৰদৰ্শনেহে বিৰোধ আৰু পৰস্পৰ অবিশ্বাসৰ কাৰণ বিলাক দূৰ কৰিব পাৰে— " ছোভিয়েট চৰকাৰে অনুসৰণ কৰিলে। জাতীয় লোকতন্ত্ৰ সমূহৰ সকলো প্ৰশাসনীয়, অৰ্থনৈতিক, শিক্ষা বিভাগীয় আৰু আইন বিভাগীয় কৰ্তৃপক্ষ, প্ৰধানকৈ জনসাধাৰণৰ জীৱন, ভাষা আৰু আচাৰ-ব্যৱহাৰ লগত পৰিচিত লোকসকলৰ দ্বাৰা গঠিত হ'ল।

১৯২২ চনত ৰহা সদৌ ৰুচীয় ছোভিয়েট সমূহৰ কংগ্ৰেছত জাতীয় ছোভিয়েট লোকতন্ত্ৰসমূহে একেটা মাথোন স্বেচ্ছামূলক সম্মিলন মিলিত হোৱাৰ সিদ্ধান্ত লৈ, ইউনিয়ৰ পৰা পৃথক হোৱাৰ অধিকাৰ সহ ইউনিয়ন অব ছোভিয়েট চোচিয়েলিষ্ট বিপাব্লিক গঠন কৰে।

১৯২২ চনত ছোভিয়েট চৰকাৰে মধ্য এচিয়াৰ প্ৰধান জাতিসমূহত উমৈহতীয়া সীমা নিৰ্দ্ধাৰণ কৰি দিয়ে। এইবোৰ কামে জাতিসমূহৰ মাজত মৈত্ৰৰ ভাব গঢ়ি তোলা।

সমাজতান্ত্ৰিক চৰকাৰৰ প্ৰথম কৰ্তব্য আছিল— কৃষকৰ স্বাৰ্থত ভূমি-সংস্কাৰ কৰা। দেশৰ জমিদাৰী প্ৰথা বিলোপ কৰি সকলো মাটি খেতিয়কৰ হাতত তুলি দিয়াৰ উপৰিও ছোভিয়েট চৰকাৰে খেতিৰ বাবে উপযুক্ত পতিত মাটিও মাটিহীন খেতিয়কৰ মাজত

ভগাই দিলে। ভূমি-সংস্কাৰৰ লগতে দ্বিতীয় দহকত ছোভিয়েট চৰকাৰে, জলসিঞ্চনৰ আঁচনিত হাতত লৈছিল। ফলত যুগ যুগ ধৰি নিপীড়িত নিৰ্য্যাতিত কৃষকসকলৰ অৰ্থনৈতিক জীৱনৰ অভূতপূৰ্ব উন্নতি সাধন হ'ল।

লেনিনে বৈজ্ঞানিকভাৱেহে প্ৰমাণ কৰিছিল "অগ্ৰগামী দেশবোৰ সৰ্বহাৰা শ্ৰেণীৰ সহায়ত পিছ পৰা জাতিসমূহে পুঁজিবাদী পথ অনুসৰণ নকৰাকৈয়ে সমাজতন্ত্ৰত উপনিত হ'বলৈ পাৰে।"

মধ্য এচিয়াৰ জনসাধাৰণে কাজাকস্থান, আজাৰ বাইজান, ডাঘেস্তান, উত্তৰ ককেচাচ, বয়থিৰিয়া আৰু টাটানিয়াই লেনিন প্ৰদৰ্শিত পথ অনুসৰণ কৰি চকুত লগা সাফল্য লাভ কৰিবলৈ সমৰ্থ হয়। ৰুচ জনসাধাৰণৰ অকৃত্ৰিম ভ্ৰাতৃত্বসূলভ সাহায্য লাভ কৰিব পূৰ্বাঞ্চলৰ জাতিসমূহে তেওঁলোকৰ লোকতন্ত্ৰসমূহত শ শ ভাঙৰ শিল্প গঢ়ি তোলে। তৃতীয় দশকৰ আৰম্ভণিতে সকলো লোকতন্ত্ৰই হেজাৰ-হেজাৰ যৌথ কৃষিশালা, ৰাষ্ট্ৰীয়শালা আৰু আধুনিক যন্ত্ৰপাতিৰে পৰিপূৰ্ণ মেচিন আৰু ট্ৰেক্তৰৰ আড্ডা গঢ়ি তোলে।

প্ৰত্যেক লোকতন্ত্ৰই নিজস্ব বুদ্ধিজীৱি শ্ৰেণী একো টাও গঢ়ি তুলিবলৈ সাৰ্থক হৈছে। জাৰৰ আমোলত মধ্যএচিয়া আৰু ককেচাচৰ জাতিসমূহৰ ভিতৰত কিছুমান কুপ্ৰথা চলি আছিল। বহু ভাৰ্য্যা গ্ৰহণ কন্যাপ-কন্যাচুৰী, শিশুভাৰা গ্ৰহণ, বলপূৰ্বক কন্যা বিবাহ, নিঃসন্তান বিধৱাক স্বামীৰ ভাই বা নিকট আত্মীয়ৰ ওচৰত সম পথ আদিৰ দৰে নিষ্ঠুৰ পথাবোৰে (সামাজিক) প্ৰীতিৰ অন্তৰায় স্বৰূপ আছিল। ছোভিয়েট চৰকাৰে এই সকলোবোৰ প্ৰথা আইন প্ৰণয়ন আৰু শিক্ষামূলক ব্যৱস্থাৰে সমাজ-জীৱনৰ পৰা মুটি পেলাবলৈ সমৰ্থন হৈছিল।

১৯১৭ চনত তিৰোতাসকলৰ কাৰণে নাগৰিক অধিকাৰৰ সমস্বত্ব আদেশনামা জাৰি কৰা হয়।

তিৰোতাসকলক সকলো অপমানজনক আচাৰ পদ্ধতিৰ পৰা মুক্তি দিয়াবলৈ, স্বাধীন অৰ্থনৈতিক জীৱন গঢ়ি তোলাৰ কাৰণে সমৰ্থবান কৰি তুলিবলৈ ছোভিয়েট প্ৰাচ্যসকলৰ গণ-সংগঠন বিলাক উদ্দেশ্য কৰি ১৯২৫ চনত আৰু এখন আদেশ নামা জাৰি কৰা হয়।

ফলস্বৰূপে, মধ্য এচিয়া আৰু ককেচাচৰ তিৰোতা সকলে বোৰ্খা দলিয়াই পেলাই স্কুল কলেজলৈ যাব ধৰে। কাৰখানা, চিকিৎসালয়লৈ গৈ কাম কৰিবলৈ ধৰে। সেই কাৰণে আজি একমাত্ৰ উজবেকিস্থানতে উচ্চ বিদ্যালয়ৰ শতকৰা ৪৩ জনীয়েই ছাত্ৰী হ'বলৈ পাৰিছে। একেখন লোকতন্ত্ৰতে ২৫০০০ গৰাকী তিৰোতাই যৌথ কৃষিপাম, পশুপালন বিভাগ আদিত কাম কৰিছে। ২৭০০০ ওপৰ শিক্ষিকাই শিক্ষা দান কাৰ্যত ব্ৰতী আছে।

বিপ্লৱৰ আগতে কাজাক, কিৰঘীগজ আইজ জাতি বিলাকে অঘৰী জীৱন-যাপন কৰিছিল। যৌথ কৃষি ব্যৱস্থা প্ৰচলনৰ লগে লগে এওঁলোকে অঘৰী জীৱন এৰি

নিগাজীকৈ বসতি কৰিবলৈ ধৰে।

কেৱল অৰ্থনৈতিক আৰু সামাজিক জীৱনৰে পৰিবৰ্তন সাধন হয় এনে নহয়, ছোভিয়েট পূৰ্বাঞ্চলৰ জাতিসমূহৰ সাংস্কৃতিক জীৱনবো নতুন দিগন্ত ৰচিত হয়। ছোভিয়েট চৰকাৰে সৰ্বজনীন বাধ্যতামূলক অবৈতনিক সাত শ্ৰেণীৰ স্থানীয় নিজ ভাষাৰ স্কুল স্থাপন কৰাৰ উপৰিও লোকতন্ত্ৰ সমূহত বিজ্ঞান আৰু উচ্চ শিক্ষাৰ সুবিধাৰ কাৰণে মধ্য এচিয়াৰ তাছখণ্ডত ৫০ খন বিশেষ ধৰণৰ উচ্চ মাধ্যমিক পঢ়াশালি স্থাপিত হৈছে। একেখন চহৰতে ৭০ খন বিজ্ঞানাগাৰত ১১,০০০ জনৰ 'ষ্টাফ' ৰখা হৈছে।

মধ্য এচিয়াৰ নিজস্ব শিল্পী-সমাজ বাঢ়ি উঠাৰ কাৰণে ছোভিয়েট চৰকাৰে প্ৰত্যেক লোকতন্ত্ৰতে একোখন জাতীয় নাট্য সমিতি স্থাপন কৰি দিছে। তাছখণ্ডতে প্ৰতিষ্ঠিত হোৱা 'আলিকোৰনাভে' নাট্য সমিতিৰ গ্ৰন্থাগাৰত দুই নিযুততকৈ অধিক কিতাপৰ ছেট, পুৰণি প্ৰাচ্য মনীষীসকলৰ দুৰ্লভ গ্ৰন্থও সংৰক্ষণ কৰা হৈছে।

লোকতন্ত্ৰসমূহৰ শ্ৰমিক, কৃষক আৰু বুদ্ধিজীৱিসকলৰ কাৰণে সমাজতান্ত্ৰিক চৰকাৰে বহু অবসৰ বিনেদন কেন্দ্ৰ, স্বাস্থ্যনিবাস, চেনিটোৰিয়াম, শ শ চিকিৎসালয় প্ৰসূতিসদন আদিৰ ব্যৱস্থাও কৰিছে—।

**সমাজতান্ত্ৰিক ৰাষ্ট্ৰত মুছলমানসকলৰ ধৰ্মীয় অধিকাৰ অৰ্জন আৰু উপভোগ**

সচাৰাচৰ প্ৰশ্নতোলা হয়,— "কমিউনিষ্ট দেশত ধৰ্ম বিলোপ পায় নেকি? ধৰ্মীয় আচাৰ মানি চলাৰ বাধা আৰোপ কৰা হয় নেকি?" ইত্যাদি। এনেকুৱা প্ৰশ্ন বুজোৱা সকলে সাধাৰণৰ মনত ভুলধাৰণা সৃষ্টি কৰিবলৈ অৱতাৰণা কৰে। এইটো অৱশ্যে ঠিক, কমিউনিষ্ট দেশত ধৰ্ম মুখ্য প্ৰশ্ন নহয়— মুখ্য প্ৰশ্ন হ'ল, মানুহৰ অৰ্থনৈতিক দিশ। 'কমিউনিজম' এটা বৈজ্ঞানিক তত্ত্ব। সেই কাৰণে, কমিউনিষ্ট সকলো কথাৰে বৈজ্ঞানিক ভাবে সমাধান বিচাৰে।

সমাজতান্ত্ৰিক দেশ ছোভিয়েট ধৰ্মীয় কথাত মনোনিবেশ নকৰে। সেইকাৰণে সকলো ধৰ্মানুষ্ঠানকে ধৰ্মীয় সম্মিলনীবোৰৰ হাতত তুলি দিয়া হৈছে। অৱশ্যে ধৰ্মবিশ্বাসীসকলক নিজৰ নিজৰ ধৰ্ম ৰক্ষা আৰু পালন কৰাত সকলো সুযোগ-সুবিধাৰে যোগান ধৰা হয়। ছোভিয়েট দেশত 'ৰাষ্ট্ৰৰ পৰা গীৰ্জা আৰু গীৰ্জাৰ পৰা বিদ্যালয় পৃথক কৰাৰ "বিষয়ে তাৰ প্ৰধান বিধান সমূহ দিয়া হৈছিল নাগৰিকসকলৰ ধৰ্ম বিশ্বাসৰ ওপৰত নিৰ্ভৰ কৰি সুযোগ-সুবিধা প্ৰতিষ্ঠাৰ বা বিচাৰ বৃদ্ধি কাণ্ডজ্ঞানৰ ওপৰত বাধা আৰোপ কৰা কোনো ধৰণৰ আইন প্ৰণয়ন কৰা নহয়; প্ৰত্যেক নাগৰিকে যি কোনো ধৰ্ম বা নাস্তিকতাবাদ পোষণ কৰিব পাৰে। শিক্ষানুষ্ঠান সমূহত ধৰ্ম শিক্ষা দান নিষিদ্ধ; নাগৰিকসকলে ব্যক্তিগত ভাবে ধৰ্ম লাভ বা দান কৰিব পাৰে। ধৰ্মীয় কাজ কমিউনুষ্ঠানৰ সম্পাদনৰ স্বাধীনতা প্ৰত্যেক নাগৰিকে ভোগ কৰিব পাৰে।

সমাজতান্ত্ৰিক দেশত ধৰ্মক ব্যক্তিগত বেপাৰ বুলি ভবা হয়। ধৰ্মই যেনেকৈ ৰাষ্ট্ৰীয়

কাজত হস্তক্ষেপ কৰিব নোৱাৰে, ৰাষ্ট্ৰীয় কামেও তেনেকৈ ধৰ্মৰ ওপৰত বাধা আৰোপ কৰিব নোৱাৰে।

ছোভিয়েট দেশত ধৰ্মীয় কাজ-কামৰ পৰিচালনা আৰু ধৰ্মানুষ্ঠানবোৰৰ তত্ত্বাৱধান চাৰিটা ধৰ্ম কেন্দ্ৰ বা ধৰ্মাধিকৰণ মণ্ডলে কৰে।

১। ছোভিয়েট ইউনিয়নৰ ইউৰোপস্থ অংশ আৰু চাইবেৰিয়াৰ মুছলমানসকলৰ ধৰ্মসংক্ৰান্ত বিষয় নিয়ন্ত্ৰণ কৰিবলৈ ইউনিয়নৰ ইউৰোপস্থ অংশ আৰু চাইবেৰিয়াৰ ধৰ্মাধিকাৰ মণ্ডল কাৰ্যালয় উফ্ৰাত অৱস্থিত।

২। উজবেকিস্তান, কাজাকস্তান, কিৰঘিজিয় তাজিকিস্তান আৰু তাৰ্কমেনিয়া ধৰ্ম সংক্ৰান্ত বিষয় নিয়ন্ত্ৰণ কৰিবলৈ মধ্য এচিয়া আৰু কাজাকস্থানৰ ধৰ্মাধিকৰণ মণ্ডল। কাৰ্যালয় তাচখণ্ড চহৰ। মুৰব্বী হ'ল মুফতি ইশান বাবাখান।

৩। উত্তৰ কাকেচাচ আৰু ডাঘেষ্টানৰ মুছলমানসকলৰ ধৰ্মাধিকাৰ মণ্ডল-কাৰ্যালয় কুইনস্ক চহৰ মুৰব্বী হ'ল মুফত মোহাম্মদ গাজীকুৰীমফ।

৪। ট্ৰান্সককেচীয়াৰ মুছলমানসকলৰ ধৰ্মাধিকৰণ কাৰ্যালয়-চাৰ্ক।

ছোভিয়েট দেশত যদিও চিয়া আৰু চুন্নী উভয় সম্প্ৰদায়ৰে লোক আছে, এওঁলোকৰ মাজত বৰ্তমান কোনো খৰিয়াল নাই। ধৰ্মাধিকৰণ মণ্ডলবোৰত উভয় সম্প্ৰদায়ৰে প্ৰতিনিধি থাকে।

ধৰ্মাধিকৰণ মণ্ডলবোৰে নিয়ন্ত্ৰণ কৰা বিষয়বোৰ হ'ল— শতবিৰোধ থকা ধৰ্ম সংক্ৰান্ত প্ৰশ্নবোৰৰ মীমাংসা কৰা, খাতিব, ইমামসকলৰ জ্ঞানৰ উপযুক্ততা পৰীক্ষা কৰি নিযুক্তি দিয়া, ধৰ্ম উপসনাৰ পুৰোহিতসকলৰ নিযুক্তি, বদলি আৰু পদচ্যুতি কৰা, এনেকাসমূহ মুছলমান সম্প্ৰদায়সমূহৰ কাৰ্য-কলাপৰ ওপৰত সাধাৰণ নিয়ন্ত্ৰণ জাৰি কৰা, মাদ্ৰাছাবিলাকৰ পাঠ্য তালিকা তৈয়াৰ কৰা, পুৰোহিতসকলৰ শিক্ষা দানৰ তদাৰক কৰা, ধৰ্ম সংক্ৰান্ত কিতাপ-পত্ৰ ছপা কৰা; ধৰ্মাধিকৰণ মণ্ডলৰ আৰ্থিক আৰু ব্যৱসায়ী বিষয়সমূহ পৰিচালনা কৰা, মক্কালৈ তীৰ্থ যাত্ৰী পঠোৱা, বিদেশৰ ধৰ্ম সস্থাবোৰৰ লগত যোগাযোগ স্থাপন কৰা।

ছোভিয়েট দেশত ১৮ বছৰ বয়স প্ৰাপ্ত কুৰিজন ধৰ্ম বিশ্বাসী গোটখাই এটি ধৰ্মীয় সংঘ স্থাপন কৰিব পাৰে। সংঘই চৰকাৰৰ তৰফৰ পৰা উপসনাৰ বাবেৰবাচতীয় সা-সুঁজলি পোৱা অধিকাৰ পায়।

ছোভিয়েট দেশৰ ইছলাম ধৰ্মীসকলে বছৰি হজ কৰিবলৈ মক্কালৈ যায়। বিশ্বাসীসকলে নিয়মিত ভাবে উপাসনা কৰিবলৈ মছজিদলৈ যায়, আৰু আনন্দ উল্লাসেৰে ছুটি আৰু নিৰ্দিষ্ট পৰ্ব আদি উদযাপন কৰে।

ধৰ্ম বিশ্বাসীসকলে ব্যক্তিগত ভাবে নিজৰ ঘৰত ল'ৰা-ছোৱালীক ধৰ্মীয় শিক্ষা দিয়াৰ কৰিব পাৰে নাইবা মাদ্ৰাছাত পঢ়ুৱাব পাৰে।

মাদ্ৰাছাত ভৰ্ত্তি হোৱাৰ আগতে, ছাত্ৰসকলে প্ৰথমতে উচ্চ মাধ্যামিক স্কুলৰ পাঠক্ৰম শেষ কৰিব পাৰে।

মাদ্ৰাছাত স্নাতক হিচাপে উৰ্ত্তীণ হোৱা সকলক ধৰ্মাধিকৰণ মণ্ডলে বয়স আৰু উপযুক্ততা বিচাৰ কৰি মুছলমানৰ সম্প্ৰদায় সমূহৰ ইমান বা খাতিম আৰু মাজৰৰ শেষ হিচাবে নিয়োগ কৰে। অধিক সমৰ্থবান সকলে মাদ্ৰাছাতে শিক্ষক হিচাবে থাকিব পাৰে।

ধৰ্মতত্ত্বৰ আটাইতকৈ ভাল ছাত্ৰসকলক বিদেশলৈ পঠিয়াই ধৰ্মীয় বিদ্যালয়ত শিক্ষা লাভ কৰোৱাতো ছোভিয়েট দেশত এটি ঐতিহ্যত পৰিণত হৈছে। ঐতিহ্যটোক মুছলমানসকলে এতিয়াও সংৰক্ষণ কৰি আছে।

ছোভিয়েট ইউনিয়নত মুছলমানসকলে তেওঁলোকৰ ধৰ্মীয় সাহিত্যবোৰ বৰ যতনেৰে সংৰক্ষণ কৰি ৰাখিছে। ধৰ্মাধিকৰণ মণ্ডল আৰু গ্ৰন্থাগাৰবোৰত বিভিন্ন সংস্কৰণ বহু সংখ্যক কোৰাণ, আল্লাৰ দূত মহম্মদৰ উপদেশ বাণীবোৰ, আৰবী পাৰ্শী আৰু তুৰ্কী ভাষাত বিখ্যাত মুছলমান ধৰ্ম তত্ত্ববিদ আৰু ঐতিহাসিকসকলৰ দুৰ্লভ বহুমূলীয়া গ্ৰন্থবোৰ আছে। তাচখেণ্টৰ গ্ৰন্থাগাৰত খোৱা টাইমূৰৰ সোণালী আৰবীয় ভাষাত লিখা কোৰাণৰ সংস্কৰণ, শ শ বছৰৰ পুৰণি অদ্বিতীয় হাতে লিখা পুথিবোৰ সংৰক্ষিত আছে।

ছোভিয়েট চৰকাৰে, ইছলামৰ ইতিহাস বিজড়িত ছোভিয়েট ইউনিয়ণৰ ভিতৰত থকা মজজিদ, মাদ্ৰাছা আৰু কাৰুকলা মণ্ডিত গ্ৰহবোৰ মুছলমান সম্প্ৰদায়সমূহৰ হাতত তুলি দিছে। ছোভিয়েটৰ ইউনিয়নত কেৱা হেজাৰো সক্ৰিয় মছজিদ আছে। একমাত্ৰ তাছখেণ্টতে ১৬ টা ডাঙৰ মছজিদ আছে।

সমাজতান্ত্ৰিক ৰাষ্ট্ৰ ছোভিয়েট মুছলমানসকলৰ প্ৰাচীন ইতিহাস বিজড়িত স্মৃতিচিনবোৰ সংৰক্ষণ কৰাৰ ওপৰিও সেইবোৰৰ নিয়মিত ভাবে মেৰামতি আৰু পুনঃ প্ৰতিষ্ঠা কৰে।

ছোভিয়েট প্ৰাচ্যৰ লোকতন্ত্ৰসমূহ অতি প্ৰাচীন আৰু সুসমৃদ্ধ সংস্কৃতিৰ দেশ। লোকতন্ত্ৰ সমূহত অতি পুৰণি মছজিদ, মাদ্ৰাছা আৰু সমাধি মন্দিৰ (ছোহজিন্দে) বোৰ আছে। এইবোৰে সাক্ষী দিয়ে দূৰ অতীতৰ জনসাধাৰণৰ ভাস্কৰ্য্য আৰু শিল্পজ্ঞান, তেওঁলোকক ক'লা-প্ৰীতি মনো-মোহা স্মৃতি চিনবোৰ চাবলৈ দূৰ দূৰণিৰ পৰা হেজাৰ হেজাৰ তীৰ্থ যাত্ৰী আহে আৰু স্মৃতিচিনবোৰৰ লগত জড়িত পুৰণি ইতিহাসৰ গ'ম লয়।

পুৰণি স্মৃতিচিনবোৰ ভিতৰত, তাৰ্কমেনিয়াৰ প্ৰাচীন মাৰ্ভা (বৰ্তমান মাৰিচহৰৰ) ওচৰত থকা খামেদানীৰ মছজিদ (৮৬৯ চনত সজা) হাজী খামেদানীৰ সতীৰ্থ সুলতান সাজাৰুৰ কবৰ (১২ শ শতিকাত সজা) তাজিকিস্তানৰ খামেদানীৰ কবৰ; প্ৰাচীন সমৰখন্দত থকা টাইমুৰ লঙৰ প্ৰথমা স্ত্ৰী বিবি খানীমৰ নাম অনুযায়ী সজা বিবি খানীম মছজিদ (১৩৯৯-১৪০৪) গুৰ আমি সমাধি মন্দিৰ উলুখবেকৰ মাদ্ৰাছা প্ৰাচীন বোখাৰাৰ (উজবেকিস্থান) অট্টালিকাবোৰ প্ৰখ্যাত। স্মৃতিচিনবোৰ পুৰণি যুগৰ নিৰ্মান কাৰ্য কুশলীবোৰৰ সুক্ষ্ম ভাস্কৰ্য জ্ঞানৰ পৰিচয় দিয়ে। সকলো ক্ষেত্ৰতে সমৰত্ব আৰু নিৰাপত্তা অৰ্জন কৰি ছোভিয়েট দেশৰ

মুছলমানসকলে বৰ্তমান সুখ শান্তিৰে জীৱন নিয়াইছে। জাতি সমূহৰ মাজত সমানাধিকাৰ প্ৰতিষ্ঠা হোৱাত, পুঁজিবাদী সমাজত দেখা দিয়া হিংসা, দ্বেষ অসূয়াৰ ভাববোৰ তিৰোহিত হৈছে। মানুহে মানুহৰ ওপৰত কৰা শোষণৰ অৱসানৰ লগতে কৰ্মসংস্থান, শিক্ষা, ছুটি, বিনামূলীয়া চিকিৎসা আৰু বাৰ্দ্ধক্যৰ বাবে ৰাষ্ট্ৰীয় ভাতা পোৱাৰ অধিকাৰ অৰ্জন কৰি সমাজতান্ত্ৰিক ৰাষ্ট্ৰৰ নাগৰিকসকলে সুখী জীৱন নিৰ্বাহ কৰিবলৈ সমৰ্থবান হৈছে।

মধ্য এচিয়াৰ মুছলমানসকলে, ছোভিয়েট ইউনিয়নৰ ভ্ৰাতৃ-জাতিসকলৰ লগত লগ লাগি বৰ্তমান নতুন সমাজ গঢ়াত লাগিছে। 'সাম্যবাদ' ছোভিয়েট কমিউনিষ্ট পাৰ্টিৰ চৰম লক্ষ্য— য'ত মানুহে সাধ্যানুযায়ী কাম আৰু প্ৰয়োজন অনুসৰি ভোগ কৰাৰ সুবিধা পায়।

*(২য় বছৰৰ ৯ম সংখ্যাত প্ৰকাশিত এপ্ৰিল ১৯৬৭)*

# আৰ, এচ, এচ, বনাম জনসংঘ

দশৰথ দাস

আৰ, এচ, এচ, অৰ্থাৎ ৰাষ্ট্ৰীয় সেৱক-সংঘ। এই সংঘৰ সদস্যৰ চিন্তাধাৰালৈ যদি লক্ষ্য কৰা যায়; তেনেহ'লে প্ৰথমেই চকুত পৰে— তেওঁলোকে ধৰ্ম নিৰপেক্ষ ভাৰতবৰ্ষ হিন্দু হিচাবেই হিন্দু-সভাতা, হিন্দু-সংস্কৃতি আৰু হিন্দু ঐতিহ্য লৈ দেশৰ সংবিধান গঠন হোৱাটো বিচাৰে,— আৰু বিচাৰে এখন হিন্দুৰ দেশ। এখন দেশত বহু ধৰ্ম বা বহু সম্প্ৰদায়ৰ মানুহ সাংবিধানিক ভাবে সমান ক্ষমতাত থকাটো তেওঁলোকে নিবিচাৰে। এওঁলোকক যদি প্ৰশ্ন কৰা হয়, তেনেহ'লে আৰ. এচ. এচ. এটা অৰাজনৈতিক সংগঠন বুলি প্ৰচাৰ কৰে; কিন্তু এওঁলোকৰ যেতিয়া শিবিৰ পতা হয়, তেতিয়া কোনবোৰ কথাৰ আলোচনা হয়? (এওঁলোকে শিবিৰলৈ বিভিন্ন ধৰণৰ, নেতা ধৰণৰ মানুহক আমন্ত্ৰণ কৰে যাতে বাহিৰৰ ৰাজনৈতিক চেতনাসম্পন্ন ব্যক্তিয়ে সেইটো অৰাজনৈতিক দলবুলি প্ৰতীয়মান যায়) কোনোজনে শিবিৰ শিক্ষাৰ্থীসকলৰ সন্মুখত দাঙি ধৰে ৰাণা প্ৰতাপ সিংহৰ চৰিত্ৰ আৰু কোনোজনে দাঙি ধৰে শিবাজীৰ চৰিত্ৰ। (কওঁতাসকলৰ ভিতৰত কংগ্ৰেছী ব্যক্তিও থাকিব পাৰে) এওঁলোকৰ চৰিত্ৰক সাম্প্ৰাদায়িক ৰহন সানি সেই সময়ৰ ৰজাৰ বিৰুদ্ধবাদী কৰি তোলে। এতিয়া স্পষ্ট হৈ পৰে— আকবৰ বা ঔৰংজেৱ সেই সময়ৰ দিল্লীৰ মুছলমান সম্ৰাট আছিল আৰু ৰাজনীতিৰ ক্ষেত্ৰত ৰাণা প্ৰতাপ সিংহ বা শিবাজীয়ে যি বিৰুদ্ধতা কৰিছিল— এই শতিকাত কিন্তু আৰ. এচ. এচৰ প্ৰচাৰকসকলে এক বিৰূপ চৰিত্ৰত শিক্ষাৰ্থীসকলক মুছলিম বিদ্বেষী কৰি তোলাৰ বাবে এনেকুৱা চৰিত্ৰ বিলাক দাঙি ধৰে। তেনেহলে দেখা যায় আৰ. এচ. এনেকুৱা এটা সংগঠন যি কেৱল মুছলিম সম্প্ৰদায়ৰ বিৰুদ্ধেহে এওঁলোকে কাম কৰে। আৰু শিক্ষাৰ্থী সকলক এনেকুৱা শ্লোগান শিকোৱা হয় যেন তেওঁলোকে হিন্দু হিচাবেহে নিজক ভাবিব পাৰে। গতিকে এইটো স্পষ্ট যে এই সংগঠনটো সাম্প্ৰদায়িক সংগঠন। (শিক্ষাৰ্থীৰ ভিতৰত কিন্তু মুছলিম শিক্ষাৰ্থী পোৱা নাযায়— অধিক ব্ৰাহ্মণ সম্প্ৰাদায়ৰহে)

এই সংগঠনৰ প্ৰচাৰকসকলৰ চৰিত্ৰক যদি লক্ষ্য কৰা হয় তেনেহ'লে স্পষ্ট হৈ পৰে— প্ৰচাৰকসকলে বেছিভাগ ব্ৰাহ্মণ সম্প্ৰদায়ৰ। এনে এটা বুৰঞ্জীৰ সময় আছিল (?) যি সময়ত বিৱৰ্তনত বুদ্ধিজীবিসকলে নিজৰ নিজৰ স্বাৰ্থজড়িত সুবিধা আদায়ৰ বাবে যেনেকৈ শ্ৰেণী প্ৰথাৰ সৃষ্টি কৰিছিল আৰু শ্ৰেণীগত শ্ৰেষ্ঠত্বৰ পৰিচয়েৰে তেওঁলোকে যুগে যুগে সুবিধা আদায়ৰ বাবে যিবিলাক শোষণীয় কৌশল অৱলম্বন কৰি আহিছিল সেই কৌশল আজি লাহে লাহে নাইকীয়া হৈ যোৱাৰ ভয়ত ৰাজনীতিৰ মাজেৰেই সেই স্থান পুনৰ

বাহাল ৰাখিবৰ বাবে এনেকুৱা অনুষ্ঠানৰ জন্ম দিব ধৰিছে। এই প্ৰচাৰকসকলক যদি কোনো ৰাজনৈতিক দলত ভুক্ত আছেনে নাই বুলি সোধা হয়; তেনেহ'লে ক'ব— নাই। কিন্তু এইটো স্পষ্ট ৰাজনৈতিক দল জনসংঘৰ যি নীতি— সেই একেই নীতি আৰ. এচ. এচৰো। তেনেহ'লে এইটো কবই লাগিব জনসংঘৰ সাম্প্ৰদায়িক আদৰ্শ ৰক্ষা কৰিবলৈ কৌশল পূৰ্ণ ভাবে সংগঠন কৰা এই আৰ. এচ. এচ দলটো দেখা গৈছে ৰাষ্ট্ৰীয় স্বয়ং সেবক সংঘক জনসংঘই পৰিচালনা কৰে আৰু ইয়াৰ প্ৰচাৰকসকল হ'ল জনসংঘৰেই একোজন সদস্য।

জনসংঘৰ স্বৰূপটো যদি উদঙাই চোৱা হয়, তেনেহ'লে প্ৰকট হয় সাম্প্ৰদায়িক ৰাজনীতিৰ মাজেৰে ভাৰতবৰ্ষৰ সংখ্যাগৰিষ্ঠ হিন্দুত্ব বিচাৰে। অৰ্থাৎ সংস্কৃতি সভ্যতা আৰু ঐতিহ্যৰ ফালৰ পৰা প্ৰধানতা বিচাৰে। যিখন দেশ ধৰ্ম নিৰপেক্ষ— য'ত গণতান্ত্ৰিক সংবিধানসকলো ধৰ্ম বা সম্প্ৰদায়ৰ বাবে সমানেই স্থান তেনেকুৱা ক্ষেত্ৰত সাম্প্ৰদায়িক ৰাজনীতিৰ প্ৰয়োজন ক'ত? ইও এক ৰাজনীতিয়েই। কিন্তু এনেকুৱা ৰাজনীতিৰ মাজেদি বিশেষকৈ লাভৱান হৈছে উত্তৰ ভাৰতৰ এক শ্ৰেণীৰ মানুহ— কেঁঞা মাৰোৱাৰীৰ দল। ভাৰতবৰ্ষৰ আভ্যান্তৰীণ অৰ্থনীতিৰ ভোক্তা পুঁজিপতি ব্যৱসায়ীসকল। এওঁলোকেই সাম্প্ৰদায়িক ৰাজনীতি ৰক্ষা কৰিবলৈ জনসংঘৰ নামত লাখ লাখ টকা খৰচ কৰে। অৰ্থাৎ এনেকুৱা পুঁজিপতিসকলৰ দ্বাৰাই গঠিত এই জনসংঘ দল। দেখা যায়, ভাৰতবৰ্ষত খৃষ্টান বা অন্য ধৰ্মীয়সকলৰ লগত জনসংঘই ৰাজনৈতিক জুৰা নেখেলে— খেলে কেৱল মুছলিম সম্প্ৰদায়ৰ লগতহে। জনসংঘই ভাবে— ভাৰতত থকা মুছলিমসকলে পাকিস্থানৰ লগত এক লগ হৈ ভাৰতবৰ্ষক পাকিস্থান কৰিব। অৰ্থাৎ ভাৰতীয় মুছলমানসকলে ভাৰতৰ কথা চিন্তা নকৰি পাকিস্থানৰ কথাহে চিন্তা কৰে। এইটো হ'ল সাম্প্ৰদায়িকতাক ৰক্ষা কৰিব পৰা ৰাজনৈতিক শ্লোগানহে। তেনেকৈ ক'ব পাৰি কিছুমান হিন্দু নেতাই ভাৰতবৰ্ষৰ কথাহে চিন্তা কৰে। যদিও জনসংঘৰ নেতাসকলে ইয়াক সাম্প্ৰদায়িক দল বুলি নকয় তথাপিও এই দলৰ যি পথ সিয়েই কিন্তু স্পষ্ট কৰি দিয়ে— জনসংঘ এটা সাম্প্ৰদায়িক দল আৰু প্ৰতিক্ৰিয়াশীল। সিদিনা ভাৰতৰ প্ৰধান মন্ত্ৰী শ্ৰীমতী ইন্দিৰা গান্ধীয়ে— "হিন্দু মহাসভা আৰু জনসংঘক সাম্প্ৰদায়িক দল" বুলি স্পষ্ট ভাৱেই ঘোষণা কৰিছে। এই দলৰ কোনো ধৰণৰ ৰাষ্ট্ৰীয় আৰ্চনি নাই। এইদলে ৰাষ্ট্ৰীয়ত্বৰ ফালৰ পৰা কোনো চিন্তা নকৰে। এইদলে সাৰ্বজনীন চিন্তা ধাৰাৰে ভাৰতীয় বুলি নেভাবে, ভাবে কেৱল হিন্দু বুলিহে। এইদৰে ভাৰতীয় সাংস্কৃতি-সভ্যতা ঐতিহ্যক স্বীকাৰ নকৰে। এই দলে আভ্যন্তৰীণ সাম্প্ৰদায়িকতা কেনেকৈ জীয়াই ৰাখিবলৈ চেষ্টা কৰিছে, তাৰ স্পষ্ট প্ৰমাণ হ'ল 'গো-হত্যা নিষেধ আন্দোলন'। এইটো উত্তৰ ভাৰতীয় আন্দোলন। যদি বিচাৰ কৰি চোৱা হয়, ভাৰতবৰ্ষত কেৱল মুছলিমসকলেই খাদ্যৰূপে গো-বধ নকৰে লগতে অন্যান্য সম্প্ৰদায়ৰ মানুহো আছে যি সকলে গো-মাংস খাদ্যৰূপে ব্যৱহাৰ কৰি

আহিছে। খাদ্য বস্তুৰ ওপৰত হস্তক্ষেপ কৰি হিন্দুসকলৰ মাজেদি জনমত গঠন কৰি আন্দোলন কৰাৰ যুক্তি ক'ত? এই আন্দোলন কৰিব ধৰিছে জনসংঘই যদিও গো-হত্যা নিষেধ আন্দোলন কমিটি আছে। এইটো সম্পূৰ্ণ ৰাজনৈতিক আন্দোলন। ইয়াত ৰাজনৈতিক ৰূপ দি ভাৰতীয় জনসাধাৰণক ধৰ্মৰ ভিত্তিত বিভক্ত কৰাৰ ই এক ৰাজনৈতিক কৌশল মাত্ৰ। আজি গো হত্যাৰ বিৰুদ্ধে এনেকুৱা প্ৰতিক্ৰিয়া শীল দলবিলাকে যি ভূমিকা গ্ৰহণ কৰিছে— ভাৰতবৰ্ষত খাদ্যৰ অভাৱত (ঠায়ে ঠায়ে) যেতিয়া মানুহৰ শোচনীয় মৃত্যু হৈছিল তেতিয়া কিন্তু এই দলবিলাকে কোনো ধৰণৰ মুখ্য ভূমিকা লোৱা নাই। সিদিনা বিহাৰৰ (দুৰ্ভিক্ষ) অৱস্থাত জনসংঘৰ কি ভূমিকা দেখা গ'ল? গো-হত্যা নিষেধ আন্দোলনৰ কাৰণে কোন শ্ৰেণীৰ লোকে অনশন আৰম্ভ কৰিছে? ব্ৰাহ্মণ শ্ৰেণীৰ মানুহেই এনেকুৱা কৌশল পূৰ্ব ৰাজনীতিৰ মাজেদি এক শ্ৰেণীৰ সুবিধা বিচাৰিছে। এটা শ্ৰেণীয়ে শ্ৰেণীগত স্বাৰ্থ উদ্ধাৰৰ বাবেই ৰাজনৈতিক ৰূপ দি এই গো-হত্যা নিষেধ আন্দোলন আৰম্ভ কৰিছে। হিন্দুসকলে গৰু খোৱা নাছিল জানো? অতিথিক বিশেষ আদৰ দেখুৱাৰ বাবে গো-হত্যা কৰি আপ্যায়িত কৰা হোৱা নাছিল জানো? (অসম বাতৰিত হোমেন বৰগোহাঁয়েই 'গৰু' নামৰ প্ৰবন্ধত লিখিছে) আজি উত্তৰ ভাৰত অঞ্চলত গো-হত্যা নিষেধ আন্দোলনটোই ভাৰতৰ আভ্যন্তৰীণ কোনপিনে লৈ যাব ধৰিছে এইটো প্ৰত্যেক সচেতন ব্যক্তিয়েই চিন্তা কৰাৰ সময় হৈছে।

ধৰ্মৰ নামত এক বিকৃত ৰূপ দি জনসংঘৰ নিচিনা প্ৰতিক্ৰিয়াশীল দলে জনসাধাৰণক আজি বিভ্ৰান্ত কৰিব ধৰিছে। জনসাধাৰণৰ মূল সমস্যাবিলাকৰ চিন্তাৰ পৰা আঁতৰাই নি জনসাধাৰণক এক সাম্প্ৰদায়িক গণ্ডি লৈ যাব ধৰিছে আৰ. এচ. এচৰ নিচিনা ৰাজনৈতিক দলবিলাকে। ভাৰতীয় চিন্তাধাৰাৰে উমৈহতীয়া সমস্যাবিলাক সমাধান কৰাৰ পৰা ধৰ্মীয় অনুভূতিৰ ডেকা শক্তিটোৰ শক্তিক অপহৰণ কৰিব ধৰিছে, আৰ. এচ. এচ. এ। এটা কথা যদি আমি চিন্তা কৰি চাওঁ আজি মানুহৰ মূল সমস্যাৰ মূল স্ৰষ্টা হ'ল ভাৰতবৰ্ষৰ পুঁজিপতিৰ দল। অৰ্থনৈতিক সমস্যাবো কানো এক সম্প্ৰদায়ৰ সমস্যা নহয়— ই হ'ল ভাৰতীয় সমস্যা আজিৰ জনসাধাৰণৰ অৰ্থনৈতিক সমস্যাৰ সমাধানৰ বাবে দুই হাত তুলি আৱাজ তুলিছে। পুলিচৰ গুলিৰ পৰা সকলো ধৰণৰ অত্যাচাৰ আজিৰ জনসাধাৰণে মূৰ পাতি গ্ৰহণ কৰিছে— কেৱল মূল মূল সমস্যাবিলাক সমাধানৰ বাবে। আজিৰ ভাৰতবৰ্ষৰ আভ্যন্তৰীন লড়াই হ'ল এপিনে জনসাধাৰণ আৰু আন পিনে ভাৰতীয় অৰ্থনীতিৰ ভোক্তা পুঁজিপতিৰ দল। গতিকে বুজিব লাগিব জনসংঘৰ নিচিনা সাম্প্ৰদায়িক আৰু প্ৰতিক্ৰিয়া শীল দলটোই লাখ লাখ অৰ্থ সাহাৰ্য্যৰে পৰিচালনা কৰা পুঁজিপতিসকলৰ এনে এক নিৰ্দ্দেশ পালন কৰিবলৈ সংকীৰ্ণ আৰু সাম্প্ৰদায়িক ৰাজনীতি হাতত লৈছে— যাৰ দ্বাৰা দেশৰ অৰ্থনৈতিক ভাৱে জুৰুলা এক সৰ্ব বৃহৎ অংশৰ সাধাৰণক অৰ্থনৈতিক বৈপ্লৱীক চিন্তাধাৰাৰ পৰা আঁতৰাই ৰাখিবলৈ সংগ্ৰাম চলাবলগীয়া হৈছে। দেশৰ জনসাধাৰণক

ধৰ্মীয় আৱেগ সোমাই দি আভ্যন্তৰীণ ক্ষেত্ৰত বিভেদ সৃষ্টি কৰিব ধৰিছে। এইটো এক মাৰাত্মক শোষণ ব্যৱস্থা আৰু ইয়াৰ পৰা লাভৱান হৈছে পুঁজিপতি মাৰোৱাৰী দল আৰু উত্তৰ ভাৰতৰ ব্ৰাহ্মণীয় দল। দেখিছোঁ— অৰ্থনৈতিক আন্দোলন দিনে দিনে যেনেকৈ গা কৰি উঠিছে যাৰ দ্বাৰা পুঁজিপতিসকলৰ ওপৰতহে এই আন্দোলনবিলাকৰ হেঁচা বেছিকৈ পৰে। সেই কাৰণেই ধৰ্মান্ধতাৰ এনাজৰিৰে হিন্দুবাদী মনোভাব গঢ়ি, উঠি অহা আন্দোলনবিলাক ধ্বংস কৰিব খোজাৰ বাহিৰে জনসংঘৰ কোনো ধৰণৰ ৰাষ্ট্ৰীয় ৰাজনৈতিক লক্ষ্যৰ আঁচনি নাই। এমুঠি ভাতৰ চিন্তাৰ মাজত ভাৰতীয় জনসাধাৰণৰ যি বৈপ্লৱীক সংগ্ৰাম লুকাই আছে তাৰ ওপৰত হিন্দু সংস্কৃতি হিন্দু সভ্যতা বা হিন্দু-ঐতিহ্যৰ প্ৰলেপেৰে সেই জীৱন্ত সভ্যতা বা হিন্দু ঐতিহ্যৰ প্ৰলেপেৰে সেই জীৱন্ত সংগ্ৰামক আঁৰ দি ৰাখিব পৰা যাব জানো? ভোকৰ সলনি বুজিবলৈ টান পোৱা কিছুমান মন্ত্ৰমূলা মুখস্থ কৰিলেই জনসাধাৰণৰ পেটৰ ভোক আৰু মানুহ হিচাবে বাচি থকাৰ ব্যৱস্থাবোৰ হাতে হাতে পাব জানো? পুঁজিপতিসকলৰ দ্বাৰা ভেৰোণীয়া জনসংঘৰ নেতাসকলে কেইজনমান পুঁজিপতিৰ ৰাজ আজ্ঞা পালন কৰিবলৈ যাওঁতে এক বৃহৎ ভাৰতীয় জন সাধাৰণৰ স্বাৰ্থত কুঠাৰঘাত কৰা নাই জানো? গো-হত্যা নিষেধ আন্দোলনক ভাৰতৰসকলো জনসাধাৰণেই সমৰ্থন কৰিছে নে? জনসাধাৰণক বিভ্ৰান্তি পথেৰে লৈ গৈ নিৰ্বাচনী লাভ আদায় কৰি পুঁজিপতি সকলৰ ৰক্ষা কবচ নহ'ল জানো? এইসকলো বিলাক প্ৰশ্নৰ উত্তৰ এদিন ভাৰতীয় জনসাধাৰণে নিশ্চয়কৈ নিজেই বুজি পোৱাৰ সময় উপস্থিত হৈছে।

*(২য় বছৰৰ ৯ম সংখ্যাত প্ৰকাশিত এপ্ৰিল ১৯৬৭)*

# অসম কেশৰীৰ মহাপ্ৰয়াণ

শ্ৰী শ্ৰী ৰামচন্দ্ৰ দাস

হে মহান,
লভিলা জনম তুমি অসমভূমিত,
জন সেৱা ব্ৰত মাথোঁ কৰি সাৰোগত,
"দেশেই ভগবান" বাণী কৰিলা প্ৰচাৰ।
"চেতনাৰে" সেৱা কৰি মাতৃ ভাষা মোৰ
"ডেকা অসমেৰে" দিলা হাবিত সাহস।
"এইখন মোৰ অসম দেশ"—
এইবাণী তোমাৰেই অন্তৰৰ দান।
হে ত্যাগী,
কৰিছোঁ মিনতি,
থাকি তুমি অশৰীৰীৰূপে
আমাৰ মাজত,
আগবঢ়াই নিয়া অসমীয়া,
বল-বীৰ্য্যে ভক্তি-জ্ঞান
হ'ব পাৰে যেন এটি সুমহানজাতি।
হে বীৰ,
তোমাৰ নামত মোৰ নত হয় শিৰ,
আহা দেৱ তুমি পুনু আমাৰ মাজত,
দুখ-দৈন্য কৰি বিমোচন
দিয়া মচি জননীৰ নয়নৰ নীৰ।

(২য় বছৰৰ ৯ম সংখ্যাত প্ৰকাশিত এপ্ৰিল ১৯৬৭)

# এবুকু আশাৰে

## সম্পাদকীয়

'আজান'ৰ দ্বিতীয় বছৰ পাৰ হৈ গ'ল। শতবাধা বিঘিনিক কাতি কৰি থৈ ক'ত ঈৰ্ষা আৰু দ্বেষক বুকুত সাবটি লৈ আৰু লগতেবহু কটু সমালোচনাত জ্বলা-কলা হৈ 'আজানে' এয়া তৃতীয়বছৰত ভৰি দিলে। আৰ্থিক দুৰ্বহ ক্ষতিৰ বোজা বহন কৰিও ভৱিষ্যতে 'নামাজী'ৰ পথ সুচল কৰিবৰ বাবে মুৱাজ্জিনে 'আজান' পুকাৰি আছে।

'আজান'ৰ মিঠা সুৰত তিক্ততাৰ মিশ্ৰণ আছে; মৃদু ধ্বনিতো বেদনাৰ স্পন্দন বিৰাজমান। সেয়ে ইয়াৰ মিঠা তানত বহুতৰ মান যায় আৰু ইয়াৰ মৃদু গানেও কাণ খায়। এই বৈচিত্ৰ্যৰ মাজতেই 'আজান সৃষ্টিৰ সফলতা বিদ্যমান।

অসমৰ মুছলমান সম্প্ৰদায়ৰ আশা-আকাংক্ষা আৰু বেদনাৰ ভাব 'আজানে' বহন আমি জন্মক্ষণতে ঘোষণা কৰিছো আৰু লগতে অসমৰ ভাষা-সংস্কৃতি আৰু সাহিত্য চৰ্চাৰ মাজেৰে হিন্দু-মুছলিম সম্প্ৰীতি গঢ়ি তুলিবলৈ সংগ্ৰাম চলাম বুলি প্ৰতিশ্ৰুতি দিছিলো। আৰু প্ৰয়োজন বোধে 'সাম্প্ৰদায়িকতাবাদী মনোভাবীসকলৰ ভাবৰ মূৰত বাম-টাঙোন সোধাই, শিকনি দি সাম্প্ৰদায়িক সম্প্ৰীতি গঢ়ি তুলিবলৈ সংগ্ৰাম' চলোৱাৰ কথাও কৈছিলো।

বিগত দুটা বছৰত 'আজানে' এই পিছল বাটেৰে নিভীকভাবে খোজ কাঢ়ি আহিছে— পিছলি পৰা নাই। বতাহ-বৰষুণত হালিছে-জালিছে, বাটৰুৱাৰ লগত টকৰো লাগিছে, তথাপিও ভাগৰি পৰা নাই। মনৰ অদম্য উৎসাহ আৰু সাহসৰ জোৰত ধৰাক সৰা জ্ঞান কৰি চলি আছে। কিন্তু?

যিখন সমাজৰ আশা আকাংক্ষা আৰু বেদনাক মূৰ্তৰূপ দিবলৈ অপূৰণীয় ক্ষতি আৰু অক্লান্ত পৰিশ্ৰমেৰে 'আজান'ক জীয়াই ৰখাৰ সাধনা কৰা হৈ আছে— সমাজৰ তৰফৰ পৰা তাৰ উপলব্ধি আৰু পৰ্যাপ্ত পৰিমাণৰ সহায়-সহানুভূতি আৰু সহযোগ নাই পোৱা এথোন। মৌখিক সহানুভূতি আমি বহুতৰেই পৰা অৱশ্যে পাই আছো; কিন্তু পত্ৰিকা এটি পৰিচালনাৰ ক্ষেত্ৰত ধনৰ বোজা টানকিয়াল নহয়, তাক আমাৰ বহুতেৰেই জানিছে।

যি হওক, আমাৰ শুভাকাংক্ষী, লিখক-লিখিকা, এজেন্ট, গ্ৰাহক আৰু পাঠক-পাঠিকাসকলৰ সহায়-সহযোগিতাৰ ওপৰতেই 'আজান' বৰ্তি আছে। নতুন বছৰৰ আন্তৰিক প্ৰীতি ৰ'ল।

'আজান'ৰ নীতি আগৰদৰেই থাকিব। সকলো মহাজনসকলৰ পৰা 'আজানে' কৃপালু পোৱাৰ আশা ৰাখে। ৰাইজৰ সহায় আৰু সহানুভূতি পোৱাৰ কামনা কৰে। খোদা হাফিজ।

*৩য় বছৰৰ প্ৰথম সংখ্যাত প্ৰকাশিত (মে' ১৯৬৭)*

# ইব্‌নে চিনাৰ পৰিচয়

অধ্যক্ষ আব্দুছ ছাত্তাৰ

সেখ আবু আলি ইব্‌নে চিনাৰ জীৱনটোৱেই হ'ল জ্ঞানলিপ্সা আৰু জ্ঞান আহৰণৰ কাৰণে অতিবাহিত কৰা এটা বিশেষ জীৱন। সত্যৰ উপলব্ধি আৰু অনুসন্ধিৎসাই আছিল তেওঁৰ জীৱনৰ লক্ষ্য। সেয়েহে এহেজাৰ বছৰৰ আগতে তেওঁ জগতত জ্ঞান-জ্যোতিৰে জ্যোতির্ময় কৰি গ'ল। সেই জ্যোতিৰে আজি জগতৰ মহাজ্যোতি আৱিষ্কাৰ কৰাত মানৱ সমাজক আগুৱাই নিছে— অনুপ্ৰেৰণা যোগাইছে। জগতৰ সাংস্কৃতিক জীৱনৰ ওপৰত এওঁৰ প্ৰভাৱ অতুলনীয়। কাৰণ, এওঁৰ পাণ্ডিত্য চিকিৎসা, দৰ্শন, ধৰ্ম আৰু বিজ্ঞান শাস্ত্ৰত প্ৰতিভাত হৈছিল। সেই প্ৰতিভাৰ দ্বাৰা তেওঁ প্ৰাচ্য আৰু পাশ্চাত্য জগতত সুপ্ৰসিদ্ধ হৈ পৰিছিল। প্ৰাচ্য আৰু পাশ্চাত্যৰ ভাৱৰ সংমিশ্ৰণ এওঁৰ যোগেদিও হৈছিল।

ইব্‌নে চিনাৰ প্ৰধান চিকিৎসা শাস্ত্ৰ হ'ল— 'কানুনফিলনাব্' (Encyclopaedia of medical Science)। এই গ্ৰন্থখনি প্ৰাচ্য আৰু প্ৰাশ্চাত্য জগতত দ্বাদশ শতিকাৰ পৰা আৰম্ভ কৰি ষোড়শ শতিকালৈকে একমাত্ৰ প্ৰসিদ্ধ চিকিৎসা শাস্ত্ৰ আছিল। তেওঁৰ দৰ্শন শাস্ত্ৰ আৰু চিকিৎসা শাস্ত্ৰ একাদশ শতিকাৰ পৰা অষ্টাদশ শতিকালৈকে মন কৰিবলগীয়া। তেওঁৰ শাস্ত্ৰসমূহ— বোগদাদ,মৰংকো, দিল্লী, ইচ্‌পাহান, কাইৰো আদিতো (ডাঙৰ কলেজ আৰু বিশ্ববিদ্যালয়ত) অধ্যয়ন কৰা হৈছিল। ইয়াৰ অনুবাদসমূহ— অক্সফোৰ্ড, ৰোম মাদ্ৰিদ আদি পশ্চিমৰ স্থানসমূহত এই গ্ৰন্থসমূহ পঢ়োৱা হৈছিল। মধ্যযুগত ইব্‌নে চিনাই আছিল— পূব-পশ্চিম ভাব বা ধাৰণা সংযোগৰ একমাত্ৰ পুৰুষ। গ্ৰীক দৰ্শন আৰু বিজ্ঞানৰ ধাৰাক তেৱেঁই মুছলমানী দেশকেইখনত বিস্তাৰ কৰে আৰু তেওঁৰ শক্তিশালী লেখাসমূহে ইছলামী সংস্কৃতি আৰু ইছলামী জ্ঞান মধ্য আৰু পশ্চিম এছিয়াৰ পৰা ইউৰোপ আৰু আমেৰিকা মহাদেশত বিস্তৃতি লাভ কৰে।

বোখাৰাৰ সেই ডেকাজন দহ বছৰ বয়সতে ইছলামী ধৰ্ম-শাস্ত্ৰসমূহ অধ্যয়ন কৰি জ্ঞান লাভ কৰে। আনকি, দহ বছৰ বয়সতে সুবৃহৎ কোৰান গ্ৰন্থখনি মুখস্থ কৰি হাফিজ হয়। ১৬ বছৰ বয়সতে তেওঁ দৰ্শন, গণিত, জ্যোতিষ আৰু চিকিৎসা শাস্ত্ৰত পাৰদৰ্শিতা লাভ কৰে। আনকি, তেওঁ এই বয়সতে এৰিষ্টটোলৰ দৰ্শনৰ সূত্ৰসমূহ সুন্দৰকৈ মনত ৰাখে। ১৭ বছৰ বয়সত তেওঁ এজন চিকিৎসক হৈ পৰিল। বোখাৰাৰ শাসনকৰ্তা মনচুৰৰ পুতেক নুহক এটা মাৰাত্মক ৰোগৰ পৰা ৰক্ষা কৰিবৰ কাৰণে তেওঁক মাতে। এনে আল্লাৰ ইচ্ছা তেওঁৰ চিকিৎসাতে নুহ আৰোগ্য হ'ল। পুৰস্কাৰস্বৰূপে ৰাজৰৱীয়া

গ্ৰন্থাগাৰত তেওঁ প্ৰৱেশ কৰিবলৈ অনুমতি পালে। দুষ্প্ৰাপ্য আৰু অমূল্য গ্ৰন্থসমূহ সেই গ্ৰন্থাগাৰত আছিল। এই গ্ৰন্থাগাৰত অধ্যয়ন কৰিয়ে তেওঁ বিস্তৰ জ্ঞান আহৰণ কৰে। ৰাজ গ্ৰন্থাগাৰত প্ৰৱেশৰ সুবিধা পোৱাৰ পিছত সমস্ত জীৱন কালত তেওঁ বিশেষভাৱে পৃষ্ঠপোষকতা পাইছিল ইৰানৰ পশ্চিমাঞ্চলৰ শাসকৰ পৰা। বিশেষকৈ ৰাজকুমাৰ আলাউদ্দৌলাৰ পৰা। এওঁৰ উৎসাহ আৰু উদ্দীপনাহে ইব্‌নে চিনাই দৰ্শন, চিকিৎসা, জ্যোতিষ, গণিত আৰু প্ৰকৃতি পাঠৰ মূল গ্ৰন্থসমূহ লিখে।

ইব্‌নে চিনাৰ বদান্যতা সম্বন্ধে নানা ধৰণৰ কিম্বদন্তি প্ৰচলিত হৈ আছে। বহুত কথা সাধু কথা যেন লাগে। তেওঁৰ এনে বদান্যতাৰ উদাহৰণো আছে যে তেওঁৰ জীৱন কালছোৱাৰ ভিতৰত তিনিবাৰকৈ নিজলৈ একো নৰখাকৈ মানুহৰ সকলো সা-সম্পত্তি দান দিছিল। শেষবাৰ ঠিক মৃত্যুৰ আগতে হামদানত থাকোতে যেতিয়া দেখিলে যে তেওঁ আৰু মৃত্যুৰ হাত সাৰিব নোৱাৰে তেতিয়াই তেওঁ স্থাৱৰ আৰু অস্থাৱৰ সকলো সম্পত্তি দুখীয়াক দান দিলে আৰু তেওঁৰ সকলো গোলামক (সেই সময়ত গোলাম প্ৰথা প্ৰচলন আছিল।) মুক্তি দিলে। তাৰ পিছতে তেওঁ অজু কৰি প্ৰাৰ্থনাত বহিল আৰু সেই প্ৰাৰ্থনাৰত অৱস্থাতে শেষ নিশ্বাস পেলালে।

ৰাজনৈতিক জীৱনত তেওঁ বিশেষ নাম কৰিব নোৱাৰিলে যদিও তেওঁ এসময়ত মন্ত্ৰীৰ পদো খাবলৈ পাইছিল। বৰং তেওঁ কেইবাবাৰো কাৰাগাৰত পচিব লগা হৈছিল, নাইবা লুকাই (পলাই) ফুৰিছিল, তেওঁ তেনে অৱস্থাতো কোনো মুহূৰ্ততে অধ্যয়নৰ পৰা বিৰত নহৈছিল। আন কি তেওঁ কাৰাগাৰত থকা অৱস্থাতো ভালেখিনি গ্ৰন্থ লিখি উলিয়াইছিল আৰু সম্পাদনা কৰিছিল।

এনে এজন পণ্ডিতপ্ৰবৰ লোকে কি ভাষাৰ যোগেদি তেওঁৰ ভাবৰাশি লিপিবদ্ধ কৰিছিল তাক সকলোৰে জানিবৰ আগ্ৰহ জন্মে। এওঁৰ লেখাৰ মাধ্যম আছিল— আৰবী। সেই সময়ত পশ্চিমীয়া জগতত জ্ঞান-বিজ্ঞান, সাহিত্য-শিল্প প্ৰকাশৰ কাৰণে লেটিন ভাষা যেনেকৈ মাধ্যম আছিল ঠিক তেনেকৈ প্ৰাচ্যত আৰবী আছিল এনে বিষয় প্ৰকাশৰ মাধ্যম। তেওঁ সেই বুলি আৰবীত ভাল সাহিত্যিক নাছিল। তেওঁ লেখা আৰবী কবিতাসমূহ উচ্চাংগৰ কবিতা নাছিল। কিন্তু তেওঁ ফাৰ্চী ভাষাতো সাহিত্য ৰচনা কৰিছিল আৰু সেই লেখাসমূহৰ ৰচনাশৈলী বৰ সৰল আৰু প্ৰাঞ্জল আছিল। তেওঁ লেখা প্ৰখ্যাত ফাৰ্চী গ্ৰন্থ হ'ল— 'দানিছনামা।'

ইটালীৰ প্ৰখ্যাত কবি ডান্টেই 'La Divine Comodia' নামৰ তেওঁৰ মহাকাব্যত এই মহাজ্ঞানী আবিচিনাক এখন বিশিষ্ট আসন দিছে। পাশ্চাত্যৰ গেলেৰ আৰু হিপোক্ৰিটিছ নামৰ মহা প্ৰসিদ্ধ চিকিৎসকৰ একেশাৰীতে ইব্‌নে চিনাই ঠাই পাইছিল।

ইছলামী সংস্কৃতি আৰু সভ্যতাত বৰঙণি যোগোৱা ভালেমান ইৰানৰ বিচক্ষণ পণ্ডিতৰ ভিতৰত ইব্‌নে চিনাও আছিল অন্যতম।'

ইব্‌নে চিনাৰ পদাৰ্থ বিজ্ঞানৰ এখন প্ৰখ্যাত গ্ৰন্থ ছাৰ ফ্ৰেলিচ য়ংগ হাচ্‌বেণ্ডে কাব্যকাণ্ডত পাই নয়েল এচিয়াটিক ছ'চাইটিক দিয়াত তাৰ পুথিভঁৰালত সংৰক্ষিত হৈ আছে।

ইব্‌নে চিনাৰ ভালেমান গ্ৰন্থ ৰুচিয় ভাষাত অনূদিত হৈ প্ৰকাশ পাইছে। এওঁৰ গ্ৰন্থসমূহ লেনিন ষ্টেট লাইব্ৰেৰীৰ এটা বিশেষ অংশ হৈ পৰিছে।

১৯৫০ চনত কাইৰোৰ পৰা ইব্‌নে চিনাৰ গ্ৰন্থসমূহৰ এখন তালিকা প্ৰচাৰ হৈছিল। তাত বিচিত্ৰ বিষয়ৰ ২৭৬খন কিতাপৰ নাম প্ৰকাশ কৰিছিল। ইয়াতোকৈ আৰু বেছি আছে বুলিয়েই কোৱা হৈছিল।

কিছুদিনৰআগতে এইজনা চিকিৎসক দাৰ্শনিকৰ হেজাৰ বছৰীয়া সৌৰৰণী উৎসৱ 'ই-ছ্চাইটি'ৰ সৌজন্যত মহা সমাৰোহেৰে সমাপন কৰা হয়। তাত পৃথিবীৰ বহুতো প্ৰখ্যাত চিকিৎসক-পণ্ডিত আৰু দাৰ্শনিকে যোগদান কৰিছিল।

এইজনা পণ্ডিতৰ লেখাসমূহৰ ওপৰত... ৰাছিয়া, ফ্ৰান্স, স্পেইন আৰু ই আদি দেশত হৈছে আৰু জগতৰ মানৱৰ .... কামত খটুৱাৰ ব্যৱস্থা হৈছে।

এইজনা মহাজ্ঞানী পুৰুষ মৃত্যু হয় ১০৩৭ চনত। এওঁৰ জন্ম পাৰস্যৰ চিৰাজ নগৰ বুলি জনা যায়। আফগানসকলৰ মতে এওঁ আফগানিস্তানৰ ফালে থকা বাল্‌খ্‌ৰ মানুহ। সেই কাম আফগানসকলে ইব্‌নে চনাক ইব্‌নে চিনবলৰী বুলি কয়। কিন্তু এওঁৰ কবৰ....।

*৩য় বছৰৰ প্ৰথম সংখ্যাত প্ৰকাশিত (মে' ১৯৬৭)*

# ইছলাম আৰু দৰ্শন

অধ্যাপক আহম্মদ হোছেইন খান

ইছলাম শব্দটি 'ছলম' ধাতুৰ পৰা ওলাইছে। ই এটা গুণবাচক শব্দ। ইয়াৰ সাধাৰণ অৰ্থ হৈছে— 'শান্তি'। সংসাৰ মৰুভূমিত নানা জটিলতাৰ মাজত থাকিও সকলোতে শান্তি স্থাপন কৰাই ইছলামৰ বৈশিষ্ট্য। ইছলামে শান্তিৰ বাটলৈ আগবঢ়াই লৈ যায়, ই বিচাৰে নৈতিক, সামাজিক আৰু আধ্যাত্মিক শান্তি। মানুহৰ মাজত, আচাৰ-ব্যৱহাৰ আদি নীতিত শান্তি বিৰাজ কৰাবলৈ ইছলামে বিচাৰে; কিন্তু ইয়াৰ প্ৰকৃত আধ্যাত্মিক অৰ্থ 'আল্লাহ তাল্লাত আত্মসমৰ্পণ কৰা (Surrendar Onesalf to the will of God.) গতিকে কেৱল সংসাৰৰ শান্তি স্থাপন কৰাই ইছলামৰ উদ্দেশ্য নহয়; ইয়াৰ মুখ্য উদ্দেশ্য হৈছে মহান আলাহ্ তাল্লাক চিনি পোৱাৰ বাটতনিজক সমৰ্পণ কৰি দিয়া।

ইছলাম ধৰ্মটো নতুন ধৰ্ম নহয়। বহুযুগ আগতেই এই নামৰ উৎপত্তি হয় আৰু হজৰত ইব্ৰাহিম (আঃ) দিনৰ পৰাই 'ইছলাম' অৰ্থই 'আল্লাহ তাল্লাহ আত্মসমৰ্পণ কৰা বুজাইছিল। গতিকে মুছলিম বা মুছলমান বুলিলে 'আল্লাৰহ্ দাস'কহে বুজাই যদিও ইয়াৰ প্ৰকৃত অৰ্থ আল্লাহ তালাত আত্মসমৰ্পণকাৰী যিজনে সম্পূৰ্ণৰূপে আল্লাৰ ওচৰত আত্মসমৰ্পণ কৰি দিয়ে; সৎকাম কৰে আৰু ব্যক্তিগত ক্ষুদ্ৰ স্বাৰ্থলৈ লক্ষ্য নকৰি সদায় পৰোপকাৰ কৰে তেওঁহে প্ৰকৃততে মুছলমান। শান্তিয়ে হৈছে মুক্তিৰ উপায়। এই শান্তি আল্লাৰ ওচৰত সম্পূৰ্ণৰূপে আত্মসমৰ্পণ কৰিব পৰাহে সম্ভৱ হ'ব। মানুহৰ ক্ষুদ্ৰতম অস্তিত্বক আল্লাৰ বৃহত্তম অস্তিত্বত লয় কৰিব লাগিব। আল্লাৰ কোনো অংশীদাৰ নকৰি, এক অদ্বিতীয় সৰ্বশক্তিমান আল্লাৰ এবাদত কৰা একত্ববাদ বা ঈশ্বৰবাদ (Oneness of God) ধৰ্মই হৈছে— ইছলাম।

জীৱশ্ৰেষ্ঠ মানুহে জীৱনৰ প্ৰকৃত অৰ্থ বুজি কোনটো সত্যৰ বাট আৰু কোনটো অসত্যৰ বাট তাক বাছি উলিয়াব লাগে, নহ'লে মানুহৰ বাবে জীৱনটো অৰ্থহীন হৈ পৰে আৰু মানুহে আন প্ৰাণীতকৈ শ্ৰেষ্ঠ বুলি পৰিচয় দিয়াও অসম্ভৱ হয়। আমি চকুৰে যিবোৰ দেখো আৰু উপলব্ধি কৰো সেইবোৰৰ প্ৰকৃত ৰূপ আৰু সত্য উদঘাটন কৰাটো আমাৰ কৰ্তব্য। এইবোৰ সত্য উদঘাটন কৰাটো আমাৰ কৰ্তব্য। এইবোৰ সত্য উদঘাটনৰ মূলতেই লুকাই আছে দৰ্শন। যিকোনো বস্তুৰ বিষয়ে যথাৰ্থ জ্ঞানৰ কাৰণে মানৱৰ যি বিচাৰ-বিবেচনা, প্ৰমাণ প্ৰয়োগ বা যুক্তিৰ উদাহৰণ তাকেই বোলা হয় দৰ্শন,— 'দৃশ্যতে অনেন ইতি দৰ্শনম'— যাৰ দ্বাৰা বস্তু যথাৰ্থৰূপে বুজা যায় সেয়ে দৰ্শন। ইংৰাজীত দৰ্শনক ফিলছফি (Philosophy) বোলা হয়। ইংৰাজী ফিলছফি শব্দটো — গ্ৰীক ভাষাৰ

ফিলচ্ (Philos) মানে প্ৰেম বা অনুৰাগ (Love) আৰু ছোফিয়া (Sophia) মানে বিদ্যা (Wisdom) শব্দৰ পৰা অহাৰ দৰে ইছলাম দৰ্শনো গ্ৰীক শব্দৰ পৰাই আহিছে। মুছলমান দাৰ্শনিকসকলে দৰ্শনক ফাইলাচোফা (Failasofa) বা ফালাছিয়া (Falasifa) বোলে। বিশ্বৰ সকলো প্ৰকাৰৰ সম্ভৱপৰ জ্ঞান আহৰণ কৰাই দৰ্শন। দৰ্শনৰ উদ্দেশ্য আল্লাৰ মহত্ত্ব উপলব্ধি কৰি তেওঁৰ লগত চিৰসম্বন্ধ স্থাপন কৰা। বিশ্বজ্ঞানেই হৈছে দৰ্শনৰ বিষয় বস্তু। এইবোৰ বুজি পাই আল্ ফাৰাবি (Al Farabi) নামে এজন বিখ্যাত দাৰ্শনিকে হৈছে— 'Philosophy is an all ambraeing study, which attempts to arguer knowledge of all things in the universe in so far as its knowledge is parable in the universe. Its aim is to realise God and.... ... Universal knowledge thus become the subject matter of philosophy.

আকৌ ইবনে ছিনাৰ (Ibn Sina) মতে Philosophy is the exercise of intellect which enables man to know Being as it is in itself. It is membrane upon man to do this by the execerise of his intellect so that be may enable his soul and make it perfect and may become a rational scientist and get the capacity of eternal bliss in the after world.

এইদৰে ইছলাম দৰ্শনে দুই প্ৰকাৰে মানৱ সমাজত সত্যৰ বাটলৈ পোহৰৰ বাটলৈ আগবঢ়াই লৈ যায়। প্ৰথমেই ইছলাম দৰ্শনে বিচাৰে পৃথিৱীৰ সকলো বস্তুৰ প্ৰকৃত সত্য উপলব্ধি কৰি সেইবোৰক মানৱ সমাজৰ আগত ধাণ্ডি ধৰিবলৈ আৰু দ্বিতীয়তে ইছলাম দৰ্শনে ইছলাম ধৰ্মৰ মূলতত্ত্ব উদ্ধাৰ কৰি ইছলাম ধৰ্মৰ প্ৰকৃত অৰ্থ মানৱ সমাজৰ আগত ব্যক্ত কৰে। মুছলমান দাৰ্শনিকসকল জ্ঞানী আৰু ধাৰ্মিক হোৱাৰ বাবেই দৰ্শনৰ লগে লগে তেওঁলোকে ধৰ্মৰ কথাও আলোচনা কৰিছিল। তেওঁলোকে দৰ্শন আৰু ধৰ্মৰ মাজত কোনো পাৰ্থক্য বিচাৰি পোৱা নাই। ডিম ইঞ্জও (Deam Inge) কৈছে— 'I am unable to distinguish between philosophy and Religion. মুছলমান দাৰ্শনিকসকলৰ সকলো সত্য বিচাৰৰ লগে লগে ধৰ্মৰ সত্য বিচাৰি তাৰ প্ৰকৃত অৰ্থ উলিয়াবলৈ দৰ্শনৰ যথেষ্ট অধিকাৰ আছে। সেইবাবেই আনৰ পবিত্ৰ কালাৰ কোৰানখনেই তেওঁলোকৰ সকলো আলোচনাৰ মুখ্য সম্বল হৈ পৰিছে। ই মুছলমান দাৰ্শনিকসকলৰ সকলো পন্থাবেই জ্ঞান দিছে। ইয়াত আধ্যাত্মিক, ঐহিক, ৰাজনৈতিক সামাজিক বিষয়ৰ সাৰ তত্ত্ববিলাক আছে, ধৰ্মৰ জয়, অধৰ্মৰ ক্ষয়, পুণ্যৰ বঁটা, পাপৰ শাস্তি, মানুহৰ কৰ্তব্যাকৰ্তব্য আদি সকলোবোৰৰে সুন্দৰ বিধান আছে।

হজৰত মোহম্মদৰ (দঃ) মৃত্যুৰ পিছত .... সকলৰ সামাজিক, ৰাজনৈতিক আদি নিয়মত কিছুমান বিভেদৰ সৃষ্টি হ'ল; লগে লগে সন্দেহ আৰু অনিৰ্দিষ্ট হিচাপে বহুতে

জীৱনৰ উচ্চতৰ আদৰ্শলৈ চকু নকৰা হ'ল। ইছলাম দৰ্শন এইবোৰ সন্দহ অনিৰ্দিষ্ট সমূহৰ পৰাই আৰম্ভ কৰা হৈছিল। .... নিকসকলে তেওঁলোকৰ তথা দেশবাসীক সন্দেহৰ পৰা আঁতৰাই প্ৰকৃত সত্যৰ বাটলৈ আগবঢ়াই লৈ গৈছিল। তেওঁলোকে সত্যৰ ভেটিত স্থাপন কৰিছিল, ইছলাম দৰ্শন, বিজ্ঞান ধৰ্ম আৰু সামাজিক সম্বন্ধ। সেইবাবেই তেওঁলোকে আল্লাক চিনি পাই তেওঁৰ লগত মানুহৰ কি সম্বন্ধ তাক সুদৃঢ়কৈ দাঙি ধৰিবলৈ সক্ষম হৈছিল।

প্ৰত্যেকজন দাৰ্শনিকেই সংসাৰত যি দেখিছে আৰু যি উপলব্ধি কৰিছে তাৰে প্ৰকৃত সত্য আমাৰ আগত দাঙি ধৰিছে। এইদৰে প্ৰত্যেকেই নিজৰ নিজৰ ৰুচি অনুসৰি সংসাৰ আৰু জীৱনৰ প্ৰতি বেলেগ বেলেগ ৰূপ দিয়া দেখা যায়। আধুনিক দাৰ্শনিক ফিক্টেও (See original)

*৩য় বছৰৰ প্ৰথম সংখ্যাত প্ৰকাশিত (মে' ১৯৬৭)*

# ছন্দ

**মন্মথ বৈশ্য**

দৰ্শনৰ অধ্যাপক হিচাপে মই অলপ অন্য মনস্ক নাইবা চিন্তাশীল কেন্দ্ৰটোৰ স্বাভাৱিক বুলিয়ে সকলোৱে ভাবে আৰু মোক তেনেদৰে ভাবিলেই মই .. । কিন্তু উৰ্মিলাই মোৰ এই অন্যমনস্ক স্বভাৱটো সাধাৰণভাৱে ল'ব পৰা নাই, সেইটো মই জানো। কাৰণ মই নিজে জানো— মই দৰ্শনৰ কিবা গভীৰ তত্ত্ব বুজিবৰ কাৰণে চিন্তান্বিত হৈ থাকো নে অতীত স্মৃতিৰ ৰোমান্থনেৰে ..., পাহৰি থাকো। আপুনি হয়তো মোৰ ভুল কোৱা বুলি ক'ব। কাৰণ আপোনাৰ মাক উৰ্মিলা মোৰ বিবাহিতা হিচাপে প্ৰেমিকা। আমি জানো উৰ্মিলাক আপোন কৰি ল'বলৈ বৰ চেষ্টা কৰিছো?

মই জানো উৰ্মিলা নিৰ্দোষী আৰু মইও ইয়াৰ বাবে দায়ী নহয়। দোষ যদি হ'ব লাগে তেন্তে হ'ব মোৰ দেউতা মাইত আৰু উৰ্মিলাৰ দেউতাক-মাকহঁত। কাৰণ দেউতা মা, বন্ধু-বান্ধৱ সকলোৱে জানিছিল মৃণালী মোৰ কিমান মৰমৰ আছিল। শৈশৱ কৈশোৰ আৰু যৌৱনৰ ৰঙীন দিনকেইটা মই যে মৃণালীৰ সান্নিধ্যৰে ৰঙীন কৰি তুলিছিলো। মৃণালীৰ হাতত এৰি জীৱনৰ কণ্টকময় পথত খোজ কঢ়াৰ সপোন দেখিছিলো....

তথাপিতো উৰ্মিলাৰ ওচৰত মই সহজ হ'বলৈয়ে চেষ্টা কৰি আহিছো। বিবাহিত জীৱনৰ এই তিনিমাহে উৰ্মিলাক আপোন কৰি ল'বলৈ কোনো কাম কৰিবলৈকো মই পিছ হুহকা নাই। মোৰ একান্ত ইচ্ছা উৰ্মিলাৰ মিঠা মিঠা কথাই, স্বপ্নালু স্বপ্নালু চকুৰ ভাষাই আৰু শেৱালি সৰা হাঁহিৰে মৃণালীৰ স্মৃতি মোৰ মনৰ পৰা কৰ্পূৰৰ দৰে উৰুৱাই দিয়ক। অতীতক সুঁৱৰি জীৱনটো নীৰস কৰিবলৈ মই নিবিচাৰো।

আজি ৰাতি এঘাৰ বাজি গৈছে। বহল পালেংখনত শুই শুই উৰ্মিলাৰ আগমনক অপেক্ষা কৰি আছো। আজি মই মুকলিভাৱে উৰ্মিলাক সুধিম তেওঁ কিয় ইমান বিষণ্ণ হৈ আনমনাভাৱে থাকে। মইয়ে তেওঁৰ মাজেৰে মৃণালীক বিচাৰিছো। উৰ্মিলা আৰু মই আমি হৈ কপৌ ফুলৰ বিছনাত শুই মাধৱী নিশাৰ শিহৰণ উপভোগ কৰিবলৈ আহিছো। বাহিৰত জোনাক থাকিব, দূৰত কোনোবা বিৰহী কায়ে পেঁপা বজাব আৰু উৰ্মিলাই সৰু সৰু কথা ক'ব। মই নিজক পাহৰি যাম।

এয়া উৰ্মিলা আহিছে। একেই বিষণ্ণ মনে বিছনাত বহিছে আৰু অলসভাবে মোৰ বাঁওহাতে থকা গাৰুটোত মূৰ দি শুই পৰিছে। এৰা, এয়াই সেই সময়। আজি সুধিবই লাগিব।

উৰ্মিলাৰ বাহুত লাহেকৈ ধৰি মাতিলো, 'উৰ্মিলা'। উৰ্মিলাই মোৰ পিনে চালে— এক অহস্য চাৱনি।— ঢোক এটা গিলি লৈ সুধিলে— 'তুমি কিয় এনেখন কৰা উৰ্মিলা; তুমি কিয় ইমান আনমনা হৈ থাকা? আবেগ জড়িত কণ্ঠেৰে কথা কেইষাৰ কৈ উৰ্মিলালৈ চলো। উৰ্মিলাৰ কণ্ঠ ওঁঠ দুটি কঁপি উঠিল। বোধহয় কিবা ক'ব। কাণ দুখন সজাগ ৰাখিলো।

'মোতকৈ আপুনিহে দেখো বেছি অন্যমনস্ক হৈ থাকে। আপুনি জানো মোক ভাল নেপায়? (মোৰ মনটো ভাগি গ'ল। আপোনাৰ নীৰব মুখখন দেখিলে মোৰ মনটো কেনে যে লাগে; জানে— জানে আপুনি, আপোনাৰ সেমেকা চকুজুৰি দেখিলে বিমল দাসলৈ মোৰ কিমান মনত পৰে।

বাহিৰত সেয়া কিহে চিঞৰিছে। কাণে বিশ্বাসঘাতকতা কৰা নাইতো, উহ, পিঠিখনত কিহে বিন্ধিছে? এইটো দেখো বেজি। কোনে থৈছিল।

*৩য় বছৰৰ প্ৰথম সংখ্যাত প্ৰকাশিত (মে' ১৯৬৭)*

চেমনীয়াৰ চ'ৰা

# নৱজাতক

শ্ৰীঅনিল কুমাৰ ভূঞা

অলপ আগতে হত্যা কৰা হ'ল
কামানৰ শ শ গুলিত
সংগ্ৰ ডেকা
যাৰ দেহৰ বৰণ আছিল
আপেল ৰঙা।
মই শুনিলো ঃ
ভগবান! আমি নৰোত্তম।
মিছা আমাৰ দাবী।
হাঁহিৰ জোৱাৰ উঠে।
এতিয়াও যে আমি এন্ধাৰ গুপুত গুহাত শুই আছো।
কাৰণ—
আমি যে এতিয়াও
মানুহে মানুহক নিপাত কৰিছোঁ।
বজাৰত বেচিবলৈ শ শ যেন
গৰু, ছাগলী হত্যা কৰিছো।
ভগবান!
মোক মানৱ ধৰ্মৰ
পৃথিবীখন দেখুৱাই দিয়া।
জীৱনৰ মূল্য বুজিবলৈ শক্তি দিয়া'
আজি কইনা পুৱাত
সীমান্ত বুকুত
দেখিলো এজাক কপৌ।
শগুণ জাক কেনিবা গ'ল।
এদল দৈনিক নৱজাতক শিশু হ'ল।
ন সূৰুযৰ প্ৰথম পোহৰত মুগ্ধ হ'ল।

*৩য় বছৰৰ প্ৰথম সংখ্যাত প্ৰকাশিত (মে' ১৯৬৭)*

# আজানৰ ধ্বনিত নিদ্ৰাভংগ

দিলদাৰ

গভীৰ জ্যোৎস্না ৰাতি
নভত জ্বলিছে বাতি
গই আছো অকলে পথিক মই
নিস্ন মম পৰিয়াল
নাই কোন গুৰিয়াল
লুপ পাইছে ৰং, গৰিহণা খাই।
যত জনগণ মূক
মৃত্যুপ্ৰায় সৰ্বলোক
ভাবি আছো প্ৰদীপ হীন তিমিৰ
এনেতে হেৰিলো নেৰে
অলক্ষিতে কোন সূত্ৰে
গাত এজাক লভিলে সমীৰ।
দুবলাই কৰি দৃষ্টি
দেখিলো আজব কীৰ্তি
জ্বলিছে সুন্দৰ চাকি জ্যোতিময়,
আকৌ আজানৰ ধ্বনি
কৰ্ণে আহি দিলে সানি
আনন্দিত হ'লো অয়ি অতিশয়।
শিশিৰ লুপ্ত কথা
পাই দীপ্তি, জ্যোতি সোধা
পুনৰ্বাৰ জিলিকি উঠিল এয়া;
শুনিলে 'আজান' ধ্বনি
ভাঙিলে ঘোৰ টোপনি
ধ্যপে ল'লে সঔ তাহানিৰ সেয়া।

৩য় বছৰৰ প্ৰথম সংখ্যাত প্ৰকাশিত (মে' ১৯৬৭)

সম্পাদকীয়

# অসম

*প্ৰকৃত ধৰ্মই এইটোৱেই যে যিবোৰ কথা মানুহে নিজৰ ক্ষেত্ৰত ভাল নহয় বুলি ভাবে, আনৰ ক্ষেত্ৰতো সেইবোৰ কদাচিৎ নহবা।'*

**মহাভাৰত**

'অসম' দেশখনক 'সম'তলত নমাবৰ কাৰণে তোৰ-জোৰ আৰু আন্তৰিক প্ৰচেষ্টা চলিছে। এই বাটত বহুতো অন্তৰায় আছে যদিও শেষলৈকে যে এই সাধনাত ফল ফলিব তাৰ লক্ষণ ফুটি ওলাইছে। 'অসম' ভূমিক 'সম' ভূমিত স্থাপিত কৰাৰ আৰু বেছি দেৰি নাই যেন লাগিছে।

'অ-সম' ঠাইৰ অধিবাসীৰ মাজত প্ৰায় সকলো ক্ষেত্ৰতেই অসমতা, অসমদৰ্শিতা, ভাবৰ খেলি-মেলি আৰু মানসিক খলা-বমাৰ বাবেই যে বিভিন্ন সমাজৰ সমবাদসকলে এই সংকল্প ল'বলৈ বাধ্য হৈছে তাক ক'ব লাগিব।

নগাসকল আঁতৰি গ'ল। মিজোসকলো সেই বাট ল'লে। আন আন পৰ্বতীয়া ভাইসকলেও অভিমান ধৰিছে। ইমানতেই ইয়াৰ ওৰ পৰিলে ভাল আছিল? কিন্তু কমতাপুৰ ৰাজ্য, আহোম ৰাজ্য আদিৰ দাবীত অসম মাতৃৰ হৃৎপিণ্ড নকঁপাকে থকা নাই।

বেদনাত জঁয়পৰা করুণ অসমৰ ছবিখন যিসকলে নতুনকৈ আঁকিব বাবে তুলি হাতত লৈছে, সেইসকলক দোষাৰোপ কৰিলে লাভ নাই— নিজৰ দোষ বিচাৰ কৰাই এতিয়া বুদ্ধিমানৰ কাজ।

অসমক পুনৰ গঠন কৰাৰ প্ৰয়োজনবোধ হ'ল কিয়? এই প্ৰশ্নৰ উত্তৰ সতকাই দিয়া টান, কিন্তু অসমত বসবাস কৰা বিভিন্ন জাতি আৰু সম্প্ৰদায়ৰ মাজত ঐক্য আৰু সংহতিৰ জৰিডাল নৰম হৈ পৰাৰ কাৰণেই যে এনে মানসিকতাই ঠাই পাইছে— তাক সহজেই বুজিব পাৰি।

আমাৰ মাজত বুজা-বুজিৰ অভাৱ হৈছে আৰু আপোনপেটা স্বভাবে আমাক পাই বহিছে। আনৰ শোক-দুখৰ কথা কাণপাতি শুনাৰ ধৈৰ্য আমাৰ নাই, মিলা-প্ৰীতিৰ বাবে আমি মৌখিক প্ৰচেষ্টা কৰো হয়— কিন্তু তাক আন্তৰিক প্ৰচেষ্টাৰ

অভাব আছে। সেয়ে 'পৰ' অপৰেই হৈ আছে তাক আমি আপোন কৰি ল'ব পৰা নাই। অপৰৰ বেদনা-কাতৰ অৱস্থাত আমি অপাৰ আনন্দত মজি থাকো সহানুভূতি আৰু সমবেদনা যাঁচিবলৈ যোৱাৰ স্বভাৱ আমাৰ নাই বৰাবৰ। ইয়াৰ বিপৰীতে 'সন্দেহ' আৰু 'নিন্দা কৰাত আমি খুব পটু; কিন্তু গঠনমূলক কামত বা জাতীয় ঐক্য গঢ়াৰ নামত আমি ভেঁকো-ভাওনাহে কৰিব জানো— প্ৰকৃত ভূমিকা দিবৰ বাবে প্ৰাণ দি অভিনয় কৰিব নাজানো।

আমাৰ স্বভাৱেই মিলা-প্ৰীতিৰ উপাদানত অভাব সৃষ্টি কৰিছে। ইয়াৰ পৰিবৰ্তন আশু প্ৰয়োজন। নহ'লে 'অ-সম'ক 'সম' ভূমিৰ কল্পনাৰ পৰা আঁতৰাই ৰখা টান হ'ব। খোদা নাবাস্তা।

*৩য় বছৰৰ ২য় সংখ্যাত প্ৰকাশিত (জুন ১৯৬৭)*

# অসমত মুছলমানৰ ঐতিহাসিক পটভূমি

জমিৰুদ্দিন আহম্মদ

## ধুবুৰী আক্ৰমণ

বাদচাহী সৈন্যৰ দুৰ্গটো ধুবুৰীত দুৰ্গৰ ফালে তাৰ পৰা চাৰি ক্ৰোশ দূৰত নিৰ্মাণ কৰা হৈছিল। পূৰ্বপৰিকল্পিত অনুসাৰে পিছ দিনা ৰাতি পুৱা দুৰ্গৰ ভিতৰৰ শিবিৰটো সুদৃঢ় কৰি এৰি তেওঁলোকে আন এটা দুৰ্গ সাজিবৰ বাবে আগবাঢ়ি গ'ল, যাতে নিৰ্দিষ্ট পৰিকল্পনা মতে তালৈ আগবাঢ়ি গ'ল, যাতে নিৰ্দিষ্ট পৰিকল্পনা মতে তালৈ যথাসময়ত শিবিৰ তুলি নিব পাৰে। এইদৰে তেওঁলোকে ধুবুৰী দুৰ্গ আক্ৰমণ কৰিবলৈ সাজু হ'বলৈ ধৰিলে। গধূলি তেওঁলোকে আগৰ দুৰ্গলৈ পুনৰ ফিৰি আহিল। পিছদিনা পুৱা যাত্ৰা চুৰু হ'ল। কিন্তু মীৰ্জা ইমাম কুলি ছামলুৰে, মীৰ্জা মাছুম খাফী, আৰু মীৰ্জা আব্দুৰ ৰাজ্জাক চিধাজীৰে (তেওঁলোকক ইমাম কুলিৰে সৈতে সহায়ক হিচাপে পঠোৱা হৈছিল) সৈতে মীৰ্জা মীৰাকৰ লগত সন্মিলিত হ'ল আৰু কোনো চাহী বিষয়াৰ সৈতে সোধ-পোচ নকৰাকৈ নদীৰ ফালৰ পৰা ধুবৰী দুৰ্গত আক্ৰমণ চলাই দিলে। মোকাব্ৰম খাঁ আৰু ছেখ কামালে শুনিবলৈ পালে যে ইমাম কুলি খাঁই এটা সাংঘাতিক যুদ্ধৰ সন্মুখীন হৈ পৰিছে। কিন্তু যিহেতু এই যুদ্ধখন এইদৰে আৰম্ভ কৰাটো সুবিধাজনক নাছিল, সেইবাবে তেওঁলোকক ঘূৰাই আনিবৰ বাবে কেইজনমান চাহী বিষয়াক সম্ৰাটৰ নামত তেওঁলোকৰ ওচৰলৈ পঠাই দিলে।

তাৰ পিছত তেওঁলোকে তেওঁলোকৰ শিবিৰ নিৰ্মাণ কৰিলে, আৰু তেতিয়া সিদ্ধান্ত কৰিলে যে আগেয়ে শত্ৰু সৈন্যৰ দুৰ্গৰ চাৰিওফালে থকা জংগলবোৰ প্ৰথমতে কাটি চাফ কৰি তাৰ পিছতহে সেই দুৰ্গটো আক্ৰমণ কৰিব। প্ৰত্যেক দিনে পুৱা ছেখ কামালে ঘোঁৰাৰ পিঠিত উঠি জংগল কটা কাম পৰিদৰ্শন কৰিবলৈ ধৰিলে। এইদৰে এদিন ঘোঁৰাত উঠি জংগল কটা কাম পৰিদৰ্শন কৰি থাকোতে হঠাতে ৰজা ৰঘুনাথ আহি তেওঁৰ ওচৰত ওলাল আৰু ক'লে— 'আজি মই এটা সুবিধা দেখা পাইছো, আচম্বিতে দুৰ্গটো আক্ৰমণ কৰি দিয়া যায়।' ছেখ কামালে এইটো নাজানিলে যে এটা সুসংবদ্ধ পৰিকল্পনাৰ বাহিৰে এই দুৰ্গ পৰাস্ত কৰিব নোৱাৰি, তেওঁ ততালিকে এটা হাতীত উঠি দুয়ো হাতেৰে খানসকলক দুৰ্গ আক্ৰমণৰ বাবে ইংগিত কৰি নিজৰ হাতীটো দুৰ্গৰফালে চলাই দিলে। বেচেৰা খানসকলে ঘোঁৰা নোলোৱাকৈয়ে তেওঁলোকে উঠি থকা হাতীবোৰকে দুৰ্গৰ ফালে আগবঢ়াই লৈ গ'ল। শত্ৰুবাহিনীয়ে তেওঁলোকলৈ ধাৰাসাৰে বন্দুক আৰু কামান চলাবলৈ ধৰিলে। মীৰ্জানাথান ছেখ আছৰফৰে সৈতে এটা হাতীত উঠি আছিল। দুয়োজনেই হাতীৰ পৰা নামি পৰিল মূৰত 'দবল গাছ' (শিৰস্ত্ৰাণ) পিন্ধি হাত বৰ্শা লৈ দুৰ্গৰ ফালে দৌৰ দিলে। ছেখ কামালৰ সৈন্যদলে কম সময়ৰ ভিতৰতে যুদ্ধত হাৰি ফিৰিবলৈ আৰম্ভ কৰিলে। কিন্তু তথাপিও বাঁও বাহুত থকা নিজা সৈন্যদলৰ সৈতে এই দুৰ্যোগৰ মুহূৰ্তটো অদ্ভুত

সাহসেৰে মীৰ্জা নাথানে আগবাঢ়িহে থাকিল। যেতিয়া দুৰ্গৰ ভিতৰত থকা সৈন্যবাহিনীয়ে পলায়নৰ দলটোক পিছে পিছে খেদিবলৈ দুৰ্গৰ পৰা বাহিৰ হৈ ওলাই আহিছিল সেই সময়তে এই দলটো দুৰ্গৰ ওচৰ পাইছিলগৈ আৰু তৰবাৰিৰ কেইটামান ঘাপতেই শত্ৰুসৈন্যবোৰ পিছ হুহকিল তেওঁলোকে দুৰ্গৰ দুৱাৰ বন্ধকৰি দিলে আৰু দুৰ্গৰ প্ৰাচীৰৰ ওপৰৰ খুপৰিবোৰৰ পৰা কামানৰ বন্দুক তীৰ বৰ্ষণ কৰিবলৈ ধৰিলে। মীৰ্জা নাথান আৰু গুচমান মীৰ্জা ওৰপে বাবুজিয়া বাহাদুৰ, খোৱাজাখিজিৰ, আল্লামা বেগ আদি কিছুমান আফগানে তেওঁলোকৰ ঢালবোৰ মূৰত দি আল্লাৰ করুণা চাহান চাহৰৰ ওপৰত নিৰ্ভৰ কৰি যুদ্ধত লাগিয়ে থাকিল।

সেই মুহূৰ্তত দুৰ্গটোৰ আক্ৰমণ শক্তিশালী কৰিবৰ কাৰণে পিছফালৰ পৰা সাহায্য পঠোৱাটো একান্ত আৱশ্যক আছিল। কিন্তু সেই সময়ত ছেকে এইটোকেই তেওঁৰ মনত ভাবিছিল 'মীৰ্জানাথানৰ দলটোৰ বাহিৰে সমুদায় বাহিনীটো মাত্ৰ আক্ৰমণত লিপ্ত আছে, আল্লাই নকৰ, যদি এই সময়ত পিছফালৰ পৰা কোনো সাহায্যদান কৰা হয় তেনেহ'লে যুদ্ধত জয়লাভ কৰা বা দুৰ্গ অধিকাৰ কৰাৰ সকলো বাহাদুৰি মীৰ্জানাথানৰ বাঁও বাহুৰ সৈন্য বাহিনীৰ খাততে পৰিব আৰু মোৰ সকলো শ্ৰম অনৰ্থক হ'ব। গতিকে তেওঁ পোন প্ৰথমতে মীৰ্জাছাইফুদ্দিন বিৰ ফাৰুকখ মোহাম্মদ খানক চাহানচাহৰ হুকে যুদ্ধ বন্ধ কৰি ফিৰি যাবৰ বাবে নিৰ্দেশ দিবলৈ মীৰ্জানাথান আৰু ছেখ আছৰফৰ ওচৰলৈ পঠালে। তেওঁলোকক এই কৰিবলৈ দিব নোৱাৰি। গতিকে তেওঁলোকে অনৰ্থ সৈন্য সামন্তৰ অনাহকতে মৰিবলৈ আৰু আহত হ'বলৈ নিদি তাৰ পৰা উভতি আহক। কিন্তু তেতিয়া যুদ্ধক্ষেত্ৰত মৃত্যুৰ ফিৰিস্তাৰ হাজাৰ ঘৰৰ। মীৰ্জা ছাইফুদ্দিনে আদাবাটৰ পৰাই ছেখৰ ওচৰলৈ ফিৰি গ'ল। মীৰ্জাৰ ওপৰত ছেখৰ খং উঠিল। তেতিয়া সেই দলত ইছলাম খাঁৰ ফৌজৰ পৰিচালক ছেখ ইছমাইলক মীৰ্জা .... ওচৰলৈ পঠালে। তেওঁ বৰ সাহসেৰে গৈ উপস্থিত হ'ল। তেওঁ চাহানচাহৰ (সম্ৰাট) দোহাই দি আক্ৰমণকাৰীসকলক যুদ্ধক্ষেত্ৰ এৰি যাবলৈ ক'ব ধৰিলে। তেতিয়া মীৰ্জা নাথানে তেওঁৰ ফৌজলৈ নিবন্ধ হৈ উভতিল। কিন্তু এই কামে শত্ৰুসকলক উৎসাহ দান কৰিলে। যেতিয়া মীৰ্জা নাথান আৰু ছেখ আছৰফে ছেখ কামালৰ ওচৰ পালেগৈ, তেতিয়া তেওঁলোকে লাভ কৰিব লগা গৌৰৱ, হেৰুৱাব লগা হোৱাৰ অনুশোচনাত চকুলো পেলাবলৈ ধৰিলে আৰু ছেখক লাগাম নোহোৱা ভাবাৰে গালি পাৰিব ধৰিলে খুব অপমানেৰে সৈতে ছেখে দুৰ্গৰ ভিতৰলৈ গুচি গ'ল। এই ঘটনাৰ সংবাদ ইছলাম খানে তেওঁৰ কটোৱাল এজনৰ পৰা মৌখিক হিচাবে জানিব পাৰিছিল। (এই কটোৱালজন সেই আক্ৰমণৰ কেইদিন আগতে তালৈ আহিছিল আৰু তাৰ পিছত উভতি গৈছিল।) তাৰ কাৰণে খান ছেখৰ ওপৰত বৰ বিৰক্ত হৈছিল আৰু দহোকুৰি সতৰ্ক কৰি দিছিল যাতে তেওঁ মীৰ্জা নাথান আৰু ছেখ আছৰফৰ লগত সদ্ব্যৱহাৰ কৰি চলে।

*৩য় বছৰৰ ২য় সংখ্যাত প্ৰকাশিত (জুন ১৯৬৭)*

# কৰুণাৰ বিজয়

অনুবাদ ঃ মীৰ্জা আঃ ৰউফ

.... অদৃষ্টৰ কুঁৱলী ফালি মোহনে বাস্তৱক আঁকোৱালি ল'ব বিচাৰে। কিন্তু বাস্তৱ যে তাৰ অদূৰ মৰুভূমিৰ মৰীচিকা— মায়া।

গধূলি হোৱাৰ লগে লগে দৰিদ্ৰ মোহনৰ বিক্তখালি ধূলি-বালিৰে ভৰি পৰে। আজিও মোহনে নিজৰ ক্ষুদ্ৰ দোকানখনক সামৰি লৈ নগৰৰ ওচৰতে থকা ইন্দ্ৰাখনৰ কাষত বহি নিজৰ সৰু ভনীয়েককে সন্ধিয়াৰ দীনতাৰ কথা বুজাই আছে। বাৰিষাৰ সোঁতবদৰে তাইৰ চকুৰ পানীক বহন কৰিবলৈ তাইৰ ফটা ছিগা ফ্ৰকখনে সমৰ্থন হ'ব পৰা নাই। কিয়নো ফটা ছিগা ফ্ৰকতকৈ তাইৰ চকু পানী আছিল বেছি। চানা বেচি যিখিনি বাচিছিল তাক বামকলীয়ে খাব খুজিছিল। কিন্তু মোহনৰ সম্বলেই যে সেইখিনি। তিনি বছৰীয়া বামকলীক, তেৰ বছৰীয়া মোহনে বুজাবলৈ অসমৰ্থ হৈছিল।

মোহনে ডেৰ পইচাৰ চানা বেচিলে। এতিয়াও দুই-তিনি পইচা মানৰ চানা পাত্ৰটোত আছে। মোহনে ভাবিছিল যে ডেৰ দুই পইচাৰ কিবা বস্তু কিনি দুয়ো ভাই-ভনীয়ে খাব আৰু আজিৰ এইখিনি কালি আকৌ গৰম কৰি বেচিব। কিন্তু বিধাতাই এইটো স্বীকাৰ নকৰিলে— উপহাস কৰিলে, পিতা-মাতা দেহান্ত হোৱাৰ পাছৰ পৰাই মোহনে এনেকুৱাকৈ জীৱন সংগ্ৰামত যুঁজি আহিছে। কোনো সম্বন্ধীয়ৰ দৃষ্টি তাৰপিনে পৰা নাছিল। সিও আছিল অভিমানী।..... কিন্তু মোহন আজি সম্পূৰ্ণ বিচলিত। বামকলীতো দূৰৰ কথা মোহন নিজেই ভোকৰ তীব্ৰ জ্বালাত দাহন হ'ব ধৰিছে। নিজৰ অদৃষ্টৰ লগত পৰাজিত হৈ বামকলীক খোৱালে আৰু নিজেও খালে।....তেতিয়া এন্ধাৰ পৰিছিল। এন্ধাৰকে সাৱটি লৈ দুয়ো গছ এজোপাৰ তলত শুই পৰিল।...

(১)

দৰিদ্ৰতা আৰু কৰুণাৰ মাজত কাজিয়া লাগিল। দৰিদ্ৰতাই ক'লে— 'চোৱাচোন। মোৰ কেনেকুৱা প্ৰভাৱ?'

কৰুণাই ক'লে— 'মোৰ ৰাজ্য সকলো ঠাইতে। বিদ্ৰোহ তোমাৰ নহ'ব সফল।'

দৰিদ্ৰই ক'লে— 'সৰিপৰা ফল আৰু গছত নালাগে।.... তোমাৰ কাল্পনিক জগতক নিয়ৰৰ কণিকাই জানো ধুব পাৰিব?' অভিমান এতিয়াও মনে মনে বহি আছিল। সি ক'লে— 'মই কাৰো পক্ষ সমৰ্থন নকৰো।' দুয়ো সুধিলে— 'তেন্তে কাৰপক্ষ গ্ৰহণ কৰিবা?'

'যি কালে সাফল্য দেখুৱাব— সেইকালে।' অভিমানে ক'লে—

ককশাই বিভ্রান্ত আত্মা দুটিক সুখ দিবৰ মানসে শীতল মলয়া বাশিৰ পৰশ বিচাৰিলে। কিন্তু দৰিদ্ৰতাই গোটেই দিন ধৰি ধূলি মাকতি লাগি থকা গছৰ পাতবোৰক জোকাৰি দিলে। সিহঁতৰ সকল মুখত ধূলিবোৰ পৰি বিকৃত ৰূপ ধাৰণ কৰিলে।

ক্ষুধাতুৰ দুটি আত্মা নিদ্ৰাদেৱীৰ কোলাত পৰি অচেতন।.... নীৰৱ অৱনী। কতো সাৰ সুৰ নাই।.... এন্ধাৰৰ বুকুত দুয়ো অদৃশ্য। এনেতে দৰিদ্ৰতাই সপোনত ভয়ংকৰ ৰূপ ধাৰণ কৰি মোহনৰ আগত দেখা দিলে। মোহনৰ শৰীৰ কঁপি উঠিল। অকস্মাত মোহন থিয় দিলে আৰু ক'লে— 'ভিক্ষা নকৰো, মৰিম'। খন্তেক নীৰৱ।

.... ককশ এটি সুৰ বাজি উঠিল। আৰু নাই, শেষ। জীৱন নাটৰ অৱসান। ৰামকলীক ইন্দ্ৰাই তাৰ শীতল কোলাত স্থান দিলে। গছৰ ডালৰ পৰা দৰিদ্ৰতাই অট্টহাহিত বাগৰি পৰিল। ইফালে গগণ চুম্বি অট্টালিকাত আকাশী পংখাৰ তলত শুই নগৰবাবি পতিয়ে চিঞৰি চাকৰবিলাকক ক'লে 'পংখা টানা'।

(২)

বিচাৰালয়। প্ৰসন্ন বদন ন্যায়াধীশে স্থিৰ দৃষ্টিৰে মোহনক ক'লে 'বালক। তুমি অপৰাধ স্বীকাৰ কৰি কৈছা যে মইয়েই ৰামকলীক হত্যা কৰিছো আৰু তাৰ ফলস্বৰূপে তুমি বুজিছা মৃত্যু দণ্ড। কিন্তু ন্যায়ে অপৰাধৰ কাৰণ বিচাৰে। তৰোৱালে মানুহৰ মূৰ কাটে, কিন্তু মূৰ কটাৰ অপৰাধত তৰোৱালক ভঙা নহয়। যদিও তুমি হত্যা কৰিছা, কিন্তু তুমি হত্যাৰ তৰোৱালহে মাত্ৰ। তিনি বছৰীয়া ৰামকলীয়াক নগৰৰ ব্যবস্থাপকে তোমাৰ হাতত কিয় দিলে? ইয়াৰ দায়িত্ব নগৰাধিপতিৰ। উত্তৰাধিকাৰীবিহীন সম্পত্তি নগৰাধিপতিয়ে নিজৰ ভঁৰালত জমা কৰি লয়। আৰু যদি উত্তৰাধিপতি নিৰ্বোধ হয় তেনেহ'লে সেই সম্পত্তি বঞ্চিত কৰাৰ ব্যবস্থা হাতত লয়। কিন্তু অসহায়, নিৰ্বোধ, নিৰ্ধন আৰু অভিমানী বালকৰ হাতত শিশুৰ ভাৰ অৰ্পণ কৰা মানে ৰাষ্ট্ৰ তথা দেশৰ শুভ উদ্দেশ্যক গুপ্ত ৰীতি-নীতিৰ দ্বাৰাই শিশুৰ দৰে হত্যা কৰাৰ নিচিনাহে।

তুমি ইয়াৰ বাবে অপৰাধী নহয়। তুমি মুক্ত—।

*৩য় বছৰৰ ২য় সংখ্যাত প্ৰকাশিত (জুন ১৯৬৭)*

# তুমি

শ্ৰীসহদেৱ ডেকা

আৰু ক'ত দূৰ—

ৰূপমুগ্ধ জ্যোতিহীন অজান বাটৰ?
নোযোৱা অকলে যেন তুমি এৰি মোক
ভয় লগা একা বেঁকা বাটৰ মাজত।
ৰূপ কথাৰ ৰূপহী কুহঁহীন তুমি—
মায়াৰ মোহিনীজাল মেলি সন্মুখত
যাবা দেই লই মোক আৰু য'ত দূৰ,
দীপ্তিহীন দিকহাৰা পথিকৰ বাকী
আছে মোৰ যাবলই অনন্ত বাটৰ।
সন্মুখত সউ জ্বলে চাকি এটি কাৰ
টিমিক ঢামাক কই অতিথিৰ হাতৰ!
তুমি দেখো আছা গই আগে আগে মোৰ
ৰূপময়ী ৰসময়ী গোন্ধময়ী সোণ।
মেঘমালা চুলিটাৰী, আঙুলি বুলাই
দেখুবালে কোনে মোক দূৰৰ পোহৰ?
মদিনাৰ মনোমোহা ৰাগটি কোনোৱে
দিয়ে ভাঙি, তুমি যেন চঞ্চল অথিৰ।
ৰ'ৰাচোন কটাক্ষৰে চোৱা এটিবাৰ
জুৰাক পৰাণ হেৰা ভ্ৰান্ত পথিকৰ।
ৰিব্‌ ৰিব্‌ বতাহৰ আগ এটি বলি
কপাল পৰশি যায়। দিগন্তত সৌৱা
চপলাৰ শুভ্ৰকান্তি মেঘৰ মাজত।
বই বই ঢেৰেকনি গভীৰ নিনাদে
মেদিনী কঁপাই তুমি আচম্বিতে ক্ষেন।

মৰমৰ মোহবোৰ কৰে থান বান।
তুমিতো নাছিলা এনে অথিৰ অৱশ,
ছন্দময় গতি যাৰ প্ৰাণ জুৰ কৰা।
খোজে প্ৰতি সৰি পৰা পদুম পাপৰি
কপে কিয় থৰ্ থৰ্ চৰণ দুধাৰি ?
কিয় বাক হ'লা তুমি বিষাদ বিহ্বল
মাক বোল মাৰ গ'ল শুবলা কণ্ঠৰ।
কামাসক্ত হাঁহিবোৰ হৰি নিলে কোনে ?
ৰুণ জুণ নূপুৰৰ ধ্বনি সুমধুৰ
দেহৰ ভংগিমা আৰু ছাৱনি মধুৰ
লীণ হ'ল নয়নৰ, কিয়নো তোমাৰ ?
ধুমুহাৰ আগন্তুক দেখি ত্ৰস্ত তুমি।
কলিজাৰ কেঁচা তেজ টোপে টোপে শুহি
মাটিৰ পুতুল মোক সৰ্বহাৰা কৰি
পেলাই পলাবা হেবা তুমি গৰবিনী,
কুলহীন বিপদৰ মাজ সাগৰত ?
আহক ধুমুহাবোৰ নাৰাবা আঁতৰি,
বজ্ৰনাদে থৰ্ থৰ্ কপক ধৰণী,
তুমি মাথোঁ থাকা মোৰ লগতে সদায়,
ছিন্ন কৰি চেতনাৰ ভিতা কেহাবোৰ।
মায়াবিনী তুমি মোৰ জীৱনৰ কোঁহ
শৰতৰ কেঁচা জোন হাত মেলি পোৱা।
মুগ্ধ মই মমতাৰ মোহজালে ঘেৰা
লক্ষ্য মোৰ জীৱনৰ তুমি মাথোঁ নেৰা,
গই থাকোঁ দুয়োজনে আপোন পাহৰা।

*২য় বছৰৰ ৩য় সংখ্যাত প্ৰকাশিত (জুন ১৯৬৭)*

# কেৰোণ

ছাকিনা খাতুন

জানা ভাবী মই যে এইকথা ভবা নাছিলো, কেতিয়াও ভবা নাছিলো।' নাছিৰে দুইহাতেৰে মুখ ঢাকি উচুপি উঠিল। ভাবী, ফাতেমাই নাছিৰৰ ফালে চালে। তায়ো আজি এনে এটা খবৰৰ কাৰণে মুঠেই প্ৰস্তুত নাছিল। হয়তো বহুতদিন আগৰে পৰা জানিব পাৰিছিল, নাছিৰ আৰু হেনাৰ মৰম প্ৰীতিৰ কথা। কিন্তু সেইটো তাই বিশ্বাস কৰিব পৰাই নাছিল। নাছিৰ মাত্ৰ অষ্টম শ্ৰেণীৰ ছাত্ৰ, হেনা সাধাৰণ পাঠশালা পাছ কৰি এম ই সোমাইছে। কিমানেই বা বয়স? গাঁৱলীয়া ছোৱালীয়েও আজিকালি সোনকালেই মানে কম বয়সতেই স্কুললৈ যায়। বৰবেছি বয়স হ'লেও সাত-আঠ বছৰ বয়সতেই ভৰ্তি হয়। সেই অনুপাতে হেনাৰ বয়স বৰ্তমান বাৰ-তেৰ বছৰৰ বেছি হ'ব নোৱাৰে। এনেহেন কেচামনত আকৌ কিহৰ ভাল পোৱা। আচৰিত। ফাতেম কিয় বহুতেই ভাবিব নোৱাৰে। কিন্তু সেই হেনাই আজি মৃত্যুবৰণ কৰিলে নাছিৰৰ কাৰণে। দোষ কাৰ? নাছিৰৰ নে সমাজৰ? নে হেনা নিজেই দায়ী?

'নাছিৰ। শুনাচোন শুনা আকৌ!' ফাতেমাই জোৰ কৰি নাছিৰৰ মুখখনৰ পৰা হাত দুখন আঁতৰাই দি তাক বহুৱালে। 'হাত-মুখ ধুই কিবা অলপ খোৱা। এনে কৰিলে নচলিব বুজিছা। তোমাৰ ভাই-.... ভাল ভাল ছোৱালী পালে, লগতে ধনৰ টোপোলাও পালে। তুমিনো সেইডাল দৰিদ্ৰ কেউ কিছু নথকা ঘৰৰ ছোৱালী, হেনাকেই কিয় ভালপাব গ'লা। সেইবোৰ মনৰ পৰা মচি পেলোৱা।' ভয়ানক ৰূপে চকখাই উঠিল নাছিৰে। এই অবহেলাৰ বাণীৰেই জানো হেনাক শেষ কৰি নিদিলে। প্ৰথম ৰং ধৰা আকুলা কলিটিক পোকে কাটি নিদিলে জানো? আৰু সেই নিষ্ঠুৰ পোকতো আন কোনেও নহয়, নাছিৰ নিজেই.... উহ! নাছিৰে দুই হাতেৰে নিজৰ চুলি খামুচি ধৰি দৌৰি গৈ নিজৰ কোঠালিত সোমাই বিছনাত মুখ গুজি দিলে। ফাতেমাই সিফালে চাই এটি হুমুনীয়াহ কাঢ়িলে। বেচেৰাইত! প্ৰেম কৰিব যায়! কলিৰ লায়লা-মজনু হ'বলৈ বিচাৰে! সমাজৰ কীটতো এইবোৰে! ফাতেমাৰ শান্ত চকুজুৰি দপকৈ জ্বলি উঠিল। হেনাৰ কি দোষ? দোষ এই নাছিৰৰ— কিয় সি তাইক ফুচুলাবলৈ গৈছিল? যদি পৌৰুষৰ ক্ষমতায় নুকুলায় তেন্তে কিহৰ এই অভিনয়? হেনা সাধাৰণ ঘৰৰ ছোৱালী। ওচৰ-চুবুৰীয়া ধনী মানুহৰ ল'ৰা-ছোৱালীবোৰ স্কুললৈ অহা-যোৱা দেখি তায়ো মন মেলিলে পঢ়িব বুলি। দাদীয়েকে প্ৰথম বাধা দিলে যদিও পিছলৈ সন্মত হ'ল। তাই পঢ়ি থাকিল। দুখীয়াৰ প্ৰধান শত্ৰু হ'ল ছোৱালীৰ ৰূপ। হেনাৰো প্ৰধান

শত্রু ৰূপৰ চমক। সাধাৰণ শাড়ী এখন আউল-জাউল লগাই মেৰিয়াই যায় যদিও তাই অনিন্দনীয়া। সেই ৰূপ দেখি নাছিৰ মোহিত হ'ল? কিশোৰ প্ৰাণৰ নতুন এটি বাসনা লৈ হেনাক মৰম কৰিব ধৰিলে। হেনাবো ভাল লাগিল যদিও অন্যমনস্ক থাকিল। হেনা ডাঙৰ হ'ল এদিন। নাছিৰে ইতিমধ্যে চিঠি-পত্ৰ আদান-প্ৰদান কৰি কৰি হেনাৰ হাতৰ মুঠিত আনি পেলালে। তাই নিজৰ নিজত্বখিনিও পাহৰি কিবা এটি অজান নিচাত নাছিৰৰ ফালে আগবাঢ়ি গ'ল বেপৰোৱাভাৱে। তাইৰ মা-বাবাই কথাটো গম পাই চিন্তাত পৰিল। বাধাও দিলে আদৰ্শৰী জীয়েকক, সিহঁত ধনী, উচ্চ শিক্ষিত পৰিয়াল হেনা-তোক দিব নেকি? মিছা কথা। নিলেও তোক মাথোঁ দাসীৰ নিচিনা অৱহেলা কৰিব। অৱস্থাৰ দাস হৈ মই নাছিৰহঁতৰ খেতিত দিন হাজিৰা খাটো— তোৰ মূল্য হেনা। তই বাদ দে এই দুৰাশা।' হেনাই হাঁহিলে। কোমল বোকাত ভৰিৰ ছাপ পৰিলে যে দাগ বহি যায়। হেনাৰ অনভিজ্ঞ তেনেই কোমল মনত যি দিগন্ত ব্যাপি তপ্ত আশাৰ বেতনিলৈ ৰাঙলি বহলৰ সৃষ্টি হৈছে, তাই ভুলিব পাৰে জানো? 'বাবা তুমি মিছাতে ভয় খাইছা। মা। চাবা নাছিৰে কিমান ভাল। সি কেতিয়াও হেলা নকৰে।' তাই এম ই স্কুলত সোমাল। নাছিৰৰ মনত যেন চয়তানৰ কুচক্ৰ... বিখিনি পাব লগা আছিল হেনাৰ পৰা পালে। লিখা-পঢ়ালৈ তাৰ মূৰৰ বিষ নায়েই— 'জীৱনত লাগে নতুন নতুন স্ফূৰ্তি... আনন্দ। আৰু লাগে টকা। কোনটোৰ মোৰ অভাৱ যে মই মূৰ ঘামাই মৰিব লাগে?'

যেন্দ কৰিলে পৰীক্ষাত। আড্ডাৰ উপৰি আড্ডা পাতিলে ঠিক এনেকুৱা ল'ৰাবোৰৰ। হেনাৰ কথা পাহৰি যাব ধৰিলে যেন। 'নাছিৰ তুমিতো আজিকালি নাহাই বেছি— কি হৈছে তোমাৰ? হেনাৰ কথাৰ সুৰত নাছিৰৰ হাঁহি পাই যাব। 'মোৰ মৰিবৰো সময় নাই হেনা। জানাইত আমাৰ পৰিয়ালৰ খবৰ। ডাঙৰ ভাইজানে মাতি পঠাইছে তাতে থাকি পঢ়িব লাগে। মই অলপতে যাম—'

'তুমি যাবা ইয়াৰ পৰা?' হেনাই নাছিৰৰ গাৰ কাষচাপি কন্দা সুৰতে সুধিলে।

কৃত্ৰিম গম্ভীৰতানে নাছিৰে ক'লে, 'হয় হেনা মই যাব লাগিবতো। মোৰ লিখা-পঢ়া, বিয়া চৰবোৰ দায়িত্ব তেৰেঁ লৈছে বাবাৰ পৰা।' বিয়া। কি কৈছা নাছিৰ?। হেনাৰ চকু দুটা ভয়ত গোটা গোটা হৈ পৰিল। তাই বিস্ময় বিক্ষুব্ধ দৃষ্টিৰে নাছিৰৰ মুখলৈ চাব ধৰিলে। নাছিৰে আকৌ কৃত্ৰিম মৰম দেখুৱাই ক'লে, কিন্তু বিয়া নকৰাও। পাঁচ-টাচ কৰি তোমাকেই বিয়া কৰাম বুজিছা? তুমি সিমান দিন বৈ থাকিলেই হ'ল?'

হেনাই বুজিবলৈ বাকী নাথাকিল যে নাছিৰৰ এই কথা অন্তৰৰ নহয়, মুখৰ, মাথোঁ হেনাক মিছা সান্ত্বনা দিয়াৰ কাৰণে। তেন্তে সি এই কঠোৰ সত্যখিনি ধৰাই দিবলৈকে অতদিন পিছুত আহিছে? তাইৰ দুগালেদি ধাৰাষাৰে চকুলো বাগৰি গ'ল। 'মই এতিয়া যাওঁ হেনা— তুমি মিছাতে দুখ নকৰিবা।' ইয়াৰ কেইদিনমান পিছতেই নাছিৰৰ চিঠি-

স্পষ্টৰূপে হেনাক অৱহেলা— 'জানো তুমি বেয়া পাবা, দুখ পাবা, কিন্তু উপায় নাই মোৰ হেনা। তোমাক এই ঘৰৰ বোৱাৰী হিচাপে কোনেও নল'ব। তোমাৰ বাবাই যে সাধাৰণ দিন মজুৰিতচলা মানুহ। মোৰ সকলোৰে পৰিচয় দিব কেনেকৈ? 'নাছিৰ! নাছিৰ! ইকি কৰিলা। মোক কিয় তুমি ধ্বংস কৰি গ'লা? মোৰ সতীত্ব কিয় নষ্ট কৰিলা? আজিহেতুমি পৰিচয়ৰ কথা ভাবিলা আগতে কিয় নাভাবিলা? খোদা.... খোদা মোক মাৰি নিয়া খোদা।' তাইৰ নয়নত অন্ধকাৰে ছানি পেলালে। তাই স্কুললৈ নোযোৱা হ'ল। মাথোঁ চিঠিখনে তাই পঢ়ি পঢ়ি নিজম হৈ বহি থাকিব ধৰিলে। মা-বাবাই ভয় খালে— কি হ'ব! তাইক চকুৰ আঁৰ নকৰা হ'ল। হেনাই বুজি পালে তাইক সন্দেহ কৰিছে বুলি— তাই আকৌ সহজ হোৱা দেখুৱালে। স্কুললৈ যোৱা হ'ল, হাঁহি মাতি কম কৰাও হ'ল। সকলোৰে ভাবিলে, এনেয়ে মন হৈছিল কিজানি! কিন্তু চিঠিৰ কথা কোনেও নাজানিলে। নিয়তি খণ্ডন নহয়। এদিন ৰাতি.... ৰাতি পুৱাবৰ অলপ বাকী। হেনাই সৰু ভনীয়েকক মাতিলে, বাহিৰলৈ যাব বুলি। মাকে ক'লে, মই যাম লগত?' নাই নালাগে মা— ৰাতি বেছি নাই। আনোক লৈয়ে যাওঁ'

বহুত সময় এঠাইত আঠবছৰীয়া আনোই থিয় দি থাকি থাকি আমনি লাগি গ'ল— ভয়ও লাগিল। 'মা! মা! বুবুজান দেখোন নাহে।' নাহে ক'লৈ গ'ল। মাকে ধৰফৰকৈ উঠি বাবাকক মাতি বাহিৰলৈ ওলাই গ'ল। কিন্তু তেওঁলোকে বিচাৰি বিচাৰি খৰি থোৱা ঘৰৰ ফালে চাই বিকট চিঞৰ মাৰি দিলে। সেয়া মূধৰ পৰা ওলমি আছে হেনাৰ দেহা.... ফাচ লগাই মৰিছে। চিঞৰি চিঞৰি ৰচিডাল কাটি তাইৰ দেহাটো নমাই আনি মাটিত ঢাৰা পাৰি শুৱাই দিলে। হাতৰ মুঠিত দেখা গ'ল এখন ভাজকৰা কাগজ। মেলি চাই দেখিলে দুখন চিঠি। এখন নাছিৰে তাইলৈ লিখা— এখন হেনাৰে লিখা। ওচৰৰ ঘৰৰ ছোৱালীজনীয়ে পঢ়িলে হেনাই লিখা চিঠিখন—

'মৰমৰ ভনীহঁত।

মই বিদায় ল'লো। কিন্তু মৰাৰ আগতে এটি সাৱধান বাণী সোঁৱৰাই দি যাওঁ। তোমালোকে যদি গাঁৱৰ মুখ উজ্জ্বলাব খুজিছা, যদি শিক্ষিতা হৈ দহজনীৰ জীৱনত শিক্ষাৰ পোহৰ পেলাব খুজিছা শিলৰ নিচিনা টান হ'বা দেহ-মনেৰে। সেয়া কিশোৰ প্ৰাণৰ চঞ্চল হাতৰ চিঠি পাই নিজক পাহৰি নাযাবা। সিহঁত নিঠুৰ খেলাক। আমি গাঁৱৰ ছোৱালীবোৰে অলপমান পঢ়িব লিখিব জানিলে নিজক বৰ ডাঙৰ ডাঙৰ বুলি ভাবো— কিন্তু নহয়। ভুল হৈ যায় আমাৰ। গাঁৱৰ ল'ৰাবোৰেও আমাক শিক্ষাৰ বাটত আগুৱাই যাবলৈ দিবৰ ইচ্ছা নাৰাখে। সেয়ে চিঠি লিখা, ফুচুলাই থকাই সিহঁতৰ কাম হয়। ফলত অপবাদত ছোৱালীৰ মা-বাবা অতিষ্ঠ হৈ উঠে। পঢ়াও বন্ধ কৰি দিয়ে। মোৰ মৃত্যুত বহুতৰ পঢ়া বন্ধ হৈ যাব— ক'ব 'এ্যা ছোৱালীক পঢ়িব দিলে এই সোপাকে শিকিব,

নাক-কাণ কাটিব। নালাগে শিক্ষা।' কিন্তু কেৰোণ ক'ত সিখিনি বিচাৰ কোনেও নকৰিব। ল'ৰাবোৰে যদি ভাবে, সিহঁতে নিজৰ ভনীৰ দৰে ছোৱালীহঁতৰ মৰমেৰে আগবাঢ়ি যাওঁতে সহায় কৰিব তেন্তে কোনো বাধা আহিব নোৱাৰে। তেনেকৈ ভাবিলে ইমানদিন গাঁৱলীয়া সমাজতো স্ত্ৰীশিক্ষাৰ বহুল প্ৰচলন হৈ গ'লহেঁতেন। তাকে নকৰি অপমান, অপবাদৰ বাটত ছোৱালীক প্ৰৰোচিত কৰিবলৈ থিয় দিয়ে ল'ৰাবোৰে। সেয়ে ভনীহঁত নিজৰ কাৰণে সাৱধান।' কি নিষ্ঠুৰ। কি ভীষণ। ফাতেমাই দাঁতত দাঁত চেপি নিজৰ মনতে ভাবিলে। এই সংকীৰ্ণ মনবোৰত পোহৰ নপৰিলে জানো স্ত্ৰী শিক্ষা আগবাঢ়িব? আগবাঢ়িবলৈ গ'লেই যে বহুত হেনাৰ মৃত্যু আহি যাব। সুস্থ মাতৃত্বৰ অধিকাৰ পোৱাৰ বহুত আগতেই সিহঁতৰ মনবোৰে অন্ধকাৰে ছানি পেলাব। নাছিৰাহঁতৰ কি হ'ব? একো নহ'ব দুদিন মিছা চকুলো টুকি আকৌ মহা আনন্দেৰে বাট বুলিব।

*৩য় বছৰৰ ২য় সংখ্যাত প্ৰকাশিত (জুন ১৯৬৭)*

# ধুমুহা

মুচফিয়া চুলতানা

(কটন গাৰ্লচ হোষ্টেল)

এদিন পুৱাতে মোৰ ফুলনিত
এপাহি গোলাপ ফুলি থকা দেখিলো
তাৰ পিছত এজাক ধুমুহা আহিল
ব'হাগৰ— কাল ধুমুহা
আবেলি দেখিলো
ধুমুহা আৰু নাই
কিন্তু
ফুলৰ পাপৰিবোৰ সৰি সৰি পৰি আছে।
মোৰ কাষতে এটা চৰাই পোৱালি
মাটিত পৰি আছে।
তাৰ নতুন পাখি গজিছিল
সি উৰিব শিকিছিল—।
আজি ধুমুহাত তাৰ ডেউকা ভাগিল
সি মাটিত পৰি চিঁ-চিঁয়াইছে
ডেউকা দুখন দুকাষে ওলমি আছে।
পিচে ধুমুহা এতিয়া নাই
চৰাইটো মাটিত পৰি আছে।

*৩য় বছৰৰ ২য় সংখ্যাত প্ৰকাশিত (জুন ১৯৬৭)*

# শান্তি বিচাৰি

আছমা আৰা খাতুন

আশাই জানো জানিছিল তাইৰ ভবিষ্যৎ জীৱনটো অমাৱস্যাৰ আঁউসীৰ এন্ধাৰৰ দৰে এন্ধাৰ হৈ পৰিব? তাই জানো জানিছিল আশাৰে ৰঙীন পৃথিৱীখনত তাইৰ আশাবোৰ আধা ফুলা কলি সৰি যোৱাৰ দৰে তাইৰো আশাবোৰ সম্পূৰ্ণ হ'বলৈ নাপাব। তাই নাজানিছিল কিয়নো মানুহৰ ভাগ্য পৰিবৰ্তনশীল।

আশাৰ দেউতাক আছিল এজন সৈনিক বিভাগৰ ডাঙৰ বিষয়া। তাই মাক-দেউতাকৰ একমাত্ৰ ছোৱালী। লাহে লাহে আশাই ডাঙৰ হৈ, যৌৱনৰ দুৱাৰ দলিত থিয় হ'ল। সিহঁতে তেজপুৰত বহুত দিন থকাৰ পিছত সিহঁত গুৱাহাটীলৈ বদলি হোৱাৰ খবৰ আহিল। আশাৰ মন আনন্দত নাচিব ধৰিলে। কাৰণ তাই নতুন ঠাইলৈ গৈ বহুতো নতুন বস্তু দেখা পাব, আৰু বহুত মানুহৰ লগত চিনাকি হ'ব পাৰিব। অৱশ্যে বহুত দিন থকা ঠাইডোখৰ এৰি যাব লগা হোৱা বাবে আশাৰ বুকুখন দুৰু দুৰুকৈ কঁপি উঠিছিল। এফালে আনন্দ আৰু নিৰানন্দৰ চাকনৈয়াত পৰি আশাৰ মনটো কঁপি উঠিছিল। এনেকৈ কেইদিনমান যোৱাৰ পিছত সিহঁতৰ যাব লগা দিন উপস্থিত হ'ল। সেই দিনাখন আছিল শনিবাৰ। সিহঁত ৰাতি পুৱাই গুৱাহাটীলৈ ৰাওনা হ'ল।

কিন্তু বিধিৰ বিধান কোনে খণ্ডাব পাৰে। বাটতে সিহঁতৰ মটৰ দুৰ্ঘটনা হ'ল। মটৰ দুৰ্ঘটনাত আশাৰ মাকে বুকুত খুউব আঘাত পালে। আশাৰ মাকক সেই অৱস্থাৰেই গুৱাহাটীত মেডিকেল ডাক্তৰখানালৈ লৈ আহিল। কিন্তু আশাৰ মাক নেবাচিল। আশাই কান্দি কান্দিয়েই সৰু-সুৰা নিজৰাৰ সৃষ্টি কৰিলে। আশাৰ দেউতাকেও শোকত অধীৰ হৈ পৰিল। কিন্তু কান্দিলেও জানো লাভ আছে? এইদৰে কেইমাহ মান যোৱাৰ পিছত আশাৰ দেউতাই আলিমা নামৰ এজনী ধুনীয়া ছোৱালী বিয়া কৰালে, যাতে তেওঁৰ মৰমী ছোৱালী আশাৰ একো আলাই আথানি নহয়। মাহীমাকক অনাৰ পৰা দেউতাকৰ মন অচিৰেই পৰিবৰ্তন হৈ পৰিল। তেওঁ এতিয়া আগৰ দৰে আশাক মৰম নকৰে; তাৰোপৰি মাজে মাজে কটু কথা শুনায়। হায় মন! তোমাক বুজিব নোৱাৰি। দেউতাকে কিবা ট্ৰেইনিং ল'বলৈ দুমাহৰ বাবে পুণেলৈ যোৱাত, মাহীমাক সঁচাই মিছাই গালি গালাজ, প্ৰহাৰ আদি কৰিব ধৰিলে। আশাৰ জীৱনলৈ অমাৱস্যাৰ আঁউসীৰ এন্ধাৰৰ দৰে এন্ধাৰ

নামি আহিব ধৰিলে। আশাই ৰামধেনুৰ সাত ৰঙেৰে ৰঞ্জিতা মায়ামোহ পৃথিৱীখনত জীয়াই থাকিবৰ ইচ্ছা নকৰিলে। সেয়ে মহাপাপ বুলিও এদিন হাতত সাৰে, ভৰিতসাৰে, ভয়কো শংকা নকৰি মহাবাহু ব্ৰহ্মপুত্ৰ নদীৰ পাৰলৈ আহিল। তেতিয়া প্ৰকৃতি একেবাৰে নিজম, নীৰৱ অৱস্থাত। মাথোন দুই-এটি কুকুৰৰ ভুকভুকনিৰ শব্দ। তাই নদীৰ পাৰত এবাৰ সেউজীয়া পৃথিৱীখন নয়নভৰি চাই ল'লে, জীৱনৰ সকলো আশা জলাঞ্জলি দি বিশাল নদীৰ বুকুত আশ্ৰয় বিচাৰি জাপমাৰি পৰিল।

*৩য় বছৰৰ ৬ষ্ঠ সংখ্যাত প্ৰকাশিত (জুন ১৯৬৭)*

# সাময়িক প্ৰসংগ

## ৰাজ্যিক ৰাজনীতিৰ খতিয়ান

গণতন্ত্ৰৰ ধ্বজা বিধানসভাৰ অধিৱেশন অন্ত পৰিল। নতুন বছৰৰ আয়-ব্যয়ৰ হিচাপ অৰ্থাৎ বাজেট গৃহীত হ'ল। এক কোটী ওঠৰ লাখ লোকৰ বাবে পোন্ধৰ কোটীৰো অধিক ঘাটী বাজেট একন চৰকাৰে তথাকথিত শক্তিশালী বিৰোধী দলৰ উপস্থিতিত হেলাৰঙে পাছ কৰাই ল'লে। বিৰোধী দলসমূহে এমাহ জোৰা বিতৰ্কত কোনো নতুন অৱদান যোগাব পাৰিলে তেনেকৈ ভাবিবৰো থল নাই। সেয়ে এটা কংগালগ্ৰস্ত বাজেট আৰোপিত হ'বলৈ দিলে। তাত আছে পুলিচি ৰাজত্বৰ পদক্ষেপ, ৰাজহৰা ধনৰ অপচয়ৰ বাট মুকলি ৰখাৰ সংকেত, শিক্ষা আৰু কৰ প্ৰৱৰ্তনত প্ৰত্যক্ষভাৱে নহ'লেও পৰোক্ষভাৱে এটা বৈষম্যমূলক আচৰণ আৰু তাত নাই সমাজবাদৰ প্ৰকৃত দৃষ্টিভংগী, সমাজ আৰু জনকল্যাণৰ প্ৰতি শুভদৃষ্টি আৰু সমাজৰ বিভিন্ন শ্ৰেণী উপ-শ্ৰেণীৰ হা-হুতাশা, আশা-আকাংক্ষা আৰু আনকি আৰ্তনাদৰ প্ৰতি এটা আন্তৰিক সঁহাৰি। ই এখন গতানুগতিক বাজেট, প্ৰাণহীন বাজেট।

সদস্যসকলৰ ভিতৰত আলোচনা-বিলোচনা আৰু বিতৰ্কতো স্পন্দনৰ অভাৱ পৰিলক্ষিত হৈছিল। একেই সদস্যসকলৰ অধিকাংশই নতুন, তাতে আকৌ শাসনত অধিষ্ঠিত দলৰ উদগাৰ দিব খোজা সদস্যসকলৰ মুখা পিন্ধোৱা থকাত বিশেষকৈ উভয় পক্ষৰে বহুতৰ ক্ষেত্ৰত নিয়ম-শৃংখলা, শিষ্টাচাৰ আৰু স্থল আৰু সময়োপযোগী অংশগ্ৰহণৰ অভাৱ হেতু প্ৰায় বিষয়তে মন নুঠা ধৰণৰ বিতৰ্কহে দৃষ্টি বা কৰ্ণগোচৰ হৈছিল। আগতে সময়ে অসময়ে, কাৰণে-অকাৰণে একে ধৰণৰ আৰু অবাস্তৱ কথা বা বক্তৃতা অৱতাৰণা কৰাও দেখা গৈছে। গণতন্ত্ৰ বুলিলেও তাতো সময়, কথা আৰু সম্বল যোগানৰ ক্ষেত্ৰত চিন্তনীয় বিষয় আছে।

অসম মন্ত্ৰীসভাখনো জাকত জিলিকা ধৰণেই অনুষ্ঠিত হৈছিল। প্ৰশ্নৰ আগন্তুক দেখি সদন ত্যাগ, পৰিপূৰক প্ৰশ্ন সুধিলেই হাঁহিয়াতৰ কাৰ্যকলাপ, প্ৰয়োজনীয় তথ্যপাতি যোগান ধৰিবলৈ অক্ষমতা, সমুচিত আৰু পতিয়ন দিয়াৰ পৰা জবাবৰ অভাৱ আৰু সবাৰোপৰি মন্ত্ৰীসভা হিচাপে এটা ব্যক্তিত্ব আৰু যোগ্যতা প্ৰদৰ্শনহীনতাত সকলোকে নিৰাশ নকৰাকৈ থকা নাছিল। সংখ্যাত সৰহ, ভাট্টা আদি দিয়াত পাৰ্গত অথচ যোগ্যতাক হীন আৰু ৰাইজৰ আস্থা ভাজনতাত সন্দেহযুক্ত এনেকুৱা সভাখন পৰিবৰ্তন আৰু পৰিবৰ্ধন সাধন কৰি

ৰাজ্যখনত এটা আটোমটোকাৰী প্ৰশাসন দিয়াৰ স্থল নাই জানো?

বিধানসভাত বিশেষ আৰু সাধাৰণ বিতৰ্কবোৰৰ পৰা ওলাই পৰা কেইটামান কথা লক্ষণীয়। কৃষি প্ৰধান ৰাজ্যখনত ক্ৰমাগতৰূপে মাটিৰ ওপৰত হেঁচা পৰি কৰ্মহীন হোৱা জনসাধাৰণৰ বিকল্প কৰ্মনিয়োগ দিয়া ব্যৱস্থাৰে কোনো সুপৰিবৰ্তন এতিয়ালৈকে নাইকিয়া। অপৰপক্ষে এই ধৰণৰ মানুহ নিয়োগ কৰিব পৰা শিল্প আদি নতুনকৈ যিবোৰ স্থাপিত হৈছে তাকো লানি নিছিগাকৈ বাহিৰাগত লোককহে সংস্থান হৈছে আৰু তাত চৰকাৰে ইচ্ছায়-অনিচ্ছায় সম্যকৰূপে থলুৱা লোকৰ স্বাৰ্থ সংৰক্ষণ কৰিব পৰা নাই। দেশত আইনৰ প্ৰয়োগ সংক্ৰান্তত বিষয়তো কোনো কোনো শ্ৰেণীৰ ক্ষেত্ৰত প্ৰয়োগ কৰা হীনতাৰ বেলিকা সম্যক জবাবতো নাইয়েই চৰকাৰে নীৰৱতাও দেখুৱা যেন লাগিছে। যেনে— যদিও ইংৰাজী ১৯৪৫ চনত পাকিস্তানৰ জন্মই হোৱা নাছিল, ১৯৪৫ চনত পাকিস্তানৰ পৰা অবৈধভাৱে ভাৰত প্ৰৱেশ কৰা বুলি লিখিত নোটিত জি ভাৰতীয়ক বিতৰণৰ কেবাটাও প্ৰয়াস। এইবোৰ সাধাৰণভাৱে প্ৰচলিত নহ'লেও এইবোৰে চৰকাৰৰ প্ৰশাসনীয় এক দেশীয় ভাব আনকি বৈষম্যমূলক আচৰণৰ পৰিচায়ক। প্ৰশাসনীয় শিথিলতা বা ঔদাসীন্যও ইয়াৰ ভিতৰত অন্তৰ্নিহিত। গণতন্ত্ৰ মানেই যদি সম অধিকাৰ, সম উন্নয়নৰ পৰিৱেশ আৰু সমব্যৱহাৰৰ মৌলিকতা তেন্তে চৰকাৰৰ ভিতৰত লুকাই থকা কেৰোণবোৰ দূৰীভূত কৰাৰো প্ৰয়োজনীয়তা আছে, নহ'লেনো বাৰু ঐক্য-সংহতি তথা আৱেগিক ঐক্য আদি কিদৰে সাধন কৰিম হ'ক?

*৩য় বছৰৰ ২য় সংখ্যাত প্ৰকাশিত (জুন ১৯৬৭)*

# অসমৰ ছবি

## সম্পাদকীয়

অসমৰ ছবিখনত পুনৰ আঁচ পৰিব। হয়তো বেলেগ ৰং এটা দিবলৈ তুলিয়ো ব্যৱহাৰ কৰিব লগা হ'ব পাৰে। সুন্দৰ ছবিখন তেতিয়া সুশ্ৰী হ'ব নে কুশ্ৰী হ'ব— সেই সম্পৰ্কে ভৱিষ্যৎ দূৰ দৃষ্টিৰে চাই মতামত ব্যক্ত কৰাৰ পৰা আজি একো লাভ নাই— তীৰ আমাৰ হাতৰ পৰা ওলাই গৈছে। এতিয়া আমি মাথোন নীৰৱ দৰ্শক।

এই অৱসৰত অসমৰ ছবিখন আজি আকৌ চাবলৈ মন গৈছে? ধূলি-মাকটিত ছবিখন ম্লান পৰি গৈছে। সজীৱ অসম নিষ্প্ৰাণ ছবিক পৰিণত হৈছে। নিষ্প্ৰাণ ছবিটোৰ বুকুত কোনো স্পন্দন নাই। দিব্য দৃষ্টিত সঁচাই তাইৰ প্ৰাণ নাই— এটি পাষাণ প্ৰতিমা; কিন্তু অন্তৰ দৃষ্টি মেলি চালে তাইৰ প্ৰাণৰ স্পন্দন আৰু অন্তৰত বেদনাৰ ঢৌ খেলি থকাৰ উমান পোৱা যায়। অসমীয়ে কান্দি আছে— অনুশোচনাৰে কান্দি আছে!

তাই বৰ্তমান পৰিয়ালৰ অৱহেলিতা। পুত্ৰসকলে তাইৰ মাতৃ-হৃদয়ৰ মমতা বুজিবলৈ চেষ্টা কৰা নাই— মাথোন তাইৰ স্তন্য পান কৰি ধন্য মানিবলৈ অহোপুৰুষাৰ্থ কৰি আছে। কোনেও তাইৰ অন্তৰৰ বেদনাৰ বুজ ল'বলৈ 'আই ঐ' দেহি' কোৱা নাই। তাইনো কাক লালন-পালন কৰা নাই, আদৰ-সাদৰ কৰি কোলাত তুলি চুমা খাই স্তন্যপান কৰোৱা নাই।

কুৰি বছৰ আগৰ কথা তাইৰ আজি মনত পৰিছে— একান্নবৰ্তী পৰিয়ালটোত যেতিয়া ভাঙোন লাগিছিল, তাইৰ অন্তৰে কান্দি উঠিছিল; কিন্তু পুত্ৰসকলৰ ভৱিষ্যৎ সুবিধা আৰু মংগলত ক্ষুণ্ণ আৰোপ কৰা নাছিল। সতীয়া পোসকলৰ প্ৰতি থকা দৰদ আৰু মমতাকণক প্ৰকাশ কৰিব নোৱাৰি নীৰৱে কান্দিছিল।

অসমীয়ে আজি আকৌ নীৰৱে কান্দি আছে— নিজৰ পুত্ৰসকলৰ মাজত ভ্ৰাতৃঘাতী বিবাদ আৰু মাতৃ হৈ পুত্ৰসকলৰ পৰা অৱহেলা আৰু লাঞ্ছিতা হোৱাত। তাইৰ আউলী-বাউলী কেশ, শুষ্ক মুখ দেখিও পুত্ৰসকলৰ প্ৰাণত মাতৃ-হৃদয়ৰ ব্যথাৰ বুজ ল'বলৈ প্ৰচেষ্টা নাই!

তাই কাকো অভিশাপ দিব নোৱাৰে মাতৃ হৈ পুত্ৰৰ অমংগল কেনেকৈ কামনা কৰে। সেয়ে তাই অনুশোচনা কৰি কান্দি আছে— যদি আগৰ পৰাই তাই কঠোৰ হ'লহেঁতেন সতীয়া পো আৰু নিজৰ পুত্ৰসকলক সমান চকুৰে চাই, সমানে সমানে বৰ্ববাই অনুশাসন কৰিলেহেঁতেন; তেনেহ'লে হয়তো কনজুইয়ে আজিৰ ঘৰ পোৱাৰ উপক্ৰম নহ'লহেঁতেন।

*৩য় বছৰৰ ২য় সংখ্যাত প্ৰকাশিত*

# আমাৰ খাদ্য সমস্যা

নগেন্দ্ৰনাথ তালুকদাৰ

এইটো নিঃসন্দেহে ক'ব পৰা যায় যে আজি পাঁচ-ছয় বছৰ মানৰ আগৰ পৰাই খাদ্য সমসাটো আমাৰ দেশত প্ৰবলভাৱে দেখা দিছে। ইয়াৰ ফলত আজি দেশবাসীয়ে এটা বিৰাট কষ্টকৰ পৰিস্থিতিৰ সম্মুখীন হ'ব লগাত পৰিছে। যিহেতু ইয়াৰ স্বৰূপ সহজ সৰল নহয়, ই আমাৰ মনৰ মাজৰ পৰা সোনকালে সামকটা টানহৈ পৰিছে। স্বাধীনতা পোৱাৰ পিছৰ পৰাই আমাৰ দেশবাসীৰ কাৰণে অৰ্থনৈতিক সমস্যাবোৰে এনেভাৱে জুমুৰি দি উঠিছে যে সঁচাকৈয়ে আমি দুবেলা দুমুঠি পেটভৰাই খাবলৈ নেপাই জুৰুলা হৈ পৰিছো, ইয়াৰ ফলত কৰ্মকুণ্ঠ হৈ পৰিছো। এই ভয়াবহ খাদ্যসমস্যাটো দেখা দি এক মন্তৰ গতিত আমাৰ মাজত প্ৰভাৱ বিস্তাৰ কৰাৰ মূল কাৰণ হ'ল সৰহকৈ খাদ্য উৎপাদন নকৰা বা নোহোৱা আৰু সেই অনুপাতে দেশৰ জনসংখ্যা বৃদ্ধি পোৱা। ১৯৩৬ চনত ব্ৰহ্মদেশ আমাৰ পৰা পৃথক হোৱাৰ ফলত দেশৰ খাদ্য উৎপাদন বছৰে ১.৩ নিযুত টনকৈ হ্ৰাস পায়। তেতিয়াৰ পৰাই এক সমস্যাটো আন আন কিছুমান আনুসংগিক কাৰণবশতঃ আমাৰ কাৰণে চিন্তাৰ বিষয় হৈ পৰিছে।

কিন্তু এতিয়া আমাৰ মাজত প্ৰশ্ন উঠে যে এই খাদ্য নাটনি হোৱাৰ কাৰণ মূলতে কি? জনসংখ্যা বৃদ্ধি পোৱাৰ ফলত সেই অনুপাতে অ্যৱশ্যকীয় খাদ্যৰ যোগান ধৰাত ব্যাঘাত ঘটিছে, নে মানুহবোৰে গাঁও-ভূই এৰি চহৰলৈ ধাৰ ধৰাৰ ফলত খেতিয়কৰ অভাৱত সৰহ খাদ্য উৎপাদনৰ নাটনি হৈছে? থূলমূলকৈ ক'বলৈ গ'লে কোনোটোৱে মিছা নহয়।

মহৎ আৰু সৰ্বশক্তিমান সাধু পুৰুষ শ্ৰীৰামকৃষ্ণ পৰমহংস দেৱে এসময়ত স্বামী বিবেকানন্দক এই দৰে কৈছিল 'এটা অনাহাৰে থকা খালিপেট জাতি এটাৰ কাৰণে খাদ্য সামগ্ৰীৰ সমল হ'ব নোৱাৰে।' এই মহাপুৰুষৰ উক্ত বাক্যৰ পৰা এইটো বুজা যায় যে সৰ্বপ্ৰথমে আত্মতুষ্টি, তাৰ পিছতহে নিজ বা দহৰ কাম। আজি এই সংকটৰ সন্ধিক্ষণত শক্তি আৰু আত্ম নিৰ্ভৰশীলতাৰ আৱশ্যক। এই আহুকলীয়া পৰিবেশৰ মাজত একপিনে বিদেশীৰ অত্যাচাৰ উৎপীড়ন আৰু আনপিনে দেশত খাদ্যৰ অনাটন আৰু তাৰ ফলত উৎপত্তি হোৱা সামাজিক আলৈ-আহুকালবোৰলৈ লক্ষ্য ৰাখি এইটো একেবাৰে নুই কৰিব নোৱাৰি যে বিদেশৰ পৰা খাদ্য সামগ্ৰীৰ আমদানি কৰাটো বন্ধ কৰা উচিত। এনেকি বহুত অৰ্থনীতিবিদ ব্যক্তিবৰ্গৰ মাজতো আলোচনা কৰা দেখো আৰু সেই মৰ্মে মত প্ৰকাশ কৰা দেখা যায় যে আমাৰ কৰ্তৃত্ব মহলৰ বাবে খাদ্য ৰপ্তানি কৰাতকৈ আমদানি কৰাটোহে এটা

অঙ্কুৰ হৈ পৰিছে। কিন্তু যদি আমদানি নকৰো তেন্তে আমাৰ পৰা বা আনদেশে ৰপ্তানি কিয় কৰিব? এই ক্ষেত্ৰত দুয়োটা বিষয়ৰ মাজত এটা সমন্বয় ৰক্ষা কৰা নিতান্ত দৰকাৰ। সেই বুলি এইটো নুবুজায় যে আমি প্ৰচুৰ পৰিমাণে দেশত খাদ্য উৎপাদন কৰা আৰু সমপৰ্যায়ত বিতৰণৰ নিয়ন্ত্ৰণ ব্যৱস্থা হাতত লোৱা উচিত নহ'ব। উৎপাদন বৃদ্ধিটো যেনেকৈ আমাৰ কাৰণে এটা গুৰুতৰ বিষয় বস্তু হৈ পৰিছে, ঠিক তেনেকৈ সমপৰ্যায়ত বিতৰণ কৰাটোও সমানে আৱশ্যক হৈ পৰিছে।

স্বাধীনতা পোৱাৰ দিনৰে পৰা আমাৰ কাৰ্যৰ উন্নতি যদিও উল্লেখযোগ্য হিচাপে পৰিগণিত, কিন্তু সেই হিচাপ জনসাধাৰণৰ অভাৱ-অভিযোগ দূৰ হোৱা নাই। বিশাল প্ৰতাপী ৰোমা সাম্ৰাজ্যও এদিনতে সজা হোৱা নাই। ইয়াতেই সময় আৰু ধৈৰ্য্যৰ আৱশ্যক দেখা দিয়ে। আমাৰ খাদ্য উৎপাদনৰ ৫১ নিযুত টনৰ পৰা ৮৯ নিযুত টনলৈ বৃদ্ধি পাইছে। কিন্তু আজি গড় হিচাপে চালে খাদ্য উৎপাদন সেই অনুপাতে বৃদ্ধি পোৱা নাই। কিয়নো জনসংখ্যাৰ হাড় শতকৰা ২.৫ কৈ বৃদ্ধি পাই আছে। চতুৰ্থ পঞ্চবাৰ্ষিক যোজনাৰ কালছোৱাত খাচ মাটিবোৰ খেতিৰ উপযোগী কৰিলে কৃষিজাত সামগ্ৰীৰ উৎপাদন শতকৰা ৫ৰ পৰা ৬ ভাগলৈ বৃদ্ধি পাব বুলি আশা কৰা যায়। সেইকাৰণে প্ৰচুৰ পৰিমাণে পৰ্বতে-ভৈয়ামে চনপৰি থকা মাটি খেতিয়কৰ দখললৈ অনাটোৱে উৎপাদন বৃদ্ধিৰ একমাত্ৰ উপায়। আৰু সেয়েহে আমাৰ অতি প্ৰিয়নেতা স্বৰ্গীয় প্ৰধানমন্ত্ৰী, লালবাহাদুৰ শাস্ত্ৰীয়ে কৈ গৈছে 'যি মাটিত আগতে একবিধ শস্যৰ খেতি কৰা হৈছিল, তাত আজিকালি দুবিধ শস্য ৰোপণ কৰা উচিত।' সঁচাকৈয়ে যদি আমাৰ খেতিয়ক ভাইসকলে এই উপদেশটো কাৰ্যত পৰিণত কৰে তেন্তে মহান স্বৰ্গীয় নেতাগৰাকীৰ প্ৰতি আমাৰ প্ৰকৃত শ্ৰদ্ধাঞ্জলি অৰ্পণ কৰা হ'ব।

খাদ্য দ্ৰব্যৰ উৎপাদন বৃদ্ধি কৰাৰ মূলতে হ'ল আধুনিক ধৰণৰ সা-সঁজুলিৰ যোগান ধৰা আৰু সেই অনুযায়ী, ব্যৱসায়ৰ উপযোগী কৰি তোলা। যদি আমি আধুনিক পদ্ধতিৰ সা-সৰঞ্জামেৰে সমবায়ৰ ভেটিত কৃষি বিষয়টোক গঢ় দিও আৰু লাহে লাহে মান্ধাতাৰ দিনৰ পৰা চলি অহা সঁজুলিবোৰ বিসৰ্জন দিওঁ তেন্তে অকল উৎপাদন বৃদ্ধিয়ে নহ'ব, যথোচিত সময় আৰু শক্তি বৃদ্ধি পাব। আৰু এডৰা মাটিত এটাওকৈ সৰহ খেতি কৰিব পৰা যাব। প্ৰাক্তন প্ৰেচিডেণ্ট ডক্টৰ ৰাধাকৃষ্ণনে অলপতে মন্তব্য কৰিছিল যে প্ৰতিজন ভাৰতীয় খেতিয়ক একোজন শক্তিমান সাধাৰণ জ্ঞান থকা পুৰুষ আৰু নতুন পদ্ধতিৰ বিপক্ষে বিদ্ৰোহ আচৰণকাৰী নহয়। এই নতুন কৌশলৰ জ্ঞান প্ৰত্যেক খেতিয়কে আহৰণ কৰিব পাৰিব যিহেতু ভাৰতীয় খেতিয়ক আমাৰ সভ্যতাৰ মাধ্যম স্বৰূপ।' যদি আমাৰ খেতিয়কে আদৰ্শমূলক খেতিয়ক হৈ কৃষিৰ ক্ষেত্ৰত কৃতিত্ব লাভ কৰিব বিচাৰে তেন্তে চৰকাৰৰ জলসিঞ্চন আঁচনি, বিদ্যুৎ শক্তি প্ৰয়োগ, উন্নত ধৰণৰ বীজ আৰু সাজ-সঁজুলিয়ে যথেষ্ট সমল যোগাব পাৰিব। চতুৰ্থ পাঁচ বছৰীয়া যোজনাৰ কালছোৱাত চৰকাৰে খেতিয়কসকলৰ বাবে বহুতো প্ৰশিক্ষণ কেন্দ্ৰ খোলা কাম হাতত লৈছে। এইক্ষেত্ৰত

জনসাধাৰণৰ সহযোগিতাৰ আৱশ্যক অনুমেয়।

যোৱা পাঁচ বছৰীয়া পৰিকল্পনাৰ কালছোৱাত জনসিঞ্চন কৰি খেতি কৰা মাটিৰ পৰিমাণ ৫০ নিযুত একৰৰ পৰা ৭০ নিযুত একৰলৈ বৃদ্ধি পাইছে আৰু চতুৰ্থ পাঁচ বছৰীয়া পৰিকল্পনাৰ সময়ছোৱাৰ ভিতৰত কৰ্তৃত্বশীল মহলৰ মতে ১০০ নিযুত একৰলৈ বৃদ্ধি পাব বুলি আশা প্ৰকাশ কৰিছে। কিন্তু সুদূৰ ভৱিষ্যতলৈ খাদ্য সমস্যাৰ সমাধান কৰিবলৈ হ'লে অকল খেতিয়কৰ কাৰ্যভাৰৰ ওপৰতেই নিৰ্ভৰ নকৰি চৰকাৰী শাসন যন্ত্ৰটোক আধুনিক ভাব ধাৰালৈ ৰূপান্তৰ কৰা বাঞ্ছনীয়। খেতিয়ক এজনে নতুন জীৱনৰ মানদণ্ড উপভোগ কৰিবলৈ হ'লে আধুনিক সাসুবিধাৰ জৰিয়তে ঋণ দিয়া বিনামূল্যত বীজৰ যোগান ধৰা বা নতুন আহিলা-পাতি কম মূল্যত দি সহায় কৰা নিতান্ত দৰকাৰ। সমবায় আৰু পঞ্চায়তীৰাজ আন্দোলন দুটা গাঁও অঞ্চলত সজাগ কৰি তুলিব লগা হৈছে। এই সমবায় আন্দোলন ব্যৱসায় আৰু বাণিজ্যমূলক উচিত আৰু ইয়াক সাফল্যমণ্ডিত কৰি তুলিবলৈ হ'লে আমি ইয়াৰ ভিতৰৰা কূট-কৌশল বা ৰাজনীতিত লিপ্ত নাৰাখি ইয়াৰ গঠনমূলক কাৰ্যটোক ধন-জন আদিৰে শক্তিশালী কৰাত লিপ্ত ৰখাতো উচিত হ'ব। এনেকৈ একোটা সবল আৰু নিস্বাৰ্থ অন্তৰেৰে আগবাঢ়িলেহে সমবায় আন্দোলনৰ গছডাল অসম তথা ভাৰতবৰ্ষত ডাল, পাত, ফল-ফুলেৰে জাতিস্কাৰ হৈ ঠন ধৰি উঠিব আৰু দৈনন্দিন জীৱনৰ আৱশ্যকীয় সামগ্ৰীৰ যোগান ধৰাত সহায়তা কৰিব।

আমি বহু বছৰ ধৰি শুনি আহিছো যে পচনসাৰ মাটিত ব্যৱহাৰ কৰি শস্য উৎপাদন দুগুণ তিনিগুণ বৃদ্ধি কৰিব পাৰি। কিন্তু ক'তা? ভাৰতীয় পচনসাৰৰ ইতিহাস এতিয়াও অনুপ্ৰেৰণাদায়ক হৈয়ে থাকিল। কিয়নো অৰ্থনৈতিক উন্নতি সাধনৰ হকে সংগ্ৰাম চলোৱা ১৮ বছৰ কালছোৱাৰ ভিতৰত খাদ্যৰ অনাটন নুগুছিল। পৃথিবীৰ আন আন দেশৰ তুলনাত আমি ৰাসায়নিক সাৰ ব্যৱহাৰৰ ক্ষেত্ৰত বহুত পিছপৰা হৈ আছো। আমাৰ খেতিয়কসকলে পচনসাৰ আৰু ৰাসায়নিক সাৰৰ উপকাৰিতা যদিও বুজি পোৱা হৈছে সেই অনুপাতে সাৰৰ যোগান ধৰিব পৰা নাই। আমাৰ পৰিকল্পনা আয়োগে সুস্পষ্টভাৱে বুজাই দিছে যে অধিক শস্য উৎপাদন কৰি ভাৰতৰ ক্ৰমবৰ্ধমান জনসংখ্যাৰ হাৰ কমাবলৈ হ'লে ৰাসায়নিক সাৰৰ ব্যৱহাৰ অপৰিহাৰ্য আৰু সেয়েহে চতুৰ্থ পাঁচ বছৰীয়া পৰিকল্পনাৰ সময়ছোৱাত বছৰে ২ নিযুত টনকৈ সাৰ উৎপন্ন কৰিবলৈ আঁচনি হাতত লোৱা হৈছে। অৱশ্যে বিদেশী বিনিময়ত ভাৰতীয় টকাৰ হ্ৰাস পোৱাৰ ফলত বিদেশৰ পৰা যন্ত্ৰপাতি আদি আমদানি কৰা জটিল হৈ পৰিছে। তথাপি ইতিমধ্যে অনেক যন্ত্ৰপাতি আমেৰিকা, জাপান, পশ্চিম জাৰ্মানী, চুইডেন, ব্ৰিটেইন আদি ঠাইৰ পৰা পোৱা হৈছে আৰু নামৰূপ, গোৰখপুৰ, গুজৰাট, কোচিন, দুৰ্গাপুৰ, মাদ্ৰাজ আদি ঠাইত সাৰ উৎপাদনৰ কাম হাতত লোৱা হৈছে।

এইটো আনন্দৰ কথা যে আমাৰ দেশত চৰকাৰে এবিধ 'টাইচু' নামৰ উচ্চ উৎপাদনশীল ধানৰ সচ (High yulding varieties like Taichung Native) কিছুমান

খেতিয়কৰ মাজত বিতৰণ কৰি উৎপাদন বৃদ্ধি কৰা দেখা গৈছে।

এই ধানৰ সচ প্ৰথমে ফিলিপাইন দেশত ব্যৱহাৰ কৰা হয় তাৰ পিছত যশমোচা আৰু থাইলেণ্ডত ইয়াৰ উৎকৰ্ষ সাধন কৰে। এই নতুন ধৰণৰ ধানৰ বীজ ৰোপন কৰি এক একৰ মাটিত ৮৫ মোনলৈকে ধান পাব পাৰি। কৃষি বিভাগে বিনামূল্যে এই ধানৰ বীজ খেতিয়কক দিয়াৰ আঁচনি হাতত লৈছে।

ইয়াৰ উপৰি সৰ্বতোমুখী কৃষিৰ উৎপাদন আঁচনি চৰকাৰে (Package Programme) হাতত লৈছে। এই আঁচনি অসমৰ কাছাৰ জিলাত প্ৰথম আৰম্ভ কৰা হয়। ১১টা উন্নয়ন খণ্ডত প্ৰমাণ স্বৰূপে যোৱা দুবছৰে এই আঁচনি প্ৰয়োগ কৰি অধিক শস্য উৎপাদন কৰা দেখা গৈছে।

জুলাই মাহৰ ভিতৰত বিদেশৰ পৰা প্ৰায় ৭.৫ লাখ টন খাদ্য দ্ৰব্য পাবলৈ ভাৰত চৰকাৰে আশা কৰিছে। ইয়াৰ বাহিৰেও যদি গাঁও-ভূঁইয়ে ধান সংগ্ৰহ কৰাত গাঁও পঞ্চায়তসমূহে কৃতকাৰ্যতা লাভ কৰিব পাৰে তেন্তে চলিত বছৰত খাদ্যৰ নাটনি নহ'ব বুলি আশা কৰা যায়— অৱশ্যে যদি প্ৰকৃতিক দুৰ্যোগে কুঠাৰাঘাত নকৰে।

*৩য় বছৰৰ ৩য় সংখ্যাত প্ৰকাশিত (জুলাই-আগষ্ট, ১৯৬৭)*

# হজৰত মহম্মদৰ বহুবিবাহৰ তাৎপৰ্য

আব্দুৰ ৰশিদ

হজৰত মহম্মদে তেৰগৰাকী বিবাহ কৰিছিল; ইয়াৰ কাৰণ কি? এইয়া তেওঁৰ পক্ষে কিবা গৌৰৱৰ কথা জানো?

হজৰত মহম্মদক যি অকণমানো চিনি পাইছে, আৰু তেওঁৰ প্ৰতি যাৰ তিলমানো শ্ৰদ্ধা আছে, তেওঁলোকে এই প্ৰশ্ন নিশ্চয় কেতিয়াও নকৰিব। দুষ্ট বুদ্ধিৰ কেইজনমান খৃষ্টান লিখকেই হজৰতৰ মহিমাক ইয়াত প্ৰচণ্ডভাৱে আঘাত কৰিছে। তেওঁলোকে কৈছে মহম্মদ আছিল কপট (imposter) আৰু কামুক (profligale) কাম প্ৰবৃত্তি তেওঁৰ অত্যন্ত প্ৰবল আছিল; সেয়েহে এইদৰে বহু বিবাহ কৰি তেওঁ কামপ্ৰবৃত্তি চৰিতাৰ্থ কৰি গৈছে।

হজৰতৰ প্ৰতি ইমান নিদাৰুণ আঘাত আৰু হোৱা নাই, সততা, নিষ্ঠা আৰু পবিত্ৰতা, যাৰ জীৱনৰ ভূষণ; ছলনা, প্ৰবঞ্চনা, মিথ্যা আৰু কপটতাক যি সকলোতকৈ ঘৃণা কৰি গৈছে, আদৰ্শ আৰু নীতিৰ বাবে যি সৰ্বজীৱন সংগ্ৰাম কৰি গৈছে, সত্য প্ৰচাৰৰ বাবে যি জীৱন পণ কৰি শত দুঃখ দৈন্য আৰু আপদ-বিপদক বৰণ কৰিছে; সাধনা, সংযম আৰু মিতাচাৰৰ দ্বাৰা যাৰ সমগ্ৰ জীৱন নিয়ন্ত্ৰিত হৈছে, তেওঁ হ'ল কামুক, তেওঁ হ'ল লম্পট, তেওঁ কপট।

লম্পট আৰু কামুকৰ স্বভাৱ আমি জানো। যি লম্পট বা কামুক প্ৰকৃতিৰ হয়, তেওঁৰ মনৰ  গতিও হয় ঠিক তেনেকুৱা। মানুহৰ গাত লাম্পট্য কেতিয়াও অকলশৰীয়াকৈ নেথাকে, ই আৰু অনেক দুষ্টামী লগত ৰাখে। সেয়েহে আমি দেখিবলৈ পাওঁ যি লম্পট হ'ব, সি বিলাসী হ'ব, মিথ্যাবাদী হ'ব, ভোগলিপ্সু হ'ব, অত্যাচাৰী হ'ব, নিষ্ঠুৰ হ'ব, ছলনাময় হ'ব, পানাসক্ত হ'ব, চৰিত্ৰহীন হ'ব, ধৰ্মবিমুখ হ'ব ইত্যাদি ইত্যাদি। কাজেই হজৰতক যি লোকে লম্পট বুলিব, তেওঁলোকে প্ৰমাণ কৰি দেখুৱাব পাৰিব লাগিব যে তেওঁ মিথ্যাবাদী আছিল, ভোগবিলাসী আছিল, অত্যাচাৰী আছিল, বদমাইস আছিল, ধৰ্মবিমুখ আছিল ইত্যাদি ইত্যাদি। হজৰতৰ জীৱনৰপৰা কোনোৱে এনে এটিৰো প্ৰমাণ দিব পাৰিব নে বাৰু?

লাম্পট্য আৰু কামুকতা যৌৱনৰ সহচৰ। সেয়েহে আমি হজৰতৰ যৌৱনকাল কেনেদৰে পাৰ হৈছিল, তাকেই বিশেষভাৱে চাব লাগিব। সাধাৰণত ৪০ বছৰ বয়স পৰ্যন্ত কাম প্ৰবৃত্তি প্ৰবল থাকে। এই সময়তে মানুহৰ পদস্খলন ঘটা দেখা যায়। কিন্তু হজৰত

মহম্মদক আমি এই অৱস্থাত কেনে বেশভূষাৰে দেখিবলৈ পাওঁ? ২৫ বছৰত তেওঁ বিয়া কৰালে ৪০ বছৰীয়া প্ৰৌঢ়াক। একাদিক্ৰমে দীৰ্ঘ ২৫ বছৰ তেওঁ এই বৰ্ষীয়সী স্ত্ৰীৰ লগতে কাল কটালে। ৬৫ বছৰ বয়সত বিবি খাদিজাৰ মৃত্যু হয়। হজৰতৰ বয়স তেতিয়া ৫০ বছৰ; অৰ্থাৎ জীৱনৰ প্ৰথম ৫০টা বছৰ তেওঁ কটালে বিগত যৌবনা এগৰাকী প্ৰৌঢ়া নাৰীৰ সৈতে। এয়াই কি লাম্পট্যৰ বা কামুকতাৰ লক্ষণ? তাৰ পিছত আকৌ ৩৫ বছৰ বয়সৰ পৰাই তেওঁ 'হেৰা' গিৰি-গুহাত কঠোৰ সাধনাত মগ্ন। ৪০ বছৰ বয়সত যেতিয়া তেওঁ 'নবৱত' লাভ কৰিলে, তেতিয়াও তেওঁ অন্য সকলো চিন্তা পাহৰি সত্য প্ৰচাৰত ব্যাকুল। গৃহসুখ বিসৰ্জন দি, শত অত্যাচাৰ আৰু নিপীড়ন সহি মহাপুৰুষ আগবাঢ়িছে সত্যৰ পতাকা বহন কৰি, ভোগ বাসনাৰ পিনে চকু ৰাখিবলৈ তেওঁৰ সময় ক'ত? তেওঁ দেখোন তেতিয়া আল্লাৰ ধ্যানতেই তন্ময়।

বিবি খাদিজাৰ বাহিৰে হজৰতে আৰু ১৫গৰাকী বিয়া কৰিছিল। সকলোবেই বিবি খাদিজাৰ মৃত্যুৰ পিছত, অৰ্থাৎ ৫১ বছৰৰ পৰা ৬৩ বছৰ বয়সৰ ভিতৰত তেন্তে দেখা গৈছে জীৱনৰ শেষ ১৩ বছৰৰ ভিতৰতে তেওঁৰ চৰিত্ৰত এই লাম্পট্য আৰু কামুকতা দোষ ঘটিছিল। যি বয়সত মানুহৰ ভোগ লালসা বা কাম প্ৰবৃত্তি প্ৰশমিত হৈ পৰহেজগৰ (পবিত্ৰ) আৰু ইন্দ্ৰিয় বিমুখ হয়, চৰিত্ৰ যেতিয়া অধিক নিৰ্মল আৰু জ্যোতিদীপ্ত হয়, ঠিক সেই সময়তেই হজৰত হৈছে লম্পট আৰু কামুক। এই কথা কোনোবাই বিশ্বাস কৰিব?

প্ৰকৃততে হজৰতৰ বহু বিবাহৰ মাজত লাম্পট্য নাই, কাপট্য নাই। এক সুমহান আদৰ্শ আৰু প্ৰেৰণাৰ দ্বাৰা উদ্বুদ্ধ হৈয়েই তেওঁ এই বহু বিবাহ কৰিছিল। প্ৰবল মানৱ কল্যাণৰ প্ৰেৰণা তাক সক্ৰিয়নীতেই তেওঁ অসময়ত এই বহু বিবাহ কৰিছিল, অন্য কোনো উদ্দেশ্য ইয়াৰ মাজত নাছিল। নিম্নৰ অতি চমু চমু আলোচ্যৰ পৰাই এই কথা সুস্পষ্ট হ'ব।

হজৰত মহম্মদে জীৱনত যিসকল নাৰীক বিবাহ কৰিছিল, তেওঁলোকৰ তালিকা আৰু সংক্ষিপ্ত পৰিচয় তলত দিয়া হ'ল। হজৰতে কোন বয়সত কাক বিয়া কৰিছিল, তাকো দিয়া হৈছেঃ

১। খাদিজা (বিধবা) — হজৰতৰ বয়স তেতিয়া ২৫ বছৰ।

২। সত্তদা (বিধবা) — হজৰতৰ বয়স তেতিয়া ৫১ বছৰ।

৩। আয়েষা (কুমাৰী বালিকা) — হজৰতৰ বয়স তেতিয়া ৫২ বছৰ।

৪। হাফসা (বিধবা) — হজৰতৰ বয়স তেতিয়া ৫৪ বছৰ।

৫। জয়নব-বিনতে-খোজেইমা (বিধবা) — হজৰতৰ বয়স তেতিয়া ৫৫ বছৰ।

৬। উম্মে সালসা (বিধবা) — হজৰতৰ বয়স তেতিয়া ৫৫ বছৰ।

৭। জয়নব হজৰতৰ বয়স তেতিয়া ৫৬ বছৰ।
(জায়েদৰ পৰিত্যক্তা স্ত্ৰী)

৮। জোবায়েৰা হজৰতৰ বয়স তেতিয়া ৫৬ বছৰ।
(বিনমুস্তালিকা গোত্ৰ, বিধবা)

৯। ৰাইহানা হজৰতৰ বয়স তেতিয়া ৫৭ বছৰ।
(ইহুদিনী, বিধবা)

১০। মেৰী (খৃষ্টান, অপহৃতা, বিধবা)হজৰতৰ বয়স তেতিয়া ৫৮ বছৰ।

১১। সুফিয়া (কেনানৰ স্ত্ৰী, ইহুদিনী, বিধবা)হজৰতৰ বয়স তেতিয়া ৫৮ বছৰ।

১২। উম্মে হাবিবা (আবুসুফিয়ানৰ কন্যা, বিধবা)হজৰতৰ বয়স তেতিয়া ৫৮ বছৰ।

১৩। ময়মুনা (বিধবা) হজৰতৰ বয়স তেতিয়া ৫৯ বছৰ।

এই তালিকাৰ পৰা দেখা যায়, মাত্ৰ এগৰাকীৰ বাহিৰে সকলোয়েই আছিল বিধবা। কাজেই এই কথা সঁচা হয়, এই বিবাহসমূহৰ কাৰণ আন যেইহওক, কামুকতা হ'ব নোৱাৰে।

হজৰত আছিল আমাৰ পৰিপূৰ্ণ আদৰ্শ। নিজৰ জীৱন শিষ্যসকলৰ জীৱন আৰু স্ত্ৰী পুত্ৰ পৰিজনবৰ্গৰ জীৱনৰ মাজত তেওঁ আমাৰ বাবে সমস্ত আদৰ্শ ৰাখি থৈ গৈছে। বিভিন্ন আদৰ্শ স্থাপনৰ বাবে তেওঁ বিভিন্ন ৰূপেৰে আত্ম প্ৰকাশ কৰিব লগা হৈছে। বিবাহৰ ক্ষেত্ৰতো সেয়েই। বিভিন্ন আদৰ্শ স্থাপনৰ কাৰণেই তেওঁ এইদৰে সৰহ সংখ্যক বিবাহ কৰিছিল। সেই আদৰ্শসমূহ স্থানাভাৱত অতি চমুকৈ উল্লেখ কৰি গৈছোঁ—

(১) হজৰতৰ সময়ত নাৰীত্বৰ কোনো মৰ্যাদা নাছিল। বিধবাসকলৰ দুৰ্গতিয়েই আছিল বেছি। মহানুভৱ হজৰতে সেয়ে এই শ্ৰেণীৰ বিধবাক বিয়া কৰি সমানভাৱে স্ত্ৰীৰ অধিকাৰ দি আৰববাসীক তথা বিশ্ববাসীৰ সন্মুখত মনুষ্যৰ এটি মহান আদৰ্শ দাঙি ধৰিছে।

(২) হজৰতে জীৱনত প্ৰায়ে শত্ৰুৰ ষড়যন্ত্ৰত পৰিব লগা হৈছে। তেওঁৰ শত্ৰু আছিল বহুত। কিন্তু অতি ভয়ংকৰ শত্ৰুৰ কাৰণেও যে তেওঁৰ অন্তৰত কৰুণা আৰু প্ৰেম সঞ্চিত হৈ আছে, সেই কথা কাৰ্যতঃ প্ৰমাণ কৰিবৰ বাবেও হজৰতে কেইখনিমান বিবাহত আবদ্ধ হ'ব লগা হৈছিল। উম্মে, হাবিব, ময়মুনা, জোবায়েৰা প্ৰভৃতিক এই কাৰণেই তেওঁ বিয়া কৰিছিল।

মহম্মদে কৈছে 'বিবাহ বন্ধনেই অন্যান্য সকলোতকৈ বেছিভাৱে মানুহৰ মাজত প্ৰেমভাব বৃদ্ধি কৰে।' এই বিৰাট মনুষ্যৰ আৰু মহানুভৱতাৰ তুলনাত তেওঁৰ বহু বিবাহৰ কল্পিত দোষ ত্ৰুটিৰ কথা উঠিব পাৰে জানো?

(৩) হজৰত বুজিব পাৰিছিল যে এসময়ত মুছলমান সম্পূৰ্ণ পৃথিৱীৰ সকলো ঠাইতে সিঁচৰতি হৈ পৰিব আৰু নানা জাতিৰ সংস্পৰ্শলৈ আহিব লাগিব। কাজেই বিভিন্ন ধৰ্মাবলম্বীৰ স্ত্ৰীক বিবাহ কৰিব পৰা যায় নে নেযায়, এই প্ৰশ্ন এদিন উঠিবই। সেয়েহে

হজৰতে এই আদৰ্শ দেখুৱাবলৈ গৈ, ইহুদী আৰু খৃষ্টান ধৰ্মীয় স্ত্ৰী গ্ৰহণ কৰিবলগীয়া হৈছে। হজৰতৰ অনুকৰণমতে হিন্দু, খৃষ্টান, ইহুদী বা অন্য যিকোনো জাতিৰ নাৰীক শৰিয়তৰ (শাস্ত্ৰৰ) বিধান অনুসাৰে বিবাহ কৰাও তেওঁলোকৰ কোনো বাধা নাই।

(৪) পৰিজন বৰ্গৰ মাজত ঘনিষ্ঠতা স্থাপন কৰিবলৈ গৈও তেওঁ আবুবকৰ আৰু ওমৰৰ কন্যাক স্ত্ৰীৰূপে গ্ৰহণ কৰিবলগীয়া হৈছিল।

(৫) অনেক স্ত্ৰীলোকে নিজে ইচ্ছা কৰি পয়গম্বৰৰ সহধৰ্মিনী হ'বৰ বাবে লালায়িত আছিল। তেওঁলোকে ইহকাল আৰু পৰকালত হজৰতৰ সহচাৰ্যত কাল কটাবলৈ ইচ্ছুক হৈছিল। কাজেই বিবাহৰ দ্বাৰা হজৰতে তেওঁলোকক নিজৰ ওচৰত ৰাখিছিল। কোনোবাই হজৰতৰ লগত আত্মীয়তা স্থাপনৰ বাবেও নিজ ভগ্নী বা কন্যা দান কৰিব বিচাৰিছিল। হজৰতে এই কাৰণেও দুই একখনি বিবাহত আবদ্ধ হৈছিল।

(৬) পূৰ্বেই কৈ আহিছো, হজৰত আছিল আমাৰ বাবে আদৰ্শ। সকলো ক্ষেত্ৰতেই তেওঁ আমাক আদৰ্শ দি গৈছে। এইবোৰ কেৱল মৌখিকভাৱে আদেশ নিষেধৰ দ্বাৰা নহয়, বাস্তৱিক আদৰ্শৰ দ্বাৰা। তেওঁ যদি কেৱল খাদিজাক বিয়া কৰায়েই ক্ষান্ত থাকিলহেঁতেন, তেন্তে আমি কুমাৰী স্ত্ৰীৰ সৈতে স্বামীৰ ব্যৱহাৰ কেনেকুৱা হোৱা উচিত, তাক জানিবলৈ সুবিধা নেপালোহেঁতেন; যদি মাত্ৰ কুমাৰী অয়েষাকেই বিয়া কৰিলেহেঁতেন তবে বৃদ্ধা আৰু বিধবা স্ত্ৰীৰ প্ৰতি কেনে ব্যৱহাৰ হ'ব নেজানিলোহেঁতেন। এইদৰে অন্যান্য ক্ষেত্ৰতো একে কথাই! বিচাৰ কৰি চোৱাৰ অধিকাৰ পাঠককে দিলোঁ।

(৭) মৌখিক সম্বন্ধক ইছলামে স্বীকাৰ নকৰে। কিন্তু হজৰতৰ সময়ত এই প্ৰথা আৰৱত বিদ্যমান আছিল। অনেকেই পিতা ভ্ৰাতা ইত্যাদি সম্বন্ধ পাতি বিয়াৰ ক্ষেত্ৰত অনেক কুসংস্কাৰৰ সৃষ্টি কৰিছিল। এই কুপ্ৰথাৰ উচ্ছেদ সাধনৰ বাবে হজৰতে তেওঁৰ পালিত পুত্ৰৰ পৰিত্যক্তা স্ত্ৰীক বিবাহ কৰিছিল। তালাক দিয়া স্ত্ৰীলোকক সেইকালত কোনেও বিবাহ কৰিব নিবিচাৰিছিল। বিবাহ কৰিলেও ইছলামী প্ৰথানুসাৰে কি ধৰণে কৰিব লাগিব, তাক দেখুউওৱাৰ প্ৰয়োজন হৈ পৰিছিল। বিবি জয়নবৰ দ্বাৰা এই উদ্দেশ্য সাধিত হৈছিল।

এই বিষয়ে আল্লাই কি কৈছে শুনক—

'কিন্তু জায়েদে যেতিয়া তেওঁক (জয়নবক) পৰিত্যাগ কৰিলে তেতিয়া মই তেওঁক তোমাৰ স্ত্ৰীৰূপে দান কৰিলো, যাতে পালিতপুত্ৰৰ স্ত্ৰীৰ সম্বন্ধে বিশ্বাসীসকলৰ মনত কোনো খোকোজা নালাগে।' (৩৩ঃ ৩৭)

এই সম্বন্ধেই আল্লাই কৈছেঃ

'বন্ধুনুগ্ৰাহক যি কৰিবলৈ আদেশ দিছে তাক কৰিলে কোনো অন্যায় নহয়।' (৩৩ঃ ৩৮)

কৃতদাসী, নিঃসহায় বিধবা, ভিন্ন ধৰ্মাবলম্বী নাৰী ইত্যাদিক স্ত্ৰীৰূপে গ্ৰহণ কৰিলে

তেওঁলোকৰ লগত কিভাৱে ঘৰ সংসাৰ কৰিব লাগে, কি ধৰণে ব্যৱহাৰ কৰিব লাগে, তাৰ আদৰ্শও আমি পাওঁ। কাজেই ক'ব পৰা যায় হজৰতৰ স্ত্রী সংখ্যা ১৩ হ'লেও ধ্যানতঃ তেওঁলোক এক। ১৩জনীক মিলাই যি নাৰীমূৰ্তি হজত তেওঁৰেই স্বামী। এক স্ত্রী বিবাহ কৰালে এইবোৰ আদৰ্শ আমি ক'ৰপৰা পালোহেঁতেন?

সপত্নীৰ সৈতে স্ত্রীসকলে কি ব্যৱহাৰ কৰিব, অথবা একাধিক স্ত্রী বিবাহ কৰিলে, স্বামী স্ত্রীৰ পৰস্পৰ কৰ্তব্যই বা কেনেকুৱা হ'ব, সেই আদৰ্শ স্থাপনো এই বহু বিবাহৰ অন্যতম কাৰণ।

(৮) এক বিবাহ দাম্পত্য জীৱনৰ আদৰ্শ, ইয়াত সন্দেহ নাই; কিন্তু বহু বিবাহ যে সৰ্বদায় নিন্দনীয়, সেইয়াও হ'ব নোৱাৰে। বহু বিবাহৰ মাজতে এটা বিৰাট মহত্ত্ব লুকাই আছে। এক বিবাহৰ মাজত আছে অকণমান স্বাৰ্থপৰতা আৰু মানসিক সংকীৰ্ণতা। মোৰ স্ত্রী, মই আৰু আমাৰ দুইজনৰ পুত্র কন্যা— এই সংকীৰ্ণ গণ্ডি সৃষ্টিয়েই হৈছে এক বিবাহৰ লক্ষ্য আৰু উদ্দেশ্য। এই স্ত্রীক লৈ পুৰুষৰ সেয়েহে বহুতো মহদ্বিত্তিয়ে খেলা কৰিবলৈ সুবিধা নাপায়। প্রেম কোনো নিৰ্দিষ্ট পাত্রত সীমাবদ্ধ থাকিলে সি সংকীৰ্ণ হৈ আছে। সেই প্রেমে মানুহক অন্তৰ্মুখী কৰি তোলে, বহুমুখী নকৰে। নিজক বিলাই দিয়াতেই হৈছে প্রেমৰ চৰম সাৰ্থকতা। একাধিক স্ত্রী হ'লে মানুহৰ দায়িত্ব আৰু কৰ্তব্যবোৰ বাঢ়ি যায়। কৰ্তব্য আৰু দায়িত্ব যত বহুমুখী হয়, তাতেই হয় মানুহৰ সত্যতাৰ পৰীক্ষা। ইয়াৰোপৰি মহানুভৱতা, আত্মত্যাগ পৰাৰ্থপৰতা, উদাৰতা, কৰ্তব্য পৰায়ণতা, মানৱ প্রেম, প্রভৃতি নানা গুণৰ দৃষ্টান্ত হজৰতৰ এই বহু বিবাহৰ মাজেদি আমি দেখিবলৈ পাওঁ।

শেষত আৰু এটি কথা বিশেষভাৱে আমাৰ বিবেচনা কৰা দৰ্কাৰ। এক বিবাহ যে ( monogamy ) দাম্পত্য জীৱনৰ আদৰ্শ আৰু বহু বিবাহ (polygamy) যে মানৱ সমাজৰ অকল্যাণকৰ, এই কথাই বা ক'লে কোনে? এটা মিছা অস্বাভাৱিক আৰু অবৈজ্ঞানিক নীতিবোধৰ ওপৰত ভিত্তি কৰি সৰ্বদায় বহু বিবাহক নিন্দা উচিত নহয়। ইউৰোপীয় সমাজতত্ত্ববিদ আৰু যৌনবিদ্যা বিশাৰদ ব্যক্তিসকলে কৈছে, 'এক বিবাহ স্বাভাৱিক আৰু বিজ্ঞান সম্মত নহয়। মানৱ জীৱনত বহু বিবাহৰ প্রয়োজন আছে। এক বিবাহ সকলো অৱস্থাতে দাম্পত্য জীৱনৰ আদৰ্শ হ'ব নোৱাৰে। এক বিবাহে বহু মানুহৰ জীৱনক তিক্ত আৰু বিষাক্ত কৰি তুলিছে। এক বিবাহ যি সমাজৰ বা যি সমাজৰ আদৰ্শ অথবা বহু বিবাহৰ য'ত আইনতঃ নিষিদ্ধ, তাত নৰ-নাৰীৰ নৈতিক চৰিত্র অত্যন্ত শিথিল। আইনৰ ভয়ত তেনে ঠাইত পুৰুষে প্রকাশ্যে বহু বিবাহ নকৰে হয় কিন্তু, গোপনভাৱে তেওঁলোকে বহু উপ-পত্নী ৰখা কৰে আৰু অন্যান্য বহু দুৰ্নীতিৰ প্রশ্রয় দিয়ে। সেই ক্ষেত্রত বহু বিবাহেই নৰ-নাৰীক নৈতিক ধ্বংসৰ পৰা ৰক্ষা কৰে।

ইংলেণ্ড, ফ্রান্স, ৰাচিয়া, আমেৰিকা-কোনো দেশতে দাম্পত্য জীৱন আদৰ্শমূলক নহয়। কুমাৰী জননীৰ সংখ্যা সেই ঠাইত অত্যন্ত প্রবল। মানৱ জাতিৰ স্বাভাৱিক যৌন চেতনাৰ

প্ৰতি লক্ষ্য ৰাখি দূৰদৰ্শী হজৰত মহম্মদে স্থান কাল পাত্ৰ ভেদে বহু বিবাহৰ বিধান দি নাৰী জাতিৰ কল্যাণ সাধন কৰা নাইনে? বহু বিবাহ নাথাকিলে নাৰীৰ দুৰ্গতিৰ সীমা নেথাকিলেহেঁতেন, 'ৰক্ষিতা' বা 'পতিতা' অৱস্থাত জানো নাৰী জাতিৰ সন্মান বাঢ়িলেহেঁতেন? এই ক্ষেত্ৰত বহু বিবাহৰ বিধান দি নিশ্চয় ৰছুলুল্লাই জগতৰ প্ৰকৃত উপকাৰ সাধন কৰিছে। বহু বিবাহৰ প্ৰকাশ্য দুৱাৰ বন্ধ কৰি দিলে, তাৰ আৱশ্যম্ভাৱী প্ৰতিক্ৰিয়া স্বৰূপ অবৈধ প্ৰেম আৰু অনাচাৰৰ গুপ্ত দুৱাৰ খোল খাব।

দুইটিৰ ভিতৰত প্ৰথমটিয়েই শ্ৰেয়ঃ আৰু বৰণীয় নহয়নে? ('বিশ্বনবী'ৰ ছাঁ লৈ)

*৩য় বছৰৰ ৩য় সংখ্যাত প্ৰকাশিত (জুলাই-আগষ্ট, ১৯৬৭)*

# মহাত্মাৰ আত্মাৰ ক্ৰন্দন

## সম্পাদকীয়

কৰমচাঁদ গান্ধীৰ আলাসৰ লাডু মোহনদাস কৰমচাঁদ গান্ধী। পৰাধীন ভাৰতৰ নিষ্পেষিত আৰু নিপীড়িত জনগণৰ দুখ-দুৰ্গতি দেখি নিজৰ আয়াস-আৰাম এৰি জাতিৰ সেৱাত মনোনিৱেশ কৰে। মোহনদাস কৰমচাঁদৰ কৰ্মধাৰাত দেশবাসী মোহিত হ'ল আৰু লগতে অন্তৰ আত্মাই পোহৰৰ সন্ধান পালে। ভাৰতৰ ঘোপমৰা এন্ধাৰ আকাশত গান্ধীৰ প্ৰতিভা প্ৰদীপ্ত হ'ল। জয় জয়কাৰ উঠিল— দেশবাসীৰ ভাব-সাগৰত খলকনি লাগিল। বন্দুক-কামানৰ আগত থিয় হ'ল অহিংসাৰ মন্ত্ৰ জপি এক অৰ্ধনাঙঠ ফকিৰ। ই এক তেলেচমাতী কাণ্ড! বিদেশী ৰাজশক্তিৰ আধুনিক মাৰণ অস্ত্ৰৰ লগত তেওঁ অহিংসা অস্ত্ৰলৈ যুঁজিলে। বিদেশীৰ ৰাজদণ্ডৰ কোবত জৰ্জৰিত হ'ল, তথাপিও কৰ্মত অটুট হৈ ৰ'ল। শত শত যাতনা, বেদনা আৰু লাঞ্চনা ভোগ কৰিও অহিংসাৰ জয়গান গালে। পৰাধীন ভাৰতৰ জনগণৰ পৰা অযুত মৰম-শ্ৰদ্ধা আৰু 'মহাত্মা' সন্মান পালে। বিদেশী ৰাজশক্তি মহাত্মাৰ অহিংসা-পশুপাত অস্ত্ৰত ঘায়েল হৈ পৰিল; মূৰনত কৰি মহাত্মাক সন্মান জনাই আঁতৰি গ'ল।

দেশ স্বাধীন হ'ল। অখণ্ড ভাৰত দ্বিখণ্ড হ'ল— সাম্প্ৰদায়িক বিভেদকামীসকলৰ মনোবাঞ্ছা পূৰ্ণ হ'ল। কিন্তু মহাত্মাৰ আত্মাই কান্দিলে। হিন্দু-মুছলিম সমস্যাৰ আশু সমাধান ধৰি দেশৰ খণ্ডতাক ৰোধ কৰিবলৈ ব্যাকুল হৈ পৰিল। ৰামৰাজ্যৰ সপোন বিলাসী কিছুমানে এইটো সহ্য কৰিব নোৱাৰিলে। বুঢ়াক আঁতৰাই বাট পৰিষ্কাৰ কৰি ল'বলৈ কেবাজনো বিশিষ্ট ব্যক্তিৰ নীৰৱ সন্মতিত মহাত্মা হত্যা হ'ল। মহাত্মাৰ ক্ৰন্দসী আত্মাই কান্দিয়ে থাকিল।

গান্ধী হত্যাৰ অপৰাধ আৰু অপযশ নাথুৰাম গড়ছে অকলেই পালে। ঘঁৰিয়াল কান্দা বাকী সকলোৱেই কান্দিলে। অপযশ আৰু অপৰাধৰ ভয়ত ৰাতা-ৰাতি সকলোৱেই গান্ধীৰ পৰম ভক্ত হ'ল।

স্বাধীনতাৰ যোৱা কুৰি বছৰত মহাত্মাৰ নাম বিক্ৰী কৰি বহুতেই মহাজন সাজিছে আৰু গাদীত বহি ৰাজপাট খাইছে। গান্ধীজীৰ নামকীৰ্তন কৰাত তেওঁলোক

পঞ্চমুখ; কিন্তু অন্তৰত গান্ধীজীৰ জীৱন দৰ্শনৰ ছাঁ নাই।

গান্ধী-জয়ন্তী পালন হৈ আছে। শতবাৰ্ষিকী পালনৰ কামো আৰম্ভ হৈছে। এনে অৱস্থাত গান্ধী-নীতিৰ বিপৰীতমুখী অনীতি আৰু দুৰ্নীতিৰ পয়োভৰ দেখি আমাৰ ক'বলৈ মন গৈছে যে মুখত গান্ধীজীৰ নাম বেছিকৈ লোৱাসকলৰ অন্তৰ পবিত্ৰ কৰক। নহ'লে হয়তো মহাত্মাৰ আত্মাৰ ক্ৰন্দন সহ্য কৰিব নোৱাৰি তাৰো টেঁটুত চেপামাৰি ধৰি অপযশৰ ভাগী হ'ব।

*৩য় বছৰৰ ৫ম-৬ষ্ঠ সংখ্যাত প্ৰকাশিত (ছেপ্টেম্বৰ-অক্টোবৰ, ১৯৬৭)*

# অসমীয়া ফকৰা-যোজনা

অনিমা ৰহমান ( পুৰণিগুদাম)

প্ৰায় সকলো দেশ আৰু সকলো কালতে প্ৰবাদ বাক্যৰ প্ৰচলন আছে। পটন্তৰ বা ফকৰা যোজনা আদি সকলো প্ৰবাদৰ অন্তৰ্গত। দহজনৰ জ্ঞান, একৰ বাণী'— এয়ে জগতৰ সাহিত্যৰ পটন্তৰ বা ফকৰা-যোজনাৰ মূল কথা। যুগ যুগ ধৰি জনগণৰ অভিজ্ঞতাই গোট মাৰি এনে একোটি মুকুতাৰ ৰূপ লৈছে। সেয়েহে 'বিশ্বৰ সকলো জাতিৰ পটন্তৰ মালা যুগ যুগান্তৰৰ সঞ্চিত ধন'— বুলি পৰিগনিত হৈছে।

গ্ৰন্থাদি ৰচনাৰ বহুত আগৰে পৰা এই ফকৰা-যোজনাবোৰৰ অস্তিত্ব আছিল। এইবোৰক ৰচনা কৰিম বুলি ৰচনা কৰা হোৱা নাই। এইবোৰ মানুহৰ মনত আপোনা আপুনি জন্মিছে আৰু মুখে মুখে আহিছে। প্ৰথমতে যিজনে কটা ঘাঁত লোণৰ পানী পৰোতেই তাৰ অসহ্য বেদনা অনুভৱ কৰিলে তেতিয়াই তেওঁৰ মুখৰ পৰাই নিজ বুদ্ধিৰ জৰিয়তে যি কথাষাৰ ওলাল সিয়েই ক্ৰমে অভ্যস্ত বাক্য, জনশ্ৰুতি বা প্ৰবাদত পৰিণত হ'ল। এইদৰে ফঁকৰা-যোজনাৰ আদি শ্ৰষ্টা সাধাৰণ মানুহ বুলিব পাৰি। মানুহৰ মুখে মুখে আদিম যুগৰে পৰা বৰ্তমান সময়লৈকে ফঁকৰা-যোজনাবোৰ চলি আহিছে। যোজনাৰ উৎপত্তিৰ মূলতঃ আন এবিধ মানুহৰ বহাতো কম নাছিল। তেওঁলোক হৈছে জ্ঞানীলোক। লোকোক্তিৰ দৰে প্ৰতুক্তিয়েও মানুহৰ দৈনন্দিন ভাষা আৰু জীৱনত বিস্তাৰ লাভ কৰে। এই ফঁকৰা-যোজনাবোৰ ইমান প্ৰচলনৰ মূলত হৈছে সেইবোৰৰ সহজ প্ৰকাশ ভংগী, শব্দৰ মিতব্যয়িতা আৰু সাৰগৰ্ভ কথাৰে বাক্যৰ হ্ৰস্বত্ব। এইবোৰ সকলো কালৰ আৰু সকলো জনৰ। এজনৰ সহজ বুদ্ধিত অকস্মাৎ প্ৰতিফলিত হ'লেও অনেকজনৰ সুলভ বুদ্ধিৰ উপৰ আৰু ক্ষিপ্ৰ প্ৰয়োগৰ অস্ত্ৰ।

নীতি বাক্যৰ লগত প্ৰবাদৰ পাৰ্থক্য এইখিনিতে যে— প্ৰবাদৰ মূলকথা, উচ্চ আদৰ্শ তত্ত্বজ্ঞান বা লোক শিক্ষা নহয়। প্ৰবাদৰ মাজত যি সত্য নিহিত থাকে— সি তত্ত্বৰ সত্য নহয়, তথ্যৰ সতহে। জাতিৰ মনস্তত্ব বা আচাৰ-ব্যৱহাৰ হিচাপে প্ৰবাদৰ মূল্য যথেষ্ট— কিন্তু নীতি বা তত্ত্বকথা হিচাপে ইয়াৰ মূল্য চিৰন্তন বা সাৰ্বজনীন নহয়।

আন আন ভাষা বা জাতিৰ দৰে অসমীয়া ভাষা আৰু অসমীয়া জাতীয় জীৱনৰ লগত ফকৰা-যোজনাৰ সম্বন্ধ অতি প্ৰাচীন। এই ফকৰা-যোজনাবোৰৰ বেছি ভাগেই

আমাৰ সন্মুখত অসমীয়া গাঁৱলীয়া জীৱনৰ এটি হুবহু চিত্ৰ দাঙি ধৰে। ডাক চৰিত্ৰৰ জন্ম প্ৰকৰণত বৰ্ণোৱা নিয়মবোৰ আজিও অসমীয়া গাঁৱলীয়া সমাজৰ সন্তানৰ জন্ম হ'লে হুবহু মানি চলে। জন্মৰ পৰা মৃত্যুলৈকে সিহঁতে যিবোৰ কাম কৰিবলগীয়া হয় বা কৰিব লাগে সেইবোৰৰো বৰ্ণনা আমি ফঁকৰা যোজনাবোৰত পাওঁ। অলপ ডাঙৰ হোৱাৰ লগে লগেই গাঁৱলীয়া ল'ৰাবোৰ খেতি পথাৰলৈ যায়। ইয়াৰ মাজেৰেই, সিহঁতে কৃষি জ্ঞান লাভ কৰে। এয়ে সিহঁতৰ শিক্ষানুষ্ঠান। সেয়েহে কৃষিক উচ্চ স্থান দিয়া হৈছে—

'পাত চপলা লাভত খাবা।
লংকাৰ বাণিজ্য ঘৰতে পাবা।'
'বৃক্ষৰ ৰোপণত অধিক ধৰ্ম।
'অন্ন জল মহাদান
তাৰ পৰে ধৰ্ম নাহি আন।'

খেতি-বাতি কেনেকৈ কৰিব লাগে তাৰে প্ৰণালীবোৰ এই ফঁকৰা-যোজনাবোৰত আছে—

'তিনিশ ষাঠি জোপা কৰা কল
মাসেকে পখেকে চিকনাবা তল।'
'আলু কৰা খোজত বুৰি
শালি কৰা বেগত জুৰি।'

খেতিবাতি কৰাৰ পিছত অসমীয়া গাঁৱলীয়া যুৱকৰ আগত বিষয়টোৱেই ঘাই উদ্দেশ্য হৈ উঠে। বিয়া হ'ব লাগিলেই দৰা-কন্যাৰ ঘৰৰ মাজত খোজা-বঢ়াৰ কথা চলাবলৈ আৱশ্যক কটকীৰ। কিন্তু বহুত সময়ত কটকীয়েও বিয়া পাতিব নোৱাৰে—

'আমালৈ ছোৱালী নালাগে কটকী
আপুনি নোসোমায় মানে।'

ভাল সংগৰ লগত ফুৰিলে যে ভাল হয় তাৰো যথেষ্ট ফকৰা-যোজনাৰ আছে—

'সজ্জৰ লগত সংগতি কৰিলো
মধু কৰিলো পাণ
বিক্ৰমাদিত্যৰ ৰজাৰ মূৰত উঠি
গংগাত কৰিলো স্নান।'

ইয়াৰ বাহিৰেও অসংখ্য ফঁকৰা-যোজনা অসমীয়া মানুহৰ মুখত শুনা যায়। ল'ৰা কালৰ পৰা বুঢ়া কাললৈকে জীৱনৰ বিভিন্ন স্তৰৰ বিভিন্ন চিত্ৰবোৰ ফঁকৰা-যোজনাৰ

মাজেৰে আমাৰ চকুত ভাহি উঠে। সংক্ষেপতে, এই ফঁকৰা-যোজনাবোৰৰ অসমীয়া গাঁৱলীয়া জীৱনৰ চিত্ৰশালা।

অসমীয়া ফঁকৰা-যোজনাৰ গুটি ধানৰ ভঁৰালত বিভিন্ন বিষয়ৰ ফঁকৰা-যোজনা খুন্দ আছে ফকৰা-যোজনাই অসমীয়া ভাষাক বোধহয় এই বিষয়ত পৃথিবীৰ আটাইতকৈ চহকী ভাষাৰ সমতুল্য হোৱাৰ যোগ্যতা অৰ্জন কৰাইছে। কিন্তু দুখৰ বিষয় যে এই অমূল্য সম্পদ হেন ফঁকৰা যোজনাবিলাক বিশদ আলোচনা, বিশ্লেষণ, গৱেষণা আৰু সংৰক্ষণৰ অভাৱৰ অবলুপ্তিৰ পথত বহুতো আগবাঢ়িছে। এই মৌখিক সাহিত্যৰাজি মানুহৰ মুখে মুখে প্ৰচলিত হৈ অহাৰ বাবে এচাম লোকৰ লগে লগে এই অমূল্য নিধি-ফকৰা-যোজনাবো বিলুপ্ত ঘটি আহিছে।

*৩য় বছৰৰ ৫ম-৬ষ্ঠ সংখ্যাত প্ৰকাশিত (ছেপ্টেম্বৰ-অক্টোবৰ, ১৯৬৭)*

# ঈদ বনাম সাম্যবাদ

## সম্পাদকীয়

ইছলামে দুনিয়াৰ বুকুত গণতন্ত্ৰ আৰু সাম্যবাদৰ ধ্বজা বহন কৰি আনিছে। ব্যক্তি স্বাধীনতাত সামূহিক জীৱনত ভ্ৰাতৃত্বসুলভ সামাজিক বন্ধন, ধৰ্মীয়, সামাজিক, ৰাজনৈতিক, অৰ্থনৈতিক আদি সকলো ক্ষেত্ৰতেই গণতান্ত্ৰিক স্বাধীকাৰ আৰু সাম্যবাদৰ মিঠা সুৰধ্বনিত হৈ থকা দেখা যায়। ঈদ-পৰ্বৰ মাজতো সেই সুৰৰ ঝংকাৰ আছে।

ইছলামৰ জাতীয় পৰ্ববোৰৰ ভিতৰত দুটাক 'ঈদ' নামে অভিহিত কৰা হৈছে। 'ঈদ-উল-ফিটৰ' তাৰে এটা।

'ঈদ' শব্দৰ অৰ্থ হ'ল— খুচী বা আনন্দ। আৰু 'ফিটৰ' মানে তৃপ্তিৰ বাবে দিয়া দান। ....... ঈদ উপলক্ষে সমৰ্থবানসকলে পৰিয়ালৰ প্ৰত্যেকৰ এসাঁজ আহাৰৰ মূল্য আল্লাৰ নামত দুখীয়া-নিচলাক দান কৰা।

এই দান মানৱতা আৰু মহানুভৱতাৰ দান। এই দান বাধ্যবাধকতাৰো দান। ইছলামৰ ই এটি ব্ৰতনীতি। ধৰ্মৰ দৃষ্টিত ই পুণ্য আৰু সাম্যবাদী ইছলামৰ দৃষ্টিত ধনীৰ ওপৰত ই এক বাধ্যতামূলক কৰ। ইছলামৰ বিধান মতে, প্ৰত্যেক মুছলমান নৰ-নাৰীয়ে ৰোজা ৰখা ফৰজ (অৱশ্যকৰণীয়) আৰু সমৰ্থবানসকলৰ ফিৎৰা দিয়া বাধ্যতামূলক।

দানৰ আনন্দ পাবলৈ হ'লে মন স্বচ্ছ কৰিব লাগিব। অন্তৰত দয়া আৰু মমতাৰ ৰমজান শৰীফৰ এমাহ ৰোজা পালন তাৰেই প্ৰতিবিধান। এই ৰোজা পালনৰ মাজত নিহিত আছে দৈহিক, মানসিক আৰু সামাজিক মংগল।

দেহাৰ বাবে খোৰাক লাগে— খাদ্য সামগ্ৰী লাগে। তাক যথোচিৎভাৱে নেপালে দুখীয়াৰ লঘোণে দিন নিয়াব লগা হয়। পেটৰ জ্বালা দাৰুণ জ্বালা। ধনী-আৰামীসকলে দীন-দুখীৰ অন্নকষ্ট ক্লিষ্ট জীৱনৰ বেদনাক অনুভৱ কৰিব নোৱাৰে। এমুঠি অন্নৰ বাবে দুখীয়াই লঘোণে মৰে, আনহাতে আহৰিৰ উপৰি একাপ চাহ বা আইন কিম্বা নহ'লে ধনী-আৰামীৰ মন ছাটি ফুটি কৰে। সাম্যবাদী ইছলামে ৰোজাৰ বিধানেৰে বৈষম্যৰ সেই আঁৰ কাপোৰ আঁতৰাই ধনী-গৰীৱ সকলোকেই সমানভাৱে পেটৰ জ্বালা অনুভৱ কৰিবলৈ দিছে। আৰু লগতে অনাড়ম্বৰ, সহজ-সৰল আৰু সত্যনিষ্ঠ হৈ জীৱন যাপন কৰিবলৈ উদ্বুদ্ধ কৰিছে।

ঈদ প্ৰতিজন মুছলমানৰ বাবেই এটা নতুন তাগিদ। মনৰ আঁসোৱাহ-অহংকাৰ, ক্লেদ-গ্লানি সকলো দূৰ কৰি শত্ৰু-মিত্ৰ, উচ্চ-নীচ ধনী-গৰীৱ আদি ভাব পৰিহাৰ কৰি, পৰস্পৰ আলিংগনৰ মাজেৰে মনৰ কোঠাত ভাতৃত্বৰ বীজ ৰোপণ কৰিবলৈ ঈদে তাগিদ দিছে। এই তাগিদ ইছলামৰ। এই তাগিদ সাম্যবাদৰ।

৩য় বছৰ ঈদ সংখ্যাত প্ৰকাশিত (নৱেম্বৰ-ডিচেম্বৰ, ১৯৬৭)

# ইছলাম ও সংগীত

অধ্যাপক মঃ মুছলিমউদ্দীন

কোনো এজন প্ৰখ্যাত অসমীয়া সাহিত্যিকে লিখিছে 'সংসাৰ মৰুভূমিত গান সৰোবৰ'। আকৌ জগৎবিখ্যাত ইংৰাজ নাট্যকাৰ ও সাহিত্যিক শেক্সপীয়েৰে কৈছে যে যি মানুহে সংগীত ভাল নেপায় তেওঁৰ অন্তৰ সাপৰ দৰে নিষ্ঠুৰ। পৃথিবীৰ সকলো প্ৰাণীয়ে সংগীত ভাল পায়। মানুহৰ কথা বাদ দিও আমি পশু-পক্ষীৰ মাজতো সংগীতৰ প্ৰতি থকা অনুৰাগ সিহঁতৰ কাৰ্য-কলাপৰ দ্বাৰা পৰিষ্কাৰভাৱে গম ধৰিব পাৰোহঁক। এনেকি চৰাই-চিৰিকতিৰ কল্লোলধ্বনি আমি সদায় শুনিবলৈ পাওঁ। ঘোৰা উট আদি জন্তুৱে সংগীতৰ (বেশুৰ) তালে তালে কদমত দৌৰিব আৰম্ভ কৰে। সাপে বীণৰ শব্দত ফেট তুলি নাচিব ধৰে। সৰু কেঁচুৱা ল'ৰা-ছোৱালীয়ে মাকৰ নিচুকণি গীত শুনি সিফালেই টোপনি যায়। ইয়াৰ উপৰি আমি দৈনন্দিন সংগীতৰ কিমান প্ৰভাৱ সেইটো সদায়েই দেখিবলৈ পাই আহিছো। ব্যথিত হৃদয়ৰ লোকে গুণগুণাই গান গাই অন্তৰৰ দুখ-বেদনা লাঘৱ কৰে। সাধাৰণ গীতেও ৰোগীৰ বেদনা লাঘৱ কৰে। সংগীতৰ মাজেৰে কবি ও শিল্পীসকলে মানৱ অন্তৰৰ দুখ-বেদনা হাঁহি-কান্দোন ইত্যাদি অন্তৰৰ অনুভূতিসমূহ প্ৰকাশ কৰে।

প্ৰাণী জগত বাদ দি উদ্ভিদ ও প্ৰকৃতিৰ ওপৰতো সংগীতৰ প্ৰভাৱ পৰিলক্ষিত হয়। উদয় হোৱাৰ আগতেই গান গাবলৈ আৰম্ভ কৰে ও গীতৰ লগে লগেই প্ৰকৃতি ৰাজ্যত এটা অদ্ভুত পৰিবৰ্তন পৰিলক্ষিত হয়। এনে লাগে যেন আকাশৰ পৰা সুৰৰ লহৰী ভাহি আহিছে বৈজ্ঞানিকসকলে গৱেষণা কৰি পাইছে যে গছ-পুলিক সংগীত শুনালে সিহঁতৰ বৃদ্ধি সোনকালে হয়। সেয়েহে পাশ্চাত্য দেশসমূহত খেতি পথাৰত সংগীতৰ সুবন্দোবস্ত কৰা হৈছে। ভাৰতৰো কোনো ঠাইত এই বন্দোবস্ত লোৱা হৈছে।

এতিয়া আমাৰ প্ৰশ্ন হৈছে যে সংগীতৰ প্ৰতি ইছলামৰ কি ব্যৱস্থা? আমাৰ মুছলমান জনসাধাৰণৰ মাজত এটি ভুল ধাৰণা প্ৰচলিত যে ইছলামত সংগীত নিষিদ্ধ। ই মাত্ৰ তেওঁবিলাকৰ অজ্ঞতাৰ কাৰণ। কোৰ্‌আন শ্বৰীফৰ কোনো ঠাইতে সংগীত হাৰাম বা নিষিদ্ধ বুলি কোৱা হোৱা নাই। এনেকি ছহীহ হদীছতো আমি এনেধৰণৰ উক্তি দেখিবলৈ নেপাও। বৰঞ্চ ছহীহ হদীছসমূহৰ পৰা এইটোৱেই প্ৰমাণ হয় যে সময় ও অনুষ্ঠানলৈ সংগীতৰ আদেশ ইছলামত আছে। ঐছলামিক ইতিহাস ও হদীছৰ পৰা দেখা যায় যে হজৰত মহম্মদে (দঃ) যেতিয়া মদীনালৈ আগমন কৰে সেই সময়ত মদীনাবাসী ছোৱালীসকলে হজৰত মহম্মদক (দঃ) দাফবজাই গীত গাই গাই স্বাগতম জনাইছিল।

তদুপৰি ঈদৰ বন্ধ একগোট হ'লে আনন্দৰ বাবে গীত গোৱা ইছলামত আদেশ আছে। হদীছ শ্বৰীফত আহিছে যে এবাৰ কিছুমান সৰু সৰু ল'ৰা-ছোৱালীয়ে ঈদত গান গাই আনন্দ কৰাত হজৰতৰ কোনো এক ছাহাবাই মনা কৰাত হজৰত ৰছুল আল্লাহে (দঃ ছাহাবা গৰাকীক মনা কৰিবলৈ নিষেধ কৰিছিল আৰু কৈছিল সিহঁতক গাবলৈ দিয়া কিয়নো আজি আনন্দৰ দিন। সিহঁতক তাত বাধা নিদিবা। আকৌ হজৰত আয়েশা ছিদ্দীকাই এবাৰ মদীনাবাসী ছোৱালী এগৰাকীক বিয়া দিছিল হজৰত ৰছুল আল্লাহে (দঃ) সুধিলে যে বিয়া যাত্ৰীৰ লগত গায়ক পঠিওৱা হৈছে নে? আয়েশা ছিদ্দীকাই উত্তৰত নাই পঠোৱা বুলি কোৱাত ৰছুল আল্লাহে (দঃ) ক'লে যে পঠিওৱাটো দৰকাৰ আছিল কিয়নো মদীনাৰ ছোৱালীয়ে যে গান শুনি ভাল পায়। তদুপৰি যুদ্ধৰ ক্ষেত্ৰত সৈন্যসকলক উৎসাহ দিবলৈ গোৱা জাতীয় সংগীত, দেশবাসীক জগাই তুলিবলৈ গোৱা গীত আদিৰ আদেশ ইছলামত আছে। কাৰণ মানুহৰ অন্তৰত আবেগ ও অনুভূতিৰ সৃষ্টি সংগীতৰ মাধ্যমেৰে যেনেদৰে পৰা যায় আন একোৰে সেইটো নোৱাৰি। মিলাদ মুফিলত গোৱা গজল, নাচ, কাৱালী ইত্যাদি সংগীতৰেই অন্তৰ্ভুক্ত।

ইছলামত ছুফীসকলৰ মাজত সংগীতৰ ৰেৱাজ প্ৰচলিত। বিশেষকৈ চিস্তীয়া তৰীকাত আমি সংগীতৰ ৰেৱাজ বাৰুকৈয়ে দেখিবলৈ পাওহক। ছুফীসকলৰ ভাষাত এই বিধ সংগীতক ছমা কোৱা হয়। ছমা শব্দৰ আভিধানিক অৰ্থ শ্ৰুতি বা শুনা। সপ্তম ভাৰতীয় শাস্ত্ৰীয় সংগীতত ছুফী সংগীতৰ প্ৰভাৱ বাৰুকৈয়ে পৰিলক্ষিত। চিস্তীয়াতৰীকাৰ বিখ্যাত ছুফী সাধক নিজামুদ্দিনৰ (ৰঃ) শিষ্য ও অন্যতম ছুফী কবি আমীৰ খুশ্ৰুক ভাৰতীয় শাস্ত্ৰীয় সংগীতৰ জনক বুলিব পৰা যায়; এখেতৰ গুৰু বিখ্যাত ছুফী নিজামুদ্দীনক (ৰঃ) এবাৰ 'ছমা' গোৱাৰ অপৰাধত সেই সময়ৰ গোড়া মোল্লাসকলৰ উচটনিত দিল্লীৰ চুলতান গিয়াছুদ্দিন টোঘলকে ৰাজ সভালৈ ধৰাই নিছিল ও তেখেতক নানান প্ৰশ্ন কৰি ব্যতিব্যস্ত কৰি তুলিছিল। এনে সময়তে আৰু এগৰাকী বিখ্যাত ছুফী শ্বেইখ বাহাউদ্দীন জাকাৰীয়ৰ (ৰঃ) পুত্ৰ শ্বেইখ আলী মুদ্দিনে (ৰঃ) ৰাজসভাত পদাৰ্পণ কৰে। তেখেতক দেখি চুলতান গিয়াছুদ্দিনে সিংহাসনৰ পৰা নামি তেখেতক স্বাগতম জনাবলৈ আগুৱাই যায় ও হাত দুখনি আগুৱাই দিয়ে। কিন্তু শ্বেইখ আলীমুদ্দিনে (ৰঃ) প্ৰথমে নিজামুদ্দিনৰ (ৰঃ) ফালেহে মুখ কৰি তেখেতৰ লগত হাত মিলাই আৰু এজন সাধুপুৰুষক ৰাজ দৰবাৰলৈ আনি কষ্ট দিয়াৰ কাৰণ কি সোধাত চুলতান গিয়াছুদ্দিনে সাধাৰণ শ্বেইখ আলীমুদ্দিন (ৰঃ) জনাব। শ্বেইখ আলীমুদ্দিনে (ৰঃ) উত্তৰত ক'লে যে তেখেতে আৰব-ছিৰীয়া আদি বহু ঠাই ঘূৰিছে ও সেইবোৰ ঠাইত তেখেতে 'ছমা'ৰ মহফিল দেখি আহিছে আৰু তাৰ চৰকাৰে 'ছমা'গোৱাক কোনো হস্তক্ষেপ নকৰে। গতিকে শ্বেইখ নিজামুদ্দিনে (ৰঃ) ও তেখেতৰ সংগীবৰ্গ 'ছমা' গোৱাৰ যোগ্য ও তাৰ বিধান আছে, এনে কি তেখেতে ইয়াকে কয় যে হজৰত ৰছুল আল্লাহে (ছ) 'ছমা'ত যোগ দিয়া ইতিহাসত আছে ও তেখেতে (আজ্ঞাৰ

ভক্তিত) তন্ময়তা অনুভৱ কৰিছিল। এই কথা শুনি চুলতান গিয়াচুদ্দিন নিজে লজ্জিত হয় আৰু ক্ষমা প্ৰাৰ্থনা কৰে। শ্বেইখ নিজামুদ্দিন (ৰঃ) আৰু সংগীতবৰ্গক মুক্তি দিয়ে। শ্বেইখ নিজামুদ্দিনে (ৰঃ) তেখেতৰ শিষ্য আমিৰ খুশ্ৰুক ইমান ভাল পাইছিল যে তেখেতে কৈছিল 'যদি শ্বৰীয়তে আদেশ দিলেহেঁতেন তেনেহ'লে মোৰ ও আমীৰ খুশ্ৰুৰ ধৰ একোটা গাৰ্তত দফন হ'লহেঁতেন।' তেখেতে আকৌ কৈছে 'মৃত্যুৰ পাছত যেতিয়া আল্লাহ তাল্লাই মোক প্ৰশ্ন কৰিব হে নিজামুদ্দিন পৃথিবীৰ পৰা মোলৈ তুমি কি আনিলা? মই তেতিয়া আমীৰ খুশ্ৰুকেই আল্লাহ তালাৰ আগত পেশ কৰিম।' এনেহেন ছুফীবৰ আমীৰ খুশ্ৰুৱেই হৈছে বহুবিলাক ভাৰতীয় ৰাগ-ৰাগিনীৰ আবিষ্কাৰক। তেখেতে ভাৰতীয় ৰাগ-ৰাগিনীৰ লগত পাৰস্য ও আৰবীয় ৰাগ- ৰাগিনীৰ সংমিশ্ৰণ ঘটোৱাই ৰাগ-ৰাগিনাক অতি চহকী কৰি গৈছে। ইয়াৰ আগতে ভাৰতীয় ৰাগ-ৰাগিনী মাথোঁ কেইটামানতহে সীমাবদ্ধ আছিল। তদুপৰি আমীৰ খুশ্ৰুৱেই ছেতাৰৰ আবিষ্কাৰক। ই ভাৰতীয় বীণৰে এটি উচ্চ সংস্কৰণ তদুপৰি তেখেতে পথৱাজৰ ঠাইত ঢোলক ও তবলাৰ আবিষ্কাৰ কৰে। এখেতেই কাওৱালীৰ আবিষ্কাৰক। ইয়াৰ উপৰি তেখেতে ঢোলক ও তবলাৰ ব্যাকৰণ অৰ্থাৎ বজোৱা পদ্ধতি আৰু লগতে ১৭টা তাল আবিষ্কাৰ কৰে।

এই ধৰণে যদি আমি ঐশ্লামিক সভ্যতাৰ পিনে চাই পঠিয়াও আমি দেখিবলৈ পাওঁ যে ঐশ্লামিক সভ্যতাৰ লগে লগে সংগীতৰ উৎকৰ্ষ সাধন বাৰু কৈয়ে হৈছিল। অৰ্কেষ্ট্ৰা সংগীতৰ আবিষ্কাৰক প্ৰথম স্পেইনৰ মূৰসকল। মূৰসকলেই প্ৰথমে ইউৰোপত সি উট, গীতাৰ ইত্যাদি যন্ত্ৰ-সংগীতৰ প্ৰচলন ঘটায় ও তেখেতসকলেই এইবোৰ যন্ত্ৰ-সংগীতৰ আবিষ্কাৰক। সেই সময়ৰ বিখ্যাত ছুফী দাৰ্শনিক আলফাৰাবী এজন বিখ্যাত সংগীতভক্ত আছিল। আন এগৰাকী ছুফী আবু আলী ছীনা অইন এজন সংগীতজ্ঞ। মুছলমান সংগীতজ্ঞসকলে ১০টা ৰাশি অনুযাই বাৰটা পৰ্যায়ত বহু ৰাগ-ৰাগিনী আবিষ্কাৰ কৰে।

গতিকে আমি দেখিবলৈ পাওঁ যে ইছলামে সংগীত নিষেধ কৰা নাই বৰঞ্চ সময় অনুষ্ঠানলৈ আদেশহে কৰিছে আৰু কিছুমান নিয়ম বান্ধি দিছে যিবোৰ নিয়মৰ বশৱৰ্তী হৈ আমি সংগীতক আধ্যাত্মিক ও জাগতিক উৎকৰ্ষ সাধনত নিয়োগ কৰিব পাৰো। বহুবিলাক বস্তু এনেধৰণৰ আছে যি সময়ত হাৰাম ও সময়ত হালাল হ'ব পাৰে। উদাহৰণস্বৰূপে আফিঙকে আমি ল'ব পাৰো। এই আফিং কোনো ৰোগৰ আৰোগ্যৰ বাবে সেৱন কৰা হয় সি হালাল; কিন্তু এই আফিঙকে যদি নিশাৰ (Intoxication) বাবে খোৱা হয় তেতিয়া হাৰাম হয়। ঠিক আমি বাচি থাকিবলৈ আহাৰৰ প্ৰয়োজন সেই আহাৰ যদি প্ৰয়োজনৰ বেছি খোৱা হয় সি হাৰামতপৰিণত হয় কাৰণ তাৰ পৰা শৰীৰৰ অৱনতি হয়। ঠিক তেনেধৰণে যদি সংগীতক যেনিয়ে তেনিয়ে ব্যৱহাৰ কৰা হয় তাৰ পৰা নিশ্চয় বেয়া ফলে দেখা দিব। গতিকে দোষ আমাৰ ভুল ব্যৱহাৰত— দোষ সংগীতৰ নহয় বৰঞ্চ সংগীতৰ সুব্যৱহাৰত আমি বহু সুফল লাভ কৰিব পাৰোহক। আগতেই কৈ অহা হৈছে যে

ছুফীসকলৰ মাজত সংগীত (ছমা)ৰ ৰেৱাজ আছে। এই সংগীত তেওঁবিলাকে জাগতিক আনন্দ বা উলাহৰ বাবে ব্যৱহাৰ নকৰে এই সংগীতে তেওঁবিলাকক আল্লাহৰ ভক্তিভাবত তন্ময়তা (ৱজদ) লাভ কৰাত সহায় কৰে ও আধ্যাত্মিকতাৰ সোপানত আগবাঢ়ি যোৱাত এক পৰমানন্দ দিয়ে। অৱশ্যে এই 'ছমা'ৰ মহফিলত অনাছুফীসকলৰ প্ৰৱেশ নিষেধ। কাৰণ সেই সংগীত সকলোৱে আহৰণ কৰিব নোৱাৰে।

মুঠতে ছুলতানুল মশ্বায়েখ হজৰত নিজামুদ্দিনৰ (ৰাঃ) ভাষাত শুদ্ধ সংগীতত বাধা নাই।

*৩য় বছৰ ঈদ সংখ্যাত প্ৰকাশিত (নৱেম্বৰ-ডিচেম্বৰ, ১৯৬৭)*

# গহেনীৰ মাটি

## (কিংবদন্তি)

শ্ৰীসোণাপতি দেৱ শৰ্ম্মা

গোবিন্দপুৰ সত্ৰ। এজন গোসায়ে ভায়েকৰ লগত মানোমালিন্য হোৱাত কোছনালৈ উঠি গৈ তাতে নতুন সত্ৰ স্থাপন কৰিছিল। তৰুণ দুৱৰা বৰফুকন গোবিন্দপুৰ সত্ৰৰ শিষ্য আছিল। যি দুজন ভাই ককাইৰ ভিতৰত কাজিয়া হৈছিল বৰফুকনে তেওঁলোকৰ পিতাকৰ ঠাইত শৰণ লৈছিল। সাধাৰণতঃ শিষ্যসকলে প্ৰতি বছৰে বিহুৰ সময়তে নোৱাৰিলে বছৰৰ প্ৰথম মাহ ব'হাগৰ ভিতৰতে গুৰু ঘৰলৈ আহি গুৰুকৰ দিয়া প্ৰথা আছিল।

সিবাৰ বৰফুকনে ব'হাগৰ শেষত ৰাজাখাটৰ খাট চাবলৈ আৰু লগতে গুৰু ঘৰতো গুৰুকৰ দিয়াৰ উদ্দেশ্যে গুৱাহাটীৰ পৰা নাৱেৰে আহি ৰাতি হোৱাত গুৰু পুত্ৰৰ নতুন সত্ৰ কোছনাত উপস্থিত হ'ল। ৰাতি প্ৰায় দহ বাজিছে। গোসায়ে খাই উঠি ২/৪জন ভকতেৰে সৈতে শাস্ত্ৰালোচনা কৰি আছিল। ফুকন আহি পোৱাত গোসায়ে যথাবিধি অভ্যৰ্থনা কৰি জা-জলপান দিলে।

ঘৰত খবৰ কৰি গোসায়ে জানিব পাৰিলে যে জীয়নাত মাছ মুঠেই নাই। লগত শাস্ত্ৰালাপ কৰি থকা ভকত দুজনমানত খবৰ কৰিও গোসায়ে মাছ যোগাৰ কৰিব নোৱাৰিলে। তেওঁ বিষাদ মনে গোসায়নীক এই কথা কলত তেওঁ সেইবাবে গিৰীয়েকক চিন্তা কৰিব হাক দি ডুলীৰ পৰা জহা চাউল উলিয়াই লৈ হাড়ীশালত সোমাল আৰু বান্দীজনীক কলহৰ পৰা মুখ উলিয়াই দাইল কৰিবলৈ দি মুগৰ কণখিনিও বেলেগে উলিয়াই থ'ব দিলে।

সুচতুৰা গোসায়নীয়ে দাইলে সৈতে বাৰীৰ অন্যান্য শাক-পাচলি গোটাই চাৰি-পাঁচখন তৰকাৰী কৰি এক ঘণ্টাৰ ভিতৰতে সকলো তপ্‌তিয়াৰ কৰি ফুকনক খোৱাৰ যোগাৰ কৰি দিলে।

গোসায়ে ফুকনৰ কাঁহীত ভজা কাৰে মাছ দুটা দেখি আচৰিত হ'ল। ফুকনেও পৰম তৃপ্তিৰে খালে।

গোসায়ে শোৱাৰ সময়ত মাছ ক'ৰ পৰা যোগাৰ কৰিলে বুলি সোধাত গোসায়নীয়ে ক'লে যে তেওঁ একো উপায় নাপাই পুৱা ল'ৰা-ছোৱালীলৈ মাছ পুৰি (পাতত দি) খোৱা পোনা মাছৰ লগত মুগৰ কণ আৰু কাঁহিৰ কোণত থকা মানিমুনী শাক বটি বটন মিহলাই তাৰে কাৰে মাছৰ আকৃতিৰ মাছ তিনটা কৰি এটা মুগৰ দাইলৰ লগত আৰু বাকী দুটা ভাজি ৰাখি তাৰেই মাছ কৰি দিছিল।

ৰাতিপুৰা ফুকনে গোসাইৰ পৰা বিদায় লোৱা সময়ত যোৱা ৰাতিৰ খোৱাৰ কথা উল্লেখ কৰি ক'লে— 'প্ৰভু! আপোনাৰ পত্নী সাক্ষাৎ অন্নপূৰ্ণা। কালি ৰাতিৰ দৰে তৃপ্তিৰে খোৱা মোৰ মনত নপৰে। আৰু এটি আচৰিত্ত পালো কাৰে মাছৰ কাঁইট নাপায়। জীৱনতো কাঁইট নথকা কাৰৈমাছ খাই পোৱা নাছিলো। 'এনকুৱা কাৰৈমাছ ক'ত পোৱা যায় জানিব দিবনে?'

গোসায়ে ঘৈণীয়েকৰ মুখৰ পৰা কাৰৈ মাছৰ যি বৃত্তান্ত শুনিছিল তাৰ ফুকনৰ আগত কোৱাত ফুকনে গোসায়নীক ভূয়সী প্ৰশংসা কৰি এজোৰ পাটৰ বিহা মেখেলাৰ মান ধৰি ৰজা খাটৰ ওচৰৰে নিমুৰা গাঁৱত দহপুৰা (চল্লিছ বিঘা) মাটি গোসানীৰ ৰক্ষনৰ বাঁটাস্বৰূপে নিষ্কৰকৈ তেতিয়াই দান কৰি দিলে আৰু গোবিন্দপুৰৰ শাখা সত্ৰ হিচাপে শুৰু কৰো কোছনা সত্ৰতে দি ভৱিষ্যতলৈও ৰজাৰ হতুৱাই সত্ৰৰ বাবে ধৰ্মোত্তৰ মাটি দিয়াৰ বন্দোবস্ত কৰাই দিব বুলি প্ৰতিশ্ৰুতি দি গ'ল আৰু সেই প্ৰতিশ্ৰুতি পালনো কৰিছিল।

বৰফুকনে গোসানীক মান কৰি দান দিয়া মাটি খণ্ডক মানুহে 'গহেনীৰ মাটি' বুলি কৈছিল। বৰ্তমান ১৩০৪ চনৰ প্ৰবল ভূঁইকঁপত কোছনা সত্ৰ নষ্ট হ'ল। 'গহেনীৰ মাটি'ৰ কিবা চিনছাব আছেনে নাই নাজানো। নিমুৰা গাঁৱত হ'লে কোছনা সত্ৰৰ ধৰ্মোত্তৰ মাটি আজি পৰ্যন্ত আছে।

*৩য় বছৰ ঈদ সংখ্যাত প্ৰকাশিত (নৱেম্বৰ-ডিচেম্বৰ, ১৯৬৭)*

# প্ৰীতিয়ে নেদেখে জাত-কুজাত

কমল চন্দ্ৰ বায়ন

জাতি অজাতিৰ প্ৰতি আমাৰ কোনো নিজা ধাৰণা নাই। সকলো জাতিৰ ওপৰত এটি জাতি আছে সেয়া মনুষ্য জাতি আৰু মনুষ্যই মনুষ্যক যদি ভাল পাব শিকে তেন্তে এই সত্যৰ উপলব্ধি সহজে কৰিব পাৰিব। গণনাৰ কাৰণে অথবা ভূগোল আৰু প্ৰাকৃতিক মানচিত্ৰৰ জ্ঞান লভিবলৈ নদীৰ বহুতো নাম আছে, কিন্তু তাত জানো নদীত্ব প্ৰকাশ পায়? সিবিলাকৰ প্ৰতিটো ঢৌতে, প্ৰতিটো টোপাতেই সেই বিৰাট সিন্ধুৰ মৰ্যাদিক ব্যক্তিত্ব উদ্বেলিত হৈ থাকে, যাৰ সৈতে মিলিবলৈ আৰু যাৰ সৈতে তদাকাৰ হ'বলৈ সেই পয়স্বিনী আকুল ব্যাকুল হৈ থাকে। বিভিন্ন ধৰ্মৰ দৃষ্টিত 'হৰি'ৰ বহুতো ৰূপ হ'ব পাৰে— সেয়া বিষ্ণু, খুদা, পৰামাত্মা, ইসমহীস আৰু যে কিমান! ক্ষুদ্ৰ বুদ্ধিত আমি আৰু এটি অৰ্থ তেওঁৰ বিষয়ে বুজো আৰু সেইটো তেওঁৰ মনুষ্য ৰূপ। মনুষ্যৰূপত তেওঁ অৱতৰিত হয় আৰু অৱতাৰ নোহোৱা স্থিতিত প্ৰত্যেক মানৱদেহীত আত্মা হৈ সেইদৰে থাকে যিদৰে বতাহত প্ৰাণ, ফুলত গোন্ধ। এনে মানুহৰ প্ৰতি প্ৰীতি ভাব ৰাখিব পাৰি আৰু তেওঁৰ প্ৰতি শ্ৰদ্ধা ভক্তি সমন্বিতে প্ৰেম ভাবৰ উৎপত্তি হ'লেই জাত অজাতৰ সকলো গাঁথনি ভাঙি চুৰমাৰ হৈ যায়। মানুহ মানুহ হৈয়ে থাকি যায়।

এইটো কৰ্মৰ যুগ। ইতিহাসে কয় যে কাম কৰিবলৈহে জাতিৰ সৃষ্টি হৈছিল। পঢ়ি-শুনি পণ্ডিত হওক, আপুনি ব্ৰাহ্মণ। দেশৰ নিৰাপত্তা, সংস্কৃতিৰ মান বঢ়াওক : আমি আপোনাক ক্ষত্ৰিয় বুলি কম। ব্যৱসায় বাণিজ্যৰ চাবি-কাঠি সম্ভালি লওক : আপুনি বৈশ্য। সকলো ধৰ্মৰ ভিতৰত সেৱাধৰ্ম মহান, সেইটো স্বীকাৰ কৰি ল'লে আমি আপোনাক সমাজৰ আধাৰশিলা বুলি কম। কোনটো কাম সৰু? কোন ডাঙৰ? কাৰ মহত্ত্ব অধিক? কেৱল তলোৱাৰ চলাই থাকক : গোটেই সংস্কৃতি নপুংসক হৈ পৰিব। মহাভাৰতত এইটোৱেই হৈছিল। কাম-কাজ একোৱেই নাই আৰু পাগ পিন্ধি ঘূৰি ফুৰা, ধৰ্মৰ নামত বেহা কৰা, নখ দৰ্পণত সৰগ নৰকৰ ছবি দেখুওৱা, পূৰ্বজন্মৰ কৰ্ম ফলৰ বোধ দিয়া; অথবা ভাগ্যক সৰ্বশক্তিমান বুলিকৈ সহজ-সৰল হোজা মানুহৰ আত্ম শক্তি ঠিক কৰি দিয়া প্ৰকৃত ধৰ্ম নহয়।

তথাকথিত নিজ জাতিৰ কোনো এজন লোক সুশীল সুশিক্ষিত আৰু সুযোগ্য। আমি তেওঁৰ সৈতে কেনে ব্যৱহাৰ কৰিম? দ্ৰোণাচাৰ্যায় একলব্যক বুঢ়া আঙুলি কটাই লৈছিল। এতিয়া তেনে অনৰ্থক নহয়। পাণ্ডৱে কৰ্ণক 'সূতপুত্ৰ' বুলি অপমান কৰিব বিচাৰিছিল কিন্তু

কণঁই সেই যুগৰ বৰ্ণাশ্ৰম ধৰ্মক প্ৰত্যাহ্বান জনাইছিল। জাতিৰ অপেক্ষা পৌৰুষক প্ৰধানতা দি তেওঁ কৈছিল ঃ উচ্চ-নীচ কুলত জন্ম লোৱাটো নিয়তিৰ অধীন ঃ মনুষ্যৰ অধীন তেওঁৰ পৌৰুষ। উচ্চ-নীচ, সৰু-বৰৰ মান্যতা আমাৰ সমাজৰ অৱদান। বিধাতাই এইটো মানি নলৈছিল, অন্যথা ভিন্ন জাতিৰ মানুহৰ আকৃতি ভিন্ন হ'লহেঁতেন। ৰক্তৰ সোৱাদ ভিন্ন হ'লহেঁতেন। ৰূপ-ৰং পৃথক হ'লহেঁতেন। প্ৰশ্ন সৰু-বৰ, উচ্চ-নীচৰ নহয়। ইনসানিয়ত আৰু যোগ্যতাৰ প্ৰশ্ন। সুযোগ্য আৰু সচ্চৰিত্ৰ ব্যক্তি সকলো সময়তে সামাজিক প্ৰতিষ্ঠাৰ অধিকাৰী। শংকৰ আৰু মাধৱে এই প্ৰতিষ্ঠা লভিছিল। কবীৰ আৰু ৰহিমৰ নাম শ্ৰদ্ধা আৰু পূজা ভাবেৰে লোৱা হয়।

জাতি-অজাতৰ বন্ধন এটি উপৰি ধাৰণা মাথোন। আচলতে কৰ্তব্যহে উচ্চ হ'ব লাগে। আচৰণত মহান আৰু কৰ্তব্যত উৎসাহী হোৱাটোহে আমাৰ লক্ষ্য হোৱা উচিত। ধৰ্মশাস্ত্ৰৰ সকলো বন্ধন একগোট হৈও কোনো লোকক এনে কৰাৰ পৰা বিৰত ৰাখিব নোৱাৰে। যদি প্ৰতিবন্ধকতাৰ আগে থিয় দিয়ে তেন্তে তাক পৰিবৰ্তন কৰিব লাগিব। নতুন যুগৰ নিৰ্মাণ হ'ব ধৰিছে, তেন্তে নতুন ধৰ্ম শাস্ত্ৰৰো নিৰ্মাণ কৰিব পৰা যায়।

জাতি-ধৰ্ম নতুবা বৰ্ণাশ্ৰম ধৰ্মতকৈও মহান মানব ধৰ্ম। পৃথিবীৰ সকলো মানুহ এক। বসুধৈব কুটুম্বকম। কিন্তু এইটো জানো ক'বলৈ হে। কুটুম্বৰ পৰিভাষাটো সকলোৱে জানে। গতিকে পাৰিবাৰিক সম্বন্ধ মানুহ মানুহৰ মাজত হোৱা উচিত— জাতি অথবা কুলৰ মাজত নহয়। সকলোৱে মস্তিষ্ক আৰু হৃদয় আছে। সকলোৱে ধমনিত এক ৰকমৰ তপত তেজ প্ৰবাহিত হৈ আছে সকলো একেই পৃথিবীৰ প্ৰাণী— একেই প্ৰকৃতিৰ পুতুলা। এনে অৱস্থাত দুটা বা তাতোকৈ অধিক জাতিৰ প্ৰশ্ন পিচতহে আহে, তাতোকৈ প্ৰথমে মানৱ জাতি। আমি পশু জাতিৰ নহয়, চৰাইৰ গোত্ৰও নহয়, মনুষ্য জাতি। আমি পৰস্পৰে নিজৰ সুখ দুখৰ সমভাগী হ'বলৈ শিকো আহক। মানুহৰ দুখ দৈন্যতাক দ্ৰৱিত হোৱা যি কোনো কাৰ্যকেই বৈষ্ণৱ ধৰ্মই স্বীকৃতি দিছে—

বৈষ্ণৱ জনতো তেন কহিয়ে।
জো পীৰ পৰাই জানে ৰে।।— কবীৰ

..... .... ....

নীচত সাধুত যাৰ ভৈলা এক জ্ঞান
তাকেসে পণ্ডিত বুলিয়ো সৰ্বজন।

...... ...... ..... — শংকৰদেৱ

ঘট ঘটমে ৰহ সাই ৰমাতা
কটুক বচন মত বোল ৰে। — কবীৰ

.... ..... .......

সমস্ত ভূততে ব্যাপি আছোঁ মই হৰি।

সবাকো মানিবা তুমি বিষ্ণু জ্ঞান কৰি।

— শংকৰদেৱ

মহাপুৰুষসকলৰ আৰ্হিয়েই মানৱ মাত্ৰৰে আদৰ্শ। ই সৰ্বজনীন। উদাৰ-নীতিয়েই কাৰ্যকুশলতাৰ অমোঘ অস্ত্ৰ। মানৱ অন্তৰ জয় কৰা নীতিও একে। মহাত্মাগান্ধী আৰু অইন মনীষীসকলে ইয়াৰ বলতেই স্বাধীনতা অৰ্জনত সাফল্যমণ্ডিত হৈছিল। সেয়েহে প্ৰকৃত সন্ত-মহন্তজনে কয়, প্ৰকৃত মানৱনীতিয়েই ধৰ্মনীতি আৰু ধৰ্ম নীতিয়েই মানৱনীতি। ইমানতো কোনো মানুহে যেতিয়া জাতি নতুবা কুলৰ নামত গৌৰান্বিত হোৱা দেখো তেতিয়া তেওঁৰ প্ৰতি পুতৌ ওপজে। ইয়াৰে জানো তেওঁৰ ব্যক্তিত্ব প্ৰকাশ পায়? ব্যক্তিত্ব প্ৰকাশ কৃতিত্বৰে। কোনো মানুহ উচ্চ জাতিৰে হওক নাইবা নীচ জাতিৰেই হওক, তেওঁৰ মহানতা তেওঁৰ কৰ্মৰ দ্বাৰাই হে প্ৰকাশ পায়। এনে অৱস্থাত জাতিৰ জঞ্জাল কি আৱশ্যক। সমাজৰ, প্ৰতিজন ব্যক্তিকে নিজৰ আপোনজন বুলি সাৱটি লওঁ আহক — এইটোৱেই আমাৰ জাতি ধৰ্মৰ পৰাকষ্ঠো। এই শিৰোমণি মানৱ ধৰ্মৰ মহত্ত্ব বুজি লোৱাৰ এতিয়া সময় আহিছে। যেতিয়ালৈকে এই মহত্ত্ব বুজি নেপাম তেতিয়ালৈকে জাত-অজাত, উচ্চ-নীচ হিচাপ ভাবনাই আমাক কূপমণ্ডুক কৰি ৰাখিব। সিদিনা মানৱতাৰ সংতুলিত খোজ প্ৰেমৰ প্ৰশস্ত ৰাজ পথত পৰিব, জাতিৰ দুনিয়া সংকুচিত হৈ নিজকে নিজে সমাপ্ত হৈ যাব। ভাতৰ মহত্ত্ব ভোক লাগিলেহে আৰু জাতি-অজাতিৰ মান্যতা তেতিয়ালৈকে যেতিয়ালৈকে মানুহে মানুহক ভাল পাবলৈ নিশিকে। হিন্দীত এষাৰ প্ৰসিদ্ধ কথা আছে—

ভুখ ন দেখে বাসী ভাত।
প্ৰীতি ন দেখে জাত-কুজাত।।

*৩য় বছৰ ঈদ সংখ্যাত প্ৰকাশিত (নৱেম্বৰ-ডিচেম্বৰ, ১৯৬৭)*

# আশাৰ বালিচৰ

## সম্পাদকীয়

অজানাৰ কুঁৱলি ঠেলি, জামানাৰ বতাহত ডেউকা মেলি, উৰি উৰি ইথাৰৰ বুকুত সুৰৰ তৰংগ তোলাৰ প্ৰচেষ্টা চলাই 'আজানে এয়া চতুৰ্থ বছৰত ভৰি দিলে।

'আজান'ৰ অতীত ইতিহাস হ'ল। তাৰ বেদনাৰ কথাখিনি আমাৰ সম্বল হিচাপে ৰ'ল। 'আজানে' বিগত দিনবোৰত কিমান যেথেকেচা খালে তাৰ ইয়ত্তা নাই; কিন্তু যাত্ৰাৰ পাৰ পাবলৈ সি উৰি আছে। ভোক-পিয়াহততাৰ অঙ্গ-কণ্ঠ মাজে সময়ে শুকাই যায় যদিও তাৰ ডেউকাৰ বল কমা নাই। গৰীব পৰিয়ালত জন্মলাভ কৰি, অভাৱ-অনাটনৰ মাজত লালিত-পালিত হৈ, জন্মস্বত্বত লাভ কৰা কষ্ট-ক্লীষ্ট জীৱনৰ লগততাৰ মিতিৰালি হৈছে।

'আজান' দৈহিক বলত এতিয়াও বলৱান হ'ব পৰা নাই; কিন্তুতাৰ মানসিক সত্তা বৰ্তমান পূৰঠ হৈ উঠিছে। তাৰ মাত এতিয়া ফুটিছে— আশা-আকাংক্ষাৰ কথা আকাৰে-ইংগিতে ব্যক্ত কৰিব পাৰে, দুঃখ আৰু বেদনাত তিক্ত হ'লে বিৰক্তি প্ৰকাশ কৰিব পাৰে। বয়স তাৰ কম হ'লেও জন্মতে লৈ অহা স্বভাৱ— অন্যায় অত্যাচাৰৰ নিৰ্ভীক প্ৰতিবাদ দুৰ্নীতি-কুনীতিৰ প্ৰতি ব্যংগ কটাক্ষপাত।

'আজানে' এটা সুস্থ সামাজিক চিন্তাধাৰাৰ সোঁত বোৱাবলৈ আন্তৰিক প্ৰচেষ্টা চলাই আছে। অৱশ্যে তাৰ সাধনাৰ ফুল এতিয়াও ফুলি উঠা নাই। অনাবাদী আৰু অনুৰ্বৰা মাটিত আমি সিঁচা গুটিবোৰ গজি যিমান বাঢ়ি আহিব লাগিছিল— সিমান অহা নাই। কাৰণ, প্ৰকৃতিৰ আপডাল প্ৰয়োজন মাফিক পোৱা নাই। খৰাং বতৰত ধৰণী যত ত্ৰাহি-ত্ৰাহি কৰে, ফুল তাত ফুলি উঠি সৌন্দৰ্য আৰু গোন্ধ বিলোৱা অসাধ্য সাধন। প্ৰকৃতিৰ তেনে নিষ্ঠুৰ ব্যৱহাৰৰ বাবে বহু গছ-বিৰিধ-তৰু-লতা অস্বাভাৱিকভাৱে মৃত্যুৰ বাট লয়। বতৰ ভাল হ'লেই জীৱন পায়। 'আজান' দীৰ্ঘজীৱন লাভ কৰক— এনে আশা আমি পোষণ কৰোহক; কিন্তু অকল আমাৰ আশা আৰু ভাষাই ইয়াক জীয়াই থকাৰ সঞ্জীৱনী দিব নোৱাৰে। ইয়াক দীৰ্ঘজীৱী কৰিবলৈ হ'লে; আৰ্থিক সংকটৰ পৰা পোনতে ইয়াক ৰক্ষা কৰিব লাগিব।

সমাজ দৰদী, কওম দৰদী, আমাৰ শুভাকাংক্ষী লিখক-লিখিকা, পাঠক-পাঠিকা, গ্ৰাহক-গ্ৰাহিকাসকলক এই বিষয়ে 'আজান'ক সহায় কৰিবৰ বাবে আগবাঢ়ি আহিবলৈ আমি অনুৰোধ জনালো। আৰু লগতে 'আজান'ৰ নতুন বছৰৰ ওলগনি জনালো। ইনচাব আল্লাহ আগলৈ 'আজান' নিয়মিতৰূপে পাব। খোদা হাফিজ।

*চতুৰ্থ বছৰৰ প্ৰথম সংখ্যাত প্ৰকাশিত (জুলাই, ১৯৭৮)*

# কৰুণা-প্ৰসাদ

## (উচ্চাংগৰ দাৰ্শনিক তত্ত্ব)

এম আব্দুৰ ৰহমান ফিৰোজী

প্ৰতিদিনৰ এই প্ৰবঞ্চনাৰ পৰা মোক মুক্তি দি প্ৰিয়!
চিৰদিনৰ বাবে এই বিশ্বৰ পৰা তব কাষত নিয়া মোক নিয়া।।
মোক চিনাই লোৱা মোৰ পৰা আজি প্ৰণয় বিলাই;
ধন্য হওক কৰুণা তোমাৰ ধূলিময় দেহাটি মিলাই।
গন্ধময় পাপ-ক্লীষ্ট দেহ-প্ৰাণ ধৰণীৰ বুলি ম্লান;
সৰ্ব-সত্তা ভুলাই মোক শিকলি এৰাই দিয়া পৰিত্ৰাণ।
মোৰ এই দেহ, শক্তি, প্ৰাণ এই সকলো তোমাৰ দান;
আত্মা, সত্তা, অনুভূতি, কায়া, মায়া দি বঢ়াইছা সন্মান!
মোৰ এই দেহ-প্ৰাণ, প্ৰিয়! তোমাকেই কৰিছোঁ দান;
তুমিওতো মোৰেই হে সখি! জানো একান্ত অনুগত প্ৰাণ।।
তোমাৰ সৃজনী-শক্তিৰ বলত সৃজন কৰিছা মোক ভূবনত;
তোমাৰ কৃপা-পুষ্ট স্পন্দিত-জীৱন মম হ'ব পুনঃ ধ্বংসত পৰিণত।
গোটেই জীৱন ভৰি কেৱল এই চিন্তাই কৰি আছো মই;
মোৰ পাপৰ বোজাতকৈ তোমাৰ দয়া ৰব জানো দাসী হই?
তোমাৰ অণু-পৰমাণু মানুহৰ ধাৰণাৰ অতীত;
বুজে কিমানজনে ধৰণীত পাপ-পুণ্য ধৰ্ম হিতাহিত?
পাপৰ অমোঘ কণ্টক মম ব্যথা হৈ বিন্দে শৰীৰত;
তোমাৰ দীদাৰৰ প্ৰত্যাশাত প্ৰিয়! সকলো যায় বিদূৰত!
ক্ষমা কৰা ব্যথিতক, হে সখি! কৰিছো যদি অপৰাধ;
'ফিৰোজ' নুবুজে একো কেৱল যাচে তব কৰুণা প্ৰসাদ!!

এই কবিতাটো দাৰ্শনিক কবি 'ফিৰোজী'ৰ 'খেয়ালী মনেৰ খেয়াল' অমৰ কাব্যৰ পাণ্ডুলিপিৰ পৰা উদ্বৃদ্ধ। অনুবাদ আমাৰ। — সম্পাদক 'আজান'।

*চতুৰ্থ বছৰৰ প্ৰথম সংখ্যাত প্ৰকাশিত (জুলাই, ১৯৬৮)*

# এটা কবিতাৰ জন্ম আৰু মৃত্যু

ফণী দাস

ফাগুন আকাশৰ তলত বহি
মোৰ দেহত দেখিলো এটি
জ্বলন্ত স্বাক্ষৰ।
বিস্ময়-বিস্ফোৰিত নয়নে প্ৰশ্ন কৰিলেঃ
'তোমাৰ বিশালতা কিমান?'
বুজিলো মুঠতে—
সাগৰৰ বিশালতা আকাশলৈ কৰা
অসীম প্ৰণিপাতেই প্ৰমাণ,
— তথাস্তু'
নাজালে, আত্মাৰ দুৱাৰ কিয় গুহ্যতম হ'ল
কাৰ বাবে?
নাজানিলো চকুৰ ভাষা আৰু প্ৰাণৰ চকুত যি চেনেহৰ
অসীমতা
কিহৰ আশাত?
নাজানিও জানিলো,
নুবুজিও বুজিলো,
এই ৰাতি, প্ৰণয়ৰ আবেগিক ঐক্য সাধনৰ ৰাতি
সকলো বিলীন হ'ল
গোপ্য-সাগৰীয় সোঁতত।
সপোনবোৰ দিঠক হ'ল,
ৰংবোৰ ৰং হল
ৰঙীন আকাশৰ।
ভাবিব নোৱাৰা সেই গীত সেই ৰাংকাৰ
কোনো এক স্বৰ্গীয় সুৰৰ।

এদিন সাৰ পাই দেখিলো হঠাতেই
ভূমিকম্পৰ পদক্ষেপ
দিবাস্বপ্নত এই
আলাদিনৰ বস্তিৰ অসীম হৰণ ফল।
এতিয়া চিচিং বন্ধ—
সাগৰ ৰূপী সৰ্পলৈ
ক্ষমাৰ পথ ৰুদ্ধ,
ভৈৰৱ গৰ্জনে;
কাৰণ—
অকৃতজ্ঞ দানবক কৰিলে মাৰ্জনা
ফণা তুলি কৰিব দৰ্শন।
.... ... তথাপিও ছন্দবোৰ
তাহানিৰ সেই দুঃস্বপ্নবোৰ
মোৰ জীৱনৰ স্থবিৰ্ ছন্দ

*চতুৰ্থ বছৰৰ প্ৰথম সংখ্যাত প্ৰকাশিত (জুলাই, ১৯৬৮)*

# ।। অসমৰ পুনৰ গঠন ।।

**সম্পাদকীয়**

অসমৰ পুনৰ গঠন সিদ্ধান্ত হৈ গ'ল। ভৈয়াম আৰু পৰ্বতবাসীৰ মাজত ৰহন-সহন, মিলা-প্ৰীতি আৰু পৰম্পৰা বুজা-বুজিৰ অভাৱত দুনাই পুনৰ গঠনৰ কবলত পৰি অসমৰ বুকু বিদীৰ্ণ হ'বৰ হ'ল। ভৌগোলিক, অৰ্থনৈতিক আৰু ৰাজনৈতিক দৃষ্টিকোণৰপৰা এই পুনৰ গঠনৰ প্ৰয়োজন আৰু আয়োজন যিমান হৈছে, বিভেদ, বৈষম্য আৰু অসমতাৰ কল্‌কাঠীয়ে এই ভাবত বেছি ইন্ধন যোগাইছে।

অসমখন নানা জাতি-উপজাতি, খেল আৰু দলৰ দেশ। জন্মস্বত্ব আৰু নাগৰিকস্বত্ব মতে সকলোৰে ইয়াত সমান অধিকাৰ, সমান কৰ্তব্য আৰু সমান দায়িত্ব; দেশৰ সৰ্বপ্ৰকাৰ বিষয়-বাবত সমান সুযোগ সুবিধা আৰু সমদৃষ্টিৰ দাবীদাৰ। দেশৰ প্ৰশাসনীয় স্তৰতো সমতাৰ ভিত্তিত যোগ্য ব্যক্তিৰ আসন নিষ্কণ্টক হ'ব লাগে। দেখা গৈছে সংখ্যাগৰিষ্ঠতাৰ বলত আৰু প্ৰশাসনীয় যন্ত্ৰৰ বিভূতিৰ ফলত ক্ষমতাৰ আগত সমতায় আঁঠু ল'ব লগা হৈছে। যাৰ ফলত দেশত বিভেদ আৰু বৈষম্যৰ বিষ-বীজাণুয়ে প্ৰতিক্ৰিয়া কৰিছে। আত্ম-মৰ্যাদা আৰু স্বাৰ্থ ৰক্ষাৰ বাবে খেলে খেলে সুকীয়া।

কেন্দ্ৰীয় চৰকাৰৰ শেহতীয়া ঘোষণামতে অসমৰ অখণ্ডতা অৱশ্যে দেখাত অটুট আছে; কিন্তু সেমেকা অঞ্চলত খৰাং বতৰ হ'লে মাটিত যেনে দৰে ফাট মেলে, এই ঘোষণাৰ পৰিণতিত অসমৰ মানচিত্ৰও যে তেনে ৰূপলৈ অৱশেষত 'ফেডাৰেল ষ্টেট'ৰ শাৰীত গৈ উপনীত হ'ব— তাক অনুমান কৰিব পৰা হৈছে।

জুয়ে হাত পুৰিলেই; তথাপিও বহুতৰ চেতনা অহা নাই যেন লাগে। শোষণ সন্দেহ আৰু কেৰাহিকৈ চোৱাৰ অভ্যাসকণ এতিয়াও এৰিব পৰা নাই। এই অভ্যাসৰ পৰিবৰ্তন সাধন কৰিব নোৱাৰিলে অসম তথা অসমীয়াৰ ভাগ্য-ললাটত আগত দিনৰ ইতিহাসে 'সোণৰ অসম'ৰ সোণালী ৰূপালী আখৰেৰে 'কুঁৱলীৰ দেশ' বুলিও অভিহিত কৰিব পাৰে। দেশৰ চিন্তাশীল আৰু মংগলকামী ব্যক্তিসকলে এইফালে নজৰদি বিহিত ব্যৱস্থা হাতত লওক।

খোজা হাফিজ।

*৪ৰ্থ বছৰৰ ২য় সংখ্যাত প্ৰকাশিত (নৱেম্বৰ, ১৯৬৮)*

# জ্ঞান-বিজ্ঞান আৰু কলা-সংস্কৃতিত ইছলামৰ দান

—অধ্যাপক মঃ মুছ্লিম উদ্দিন

বিশ্বনবী হজৰত মহম্মদৰ (দঃ) যি সময়ত আৰৱ দেশৰ মৰু প্ৰান্তত জন্ম হ'য়, সেই সয়মছোৱাত গোটেই বিশ্বজগত ব্যভিচাৰ ও অনাচাৰত ডুব গৈ আছিল। পবিত্ৰ কোৰআনৰ ভাষাত 'স্থল ও সাগৰত ব্যভিচাৰে দেখা দিছিল।" ইয়াৰ অৰ্থ এইটো নহয় যে ইছলামৰ অভ্যুদয় বা শেষ ও বিশ্বনবী হজৰত মহম্মদৰ (দঃ) আগতে পৃথিৱীত সভ্যতা বা আন কোনো ধৰ্মগুৰু বা নবীৰ আবিৰ্ভাব হোৱা নাছিল। কোৰ আনকেই আল্লাহ তাল্যাই স্পষ্টভাবে কৈছে যে তেখেতে পৃথিৱীৰ সকলো জাতিৰ মাজতেই নবীৰ সৃষ্টি কৰিছে আৰু তেওঁবিলাকে যি বাণী আল্লাহ তলাৰ আদেশত প্ৰচাৰ কৰিছিল সিও ইছলামৰ বাণীয়ে আছিল। হজৰত আদম (আঃৰ পৰা আৰম্ভ কৰি শেষ নবী হজৰত মহম্মদলৈ (দঃ) যত সকল নবী জন্ম হৈছে তেখেতসকলক সেয়েহে ইছলামৰ ধৰ্মত মুছলমান বুলি কোৱা হৈছে কিয়নো যিজন ইছলাম ধৰ্মাৱলম্বী সেইজনেই মুছলমান আৰু ইছলামৰ অৰ্থই হৈছে 'আল্লাহ তালা'ক আত্ম সমৰ্পণ কৰা। ইয়াৰ আন এটি অৰ্থ হৈছে শান্তি অৰ্থাৎ যিজনেই আল্লাহ তালাত নিজকে সম্পূৰ্ণভাৱে আত্ম সমৰ্পণ কৰিব পাৰিছে তাতেই আছে প্ৰকৃত শান্তি। এই ইছলাম ধৰ্মই পূৰ্ণতা লাভ কৰিছে শেষ ও বিশ্বনবী হজৰত মহম্মদৰ (দঃ) লগতেই সেয়েহে তেখেতৰ পিছত আৰু কোনো নবীৰ জন্ম নহয়। কিন্তু হজৰত মহম্মদ (দঃ) আগতে আহি যোৱা নবী বা ধৰ্মগুৰুসকলৰ বাণী কিছুমান স্বাৰ্থান্ধ পুৰোহিতজন হাতত পৰি তাৰ আচল ৰূপ এটি একেবাৰেই বিনষ্ট হৈছিল। এই পুৰোহিতৰ নিজৰ কু অলিভাষ পূৰ্ণ কৰিবলৈ নানান ছল চক্ৰান্ত কৰি সাধাৰণ মানুহক ঠগিছিল ও ভুল পথত পৰিচালনা কৰিছিল। ভাৰত পাৰশ্য, মিছৰ ও চীন আদি পুৰণি সভ্য দেশ সমুখত এক অভ্যস্ত ঘৃণিতপূৰ্ণ কাৰ্য কলাপ ঘটিব ধৰিছিল। এই ব্যভিচাৰ অনাচাৰে চূড়ান্ত ৰূপ ধাৰণ কৰিছিল আৰৱ দেশত। সেইসময়ত আৰৱ দেশ বহুবোৰ সৰু সৰু দল বা খেলত বিভক্ত আছিল। এই দল বা খেলসমূহৰ সদাই ইটোৰ সৈতে সিটোৰ যুঁজ বাগৰ চলি থাকিছিল সামান্য কথা এটাৰ ওপৰত ভিত্তি কিৰিয়েই এই যুঁজ বাগৰ চলি থাকিছিল সামান্য কথা এটাৰ

ওপৰত ভিত্তি কৰিয়েই এই যুঁজ বাগৰ সময়ে পুৰুষানুক্ৰমে চলি আহিছিল। তদুপৰি ছোৱালী সন্তান জন্ম হ'লে জীয়াই জীয়াই কবৰ দিয়া, গণিকা বৃত্তি, গিৰীয়েক থকাৰ উপৰিও তিৰোতাৰ অইন পুৰুষৰ লগত অবৈধ প্ৰেম, তেনেধৰণে পুৰুষৰ অসংখ্য তিৰোতা থকাৰ উপৰিও অইন তিৰোতাৰ লগত অবৈধ সম্বন্ধ, বিধবাসকলৰ দুখ লগা অৱস্থা, বানদীবোৰৰ হতুৱাই গণিক্য বৃত্তি কৰোৱাই টকা আৰ্জন কৰা দৈনন্দিন কাৰ্য আছিল। ইয়াৰ উপৰি মূৰ্তি পূজা, প্ৰতিটো দলৰে নিজৰ নিজৰ দেৱতা, জুৱা খেল, মদ খোৱা ইত্যাদিৰ প্ৰচলন তেওঁলোকৰ সামাজিক জীৱনত ভালকৈয়ে শিপাইছিল।

এনেহেন দুৰ্দ্ধৰ্ষ আৰব জাতিক হজৰত মহম্মদে দিয়া অক্লান্ত পৰিশ্ৰম ও নানান দুখ ভুজি আল্লাহৰ পবিত্ৰ বাণী ও নিজৰ চৰিত্ৰ স্বভাৱ ও কাৰ্যাবলীৰ দ্বাৰা এনে এটি সুসভ্য জাতি কৰি তুলিলে যে গোটেই বিশ্বৰ সভ্যতাৰ চাকি গেছ তেওঁবিলাকেই কঢ়িয়াই নিছিল। হজৰত মহম্মদ (দঃ) মৃত্যুৰ প্ৰায় দুশ বছৰৰ ভিতৰতেই ইছলাম ধৰ্ম ও সভ্যতা এছিয়া; আফ্ৰিকা এনেকি ইউৰোপৰ স্পেইন দেশ পৰ্যন্ত বিয়পি পৰিল।

জ্ঞান, বিজ্ঞান, কলা, গ্ৰীক দৰ্শন, অংক শাস্ত্ৰ সকলোতেই হৈ পৰিল এই আৰবসকলেই আগৰণুৱা। বৰ্তমান ইউৰোপৰ জ্ঞান-বিজ্ঞান বিষয় ও স্পেইনৰ মুৰ মুছলমানসকলৰ কাষতেই ঋণী। এনে এটা সময় আছিল যেতিয়া ইউৰোপৰ নৱজাগৰণৰ (Renaissance) মূলতে আছে ঐছলামিক সংস্কৃতি ও সভ্যতা। তেওঁবিলাকে জ্ঞান-বিজ্ঞানৰ যি কোনো ফালতেই হওক জ্যোতি বিজ্ঞানৰ পৰা আৰম্ভ কৰি অংক শাস্ত্ৰ, ৰসায়ন বিজ্ঞান, পদাৰ্থ বিজ্ঞান, ভূগোল, ইতিহাস, দৰ্শন কোনোটোকেই বাদ দিয়া নাছিল। সেয়েহে Draper-এ কৈছে 'In whatever direction we look we meet in various pursuit of peace and war, of letter science, surceasing vestiges.' আন এজন স্বনামধন্য ব্ৰিটিছ বৈজ্ঞানিক Dr. Camphell এ তেখেতৰ কিতাপ 'Arabian medicius'ত লিখিছে 'When Europe was lying torpid in the depth of intellectual obscurity and gloom in the dark ages, culture and civilisation were spread in the Islamic states under the high Patronage of the caliphs of Baghdad and Cordova and at a time when the Barons and Ladies of Medieval Europe could not even sign their name, almost every adolescent boy and girl in Islam could read and write freely and with case.'

মুছলমানসকলে অতি কমসময়ৰ ভিতৰতেই বিজ্ঞান জগতত বহু বস্তু আবিষ্কাৰ কৰি এক আলোড়নৰ সৃষ্টি কৰিছিল। আধুনিক ৰসায়ন বিজ্ঞান (Alchemy)ৰ

আৱিষ্কাৰক এই মুছলমানসকলেই হামবোল্ড (Humboldt)এ কৈছে 'Modern chemistry was ...... কৰিছিল। তেওঁবিলাকেই পাৰা, সীহ, তাম, ৰূপ আৰু সোণৰ ৰসায়নিক সমিলমিল বিচাৰি পাইছিল। আধুনিক ৰসায়ন বিজ্ঞানৰ ব্যৱহাৰ হোৱা শব্দ Alkali, Alembic ইত্যাদি মুখত আৰবী শব্দ। বিখ্যাত মুছলমান ৰসায়ন শাস্ত্রত জাবীৰ বিন হায়ানে (Gebar) ৰসায়ন বিজ্ঞানৰ ওপৰত প্ৰায় পাঁচশমান নিবন্ধ ৰচনা কৰিছিল। তেখেতেই প্রথমবাৰৰ বাবে Nitric acid, Sulphuric acid, agua regia, silver nitrate আৰু বহুবিলাক সংমিশ্রণৰ আৱিষ্কাৰ কৰে। মুছলমানসকলেই পৃথিৱীক Distillation, Fillration Crystallisation ইত্যাদিৰ শিক্ষা পোন প্ৰথমে দিয়ে। তেওঁবিলাকেই প্ৰথমে কেনেকৈ জুলীয়া বস্তুক বাষ্প লৈ পৰিবৰ্তন কৰিব লাগে সেই বিষয়ে শিক্ষা দিয়ে। মুছলিম স্পেইনৰ মাধ্যমেৰেই ইউৰোপে প্রথম ৰসায়ন শাস্ত্ৰৰ জ্ঞান লাভ কৰে। এই ৰয়াসন শাস্ত্ৰই উচ্চতম শিখৰত উঠিলেহেঁতেন যদিহে দুৰ্ভাগ্যবশতঃ মুছলমানসকলে পইটিয়াছৰ যুদ্ধত পৰাস্ত নহ'ল হয়। জিসদকীয়েই হৈছে শেষ মুছলমান ৰসায়নবিদ। এখেতৰ ১৩৬১ খৃষ্টাব্দত মৃত্যু হয়।

জ্যোতিষশাস্ত্ৰও মুছলমানসকলৰ অৱদান কাৰো অবিদিত নহয়। সূৰ্য কলংক প্রথম আৱিষ্কাৰ কৰে এৱাৰোজে (Averroes)।

ইব্‌ন জুনুছ নাছিৰুদ্দিনৰ তুছী আৰু আলবানীয়ে প্ৰথম জ্যোতিষশাস্ত্ৰৰ বহুবোৰ মূল্যবান নক্সা তৈয়াৰ কৰে। আলবানীৰ নিবন্ধ পোন প্রথমবাৰৰ বাবে লেটিন ভাষালৈ অনুবাদ হয় আৰু ইয়েই ইউৰোপীয়সকলৰ জ্যোতিষ বিজ্ঞান অধ্যয়নৰ একমাত্র কিতাপ আছিল। ইউৰোপত জ্যোতিষ বিজ্ঞান প্রথমবাৰৰ বাবে মহম্মদ ফৰগানীয়ে ৰাবাণ 'বুটছ্' ইত্যাদি নক্ষত্ৰই মুছলমান জ্যোতিষবিদৰ কথা মনত পেলায়। মুছলমানসকলেই ইউৰোপত বহুবিলাক Observatories প্রতিষ্ঠা কৰে আৰু সেইবোৰৰ ভিতৰত তৌৰাছৰ কাষৰ মৰগানীৰ Observatory অতি বিখ্যাত, টেলিস্কোপ, পেণ্ডুলাম (Pendulum) কম্পাছ ইত্যাদি জ্যোতিবিদ্যাৰ আৱিষ্কাৰক মুছলমানসকল। কম্পাছক ফ্ৰেঞ্চ ভাষাত বুছোল (Boussale)কয়, ই মূলতঃ আৰবী শব্দ।

অংক শাস্ত্ৰৰ প্ৰায় গোটেইবোৰ শাখাতে মুছলমান পণ্ডিতসকলৰ প্ৰভাৱ জল জল পট পট হৈ আছে। আৰবীয় সংখ্যা (Arabic numberals) দশমিক প্রণালী (Decimal system) ইত্যাদি ইউৰোপীয়সকলে আৰবসকলৰ পৰা পোন প্রথমে পাইছিল আৰু ইয়ে জ্ঞান বৃদ্ধিত বহু সহায় কৰিছিল। ইয়াৰ সহায়ত মুছলমানসকলে পৃথিৱীত জ্যোতিবিদ্য, মেকানিকেল ও অংকশাস্ত্ৰত নেতৃত্ব লৈছিল। এলজেব্রা (Algebra) আৱিষ্কাৰ হ'ল আলজবৰ (যাৰ নামৰ পৰা এলজেব্রা শব্দৰ উৎপত্তি) তেওঁবিলাকেই *Sphecial Trigonometry* আৱিষ্কাৰ কৰে ও ছাইন (shine)

আৰু কছাইনৰ (Cosine) ব্যৱহাৰ কৰি জৰীপ কাৰ্য আৰু জ্যোতি বিদ্যাত বিশেষ বৰঙণি যোগায়।

বৰ্তমান ইউৰোপীয় চিকিৎসাবিদ্যাৰ জনক হ'ল আবিছেনা (Ibn-I-sina) তেখেতৰ Meteria Medico এতিয়াও ইউৰোপৰ প্ৰচলিত। এব্রেন জুৰ (Abenzoor) বা ইবন-ই-জাবৰ আছিল দৰবখানা (Phamany)ৰ আৱিষ্কাৰক। মুছলমান চিকিৎসকসকলে প্ৰথম anaesthetiseৰ ব্যৱহাৰ কৰে। কৰ্ডোভাৰ আল বুবাছিছ এজন ডাঙৰ অস্ত্ৰোপচাৰক Aurgon আছিল ইয়াৰ উপৰি সেই সময়ত বহুবিলাক অস্ত্ৰোপচাৰক, দন্ত চিকিৎসক, চকু চিকিৎসক আৰু স্ত্ৰীৰোগৰ বহুতো চিকিৎসক আছিল। চকুৰ বিজ্ঞান বহু দূৰলৈ মুছলমানসলৰ গৱেষণাৰ ফল। আলহাজান (Al-Hazan) এই বিষয়ত অৰ্থাৎ Optisত এজন স্মাৰক। ছশমাৰ আইনা তৈয়াৰ কৰা পদ্ধতি পোন প্ৰথমে আৰবসকলে ইউৰোপত শিক্ষা দিয়ে। সেই সময়ত বাগদাদত প্ৰায় ৮৬০জন চিকিৎসক আছিল ও প্ৰতিজনে চিকিৎসা বিজ্ঞানৰ কোনো নহয় কোনো এটা শাখাৰ অধ্যয়নত নিজকে ব্যস্ত ৰাখিছিল। মুছলমান ৰাজ্যসমূহত ধুনীয়া ধুনীয়া চিকিৎসালয় সেই সময়ত আছিল ও জাতিবৰ্ণ নিৰ্বিশেষে সকলোৱে তাৰে পৰা বিনা মাছুলে চিকিৎসা লাভ কৰিছিল। চিকিৎসকসকলে আৰু কম্পাউণ্ডাৰ (Compounder)সকলে পৰীক্ষাত উত্তীৰ্ণ হৈ লাইচেন্স পোৱাৰ পিছতহে চিকিৎসা আৰম্ভ কৰিছিল।

সেইদৰে ভূগোল ও বুৰঞ্জীত মুছলমানসকলৰ অৱদান অত্যন্ত বেছি। ইব্‌ন-ই বনাদ এজন ভূগোল-বিজ্ঞানতবিখ্যাত লোক আছিল আজিও বহুবিলাক ব্যৱহাৰ কৰা ভূগোলৰ শব্দ মূলতঃ আৰবী। মুছলমানসকলেই প্ৰথম ইউৰোপক জনাইছিল যে পৃথিৱী সমান (Flat) নহয়— ই ঘূৰণীয়া। বুৰঞ্জী শাস্ত্ৰৰ কথা নক'লেও হ'ব মুছলমানসকলৰ দৰে ইমান প্ৰণালীবদ্ধ বুৰঞ্জী খুব কম জাতিৰ মাজতেই পোৱা যায়। ইব্‌ন-ই খালেদুন আছিল বুৰঞ্জী বিজ্ঞানৰ (Science of History)জনক। বৰ্তমান যি গ্ৰীক দৰ্শন ও বিজ্ঞান আমি পঢ়িবলৈ পাওঁ এই গ্ৰীক দৰ্শন ও বিজ্ঞান মুছলমানসকলেও অনুবাদ ও তাৰ ওপৰত টিপ্‌পনি লিখি সংৰক্ষিত কৰি গৈছে।

ইয়াৰ উপৰিও ভূ-বিদ্যা (Geology) বেপাৰ-বাণিজ্য (Commerce) ৰাজ্য শাসন, কৰকাটল (Revenue) ইত্যাদিত মুছলমানসকলৰ অৱদান ও সংস্কাৰ অনস্বীকাৰ্য।

কিন্তু আজিৰ কিছুমান পাশ্চাত্য দেশীয় লোকে বিশেষকৈ Christain Missionary সকলে ক'ব খোজে যে ইছলাম ধৰ্ম ক'লা ও বিজ্ঞান বিৰোধী। এইয়া তেওঁবিলাকৰ ইছলাম ........ বিজ্ঞান বিৰোধী নহয় বৰঞ্চ ইছলামৰ প্ৰতিটো কথাই বিজ্ঞান সম্মত আৰু পবিত্ৰ কোৰআনে এয়ে শিক্ষা দিয়ে যে সেইজনে আচল বিশ্বাসী

যিজনে শুবতে-বহোতে উঠোতে মহান আল্লাহক চিন্তা কৰে ও বিশ্বব্ৰহ্মাণ্ডৰ গুপ্ত ৰহস্য সম্বন্ধে চিন্তা কৰে। আনহাতে সেই সময়ত খৃষ্টিয়ান জগত আছিল বিজ্ঞান বিৰোধী ও অন্ধ বিশ্বাসী সেয়েহে গেলিলিও যেতিয়া পৃথিৱী ঘূৰণীয়া বুলি কৈছিল তেতিয়া তেওঁ খৃষ্ট ধৰ্ম পোপৰ বিৰাগ ভাজন হৈ বহু কষ্ট ভোগ কৰিবলগীয়া হৈছিল।

এতেকে দেখা যায় যে কলা-বিজ্ঞান, জনসংস্কৃতি ইত্যাদিৰ গুৰিতে আছিল ইছলামৰ শিক্ষা ও আদৰ্শ। ৰছুল আল্লাহৰ লৈ প্ৰথম বহীত পঢ়াৰ কথা কোৱা হৈছে— 'ই কৰ বিইছমী ৰাব্বিকা' অৰ্থাৎ 'পঢ়া তোমাৰ প্ৰভুৰ নামত' আৰু সেই ছুৰতেই 'কলম'ৰ কথা কোৱা হৈছে। ইয়াৰ উপৰি ৰছুল আল্লাহৰ সাৰুৱা বাণীসমূহ যেনে 'জ্ঞান অৰ্জনৰ বাবে সুদূৰ চীন দেশলৈ যাবা' ছহিদৰ তেজতকৈ পণ্ডিতৰ ছিয়াহী অধিক পবিত্ৰ' ইত্যাদি পৃথিৱীৰ সকলো লোকৰে অনুকৰণীয়।

ইউৰোপৰ বিজ্ঞান ক'লা ও সাহিত্যৰ ওপৰত মুছলমানসকলৰ যে কিমান প্ৰভাৱ পৰিছিল ও মুছলমানসকলৰ কিমান অৱদান সেইটো তলত দিয়া কেইটামান ফ্ৰেঞ্চ শব্দৰ পৰা সহজেই অনুমান কৰিব পৰা যায়। যোৱা জানুৱাৰী সংখ্যাৰ ইছলামিক ৰিবিউৰ এটি প্ৰবন্ধৰ পৰা এই ফ্ৰেন্স শব্দকেইটি পাঠক পাঠিকাসকলৰ জনাৰ উদ্দেশ্যে উদ্ধৃত কৰি দিলো। প্ৰবন্ধ লিখক J Austruy. এই ফ্ৰেন্স শব্দসমূহ মূলতঃ আৰবী।

অংকশাস্ত্ৰ (Mathematics) : এলজেব্ৰে জিৰো ছিফৰ ইংৰাজীত ছিফৰ (Cipher) এজিমুথ (Azimuth) এলেম্বিক (ইংৰাজীত Alembic) আলমানাক (Almanach), জেনিথ (Zenith)।

সংগীত (Music) : লুথ (ইংৰাজীত Lute) গীতাৰি (ইংৰাজীত Guitar), টেম্বোৰিন (Tambourine) টিম্বেইল (ইংৰাজীত Timbal) ফেনফেয়াৰ (Fanfare) নৌ বিভাগ (Merits) : এমিৰেল Amiral (ইংৰাজীত Admiral) আৰছেনেল (Arsenal) বুছোল (ইংৰাজীত Compass) কেব্‌ল (Cable) ৰবক (Barque) মদৰগ (Madrague) আসবাব পত্ৰ (Furniture), ছোফা (Sofa), মেটেলাছ (Matelas) আৰু (ইংৰাজীত Mattress), মুছেলিন (ইংৰাজীত Muslin)

বাণিজ্য সম্বন্ধীয় শব্দ (Commercialterms) : বাজাৰ (Bazar), টাৰিফ (Tarif), মাগাছিন (Magasin), গেবেলী (Gaballe), ৰিছক (Rique), ছেফ ফ্ৰেন্স ভাষাত খেক উচ্চাৰণ হয় (Cheque), দুৱেণী (Douane).

ৰং (Colour) : এজুৰ (Azur), আলেজান অৰ্থাৎ (Alezan), বাদামী (Chestrian), ক্ৰেমইছি (Cramoisi ইংৰাজীত Crimson) ক্ৰকাৰ্লেই ecarlate (ইংৰাজীতScarlet)

কৃষি (Agriculture) : নৰিয়া (Neria) অৰ্থাৎ Chain pump. এপ্ৰিকট (ইংৰাজীত Aprict) এজে'ৰ'ল (Azerole) ইংৰাজীত (Azarele) জেছমিন (Gasmin) কটন (Coton আৰু ইংৰাজীত Cotton), ছাফৰান (Safran) ইংৰাজীত Saffron) ছুক্ৰে' Sucre ইংৰাজীত Sugar আলকুল (Alcool) ইংৰাজীত আলকোহল (Alcohol).

এনেধৰণৰ উদাহৰণ অসংখ্য কিন্তু ঠাইৰ অভাৱত আৰু প্ৰবন্ধ বৰ দীঘলীয়া হ'ব বুলি ইমানতে সামৰিলো।

*৪ৰ্থ বছৰৰ দ্বিতীয় সংখ্যাত প্ৰকাশিত (নৱেম্বৰ ১৯৬৮)*

# অসমৰ জাতীয় জীৱনত 'ডাকৰ বচন'

শ্ৰীটিকেন্দ্ৰ নাথ দাস

ডাক মহাপুৰুষৰ বচনসমূহ আজিও অসমৰ গাঁৱে-ভূয়ে প্ৰচলিত হৈ আছে। অসমীয়া জাতীয় জীৱনৰ লগত ডাঙৰ বচনবোৰ ওতঃপ্ৰোতভাৱে জড়িত হৈ আছে। এই বচনসমূহৰ প্ৰভাৱ আমাৰ ঘৰুৱা জীৱনত যথেষ্টভাৱে পৰিলক্ষিত হৈ থকা দেখা যায়। অসমৰ প্ৰতিজন লোকে এই ডাকৰ বচনসমূহক 'বেদৰ বাণী'ৰ নিচিনা জ্ঞান কৰি আহিছে।

অকল অসমীয়া সাজতে নহয়, ভাৰতৰ প্ৰায় সকলো জাতিৰ মাজতে একো একোজন ডাক পুৰুষ থকাৰ সম্ভেদ পোৱা যায়। এই ডাক পুৰুষৰ সম্বন্ধে বেলেগ বেলেগ পণ্ডিতৰ বেলেগ বেলেগ মত দেখা যায়। বঙালী আৰু মিথিলা আদি পুথিৰ মতে ডাকক গোৱালপাৰা অঞ্চলৰ বুলি অনুমান কৰিছে। আনহাতে অসমীয়াৰ মতে ডাকক কুমাৰ বুলি কৈছে আৰু তেওঁৰ জন্ম বৰপেটাৰ ওচৰৰ লেহী-ডঙৰা গাঁও বুলি অনুমান কৰিছে। এই সম্বন্ধে এটি ফকৰাও পোৱা যায়।

যেনে— 'লেহী ডঙৰা ডাকৰ গাঁও।

তিনি 'শ' ষাঠিটি পুখুৰীৰ নাও।'

ডঃ দীনেশ সেনে ডাকক বংগৰ ছক্ৰেটিছ্ বুলি আখ্যা দিছে। সেইদৰে পণ্ডিত হেমচন্দ্ৰ গোস্বামীদেৱে ডাকৰ বচনসমূহক অষ্টম শতিকাৰ বুলি কৈছে। এনেদৰে ডাক পুৰুষৰ বচন, জন্ম আদি সম্বন্ধে বেলেগ বেলেগ পণ্ডিতে বেলেগ মত ডাঙি ধৰিছে। সেইটো যিয়ে নহোক, এই বচনবোৰ অতীতৰ পৰা আজি পৰ্যন্ত মানুহৰ মুখে মুখে চলি আহিছে। সেয়েহে ডাকৰ বচনবোৰক অসমীয়া মৌখিক বা জন সাহিত্যৰ অন্তৰ্গত বুলি ধৰিছে। এই ডাক পুৰুষৰ বচনত, সামাজিক, নীতি-নিয়ম, নিষেধ আদিৰ কথা ভালদৰে পোৱা যায়। ডাকৰ ভণিতাবোৰে সদায় আমাক পবিত্ৰ, ভাল পথটোকে বাচি লোৱাৰ ইংগিত দিয়ে। এই ইংগিতবোৰকে কি দৰে আজিও অসমীয়াৰ ঘৰে ঘৰে প্ৰতিফলিত হৈ আছে তাক তলৰ কেইটিমান ভণিতাৰ পৰা ভালদৰে অনুমান কৰিব পাৰি। যেনে :

যি নাৰী প্ৰভাতে নিদ্ৰাক যায়।
বাসি শয্যাত সূৰ্যক পায়।
উদয় কালত নিলিপে ঘৰ।
ডাকে বোলে তাক ছাৰিয়ো নৰ।
স্বৰ্ণ দন্ত পাতল ওঁঠ।
তাইৰ দেখিও দ্বন্দুৰ ছোট।
ওঁঠৰ ওপৰে গোফৰ শাৰী।
সিজনী জানিবা বিধবা নাৰী।
বাৰীত কূপ নদীত যায়।
সঘনে স্ত্ৰী পৰমুখ চায়।
স্তন কোষ দৰ যাবে পিঠি।
বোলন্ত ডাকে হেৰা তাই দুষ্টি।।
কুৰ্কটা মুৰী চকলা পিঠি।
খাই বই তাই মেলন পিঠি।
ধান বনাই আনেহি পানী।
বোলন্ত ডাকে সিজনী ৰাণী।

ওপৰত উল্লেখিত ভণিতাবোৰৰ জৰিয়তে তিৰোতাৰ ভাল-বেয়া লক্ষণবোৰ দেখুৱাইছে। আজিও এই লক্ষণসমূহক আমাৰ সমাজে মানি চলা দেখা যায়। বিশেষকৈ বিবাহৰ আগে আগে দৰাৰ মাক-পিতাকে গৈ ছোৱালীৰ এই লক্ষণবোৰ চাই চিন্তিহে ছোৱালী বন্দবস্ত কৰে।

*৪ৰ্থ বছৰৰ দ্বিতীয় সংখ্যাত প্ৰকাশিত (নবেম্বৰ ১৯৬৮)*

# ব্যৰ্থ সংগ্ৰাম

জয়নাল আবদিন আহমেদ

আউসীৰ এন্ধাৰে গ্ৰাস কৰা ধৰণীয়ে দৈত্যৰূপ ধাৰণ কৰিছিল। নিবিড় এন্ধাৰ আৰু নিৰ্জ্জনতা ভেদ কৰি বায়ু বেগে বুলি আহিছিল চহিদে ৰাজ আলিয়েদি। কতো কাৰো সাৰি শব্দ নাই। পোহৰো নাই। মাজে মাজে মাত্ৰ ফেঁচাৰ মাত আৰু স্তন-পিয়াহী ল'ৰা-ছোৱালীৰ কান্দোনৰ ধ্বনি আহি তাৰ কাণত পৰিছিল। নিজৰ গা-মনিব নোৱৰা এন্ধাৰ। ভূত-প্ৰেতৰ বাসস্থান বাহৰ ঝোপ, শিমলু গছ, ডম্বৰু গছ আদিৰ তলেদি বীৰৰ দৰে হুম্ হুম্ কৈ গুছি আহিছিল চহিদে। আনদিনা হ'লে সি সেই ঠাইবোৰেদি ঢুকি পোৱা নাছিল। মেৰিণাইতৰ ঘৰত পোৱা অকণমানে তাৰ অন্তৰ চূৰ্ণ-বিচূৰ্ণ কৰি দিছিল। ভূত-প্ৰেতৰ ভয়তকৈ তাৰ অন্তৰৰ বেদনা দ্বিগুণে জ্বলি উঠিছিল। একেটা কথাই বাৰে বাৰে তাৰ অন্তৰত খুন্দা মাৰি ধৰিছিল—

যেতিয়া সি আহি ঘৰ পাইছিল ৰাতি তেতিয়া প্ৰায় এটা বাজে। কোনেও গ'ম নোপোৱাকৈ খুউব সাবধানে দুৱাৰ ঠেলি কমটোত সোমাই পৰিছিল সি। গধুৰ মনটো লৈ বিছনাত বহাৰ লগে লগে গোটেই ঘটনাৰ পৰিবেশটো আকৌ এবাৰ তাৰ মানস চকুত বোল ছবিৰ দৰে জল জল পট পটকৈ ভাহি উঠিছিল। মূৰটো গৰম হৈ উঠিছিল। গোটেই গাটোৰ পৰা যেন জুইৰ ফিৰিঙতি বাহিৰ হৈছে। তাৰ গা-মূৰ ঘামি গেঞ্জিটো তিতি গৈছিল। খুউব অস্বস্তি অনুভৱ কৰিছিল সি। অন্তৰত জ্বলি উঠিছিল প্ৰতিশোধৰ জুই একুৰা।

সেইদৰে কিমান পৰ সি বহি আছিল ক'বই নোৱাৰিলে। টং টং কৰি বৰ ঘৰৰ দেৱালত আঁৰি থোৱা দেৱাল ঘড়ীটোৱে দুটা বজাৰ জাননী দিছিল তেতিয়াহে তাৰ চেতনা ঘূৰি আহিছিল। আৰু মেল খাই থকা দুৱাৰখন জপাই দি ভৰিৰ চেণ্ডেলজোৰ খুলি সি বিছনাত শুই পৰিছিল। চাকি জ্বলোৱা আৰু নহ'ল। জোৰ কৰি চকু দুটা মুদি দিছিল। সি টোপনি যাবলৈ। কিন্তু টোপনিয়েও যেন সেই দিনা হাৰ মানিছিল তাৰ জৰ্জৰিত অন্তৰক শান্তি দিবলৈ। ইকাতি-সিকাটি লৈ বাগৰ সলাইছিল সি হুমুনিয়াহ কাঢ়ি।

নৱম মানৰ ছাত্ৰী আছিল মেৰিনা। শিক্ষাৰ প্ৰতি আছিল তাইৰ যথেষ্ট ধাউতি। কিন্তু সমাজৰ প্ৰচলিত ৰীতি-নীতি আছিল তাইৰ শিক্ষা বাটৰ দুৰ্ভেদ্য কেৰোণ। কোটি কলিয়া গ্ৰৌৰাণিক আবহাওৱাৰ মাজেদি গঢ়ি উঠা সমাজে তাইৰ জ্ঞান আহোৰণ সহ্য কৰিব নোৱাৰি বুবু বা বাণ্ডৰ সৃষ্টি কৰিছিল সুযোগ পালেই। এৰা কৰিবতো। সমাজৰ দুৰ্নীতিৰ

আগত থিয় দিবলৈ আৰু অজ্ঞান এন্ধাৰৰ মাজত বুৰ গৈ থকা সমাজক পোহৰৰ বাট দেখুৱাবলৈ আগবাঢ়ি অহা উন্নতিশীল নাৰীক জ্ঞান আহোৰণৰ পৰা বিৰত ৰাখি অজ্ঞান বোকাপানীৰ অন্তঃ দেশত নিমজ্জিত কৰি খোৱাই জানো সমাজৰ মুখ্য উদ্দেশ্য নহয়? অন্যায়েই হওক আৰু ন্যায়েই হওক আতা কক্কাৰ দিনৰ পৰা চলি অহা প্ৰভুত্বশীল মনৰ পৰিবৰ্তন কৰিব খোজা লোকৰ শিক্ষা-উন্নতি সমাজে কিয় সহ্য কৰিব? ই জানো মানহানিৰ কথা নহয়? এইটো কেতিয়াও হ'ব নোৱাৰে। মেৰিণাৰ নিচিনা ছোৱালীৰ শিক্ষা নহ'লেও সমাজ চলিব।

আৰু চকুচৰহা ডেকা দ'ল। সিহঁতে জানো কম কুৎসা ৰটনা কৰিছিল মেৰিণাৰ। জাউৰিয়ে জাউৰিয়ে কথা উলিয়াই সিহঁতে গাই ফুৰিছিল আনৰ আগত, নিজৰ মাজত আৰু সমাজৰ মাজত। সেই সকলোবোৰ কাতি কৰি থৈও আগবাঢ়ি গৈছিল মেৰিণা।

তাইৰ কমনীয় বগা দেহাৰ মোহ এৰিব নোৱাৰি চেৰিফে জানো ক'ম দিগদাৰি দিছিল। স্কুললৈ অহা-যোৱাৰ সময়ত বাটত লগ পোৱা ডেকাবোৰে ক'ত কিযে নকৈছিল। আৰু গাঁৱৰ মানুহবিলাকে। মেৰিণাই ভীষণ আঘাত পালেও নীৰৱে সহ্য কৰিছিল সেইবোৰ। তাই শুনিও নুশুনাৰ ভাও জুৰিছিল।

চেৰিফহঁতৰ উৎপাত সহ্য কৰিব নোৱাৰি এদিন তাই স্নেহশীলা মাতৃৰ আগত কৈ দিছিল কথাটো। ইকান-সিকান কৰি কথাটো বাগৰি গৈ গুৰুতৰ ৰূপ ধাৰণ কৰিছিল। উপায়ন্তৰ হৈ দেউতাই তাইক স্কুললৈ যোৱা বন্ধ কৰি দিছিল। নিজত্ব ৰক্ষা কৰিবলৈ গৈ শিক্ষা লাভৰ পৰা বঞ্চিত হোৱাত মেৰিণাই হা-হুমুনিয়াহ কাঢ়ি ঘৰৰ চাৰিদেৱালৰ মাজত বান্দিনী হৈ দিন কটাইছিল। পেটে-ভাতে খাই থকা লোকৰ ওপৰত প্ৰভুত্ব চলাবলৈ সকলোৱে সাহ পায়। মেৰিণাৰ দেউতাকৰ অৱস্থা সুচল হোৱা হ'লে হয়তো সমাজ তথা দুৰ্বৃত্তহঁতে মূৰ দোৱালেহেঁতেন। সমাজ আৰু সম্পদ। সম্পদ নহ'লে সমাজত নিজৰ মান-ইজ্জত বজাই ৰাখি বৰ্তি থকা পুৱতি নিশাৰ স্বপ্ন মাত্ৰ। কলংকিত সম্পদে গুটি কৰি সমাজক স্তম্ভিক কৰিব পাৰে।

সমাজ সেৱী চহিদে মেৰিণাৰ দেউতাৰাক বুজাই বঢ়াই তাইৰ স্কুললৈ যোৱাৰ বাট মোকোলাই দিছিল। চহিদে আঙুলিয়াই দিছিল মেৰিণাৰ দেউতা বচিৰক— 'অজ্ঞান এন্ধাৰৰ মাজত বুৰ গৈ থকা সমাজৰ সংকীৰ্ণ মনা মানুহৰ সংকীৰ্ণ মনো ভাৱলৈ ভয় কৰি চলিলে মানৱৰ ওপৰত দানৱ আধিপত্য চিৰদিনেই বৰ্তি থাকিব। কুসংস্কাৰৰ মূলোৎপাত কৰিব খুজিলে সমাজৰ ওপৰ চকুৰ দৃষ্টিক আওকাণ কৰি আগবাঢ়ি যাবই লাগিব। এজনৰ উন্নতি দেখিলে আনৰ চকু পৰাটো সহজ কথা। তালৈ ভয় কৰি চলিলে জানো আমি বৰ্তি থকা সম্ভৱ হ'ব।' উদাৰমনা বচিদে সহজেই ভোল গৈছিল চহিদৰ উদ্দীপনা বাণীত। আকৌ আৰম্ভ হৈছিল মেৰিণাৰ স্কুলীয়া জীৱন। ছহিদৰ উদাৰতা আৰু মহোপকাৰত মেৰিণাৰ মন আপ্লুত হৈ পৰিছিল। সেইয়া এবছৰৰ আগৰ কথা। তাৰ পিছত মেৰিণাইতৰ

লগত ছহিদৰ লগত ছদিহৰ এটা সহৃদয় ভাব গঢ়ি উঠিছিল।

আজিজ মাষ্টাৰৰ একমাত্ৰ পুতেকে ছহিদ। সি সমাজৰ সেৱাত মৰিছিল। সকলোৱে তাক মৰমৰ চকুৰে চলোৱাত সমনীয়া আৰু আত্মগৰ্বী পদ মৰ্যাদাশীল লোকে নানা অভিমত প্ৰকাশ কৰিছিল ছহিদৰ চৰিত্ৰৰ ওপৰত। পিছ হুহকা বিধৰ ডেকা নাছিল ছহিদ। বাক-বিতণ্ডাৰ মাজেদি সমাজবাসীক বুজাই দিছিল ছহিদে নাৰী শিক্ষা জাগৰণৰ গুৰুত্ব। সমাজবাসীক একগোট কৰাৰ বিৰাট অভিযান চলাইছিল।

মেৰিণাহঁতৰ ঘৰতো সি মাজে মাজে গৈছিল। তাইৰ বা-বাতৰি লৈছিল শিক্ষাৰ দিহা দিছিল। পৰামৰ্শ দিছিল আৰু যে ক'ত আলোচনা। নাৰী শিক্ষা জাগৰণৰ বিজয় অভিযানত তাৰ কল্পনা চকুত ভাহি উঠিছিল মেৰিণাৰ স্বপ্ন। হয়তো মেৰিণাই তাৰ অভিযানৰ ৰচদ-পাতিৰ যোগান ধৰিব আদৰ্শৰ মাজেদি— এয়ে আছিল তাৰ কল্পনা। কিন্তু সমাজ চকুচৰহা। সমাজে জানো তাৰ সফলতা সহ্য কৰিব? নকৰে— কেতিয়াও নকৰে। দুখীয়াৰ সন্তান সি। তাৰ কথা সমাজে কিয় মানিব দেওৱানী গাঁওবুঢ়াসকলেইবা তাৰ প্ৰভুত্ব কিয় সহ্য কৰিব?

জুমৰহঁতে তাৰ চৰিত্ৰত নানা ৰকম কালিমা সানিছিল মেৰিণাক কেন্দ্ৰ কৰি। সমাজ আৰু নাৰী মহলত গুজৱ উঠিছিল ছহিদ আৰু মেৰিণাক লৈ। ৰচিদৰ ভাই-ককাইহঁতৰ কাণতো খুন্দাইছিল এই গুজৱে। খণ্ডৎ অগ্নি শৰ্মা হৈ হজৰতে ৰচিদক কাঢ়া আদেশ দিছিল মেৰিণাৰ পঢ়া বন্ধ কৰিবলৈ।

'কি লাভ হ'ব বেছি পঢ়ুৱাই। চাকৰি কৰিব নে ৰাজৰাণী হ'ব? গৃহস্থৰ ছোৱালী গোবৰ পেলাবই লাগিব। ধান বানিবই লাগিব। ইমান পঢ়ুৱাই কি লাভ। গৃহস্থৰ স্ত্ৰী গৃহস্থৰ ল'ৰাক দিবই লাগিব। অলপ জনা-বুজা হ'লেই হ'ল। আকৌ মেট্ৰিক ফেট্ৰিক কি? তহঁতে বংশত কালিমা আনিহে এৰিলি। আৰু সেই ছহিদ বদমাছটো। উঃ। সি যে কি কেলেংকাৰিবোৰ আনিব ধৰিছে। ভাল দৰা এজন পোৱাৰ বাটো সি বন্ধ কৰি দিলে। তাক আৰু ঘৰত আহিব নিদিবি ছোৱালী ফুচুলিয়াবলৈ।'

ককায়েকৰ হুকুম। মেৰিণাৰ শিক্ষা জীৱনৰ অন্ধ ছোৱালী স্কুল পতাৰ মিটিঙৰ কাৰ্য শেষ কৰি ৰাতি আঠ বজাত ছহিদে যেতিয়া মেৰিণাহঁতৰ ঘৰত সোমাইছিল তেতিয়া আটাইকেইজনে তৰ্ক-বিতৰ্ক কৰি থকা তাৰ কাণত পৰিছিল। চোতাল লৈ আগবাঢ়ি যোৱাৰ লগে লগে হজৰত গৰম হৈ উঠিছিল। উক্ততাৰ মাজত তাৰ নানা ৰকমৰ অকথ্য কথা শুনাই ওলাই যাবলৈ নিৰ্দেশ দিছিল। হজৰতৰ তৰ্জন গৰ্জনত ওচৰৰ মতা তিৰোতা আহি চোতাল ভৰি পৰিছিল। ছহিদে যিমানেই বুজাবলৈ চেষ্টা কৰিছিল সিমানেই সি গৰম হৈ উঠিছিল। হয়তো সিদিনা তাক শনিয়ে লম্ভিছিল। ছহিদক বিনা দোষে গালি দিয়াত বহুতে হজৰতক গৰিহণা দিছিল। দিলে কি হ'ব— অপমান জানো উঠি আহে।

মেৰিণাই ওচৰৰ কোঠালিত ফেঁকুৰি ফেঁকুৰি কান্দি থকা শব্দ তাৰ কাণত পৰিছিল।

মেৰিণাৰ কৰুণ কান্দোনেও তাৰ অন্তৰ স্পৰ্শ কৰিব নোৱাৰিলে। লাজে-অপমানে জৰ্জৰিত হৈ ভোঁ ভোঁ কৰি গুচি আহিছিল ছহিদে।.... ....

টং টং টং। দেৱাল ঘড়ীটোৱে ৰাতি তিনিটাৰ জাননী দিছিল। টোপনি যাবলৈ বৃথা চেষ্টা কৰিছিল ছহিদে। ৰাতি তাৰ ভাত খোৱাও নহ'ল। ভোকেও যেন তাক আঁতৰৰ পৰ উপহাস কৰিছিল। তাৰ নাৰী শিক্ষা জাগৰণৰ অভিযানে সোণৰ হৰিণী ৰূপলৈ সাগৰৰ সিপাৰৰ পৰা যেন বিদ্রূপৰ দৃষ্টিৰে চাইছিল তাৰ ফালে। এই সপোন নে দিঠক। তাৰ চকু দুটা পোৰাইছিল। কপাল, মুখ ঘামি উঠিছিল। আৰু মেৰিণা। তাই হয়তো সপোন ৰাজ্যত ভ্ৰমি ফুৰিছিল বুকুভৰা বেদনালৈ স্থান বিচাৰি।

*৪ৰ্থ বছৰৰ দ্বিতীয় সংখ্যাত প্ৰকাশিত (নৱেম্বৰ ১৯৬৮)*

# ঈদ-মোবাৰক

ডাঃ আব্দুল মান্নান আহমদ (কলিকতা)

(যোৱা এপ্রিল মাহত (১৯৬৮ চন) মোৰ অসম ভ্রমণত গোৱালপাৰা চহৰত থকা দিনত তাৰ অদ্বিতীয় ধনীব্যক্তি আলহাজ মুজিবৰ ৰহমান চাহাবে মোক অতিশয় তাজিম সহকাৰে তেখেতৰ ঘৰত দাৱাৎ কৰি বিদেশী মুছাফিৰ হিচাপে যথেষ্ট সন্মান আৰু ইজ্জত কৰিছিল আজি তাৰ বাবে শুভ ঈদ উপলক্ষে সৰু কবিতা এটিকে তেখেতৰ নামত উপহাৰ হিচাপে পঠালো। তেখেত আৰু তেখেতৰ পৰিয়ালবৰ্গক দূৰৰ পৰা ঈদ-মোবাৰক জনালো।— লিখক)

আল-হাজ্জ মুজিবৰ
প্ৰাণ তোমাৰ দীলদাৰ
ভুলি যোৱা আজি
সকলো বিলকুল।
এতিমক প্ৰীত কৰা
প্ৰাণ দি মশগুল।।
যদি খোজা আজিৰ দিনত
বন্দেগী আল্লাৰ।
মুক্তহস্তে বিলাই দিয়া
যেন আজিৰ হকদাৰ।।
ৰমজান আহিল লই
মালদাৰৰ শিক্ষা।
খোশবুত থাকা মজি
ঈমান হ'ক পাক্কা।
বছৰত এবাৰ মাথোন
দেখা দিয়ে মুছাফিৰ।
লই আহে মিলনত
ঈদ-গাহে নামাজীৰ।
ভুলা নাই ভুলা নাই
আজিৰ দিনত সিদিনাৰ।
প্ৰীতি-প্ৰেম পাইছিলো
যিদিনা দাওয়াতৰ।
দূৰৰ পৰা পঠালো
মিলনৰ তাবাৰুক।
তুমি আৰু পৰিয়ালে লোৱা 'ঈদ-
মোবাৰক'

*৪ৰ্থ বছৰৰ ঈদ সংখ্যাত প্ৰকাশিত (ডিচেম্বৰ, ১৯৬৮)*

# সম্পাদকীয়

## ।। এই সংখ্যাৰ কথা ।।

'আজান'ৰ এই সংখ্যাৰ নাম 'সাহিত্য সংখ্যা' দিয়াই উচিত আছিল; কিন্তু অসম সাহিত্য সভাৰ মজিয়াত ন-অসমীয়া মুছলমান সমাজে বিশেষ কোনো অৰ্ঘ্য আগবঢ়োৱা নোৱৰাৰ হেতুকে 'সাহিত্য সভা সংখ্যা' নাম দি অসম সাহিত্য সভাক মাননী দিলো। আৰু লগতে বৰপেটাত ৫০ বছৰ পিছত দ্বিতীয়বাৰ অসম সাহিত্য সভাৰ ৩৬তম্ অধিৱেশন বহাত এই সংখ্যাৰে অসমীয়া সাহিত্য আৰু অসম সাহিত্য সভাক আদৰণী জনালো।

*এই সংখ্যা 'আজান'ত বিভিন্ন শিতানবোৰ বাদ বখা হ'ল। পৰৱতী সংখ্যাৰ পৰা আগৰ দৰেই প্ৰকাশ পাব।*

— সঃ আঃ।

*সাহিত্য সভা বিশেষ সংখ্যাত প্ৰকাশিত (১৯৬৯)*

---

# সাহিত্যৰ সহজ ব্যাখ্যা

সাহিত্যৰ সহজ অৰ্থ যিটো মই বুজোঁ, সেইটো হ'ল 'নিকটতা' অৰ্থাৎ পৰস্পৰ মিলি যোৱা। মানুহৰ মিলা-প্ৰীতি হয় কোনো উদ্দেশ্য লৈ। কিন্তু এটা মিলন এনেকুৱাও হয় যিটো কেৱল মিলনৰ কাৰণেই হয়, কোনো গৰজ নাইবা প্ৰয়োজনৰ পৰা নহয়। এই মিলনকেই সাহিত্যৰ উদ্দেশ্য বুলি ক'ব পৰা যায়। শাক-পাচলিৰ খেতিৰ লগত মানুহৰ প্ৰীতি ফচল হাচিল কৰাৰ কাৰণে হয়; কিন্তু ফুল বাগিচাৰ লগত মানুহৰ প্ৰীতি এটা বেলেগ ধৰণৰ হয়। ইয়াক এক দৃষ্টিত সাহিত্য-প্ৰীতি বুলি ক'ব পৰা যায়। কিয়নো মনে সেই বাগিচাখনত গৈ বমন কৰিব বিচাৰে— বাগিচাত গৈ আমি পায়চাৰি কৰো, বহো, তাত উপনীত হ'লে আমাৰ আত্মা খুচ হৈ যায়। ইয়াৰ পৰা আমি বুজিব পাৰো যে ভাষাৰ ক্ষেত্ৰত 'সাহিত' শব্দৰ অৰ্থ কি! তাৰ কাম হ'ল হৃদয়ক মিলাই দিয়া। এই মিলনেই সাহিত্যৰ চৰম লক্ষ্য।

**কবীন্দ্ৰ ৰবীন্দ্ৰনাথ ঠাকুৰ**

*সাহিত্য সভা বিশেষ সংখ্যাত প্ৰকাশিত (১৯৬৯)*

# কিতাপ পঠন-পাঠনত বিচিত্ৰ আনন্দ

কিছুমান কিতাপেই মোৰ জীৱনৰ পথ-প্ৰদৰ্শক হৈছে। কিতাপৰ মূল্য ৰত্নতকৈয়ো অধিক, কিয়নো ৰত্নই বাহ্যিক চাক্-চিক্য দেখুৱায়; কিন্তু কিতাপে অন্তঃকৰণ উজ্জ্বল কৰি দিয়ে। কিতাপৰ উপমা বিচাৰৰ ৰত্নকৰণৰ পৰা দিব পৰা যায়। কিতাপৰ নিৰ্বাচন বাস্তৱিকতে বহুত মহত্ত্বপূৰ্ণ বিষয়। নিৰ্বাচনৰ কাম কঠিন, সেয়ে এই কাম অনুভৱীৰ হাতত অৰ্পণ কৰি দিয়াই সৰ্বোত্তম উপায়।

স্বাধ্যায়াৰ দ্বাৰা নিজক নিজে বিকশিত কৰাৰ সবাতকৈ ডাঙৰ সাধনেই হ'ল কিতাপ। .... ভাৰতৰ অধিকতম অধিবাসী গাঁৱত বাস কৰে, এই কাৰণে ভাৰতৰ পূৰ্ণ বিকাশ তেতিয়াই হ'ব যেতিয়া প্ৰত্যেক গাঁৱত কিতাপ পৌছি যায়। মই বিচাৰো যে ভাৰতৰ এনে কোনো গাঁও বাদ নেথাকক য'ত ঘৰে ঘৰে পুথিভঁৰাল স্থাপিত নহয়।

নপঢ়িলে বিচাৰ-ধাৰাত স্ফূৰ্তি পোৱা নাযায়, পঠন-পাঠনৰ দ্বাৰা মানুহে ঘৰত বহিয়েই বিদ্যাপীঠক নিজৰ কাষত মাতি আনে। পঠন-পাঠনতকৈ শ্ৰেয় মহত্ত্বৰ কাৰণে অইন কোনো ভাল অভ্যাস হ'ব নোৱাৰে। পঠন-পাঠনেই বিচাৰশীলতাৰ উৎস। সংসাৰত ডাঙৰ ডাঙৰ মানুহ পঠন-পাঠনেই বিচাৰশীলতাৰ উৎস। সংসাৰত ডাঙৰ ডাঙৰ মানুহ পঠন-পাঠনৰ বলতেই ওপৰত উঠিছে— স্কুল আৰু কলেজৰ গঢ়তো নিমিত্ত মাত্ৰ। পঠন-পাঠনৰ দ্বাৰা মই বুজাব বিচাৰিছো— স্বাধ্যায়। আত্ম বিকাশৰ বাবে স্বাধ্যায় সকলোতকৈ ডাঙৰ গুৰু। ইয়েই জ্ঞানৰ আচল কুঞ্জী।

কিতাপ আৰু স্বাধ্যায়ৰ নিবিড় সম্পৰ্ক কলা আৰু কাব্যৰ লগত সকলো কলাতেই অন্তৰ বিকাশ হয়। যিজনে অন্তৰক দেখে আৰু দেখুৱায় তেওঁয়েই প্ৰকৃত কলাকাৰ। কলাৰ উদ্দেশ্য হ'ল জীৱনক উন্নত কৰা। কলা জীৱনৰ দাস আৰু তাৰ কাম এইটোৱেই যে সি জীৱনৰ সেৱা কৰে।

জীৱনক সফল কৰা, আমাৰ সুপ্ত ভাৱনাবোৰক জগোৱাৰ কাম কৰে কাব্যই। সেই কাব্য আৰু সেই সাহিত্য চিৰজীৱি হ'ব যাক মানুহে সুগমভাৱে পাব পাৰিব, সহজতে গ্ৰহণ কৰিব পাৰিব। কাব্য সেইটো যিটো মানৱ-হৃদয়ক কাবু কৰি লয়। যিজনে সাহিত্যৰ প্ৰকৃত আনন্দ লভিব পাৰে তেওঁৰ বাবে অইন আনন্দ একেবাৰে ফীকা আৰু নীৰস।

**মহাত্মা গান্ধী**

*সাহিত্য সভা বিশেষ সংখ্যাত প্ৰকাশিত (১৯৬৯)*

# সাহিত্য ঃ সমাজ

আতাউৰ ৰহমান

সাহিত্য 'সুন্দৰৰ আৰাধনা জীৱন খেল'। যি সুন্দৰ সি পবিত্ৰ। আৰু পবিত্ৰ মনৰ পৰা নিগৰিত ভাব-ধাৰাইহে প্ৰকৃত সাহিত্য দান কৰিব পাৰে। আকৌ পবিত্ৰ মনেহে পবিত্ৰ ভাব-প্ৰবাহ বহন কৰিব পাৰে। সেয়েহে কি ব্যক্তিগত, কি সামাজিক জীৱনত সাহিত্য সৃষ্টি নিৰ্ভৰ কৰে প্ৰাণখোলা ভাবগতিৰ ওপৰত নিৰপেক্ষতা কৃষ্টি পাথৰৰ ওপৰত আৰু সকলোকে আঁকোৱালি ল'ব পৰা সৃষ্টি ধৰ্মৰ ওপৰত।

সাহিত্য সমাজৰ অভিব্যক্তি। পংকিল বিভেদময় দুষ্ট-ক্লিষ্ট সামাজিক জীৱনৰ চিত্ৰ দাঙি ধৰাটো আৰু প্ৰচাৰ বিস্তাৰৰ দ্বাৰা অৱস্থাৰ উন্নতি সাধন কৰাটো সাহিত্যৰ প্ৰধান কৰ্তব্য। সামাজিক জীৱনত সকলো কাল যুগে যুগে এইদৰেই অংকিত হৈ থাকে। কিন্তু তাতো সেই একেই সুন্দৰৰ আৰাধনা পবিত্ৰতাৰ ভিত্তিত নিহিত থাকে। কি অৰ্থনীতি, কি সমাজনীতি, কি ৰাজনীতি সকলোক্ষেত্ৰতেই এই মাপকাঠি প্ৰযোজ্য।

বিভ্ৰান্ত সমাজত সাহিত্যই এই পটভূমিত পথৰ সন্ধান বিচাৰি পাইছে নে নাই? এইটো সাহিত্যিকসকলৰ প্ৰণিধানযোগ্য। একদেশিকতাপূৰ্ণ, অপৰাপৰ কৃষ্টিৰ প্ৰতি হেয়জ্ঞান কৰা, বিভিন্ন সমাজ গোষ্ঠীক অযাচিতে কলুষতাৰে সনা সভীয়া সাহিত্যই গোটেই সাহিত্যৰ ৰূপটোকে কলংকিত কৰে যেন একা।

সময় পাৰ নৌহওঁতেই সচেতনাৰে সাহিত্য-সেৱীৰো দৃষ্টিভংগী ক্ষেত্ৰ বিশেষে পৰিবৰ্তিত হ'ব লগা হ'ল যাতে সমাজ জীব পাৰে, যাতে জাতীয় উৎস সকলোকে সাঙুৰি ল'ব পাৰে, যাতে সাহিত্যই প্ৰকৃততে সুন্দৰৰ ৰাজ্যলৈ প্ৰৱেশ-পথ পৰিষ্কাৰ কৰিব পাৰে।

*সাহিত্য সভা বিশেষ সংখ্যাত প্ৰকাশিত (১৯৬৯)*

# সাহিত্য সাধনাত বৰপেটা

শ্ৰীসোণাপতি দেৱ শৰ্মা

বৰপেটা বোলোতে আমি বৰপেটা নগৰ বা মৌজাৰ কথা কোৱা নাই আৰু কমতা আৰু কোচ ৰাজ্যৰ পূব ভাগ যিমান বিস্তৃত আছিল তাকো ধৰা নাই। আমি ইয়াক কেৱল বৰ্তমান বৰপেটা মহকুমাৰ ভিতৰতে আবদ্ধ থাকিম।

বৈষ্ণৱ যুগৰ আগত বৰপেটা নামে কোনো গাঁও থকাৰ কথাও জনা নাযায়। শংকৰদেৱে কাপালাৰ পৰা আহি চূণপোৰা ভিঠি বৰ্তমান পালান্দিতহে প্ৰথমে থিতাপি লৈছিল। তাৰ পিছত তাঁতীকুছি বৰ্তমান মেটুৱাকুছিত থাকে আৰু বৰপেটা বিলৰপাৰৰ বৰ্তমান সত্ৰ থকা ঠাইত নামঘৰ সজাই প্ৰথম সত্ৰস্থাপন কৰে। সেই নামঘৰ পোৰাত তাতে পুনৰায় নামঘৰ সজাই নামকীৰ্তন কৰি থাকে। তেতিয়া পুৰণি পুথি পত্ৰই ইয়াক পোৰা ভিঠা বুলিছিল। তাৰ পিছত শংকৰদেৱে কুমাৰকুছিত সত্ৰ স্থাপন কৰি তাত থাকে আৰু তাৰ পিছতহে এই পোৰাভিঠাৰ নাম বৰপেটা বিলৰ পাৰত হোৱাই বৰপেটা নামে জনাজাত হয়।

বৰ্তমান বৰপেটা মহকুমা আগৰ দিনত বাম্ বজালী, বৰ (বৃহৎ) নগৰ বাউসী আৰু ক্ষেত্ৰী এই চাৰিটা ভাগত বিভক্ত আছিল আৰু বাউসী অঞ্চলেই তাৰ ভিতৰত আটাইতকৈ ডাঙৰ ভাগ আছিল। ইয়াৰ ভিতৰত বজালী, বৰনগৰ আৰু বাউসী এই তিনিটা প্ৰধান শিক্ষা কেন্দ্ৰ আছিল। প্ৰবাদ আছে যে এই শিক্ষা কেন্দ্ৰত অসমৰ বাহিৰৰ পৰাও বহুত শিক্ষাৰ্থী আহি জ্ঞান আহৰণ কৰিছিল।

শংকৰদেৱ কুমাৰকুছিৰ পৰা গৈ বৰলচুঙত সত্ৰ স্থাপন কৰে। সেই সময়তে দামোদৰ দেৱো আহি ব্যাসপাৰাত সত্ৰ স্থাপন কৰে। ধনুখান্দা নদীৰ পশ্চিম পাৰে শংকৰদেৱৰ সত্ৰ আৰু পূব পাৰে দামোদৰ দেৱৰ সত্ৰ আছিল। তেতিয়া পাটবাউসীৰ নামো পাটবাউসী নাছিল। ব্যাসপাৰা বা চন্দ্ৰাৱতীপুৰ আছিল। শংকৰদেৱ, মাধৱদেৱ, দামোদৰদেৱ আৰু হৰিদেৱ গুৰুসকলে যেতিয়া ধৰ্মৰ টৌৰে উটাই ইয়াত তেওঁলোকৰ পাটস্থান কৰি তুলিলে তেতিয়াৰ পৰা বৰলচুঙ আৰু ব্যাসপাৰা নাম গুচি দুয়ো সত্ৰ থকা গাঁৱৰ নাম বাউসীৰ পাট বা পাটবাউসী হয়। গুৰুজনসকলৰ পদধূলিৰে ৰঞ্জিত হৈ ই পবিত্ৰ তীৰ্থক্ষেত্ৰত পৰিণত হয়।

বাউসীৰ লেহি-ডঙৰা গাঁৱতে অসমৰ বেদৰ বাণী ডাকৰ বচন ৰচোঁতা ডাক মহাপুৰুষৰ জন্ম স্থান আছিল। ধৰিব গ'লে লিখিত সাহিত্যৰ জন্ম বৰপেটাৰ বাউসী অঞ্চলৰ লেহি

ডঙৰা গাঁৱতে হৈছিল। ডাকৰ বচনবোৰ থুপাই থোৱা ধৰ্ম-নীতি, সমাজ-নীতি, ৰাজনীতি, কৃষি-বাণিজ্য আদি সকলো বিষয়ৰে ভঁৰাল স্বৰূপ। এইবোৰ ষষ্ঠৰ পৰা দ্বাদশ শতাব্দীৰ ভিতৰতে ৰচিত বুলি প্ৰমাণ পোৱা যায় আৰু তাৰ ভাষা আৰু ব্যাকৰণ, শব্দযোজনা আদিৰ পৰা ই যে পুৰণি কামৰূপী ভাষাত ৰচিত তাক সহজে অনুমান কৰিব পাৰি। সেই সময়ত স্ত্ৰী শিক্ষাও যে বহুত উন্নত আছিল তাক ডাক ভণিতাৰ 'লেহিৰ নাৰী পঞ্চবাগ বুজে' কথাই প্ৰমাণ কৰে।

এই সময়তে ধাৰ্মিক, সামাজিক আদি অনুষ্ঠানত ঢেক লগাই গাব পাৰা নানাবিধ নামৰো উদ্ভৱ হয় আৰু বহুতো অনক্ষৰ-অনক্ষৰা অজ্ঞাত ব্যক্তিয়ে এইবোৰ ৰচনা কৰিছিল। আজিকালিও সেই গীত, নামবোৰ মুখ মুখে চলি আহিছে।

ভাষাৰ সোঁত আৰম্ভ হোৱাৰ পৰাই আৰু লিখিত হিচাপে প্ৰচলন হোৱাৰ পৰাই প্ৰাক্‌বৈষ্ণৱ যুগতো ইয়াত কেবাজন কবিৰ আবিৰ্ভাৱ হৈছিল। পুৰণি লিখকসকলে তেওঁলোকৰ কোনো বিস্তৃত চিনাকি নিদিয়াত তেওঁলোকৰ বাসস্থান নিৰূপণ কৰা বৰ টান। তথাপি হেম সৰস্বতী (সৰোচতী), কবিৰত্ন সৰস্বতী প্ৰভৃতি প্ৰাক্‌বৈষ্ণৱ যুগৰ কবি এই বৰপেটা মহকুমাৰ লোক আছিল বুলি তেওঁলোকৰ সাধাৰণ চিনাকিৰ পৰাই নিঃসন্দেহে ক'ব পাৰি।

ইয়াৰ পিছত বৈষ্ণৱী যুগৰ আৰম্ভ। তেতিয়াৰ ভাষা-সাহিত্য সেৱকসকলৰ বিষয়ো আমি বহুতখিনি জানিব নোৱাৰো; যেহেতু তেওঁলোকে বিশেষ স্পষ্টভাৱে নিজৰ চিনাকি দি যোৱা নাই। তথাপি সেই যুগত বৰপেটাত সাহিত্য চৰ্চাৰ এটা ঢৌ উঠিছিল। বৈষ্ণৱ যুগতে বৰপেটা গীত, নাট, কাব্য, চৰিত প্ৰভৃতি সকলো বিধৰ সাহিত্যতে বিশেষ শ্ৰেষ্ঠতা লাভ কৰিছিল। তদুপৰি ভাৰতৰ প্ৰথম গদ্য সাহিত্যও ইয়াতে পুষ্ট হৈছিল। শ্ৰীশংকৰদেৱ, মাধৱদেৱ, ভট্টদেৱ, ঠাকুৰ আতা, ৰামচৰণ ঠাকুৰ, দৈত্যাৰি ঠাকুৰ, ভূষণ দ্বিজ, গোপাল আতা, অনন্ত ঠাকুৰ, পুৰুষোত্তম ভট্টাচাৰ্য, গোবিন্দ মিশ্ৰ, ৰত্নাকৰ মিশ্ৰ (কন্দলি), সাৰ্বভৌম ভট্টাচাৰ্য কংসাৰি, বিদ্যাপঞ্চানন, হৰিদেৱ, গোপাল চৰণ, কেশৱ দাস, কৃষ্ণ মিশ্ৰ, জয়নাৰায়ণ, সাগৰ বড়ি, দামোদৰ দাস, লক্ষ্মীনাথ দ্বিজ, থানেশ্বৰ দ্বিজ, বন গএগিৰি প্ৰভৃতি কবিসকলে নানা শাস্ত্ৰ প্ৰণয়ন আৰু ভাঙনি কৰি ভাষাৰ সৌষ্ঠৱ বঢ়াইছিল।

বৈষ্ণৱ যুগৰ পিছত বৰ্তমান যুগতো বহুতো কৃতি সন্তানে ভাষা-সাহিত্যত বহুতো অৰিহণা দি আহিছে। তেওঁলোকৰ ভিতৰত, ধৰ্ম কিংকৰ গোস্বামী, কাশিনাথ দাস, ঘনশ্যাম শৰ্মা, ভৈৰৱ চন্দ্ৰ খাটনিয়াৰ, হলিৰাম মহন্ত, লোহিৰাম দাস, ৰামানন্দ চৌধুৰী, নন্দেশ্বৰ দাস, বাণীকান্ত কাকতি, হলিৰাম ডেকা, কামেশ্বৰ দাস, গোবিন্দ চৌধুৰী, ভাৰত চন্দ্ৰ চৌধুৰী, হাইদৰ আলি, যোগেন্দ্ৰ ৰাণা পাটগিৰি, গণেশলাল চৌধুৰী, অম্বিকাগিৰি ৰায় চৌধুৰী, হৰগোবিন্দ শৰ্মা, হৰমোহন চৌধুৰী, মহানাৰায়ণ চিকস্তাসাৰ, প্ৰেমনাৰায়ণ দত্ত, হৰিপ্ৰসাদ ব্ৰহ্মচাৰী, হৰিদয়াল পাঠক, প্ৰাণেশ্বৰ দাস, লোহিত চন্দ্ৰ ভূঞা, ৰাজেন্দ্ৰলাল

উজীৰ, লোকনাথ শৰ্মা, গণপতি ভূঞা, ডাঃ হৰিকৃষ্ণ দাস, হেমপ্ৰভা দাস, ভকত দত্ত চৌধুৰী, ৰমেশ চন্দ্ৰ চৌধুৰী, বলৰাম তালুকদাৰ, বলৰাম পাঠক, অমৃত লাল শৰ্মা পণ্ডিত নাৰায়ণ চন্দ্ৰ দেৱ মিশ্ৰ, মহীনাথ ভট্টাচাৰ্য, জয়কৃষ্ণ দেৱ মিশ্ৰ প্ৰভৃতিৰ নাম বিশেষ উল্লেখযোগ্য। ইয়াৰ বাহিৰেও আৰু বহুতো সাহিত্য-সেৱী আছিল। বহুতৰ নাম পাহৰণিত ডুব গ'ল।

বঙালী যাত্ৰা ওফৰাই তাৰে ঠাইত নতুন অসমীয়া অভিনয় প্ৰচলনৰ বাবে আপ্ৰাণ চেষ্টা চলোৱা নাট্যকাৰ অম্বিকাগিৰি ৰায় চৌধুৰী, ব্ৰজনাথ শৰ্মা আৰু সন্তৰাম শৰ্মা চৌধুৰীৰ অৱদান বিশেষ মন কৰিবলগীয়া।

ইয়াৰ উপৰি ভাওৰীয়া আখ্যান পোৱা স্বভাৱ কবি নিংনি ভাওৰীয়া, ভদো ভাওৰীয়া, লৰফা ভাওৰীয়া আদিয়ে নিজ স্বভাৱৰ বলত নানাবিধ খুহুতীয়া কথাৰে ভাষাৰ বহুতো উন্নতি সাধন কৰিছিল।

পুথি সংগ্ৰাহক আৰু প্ৰকাশক হিচাপেও এটা শ্ৰেণীয়ে ভাষা জীৱিত ৰখাত সহায় কৰিছিল। তেওঁলোকৰ ভিতৰত দুই-চাৰিজন হ'ল— যজ্ঞৰাম দাস, ঘনশ্যাম চৌধুৰী, মনহৰি দাস, ফটীক চন্দ্ৰ বৰুৱা, ৰামদেৱ গোস্বামী, কান্তিৰাম আতৈ, বিষ্ণুৰাম তালুকদাৰ, গোবিন্দ চন্দ্ৰ পাঠক, চিদানন্দ দাস প্ৰভৃতি।

বৰ্তমান যুগত বহুতো স্কুল-কলেজ আদি হোৱাত আৰু প্ৰায় সকলো স্কুল-কলেজৰে নিজা নিজা আলোচনী ওলোৱাত লিখক-লিখিকাৰ সংখ্যাও যথেষ্টভাৱে বৃদ্ধি পাইছে। এওঁলোকৰ বহুতেই স্কুল-কলেজ এৰাৰ পিছত গুটীয়াভাৱেও নানা বিধৰ পুথি, প্ৰবন্ধাদিৰে মাতৃভাষাৰ বেদীত ধূপ, ধুনা আৰু বন্তি জ্বলাই, শংখ, ঘণ্টা দবা, বৰকাহ বজাই পূজা-আৰতি দি আছে। এই চাম পূজাৰীৰ নাম আমি ইয়াত উল্লেখ কৰা নাই এই বাবে যে তেওঁলোকক ইয়াৰ পিছৰ পুৰুষে অনুকৰণ আৰু স্মৰণ কৰিব।

ডাকপুৰুষ সময়ৰ পৰা বৈষ্ণৱী যুগলৈ যি ভাষা চলিছিল তাক কামৰূপ ভাষাহে বুলিছিল। পিছত বৃটিছ আমোলত এই ভাষা পুনৰ সঞ্জীৱিত হোৱাত তেতিয়াৰ শিক্ষাকেন্দ্ৰ শিৱসাগৰত হোৱাই ভাষাৰ গঢ়ো অলপ লৰি নিভাঁজ অসমীয়া হয়।

বাঁহী, আলোচনী আৰু আসাম বান্ধৱৰ যুগত ইয়াৰ অলপ হেৰ ফেৰ হৈ ই বৰ্তমান ঠাচ লৈছে। আশা কৰো এই সমিল মিলে চিৰদিনলৈ চলি থাকিব।

*সাহিত্য সভা বিশেষ সংখ্যাত প্ৰকাশিত (১৯৬৯)*

# বেজবৰুৱাৰ সাহিত্যত ইছলামৰ প্ৰভাৱ

এম, কোবাদ আলী

'মই ধনী আৰু তোমালোক গৰীব' এয়া পবিত্ৰ কোৰাণৰ বাণী। 'কোৰাণ' শব্দটো আৰবী 'কোৰ্‌বা' ধাতুৰ পৰাই ওলাইছে। ইয়াৰ প্ৰকৃত অৰ্থ হৈছে— নিতান্তই পাঠৰযোগ্য বা পাঠ কৰিবলগীয়া। সেইকাৰণেই প্ৰতিজন ধৰ্মপ্ৰাণ মুছলমান নৰ-নাৰীয়ে পুৱা-গধূলি পবিত্ৰ কোৰাণ পাঠ কৰি অসীম পুণ্যৰ অধিকাৰী হয়; আৰু লগে লগেই নিজকে উন্নীত পৰ্যায়ত উপস্থাপিত কৰিবলৈ অৱহেলা নকৰে।

পবিত্ৰ কোৰাণে বাৰে বাৰে কৈছে— 'তোমালোকে জুৱা খেল, তীৰ খেল, মদ, মূৰ্তিপূজা আদি জঘন্য কামৰ পৰাই সদায় আঁতৰি থাকিবা' দুখৰ কথা এই যে, অসমৰ অসমীয়া মুছলমানৰ কোনো খবৰ নাই। কিছুমান নামধাৰীয়ে মাদক দ্ৰব্য পান, জুৱাখেল, তীৰখেল আদিত লিপ্ত হোৱা দেখা গৈছে। তেওঁলোক অন্ধ হৈ গৈছে— অসমীয়া 'কিতাপ' এখন কিনিবলৈ ক'লে পইচাৰ নাটনি; কিন্তু সিফালে তীৰখেলত? কিমান গৈছে কোনে জানে? কোনোবাই কিতাপ এখন ৰাখিলেও পইচা দিবলৈ পাহৰি যায়। ঘোঁড়াৰ পিঠিত যেনেকৈ চাবুক দিবলগীয়া হয়, অসমৰ মুছলমান নৰ-নাৰী কিছুমানৰ ওচৰত 'চালাম হুজুৰ' কৰিব লাগে— পইচাৰ খাতিৰত। এই চেতনাহীন মুছলমান নৰ-নাৰীক আল্লাই সুমতি নিদিব নে? কেতিয়া? এই পয়ালগা নৰ-নাৰীসকলে কেতিয়ামানে আল্লা-ৰচুল আৰু লগতে নিজকে চিনিবলৈ সক্ষম হ'ব? কেতিয়ামানে নিজৰ জাতীয় প্ৰতিষ্ঠানবোৰক জীয়াই ৰাখিবলৈ সক্ষম হ'ব? কেতিয়া? আৰু কিমান দিন বাকী? নিজে নিজে আত্মচেতনা লাভ কৰিবলৈ সময় হোৱা নাই নেকি? আৰু কিমানদিন বাকী?....

পবিত্ৰ কোৰাণে বিশ্বক শিকাই গল— সকলো মানুহ সমান, উচ্চ-নীচ, সৰু-বৰ নাই। কিন্তু, এই পবিত্ৰ কোৰাণ প্ৰাপ্ত জাতিটোৰ আজি ইমান অৱনতি কিয়? আমি জানো নাম মাত্ৰ মুছলমান হৈ থকা নাই? সেইবাবে প্ৰকৃত জগৰীয়া কোন? পবিত্ৰ কোৰাণৰ শিক্ষাৰে জানো আমি শিক্ষিত হ'বলৈ যত্ন কৰিছোঁ? আল্লাই কৈছে— 'নিশ্চয় ইছলাম ধৰ্মই মোৰ ওচৰত পছন্দনীয় ধৰ্ম—'অসমৰ মুছলমানে কোৰাণ পঢ়ি কথাষাৰ বুজি পালে, আৰু পবিত্ৰ কোৰাণখন চিলিঙৰ ওপৰত তুলি থ'লে— 'পবিত্ৰ বস্তু' বুলি চিন্তা কৰি। ভিতৰত কি আছে, আল্লাই আমাক কেনেকৈ চলিবলৈ কৈছে— প্ৰতিজন নৰ-নাৰীয়ে খৰচি মাৰি শিকিবলৈ, বুজিবলৈ চেষ্টা কৰিছেনে বাৰু? আৰু যদিহে চেষ্টা কৰিছে তাৰ প্ৰমাণকি? কোনোবা মোল্লা-মৌলবীয়ে মুখেৰে ক'লেই আমি মানিম কিয়? আমি

মানিলেও ইতিহাসে জানো মানি ল'ব? তেনেহ'লে আমি আজি কি কৰিব লাগিব? কলম হাতত লৈ লিখিব লাগিব? লিখিলে যদিহে আমাৰ টোপনি নষ্ট হৈ যায়, সেইবাবে প্ৰকৃত দায়ী কোন হ'ব? 'আলিমৰ কলমৰ চিয়াহী ছহিদৰ ৰক্ততকৈও মূল্যবান' এয়া বিশ্বনবীৰ বাণী। কিন্তু, প্ৰশ্ন হ'ল, আজিৰ কেইজন আলিমৰ (পণ্ডিত) হাতত কলম আছে? অথবা কেইজনে লিখিবলৈ লৈছে?

অসমীয়া ভাষা-সাহিত্যৰ জনক ৰসৰাজ বেজবৰুৱা অমুছলমান কবি-সাহিত্যিক, সমালোচক, সাংবাদিক, ব্যংগ ৰচক, কাৰ্টুনিষ্ট, জীৱনী ৰচক, উপন্যাসিক, সাধুকথাৰ জন্মদাতা,গল্প লিখক, সমাজসেৱী, আলোচনীৰ সম্পাদক আছিল এজন বৰ উদাৰ আৰু স্বনামধন্য মহাপুৰুষ। এইজনা কবি-শিল্পীয়ে পবিত্ৰ ইছলামৰ মূল কথাবোৰ অসমীয়া সাহিত্যত চিত্ৰিত কৰি যুগান্তৰ আনিছে। এই প্ৰবন্ধত তেওঁৰ আটকধুনীয়া ৰচনা ৰাজিৰ লগত ইচলামৰ সুৰৰ ৰেঙণিবোৰ ফুটাই তুলিবলৈ প্ৰয়াস কৰা হৈছে। বেজবৰুৱাই এশ বছৰ পূৰ্বে লিখি থৈ গৈছে— 'ইছলাম ধৰ্মটো বিশ্বাসেই মূলমন্ত্ৰ। ঈশ্বৰৰ সেৱক প্ৰফেট মহম্মদত বিশ্বাস আৰু এশ শৰণ।' উদাৰ ব্যক্তি নহ'লে এইদৰে লিখনিত কোনেও ইছলাম ধৰ্মৰ প্ৰচাৰ কৰিব নোৱাৰিলেহেঁতেন। সেইবাবেই এইজনা কবি-সাহিত্যিকৰ ৰচনা-ৰাজিবোৰ চালি-জাৰি চাবলৈ পালা পৰিছে। ভালকথা প্ৰচাৰ কৰাত কোনো অপৰাধ নাই।

আমি প্ৰত্যেকেই জানো যে মাদক দ্ৰব্য পান আদি পবিত্ৰ কোৰাণে নিষিদ্ধ কৰি পেলাইছে। বেজবৰুৱাৰ 'চালনী আৰু বেজী' শীৰ্ষক কবিতাটোৰ উপস্থাপনৰ ৰীতি সঁচাকৈয়ে মন কৰিবলগীয়া। ইয়াত ইছলামৰ প্ৰভাৱ চিৰবিদ্যমান ঃ—

'তিনিকুৰীয়াই আনে বিয়াই বাৰ-বছৰীয়া,
পকা দাঢ়ি চুলি কাঢ়ি কৰে নাইকিয়া;
সেলেঙি লগাই ডেকালি কৰে ওঁঠ ৰঙা কৰি;
নাতিনী-যুৰীয়া ঘৈণীক মাতে বুলি প্ৰাণেশ্বৰী।
নহয় নে বাৰু হাঁহি উঠা?'

দৰাচলতে ৬০ বছৰীয়া মানুহে বাৰ বছৰীয়া গাভৰু ছোৱালী বিয়া কৰাই অনাটো অতি জঘন্য কাম। তেনেকুৱা কৰিলে বহুতে অসুবিধা হ'বও পাৰে। কিয়নো ৬০ বছৰীয়া বুঢ়া এজনে গাভৰু বিয়া কৰাই আনিলে হাতৰ পুতুলাহে হ'ব লাগিব। তাৰ অন্যথা নহয়। তেনেকুৱা বাস্তৱ প্ৰতিচ্ছবি মুছলমান সমাজত নাই বুলি ক'ব নোৱাৰি। বহুত পুৰুষে নতুন ঘৈণীক সন্তোষিত কৰিব নোৱৰাৰ ফলত গোপন দুৱাৰেদি গাঁৱৰ ডেকা ল'ৰাৰ লগত মিতিৰালি কৰিবলগীয়াত পৰে— এনে ঘটনাৰ পৰা আজিৰ মুছলিম সমাজ নিষ্কলুষ বুলি অভিহিত কৰিব নোৱাৰি। গাভৰু যৌৱনটোয়ে কান্দিবলৈ ধৰিলে নাৰী প্ৰাণৰ উপায় কি? সহায় নল'ব? আনহাতে, নিজৰ স্বামীয়ে যদিহে সুন্দৰী স্ত্ৰীক ঘৰত

এৰি থৈ আন গাভৰুক কোৰাণ শিক্ষা দিবলৈ যোৱাৰ নামত ভুৱা দি আঁতৰি থাকে— সেই অকলশৰীয়া নাৰীৰ উপায় কি নতুন সংগী নিবিচাৰি? বেগেনা তিৰোতাৰ ওচৰলৈ যোৱাৰ মতলব কি? নিজৰ তিৰোতা ঘৰত থাকোঁতেই আন গাভৰু পলুৱাই আনিবলৈ গ'লে ৰাস্তাত মাৰ-কিল নোখোৱাৰ প্ৰকৃত অৰ্থ ক'ত? আল্লাহ জানো আন ধুনীয়া গাভৰুৰ লগত নিকাৰ পূৰ্বতে অভিনয় কৰিবলৈ নিৰ্দেশ দিছে? আজিৰ মুছলিম সমাজৰ বহুত নৰ-নাৰী জানো এনে ধৰণৰ অনাহূত, অৰ্থহীন, অপ্ৰত্যাশিত ভুৱা-ভণ্ডামিৰ পৰা আঁতৰত থাকিবলৈ সক্ষম হৈছে। নিজৰ ল'ৰা-তিৰোতা থকা সত্বেও গাভৰু ছোৱালী পলুৱাই আনোতে মাৰ-কিল খোৱা 'মৌলবী' অসমৰ বুকুত নাই নেকি? আৰু তেওঁলোকে নিকাহ (বিয়া) সমাপন নকৰি দুই-চাৰিটা জাৰজ সন্তানৰ সৃষ্টি কৰা নাই নে? নিৰক্ষৰ কথা বাদেই দিছো, তেওঁলোকে তেনেকুৱা কৰিব নোৱাৰে?) অসমৰ দুই-এজন নামধাৰী মৌলবী-ছৈয়দে পাছুৱা স্ত্ৰীৰ নিকাহ দিয়া মোল্লাৰ হিচাপ দিছে তিনি-চাৰিজনৰ। কোনটো সত্য। প্ৰথমৰ মোল্লা নে বাকী কেইজন? কোনে ক'ব? এই দৃষ্টি কোণৰ পৰাই ক'ব পাৰি যে বেজবৰুৱাৰ লিখনিত সত্যতা আছে— আৰু সেই সত্যতা বা ব্যংগতাৰ পৰাই আজিৰ মুছলিম সমাজ কোনো প্ৰকাৰে মুক্ত হ'বলৈ নোৱাৰে। সেয়েহে আমি আমাৰ স্ত্ৰীক পৰিত্যাগ কৰি ধুনীয়া গাভৰুৰ প্ৰেমত পৰিবলৈ যোৱাটো বিধেয় নহয়। অৱশ্যে জন্মগত স্বভাবটো মৰিলেও লগত যায়। সিংহৰ পোৱালিয়ে মৰাশ খাবলৈ যাব নোৱাৰে। বেজবৰুৱাৰ এয়া লক্ষ্য যেন লাগে।

মদপীক লক্ষ্য কৰি টলষ্টয়ে মানুহৰ পৰা শিশু শীৰ্ষক এটি মূল্যবান গল্প লিখি থৈ গৈছে। এনেকুৱা মূল্যবান গল্প তৎক্ষণাৎ অনুবাদ কৰিব লাগে। আমাৰ নিজৰ আলোচনী নথকাৰ ফলত প্ৰকাশ হৈ নোলোৱাটো বৰ দুৰ্ভাগ্যৰ কথা। সি যিয়েই নহওক; বেজবৰুৱাই মদপীক ব্যংগ কৰিছে চাওক :

'সাজ লাগিলে শুকান ওঁঠ ফটিকাৰে তিতে;  
পুৱা হ'লে সন্ধ্যা পূজাৰ ভোট্‌ভোটনি নিত্যে;  
ৰাজহুৱা পূজাত ওজা, ঘৈণীৰ ওপৰত ৰজা,  
সিংহাত সিজা মনটো যেন তেলত বেঙেনা ভজা।।

বেজবৰুৱাই মদপীক ব্যংগ কৰাৰ লগতে সন্ধ্যা-পূজা কৰোঁতা লোকৰো পিঠিত চাবুক মাৰিবলৈ পাহৰা নাই। 'মূৰ্তিপূজা অসাৰ' বুলি প্ৰতিজন পণ্ডিতে জান ৰসৰাজ আছিল শ্ৰেষ্ঠ সমালোচক— সেয়া, তেওঁৰ মনৰ প্ৰকৃত কথা চিত্ৰিত কৰি গৈছে। গতিকে পবিত্ৰ কোৰাণৰ বাণীৰ লগত তেওঁৰ কবিতাৰ কোনো ৰকমৰ অমিল নাই। কাজে কাজেই আমি আনক হিংসা কৰিব নালাগিব— হিংসা কৰিলে 'তেলত ভজা বেঙেনা'ৰ লেখিয়া হ'ব লাগিব যে তাত সন্দেহ নাই। আৰু সেইখিনিতে ৰসৰাজে বেজবৰুৱাৰ ৰচনাৰ সাৰ্থকতা বুলি অভিহিত কৰিব পাৰি।

'দুবৰি বনতকৈ সৰু তই লক্ষ্মীনাথ!
ধূলিৰো তলৰে ধূলি!
তোকো নাপাহৰে প্ৰিয়তকৈ প্ৰিয়ই তোৰ
আদৰি ল'বহি তুলি।'

ইছলামে শিক্ষা দিছে নিজক সৰু বুলি চিনাকি দি সৰলভাৱে জীৱন যাপন কৰিবলৈ। বেজবৰুৱাই ওপৰৰ কবিতা ফাঁকিত তাৰেই কৈছে। এই শিক্ষা নিৰক্ষৰ মহম্মদ (দঃ) বিশ্ববাসীক শিকাই থৈ গ'ল। সেয়া আজি তেওঁৰ নাম বিশ্বৰ বুকুত পৰিব্যপ্ত হৈ পৰিছে। তেওঁৰ আদৰ্শ গ্ৰহণ নকৰালোক কোনো নাই। এইজনা মহাপুৰুষ আদৰ্শৰ দ্বাৰাই অনুপ্ৰাণিত হোৱাৰ বাবে বেজবৰুৱাক কবি-শিল্পী আৰু মানুহ হিচাপে জগতৰ মুছলমান নৰ-নাৰীয়ে পাহৰিব নোৱাৰে।

বেজবৰুৱাৰ 'ধৰ্মধ্বজা ফয়চালা নবিচ' শীৰ্ষক গল্পটোৰ কথাবোৰ অতি চমকপ্ৰদ আৰু সেয়া অতি মূল্যবান। গল্পটো একেবাৰে সৰু; কিন্তু গল্পৰ উপস্থাপনৰ ৰীতি অতি সুন্দৰ! প্ৰথম কথা এই যে ইছলামে ছুৱা নামানে। অৰ্থাৎ মানুহক ঘৃণা কৰাৰ প্ৰথা ইছলামত নাই। কোনোবাই কৰিলেও সেইটো নিজৰ ভণ্ডামি আৰু বিৰাট মূৰ্খতাৰ পৰিচায়ক। এই দৃষ্টি কোণৰ পৰাই বেজবৰুৱাই লিখিছে— 'অজাতিৰ সন্তান। আহি মোৰ পুখুৰীটো ছুৱা কৰি গ'লেহি। কাইলৈ গোসাঁইৰ মূৰত পানী এচলু দিয়াৰ মূৰ মাৰি থলেহি। মোৰ ল'ৰাই-ছোৱালীয়ে ঘৰে-ঘৰোৱাহ মানুহ আজি এটোপা পানীৰ আটকত গধূলি কৈ লঘোণে-ভাকে থাকিব লাগিব। এই অজাতিহঁতলৈ মাউৰ জহনীও নাইকিয়া হ'ব নেকি?' কোৱা বাহুল্য, এনেধৰণৰ কথা পবিত্ৰ ইছলামৰ নৰ-নাৰীয়ে প্ৰকাশ কৰিব নোৱাৰে আৰু সেইকথা বেজবৰুৱাৰ সুবিদিত। সেইবাবে তেওঁৰ গল্পটোৰ কথাবোৰ সঁচাকৈয়ে মন কৰিবলগীয়া।

প্ৰকৃত কথাটো ইমানেই যে জয়চন্দ্ৰ ভূঞাৰ পুতেক নোমালে পুখুৰীত পানী খোৱাৰ বাবেই জগৰ লাগিছে। ইছলামত এনে ধৰণৰ মামূলি আৰু ফাল্টু কথাৰ অৱতাৰণা কৰিব নোৱাৰি। কিয়নো, 'কুল্লুমুছলিমুন্ এখৱাতুন'— নিশ্চয় প্ৰত্যেক মুছলমান ভাই ভাই। তেনেস্থলত পানী খোৱাৰ লেখিয়া প্ৰশ্ন মুছলমানে নকৰে— কোনোবাই পানী খাবলৈ ইচ্ছা কৰিলে আগ্ৰহপূৰ্বক দিয়ে। কিন্তু, বেজবৰুৱাই মুছলমান সমাজৰ ছবি অংকন কৰা নাই— অংকন কৰিছে গহপুৰৰ বামুণগাঁৱৰ ধুনীয়া প্ৰতিচ্ছবি। এই প্ৰতিচ্ছবিত আছে বাস্তৱতা— নাইকিয়া কল্পনাৰ আলোক ৰেঙণি। সেই কাৰণেই গল্প হিচাপে গল্পৰ মান উলাই কৰিব নোৱাৰি।

জয়চন্দ্ৰৰ অপৰাধ এই যে তেওঁৰ বাপেকক বলপূৰ্বক মানে ৰান্ধা ভাত খুৱাইছিল। বাপেক মৰিল— তথাপিতো তেওঁ সমাজৰ মানত শুদ্ধ হৈ নুঠিল। সম্প্ৰতি ৰাইজে তেওঁলোকক এঘৰীয়াকৈ ৰাখিছে। বেজবৰুৱাই লিখিছে— 'ধোবা-নাপিত, চমাৰ-কমাৰ, *সকলোৱে সেই পুখুৰীত গা ধোৱে, তাৰ পানী খায় অথচ মোৰ নাবালক ল'ৰাটোৱে*

দুপৰীয়া ৰদৰ পিয়াহত তাৰ পানী এচলু খালতহে পুখুৰীটো ছুৱা গ'ল? ধোবা-নাপিত, চমাৰ-কমাৰ হিন্দু সমাজৰ চকুত সকলোবোৰ শুধ, কিন্তু আমাৰ ঘৰ মানুহ হিন্দুধৰ্ম আৰু হিন্দু আচাৰ ব্যৱহাৰৰ পৰা আজি ইমান দিন চুলি এভাগৰ সমানো লৰচৰ নোহোৱাকৈ থাকিও অশুধ-অজাতি। এয়েই নে মই খামোচ্চি মাৰি ধৰি থকা হিন্দু সমাজৰ, হিন্দুধৰ্মৰ উদাৰতা? এয়েই নে ভো-ভো পণ্ডিত হিন্দু ধৰ্মধ্বজসকলৰ বিচাৰ?' এই কথাখিনি উদাৰ বেজবৰুৱাই জয়চন্দ্ৰৰ মুখত সন্নিবিষ্ট কৰিছে। তাৰ পিছত তেওঁক মুছলমান গাঁও এখনলৈ পঠিয়াই দিছে। অৱশেষত কি লিখিছে চাওক— 'পিছদিনা খবৰ ওলাল যে মানে জাত মৰা ঘৰৰ জয়চন্দ্ৰ ভূঞাই সপৰিবাৰে মহম্মদী ধৰ্ম গ্ৰহণ কৰি মুছলমান হ'ল। আৰু তেওঁৰ নাম জহিৰুদ্দিন, পুতেকৰ নাম নুৰুদ্দিন আৰু ঘৈণীয়েক সাবিত্ৰীৰ নাম চেলিমা বিবি হ'ল।

যি ধৰ্মত চহকী-দুখীয়া, ৰজা-প্ৰজা, শিক্ষিত-অশিক্ষিত, সকলো.... যি ধৰ্মত সৰু-বৰ, ৰজা-প্ৰজা, হজুৰা-বাদচাহ সকলো একে, আৰু সকলোয়ে একে ঠাইতে একেদৰে উপাসনা কৰি শান্তি লভে, যি ধৰ্মত আৰু যি ধৰ্মৰ শাস্ত্ৰত সকলো মুছলমানৰে সমান অধিকাৰ, যি ধৰ্মক অৱলম্বন কৰি সকলো দেশৰ ওখ সৰু সকলো শাৰীৰ সকলো সমাজৰ মুছলমানে একেলগে একে ঠাইতে, আনকি একে পাততে খোৱা-লোৱা কৰে, যি ধৰ্মত সকলো মুছলমানে (উপযুক্ত হ'লে, ... যাজকৰ কাম পৰ্যন্ত কৰিবৰ অধিকাৰ পায়, যি ধৰ্মত সকলো মুছলমান ভাই ভাই আৰু সকলো মানুহ সমান। আজি জয়চন্দ্ৰই সেই ধৰ্মৰ আশ্ৰয় পাই ৰুগ্নেকৰ ভিতৰতে মানুহৰ প্ৰাপ অধিকাৰ লাভ কৰিলে।'.....

এইখিনি অৱশ্যে বেজবৰুৱাৰ নিজৰ ক'বলগীয়াও তেওঁ পবিত্ৰ ইছলাম ধৰ্মৰ কথা ভালদৰেই উপলব্ধি কৰিহে এইদৰে মন্তব্য কৰিবলৈ বাধ্য হৈছে। বহুত পণ্ডিতে জানি-শুনিও ইছলামৰ কথাবোৰ প্ৰকাশ্যে স্বীকাৰ কৰিবলৈ টান পায় আৰু লগতে ভয় কৰে— কোনোবাই সমালোচনা কৰে বুলি। কোৱাটো নিষ্প্ৰয়োজন যে স্বৰ্গীয় বেজবৰুৱা দুৰ্বল আৰু ঠেক গণ্ডীৰ ধোদ-সোৰোপা লোক নাছিল। সেই কাৰণেই তেওঁ আজি মৰিও অমৰ হ'বলৈ সক্ষম হৈছে। সত্য কথাবোৰ স্বীকাৰ কৰাই আছিল তেওঁৰ প্ৰকৃত ধৰ্ম। অসমত ওপৰত উল্লেখ কৰা ধৰণে বহুত মুছলমান হৈছে যে তাত সন্দেহ নাই। সেয়া ক'ব পাৰি যে এই গল্পটো জাতে-পাতে পবিত্ৰ ইছলামৰ মূলমন্ত্ৰৰ দ্বাৰাই সঞ্জীৱিত হৈ উঠিছে। এনে ধৰণৰ মূল্যবান গল্প অতি সোনকালে আৰবী-উৰ্দু-ফাৰ্চী-হিন্দী আদিলৈ ৰূপান্তৰিত হোৱাটো দৰকাৰ। আমাৰ সমাজৰ ৰবসেনাসকলে কথাষাৰ চিন্তা কৰি চাব নে? তেৰাসকলৰ কমলত বাৰু চিয়াহী আছে নে? নে সন্তান উৎপাদন কৰাত সঁচাকৈয়ে ব্যতিব্যস্ত হৈ পৰিছে?

*'মোৰ জীৱন সোঁৱৰণ' লিখিছিল কবি বেজবৰুৱাই— আমাৰ মৌলবী মোল্লাই* তেনেকুৱা কিবা এটা কৰিছে নে? কেৱল দাবাৎ খাই জীৱন শেষ কৰিছে। দুই-চাৰিজন

ভাল মৌলবী-মোল্লা নাই বুলিও ক'ব নোৱাৰি। আমাৰ উঠি অহা ডেকা ল'ৰা-ছোৱালীহঁতে 'ড্ৰেইন পাইপ' আৰু পেট ওলোৱা ব্লাউজ পিন্ধিবলৈ যোৱাৰ পৰিবৰ্তে সৎলোকৰ জীৱনীবোৰ সংগ্ৰহ কৰি 'আজান'ৰ প্ৰকাশ কৰিব নোৱাৰিব জানো? ব'ডিজ পিন্ধি ৰাস্তাত পায়তাৰা দিয়াৰ সাৰ্থকতা কোনখিনিত? প্ৰয়োজন কিবা আছে নেকি?

'দুখৰ বিষয় আজি কালি বংগদেশৰ টৌৰে কোবোৱা ধাৰেই হওক নাইবা অসমীয়া ভদ্ৰ সমাজৰ অৱস্থাৰ কোনো কাৰণত পৰিৱৰ্তন ঘটাৰ বাবেই হওক সেই পুৰণি সুস্থ প্ৰথা কমি আহি তাৰ ঠাই বংগ দেশৰ নিচিনা, শহুৰ-শাহুৰ পৰা ধন লৈ কম বয়সত বিয়া কৰোৱা ঘৃণিত প্ৰথাই অধিকাৰ কৰি আহিছে....।' নক'লেও হ'ব যে টকা লৈ ছোৱালী বিয়া কৰোৱা ল'ৰাৰ সংখ্যা আজিৰ মুছলিম সমাজত ভুৰি ভুৰি। আনহাতে যৌতুক দাবী কৰি ল'বলৈ পবিত্ৰ কোৰাণ-হাদিছত কোনো নিৰ্দেশ নাই; বৰং মানাহে কৰিছে। কিন্তু আজিৰ মুছলিম ডেকাৰ মন-প্ৰাণৰে সম্পূৰ্ণৰূপে বিকাৰগ্ৰস্ত হৈ পৰিছে। টকা লৈ বিয়া কৰোৱাৰ ফলত আজি বহুত মুছলমান ডেকাই অসতী ছোৱালীৰ স্বামী হৈ জীৱন-নিৰ্বাহ কৰিব লাগিছে। কিন্তু, ইছলামে আমাক এনেকুৱা শিক্ষা দিয়া নাই— আমাক মানুহ হোৱাৰ পথ দেখুৱাই দিছে। যৌতুক ছোৱালীৰ লগত দিলে গ্ৰহণ কৰাত আপত্তিৰ কাৰণ নাই— সেই বুলি আজিকালিৰ ঘৰ জোঁৱাইৰ (ঢোকা) লেখীয়া মাটি-সম্পত্তিৰ সৈতে ছোৱালী বিয়া কৰাই আপোন বাবা-মাইৰ ফালে পিঠি দিয়াৰ কোনো যুক্তি থাকিব নোৱাৰে। বেজবৰুৱাই ইছলামৰ ভাবধাৰা আগত ৰাখি সাহিত্যৰ সৃষ্টি কৰাৰ বাবে তেওঁ সদায় বিশ্বৰ দৰবাৰত চিৰকাললৈ সোণ জিলিকাদি জিলিকি থাকিব। অমুছলমান হৈ যদিহে বেজবৰুৱাই তেওঁৰ সাহিত্যত পবিত্ৰ ইছলামৰ ৰেঙনি বিলাব পাৰিছে— সেয়ে হ'লে আমি মুছলমান হৈ বহি থকাৰ সাৰ্থকতা কোনখিনিত? আমাৰ সমাজৰ নৰ-নাৰীৰ নামবোৰ কবি-সাহিত্যিক বেজবৰুৱাৰ লেখীয়া অমৰ কৰিবলৈ সমূলি ইচ্ছা নাই নেকি? সেয়ে, মুছলিম ৰাইজে জাতীয় প্ৰতিষ্ঠানৰ প্ৰতি আগ্ৰহশীল হ'বলৈ সময় হ'ল— বিছনাত শুই থকাৰ সময় কেতিয়াবাই উকলি গৈছে। মন কৰিলেহে আল্লাই আমাক সহায় কৰিব।

*সাহিত্য সভা বিশেষ সংখ্যাত প্ৰকাশিত (১৯৬৯)*

# অম্বিকাগিৰীৰ দেশ-প্ৰেম

কমল লোচন দাস

অম্বিকাগিৰী ৰায় চৌধুৰীৰ নামটোৱে এটা বিদ্ৰোহ, এটা বিপ্লৱ। তেওঁ অম্বিকাগিৰী নহয়, তেওঁ যেন এটা জ্বলন্ত আগ্নেয়গিৰি। অম্বিকাগিৰী কোনো কথাতে, কোনো কামতে কেতিয়াও হতাশ নহৈছিল। তেওঁ বলিষ্ঠ আশাবাদৰ এটা উৎকৃষ্ট উদাৰণ। তেখেতৰ মূলমন্ত্ৰ আছিল— কৰ্মই ধৰ্ম। কৰ্মহীন মানুহ দেশৰ অলাগতিয়াল, আৱৰ্জনা। সেয়েহে তেওঁ গাইছে—

.... কেৱল কথাৰ ফুলজাৰীতে
জন্ম পোৱাৰ ধাৰ-ঋণটো
নহ'ব তোৰ শুজা
বিশ্বকৰ্মাৰ কঠোৰ আদেশ
জীৱনটো যে কৰ্ম গঁঠা
মনপ্ৰাণ দি বুজা।.....

বাক্যবীৰে দেশৰ সমস্যা কেতিয়াও সমাধান কৰিব নোৱাৰে— কৰ্মবীৰেহে পাৰে। অসম মানেই— অম্বিকাগিৰী। অসমৰ সকলো সমস্যাৰ লগতে তেওঁ জড়িত হৈ আছিল— সাঙোৰ খাই আছিল।

অসম দেশে, অসমীয়া জাতি, অসমীয়া ভাষাৰ কাৰণে তেওঁ মৰিবলৈও কুণ্ঠাবোধ নকৰিছিল। 'দেশ গেল, দেশ গেল' বুলি তেওঁ অসমীয়া জাতিক সজাগ কৰি দিবলৈ চেষ্টা কৰিছিল। পৰাধীন অৱস্থাত দ্বিজেন্দ্ৰ লালৰ গীতে বংগদেশত যি জাতীয়তা জগাই তুলিছিল অম্বিকাগিৰীৰ গীতেও অসমত সেই একেই কাম কৰিছিল। তেওঁ বহুতো গীত ৰচনা কৰিছিল। তাৰ ভিতৰত—

ধৰ ঝাড়ু ধৰ ভাই.....

* * *

আৰু কি দেখাবি ভয় কাৰাগাৰ...

* * *

তই ভাঙিব লাগিব শিল....

* * *

আদি গীতেই প্ৰধান বুলি ক'ব পাৰি। এই গীতবোৰ সভা-সমিতি, শোভাযাত্ৰাত কোৱা হৈছিল। তেওঁ কাৰাৰুদ্ধ অৱস্থাতো গীত ৰচনা কৰিছিল। সকলোবিলাক গীততে তেওঁৰ নিভাজ দেশ-প্ৰেম সুন্দৰকৈ ফুটি উঠিছে।

দৰাচলতে অম্বিকাগিৰী আছিল এজন অসমীয়াৰ উন্নতিকামী আৰু সেয়ে তেওঁ আছিল এজন জাতীয়তাবাদী। 'অসম অসমীয়াৰ'— এয়ে আছিল তেওঁৰ জীৱনৰ বাণী। ইয়াৰ বাবেই তেওঁক বহুতে সংকীৰ্ণ দেশ-প্ৰেমিক বুলি আখ্যা দিছিল। কিন্তু তেওঁ আচলতে সংকীৰ্ণ নাছিল—

.....জাগ-জাগ জাগ ভাৰত সন্তান হিন্দু-মুছলমান জাগ
মুক্তি-শংখ বাজে জাগে ভেদি, লক্ষ ভ্ৰাতাৰ হিয়াৰ তেজেদি
ৰঞ্জিত হোৱা জালিনৱালাবাগ....

হিন্দু-মুছলমান, শিখ, খৃষ্টিয়ান, জনজাতি, অজনজাতিৰ বিচাৰ তেওঁ নকৰে। অসমত থকা সকলো মানুহেই অসমীয়া। যিয়ে অসম-মাতৃৰ অনিষ্ট কৰে তাক তেওঁ ক্ষমা কৰিব নোৱাৰে—

.... দেশৰ অজলা ভাই-ভনীবোৰে শিক্ষা-স্বাস্থ্যত নিঃসহায়
শোষকৰ পৰা আত্ম-ৰক্ষাৰ উপায় দিহাৰ গম নাপায়।
বেপাৰী, দালাল কেঞাক-কাবুলিৰ শোষণ-জ্বালাত জৰ্জৰিত
প্ৰতিনিধি দল শাসন-গাদীত ভোগ-বিলাসত উন্মাদিত....

ডেকা অসমৰ ওপৰত তেওঁৰ সম্পূৰ্ণ বিশ্বাস আছিল। সেই কাৰণেই দেশৰ দুৰ্শশাত ব্যাথিত হৈ তেওঁ ডেকা অসমক আহ্বান কৰিছে—

'.... জাগ ডেকা তেজ জাগ আজি জাগ
স্বৰ্গ মৰ্ত্ত কঁপাই জাগ,
বিনাশি জাতিৰ দুখ-দাৰিদ্ৰ
ঘৃণিত গলিত গোলামী দাস.... ।'

দেশৰ হীনতা, নীচতা, স্বাৰ্থপৰতাৰ ধূলি-মাকতিবোৰ সাৰি চাফ কৰিবলৈ অম্বিকাগিৰীয়ে অতি দীন হৈ ঝাড়ুদাৰ হ'বলৈ ইচ্ছা কৰিছে— 'গঢ়া কৰি মোক ঝাড়ুদাৰ'— এয়া তেওঁৰ নিকা দেশ-প্ৰেমৰ উপদেশৰ চানেকি। কাৰণ—

.... যাৰ হৃদয়ত দেশ-সেৱনত
আত্মাহুতিৰ অনল শিখা নাই,
তাৰ জীৱনত নাই অবাবত
প্ৰয়োজনৰ উচ্চ দাবী ভাই....

তেওঁৰ জীৱন সত্যক ফাকি দিয়া জীৱন নহয়। কৰ্মযোগী অম্বিকাগিৰীয়ে কৰ্মৰ মাজেদি কথাৰ মাজেদি নিজৰ ভাব-চিন্তক প্ৰতিফলিত কৰিছিল। দেশৰ চিন্তাৰ বাহিৰে তেওঁৰ আন চিন্তা নাছিল—

.... দেশ, দেশ, দেশ
দেশেই মোৰ ধ্যান জ্ঞান
দেশেই মোৰ ভগবান
সাধ্য আৰাধ্য পৰমেশ।....

শয়নে, সপোনে দেশেই তেওঁৰ আছিল— আৰাধনা। ইয়াৰ বাবে দেশবাসীয়েও সাৰ্থকভাৱে তেওঁক 'অসম-কেশৰী' উপাধিৰে অলংকৃত কৰিছিল। তেওঁ আছিল স্বদেশ-প্ৰেমৰ একুৰা দপ্‌দপ্‌কৈ জ্বলি থকা জুই। এই জুই তেওঁৰ ফুল নিকা কলিজাৰ জুই ৰঙা তেজৰ জুই। এই জুইৰ পোহৰত তেওঁ উদ্ভাষিত, আলোকিত।

অসম কেশৰী অম্বিকাগিৰী এজন বহুৰঙী, বহুমুখী প্ৰতিভা সম্পন্ন লোক। তেওঁ একেধাৰে সুৰকাৰ, গীতিকাৰ, বাণীকাৰ, নাট্যকাৰ, গায়ক সম্পাদক, সাংবাদিক, দেশ-প্ৰেমিক, অভিনেতা, ভ্ৰাম্যমান যাত্ৰা-পাৰ্টিৰ দক্ষ পৰিচালক, শংকৰদেৱ চাৰ্কাছ পাৰ্টিৰ নায়ক আৰু বহুতো। এই সকলোবিলাকৰ মাজেদি বাগৰি আহিছে তেওঁৰ দেশ-প্ৰেমৰ মহাবাহু লোহিত্য।

বৰপেটাতে তেওঁৰ সাহিত্য চৰ্চাৰ আৰম্ভণি হয়। তুমি, বীণা, জয়দ্ৰথ বধ নাট, ভক্ত-গৌৰব নাট, কল্যাণময়ী নাট আদি তেওঁ ইয়াতেই ৰচনা কৰে। বঙালী যাত্ৰা-গানৰ পৰিবৰ্তে তেওঁ অসীম ধৈৰ্য সহকাৰে বৰপেটাত অসমীয়া নাট-অভিনীত কৰি সৰ্বজন প্ৰিয় হৈছিল— বৰপেটাৰ ৰংগমঞ্চত তেওঁ নতুন অধ্যায়ৰ সৃষ্টি কৰিছিল— নতুন যুগৰ সূচনা কৰিছিল। এই কথা বৰপেটাবাসীয়ে নেপাহৰে কেতিয়াও নেপাহৰে।

সাহিত্য সভা বিশেষ সংখ্যাত প্ৰকাশিত (১৯৬৯)

# জননেতা ছাৰ ছাদ-উল্লাৰ প্ৰতিভাত এভুমুকি

মহম্মদ হুৰমত আলী বড়লস্কৰ

(ছাৰ চৈয়দ মহম্মদ ছাদুল্লাহ— অসমৰ ৰাজনৈতিক আকাশৰ এটি ভোটা তৰা। প্ৰতিভা, ব্যক্তিত্ব আৰু ৰাজনৈতিক বিচক্ষণতাৰ গুণত অসমৰ ইতিহাসত তেওঁ আপোন মহিমাত উজ্জ্বল হৈ থাকিল। অসমে এইজনা কৃতি সন্তানক পাহৰি যোৱা যেন লাগিছে। মৃত্যুদিবস উপলক্ষেও অসমীয়া কাকতে-পত্রে দুকলম লিখি সৌজন্য প্ৰকাশ কৰা নাই। আমি মৰহুমৰ স্মৃতি-তৰ্পণৰ বাবে সহযোগী সাপ্তাহিক 'আজাদ' পত্ৰিকাৰ সম্পাদক জনাৰ বড়লস্কৰ চাহাবৰ এই প্ৰবন্ধটো পৰিৱেশন কৰিলো। অনুবাদ আমাৰ। —সঃ 'আজান')

৮ ই জানুৱাৰীত অসমৰ স্বনামখ্যাত জননেতা মৌলবী চৈয়দ মহম্মদ ছাদ-উল্লা চাহাবৰ চতুৰ্দশ বাৰ্ষিক মৃত্যু দিৱস উদ্‌যাপিত হ'ল। অসমৰ কৃতি সন্তান চৈয়দ মহম্মদ ছাদ-উল্লা এজন বিশিষ্ট ৰাজনীতিজ্ঞ, সুদক্ষ প্ৰকাশক, মাৰ্জিত ৰুচিৰ ভদ্ৰলোক, বিচক্ষণ আইনবিদ,ধীশক্তি সম্পন্ন দেশ-সেৱী, শক্তিশালী ব্যক্তিত্ব সম্পন্ন পাৰ্লিয়ামেন্টাৰিয়ান আৰু যুক্তিবাদী সু-বক্তা হিচাপে সমগ্ৰ ভাৰততে সুপৰিচিত আছিল।

গুৱাহাটীৰ কটন কলেজৰ অধ্যাপক হিচাপে তেওঁৰ কৰ্মজীৱনৰ সূচনা হয় যদিও কিছুদিনৰ পিছতেই কলিকতা হাইকোৰ্টত আইন ব্যৱসায়ত কৰ্মজীৱনৰ ভিত্তি ৰচনা কৰে। তাৰ পিছত অসমৰ একজিকিউটিভ কাউন্সিলৰ হিচাপে দীৰ্ঘকাল অসম চৰকাৰ পৰিচালনাত বিশেষ অংশীদাৰ হিচাপে কৃতিত্ব অৰ্জন কৰে। ১৯৪৬ চনৰ ফেব্ৰুৱাৰী মাহলৈকে (অবশ্যে, ১৯৩৮ ইং চনৰ ১৪ মাহ কাল কংগ্ৰেছ মন্ত্ৰী সভাৰ কাৰ্যকাল বাদে) অসমৰ মন্ত্ৰী হিচাপে বিচক্ষণতা আৰু বিশেষ কৃতিত্বৰ পৰিচয় দিয়ে। ১৯৩৭ ইং চনৰ আগষ্ট মাহৰ আগলৈকে তেওঁ জাতীয়তাবাদী হিচাপে প্ৰখ্যাত আছিল, তেওঁৰ মন্ত্ৰীসভাক পতনৰ পৰা ৰক্ষা কৰিবৰ হেতু উক্ত আগষ্ট মাহত নিৰুপায় হৈ মুছলিম লীগ দলত যোগদান কৰিছিল।

ছাৰ চৈয়দ মহম্মদ ছাদ-উল্লা প্ৰধানমন্ত্ৰী থকা কালত অসম ব্যৱস্থা পৰিষদত শক্তিশালী আৰু বিচক্ষণ কংগ্ৰেছ সদস্যসকলৰ আক্ৰমণৰ প্ৰতিৰোধত হাঁহিমুখে বিচক্ষণতাৰে তেওঁৰ দুৰ্বল মন্ত্ৰীসভা লই চলিব পাৰিছিল। গোটেই অসমৰ সমস্যা আৰু অসম চৰকাৰৰ সকলো দপ্তৰ যেন তেওঁৰ নখ-দৰ্পণত আছিল। মাৰ্জিত ৰুচিৰ ভদ্ৰলোক হিচাপে, সদালাপী আৰু দৰদী নেতা হিচাপে চৈয়দ চাহেব স্বদলৰ আৰু বিৰোধী দলৰ শ্ৰদ্ধাভাজন আছিল। মোলায়ম

ভাষণত বিৰোধীসকলক আৰু তেওঁৰ অধীনস্থ চিভিলিয়ানসকলক তেওঁ বেচ সংযত কৰাত পটু আছিল।

১৯৪০ ইং চনৰ পৰা ১৯৫০ চনলৈ তেওঁ ভাৰতীয় গণপৰিষদৰ সদস্য আছিল। ভাৰতীয় মুছলমানসকলৰ মাজত তেওঁৱেই একমাত্ৰ প্ৰতিনিধি হিচাপে ভাৰতৰ সংবিধান ৰচনা কমিটীৰ অন্যতম সদস্য আছিল। ভাৰতৰ সংবিধান ৰচনা কালত ষষ্ঠ তফচিল সৃষ্টিত তেওঁৰ প্ৰভূত কৃতিত্ব আছিল।

পাকিস্তান সৃষ্টিৰ পিছত অসম বিধানসভাত বিৰোধী দলৰ নেতা হিচাপে তেওঁ দূৰদৃষ্টিসম্পন্ন প্ৰকৃত ভাৰতীয় হিচাপে ঐতিহাসিক ভাষণত কৈছিল— 'ভাৰতৰ নাগৰিক হিচাপে মই আৰু অসম বিধানসভাৰ সকলো মুছলমান সদস্য মোৰ, আমাৰ আৰু অসমবাসী মুছলমান সকলৰ পক্ষে ৰাষ্ট্ৰৰ প্ৰতি আনুগত্যৰ শপত গ্ৰহণ কৰিছো। আমাৰ জন্মভূমিৰ সাৰ্বভৌমত্ব আৰু সংহতি ৰক্ষাৰ বাবে অকৃত্ৰিমভাৱে কাম কৰাৰ ব্ৰত গ্ৰহণ কৰিছো আৰু হাঁহিমুখে ভাৰতীয় ৰাষ্ট্ৰীয় পতাকাক অভিবাদন কৰি ইয়াৰ মৰ্যাদা ৰক্ষাৰ সংকল্প ঘোষণা কৰিলোঁ।' ছাৰ চৈয়দ মহম্মদৰ দূৰদৃষ্টিপূৰ্ণ আৰু সময়োপযোগী এই বক্তৃতাত গোটেই অসমৰ ৰাজনীতিত আনন্দৰ ঢৌ বাগৰিছিল।

চৈয়দ মহম্মদ যে ডাঙৰ স্বদেশ ভক্ত আছিল তলৰ ঘটনাৰ পৰা সেইটো প্ৰমাণিত হয়। পাকিস্তান ৰাজ্য সৃষ্টি হোৱাৰ পিছত ভাৰতৰ পৰা বহুত মুছলমান নেতা নিজৰ গদী আৰু চৰ্দাৰীৰ বাবে পাকিস্তানলৈ গমন কৰি থাকে আৰু পাকিস্তানৰ পৰাও বহুত (হিন্দু) নেতাৰ ভাৰতলৈ আগমন হৈ থাকে। পাকিস্তানৰ ৰাষ্ট্ৰনায়ক মিঃ জিন্নাই ছাৰ মহম্মদ ছাদ-উল্লাক গভৰ্ণৰ পদৰ, মন্ত্ৰী পদৰ, ৰাষ্ট্ৰদূত পদৰ লোভ দেখুৱাই পাকিস্তানলৈ নিয়াৰ কাৰণে নানা প্ৰকাৰ চেষ্টা কৰিছিল, কিন্তু অসম-প্ৰাণ চৈয়দ মহম্মদ ছা-দ-উল্লাই স্পষ্টভাৱে জনাই দিছিল— 'অসমবাসীসকলেই মোক নেতৃত্বৰ আসন দিছিল, অসমবাসী মুছলমানসকলে মোক তেওঁলোকৰ চেনেহ-ছায়া আৰু ভোটেৰে ডাঙৰ কৰিছে, মই অসমবাসীসকলৰ প্ৰতি, বিশেষকৈ অসমত যিসকল মোৰ সমৰ্থক আছিল তেওঁলোকৰ প্ৰতি বিশ্বাসঘাতকতা কৰি নিজে ডাঙৰ হৈ থকাৰ বা আৰু ডাঙৰ হ'বৰ বাবে পাকিস্তানলৈ যাব নোৱাৰো— অসমবাসীসকলৰ মাজতেই মোৰ স্থান, সেইটো যিকোনো স্তৰতেই নহওক লাগে।' এই প্ৰসংগত কোৱা বাহুল্য যে ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ অন্যতম সেনানী স্বনামখ্যাত স্বৰ্গীয় বসন্তকুমাৰ দাসক ভাৰতলৈ আহি যোগ্যপদ লাভ কৰাৰ কাৰণে যেতিয়া উৎসাহিত কৰা হৈছিল তেতিয়া তেওঁ সদৰ্পে কৈছিল— 'যিসকলে মোৰ কাৰণে ইমানখিনি কৰিছে তেওঁলোকক এৰি যোৱাৰ কোনো চিন্তাই মোৰ মনত স্থান নাপায়।'

ছাৰ মহম্মদ ছাদ-উল্লা এজন ধৰ্মপ্ৰাণ আৰু খাঁটি মুছলমান আছিল। তেওঁ কেতিয়াও বিজাতীয় পোচাক পৰিধান নকৰিছিল। আচ্‌কান, পায়জামা আৰু টুপি ব্যৱহাৰ কৰিছিল। অসমত ছাদ-উল্লা চাহাবেই একমাত্ৰ বৃটিছ প্ৰদত্ত ছাৰ (নাইট) উপাধিৰে ভূষিত আছিল।

বিলাততো তেওঁৰ বুদ্ধিমত্তা আৰু দূৰদৰ্শিতাৰ সন্মান আছিল।

ছাদ-উল্লা চাহাব অসমীয়া মুছলমান হিচাপেই নিজক পৰিচয় দান কৰিছিল। ধৰ্মবৰ্ণ নিৰ্বিশেষে অসমীয়াসকলৰ স্বাৰ্থ ৰক্ষাৰ্থে তেওঁ বিশেষ তৎপৰতা দেখুৱাই গৈছে। তেওঁ ডাঙৰ ৰাজনৈতিক কৃতিত্ব আছিল ১৯৩৬ ইং চনৰ পৰা কেবাবছৰ অসমৰ প্ৰখ্যাত কংগ্ৰেছ নেতা 'তৰুণৰাম ফুকন, 'কুলধৰ চলিহা আৰু 'ৰোহিণী কুমাৰ চৌধুৰীক তথাকথিত 'অসম জাতীয় দল' নাম দি তাৰ ছত্ৰছায়াত ৰাখিছিল।

চৈয়দ ছাদ-উল্লা আজি আমাৰ মাজত নাই। সুখী সমৃদ্ধ আৰু প্ৰগতিশীল অসম গঠনত তেওঁৰ অতীতৰ সেৱাৰ কথা অসমবাসীসকলে পাহৰিব নোৱাৰে। অসমৰ এই মহান সন্তানৰ স্থায়ী স্মৃতি ৰক্ষাৰ বাবে অসমবাসীসকলে ব্যৰ্থতাৰ পৰিচয় দিছে— ই দুখৰ বিষয়।

আমি চৈয়দ মহম্মদ ছাদ-উল্লা চাহাবৰ পুণ্যস্মৃতিৰ উদ্দেশ্যে শ্ৰদ্ধা নিবেদন কৰিলো।

*সাহিত্য সভা বিশেষ সংখ্যাত প্ৰকাশিত (১৯৬৯)*

# মইয়ে ছপাশাল

মূল— ৰবাৰ্ট, এইচ ডাভিচ্

অনুবাদ— সৰ্বেশ্বৰ তালুকদাৰ

মাতৃ পৃথিবীৰ পৰা জন্মলাভ কৰা মইয়ে ছপাশাল।
মোৰ অন্তৰ-তিখাৰে,
মোৰ অংগ-প্ৰত্যেংগবোৰ লোৰে আৰু মোৰ
আংগুলিবোৰ পিতলেৰে গঢ়া
মই গান গাঁও পৃথিবীৰ, বুৰঞ্জীৰ বক্তৃতা মালাৰ,
আৰু সকলো সময়ৰ চিম্ফোনীৰ।
মই আজিৰ মাত, কালিৰ অগ্ৰদূত।
অতীতৰ দীঘ আৰু ভৱিষ্যতৰ বাণীৰে মই কাপোৰ বোওঁ।
যুদ্ধ আৰু শান্তিৰ গল্প মইয়ে কওঁ।
অনুভূতি বা নম্ৰতাৰে মানৱ অন্তৰক কোবোৱাত মইয়ে
সহায় কৰো।
জাতিৰ ধমনিক মই উত্তেজিত কৰো,
সাহসীক সাহসৰ কাম কৰাওঁ,
সৈন্যক মৃত্যুৰ মুখত পেলাওঁ।
মাজ ৰাতিলৈ তাঁতশালত ব্যস্ত কৰ্মীক মই অনুপ্ৰাণিত
কৰোঁ।
আৰৌ তাৰ মূৰটো তুলি চাবলৈ, বিশাল দিগন্তলৈ,
সাহসেৰে,
অনন্ত আশাৰ সহানুভূতি বিচাৰি।
মই যেতিয়া কওঁ, অসংখ্যলোকে মোৰ মাতলৈ কাণ
দিয়ে।
চেক্সন, লেটিন, কেল্ট, হুন, শ্লাভ, হিন্দু সকলোৱে
মোক বুজে।
বাতৰিৰ মইয়ে অভাগকৰা তূৰ্য শিঙা
তোমাৰ আনন্দ আৰু দুখত মইয়ে কান্দো প্ৰত্যেক মুহূৰ্তে।

মূৰ্খৰ মন মইয়ে উচ্চ ভাবাপন্ন কৰি তোলো
মইয়ে পোহৰ, মইয়ে জ্ঞান, শক্তি
বস্তুৰ ওপৰত মনৰ জয়ৰ মূলকথা মইয়ে সংগ্ৰহ কৰো।
মানৱজাতিয়ে লাভ কৰা সকলো বস্তুৰে মইয়ে হৈছো
নথি-পত্ৰ।
কেশুলৰ পোহৰত মোৰ বংশধৰসকল তোমাৰ ওচৰলৈ
আহে:
দৰিদ্ৰতাৰ অনুজ্জ্বল পোহৰৰ মাজেৰে ধনৰ গৌৰৱেৰে,
সূৰ্যোদয়ত,
ভৰদুপৰীয়া আৰু মলিন গধূলিত।
মইয়ে পৃথিবীৰ হাঁহি আৰু কান্দোন,
সকলো বস্তুৰে অপৰিবৰ্তনীয় ধূলিৰ লগত
মিহলি হৈ নোযোৱা পৰ্যন্ত— মোৰ কেতিয়াও
মৃত্যু নহয়।
মইয়ে হৈছো— ছপাশাল।

*সাহিত্য সভা বিশেষ সংখ্যাত প্ৰকাশিত (১৯৬৯)*

# বুদ্ধিৰ মুক্তি

## সম্পাদকীয়

অসমৰ আকাশ-বতাহ 'পাকিস্তানী'-ভূতে নৃত্য কৰাৰ ত্যাঙা খবৰ অসমৰ বাতৰিকাকতত নিত্য প্ৰকাশ পাই আছে। অভিসন্ধিমূলকভাৱে পাকিস্তানী মানুহৰ অনুপ্ৰৱেশ হৈ থকাৰ কথা ইমান দিনেই শুনি আহিছো। সিদিনা আকৌ 'পাকিস্তানী মাছে'ও উজান ধৰাৰ বাতৰি পঢ়ি চিন্তিত হৈ পৰিছোঁ— মাছেও পাকিস্তানৰ হৈ ষড়যন্ত্ৰ আৰম্ভ কৰিলে যেতিয়া অসমৰ মুছলমানসকলৰ দিন-কাল তেনেহ'লে আৰু বেয়াৰ ফালে নিশ্চয় যাব।

ৰাজনীতিৰ দাবা খেলত এই সমস্যাৰ সমাধান কোন দিনা যে হ'ব তাক সৰ্বজ্ঞাতায়হে জানে। কিন্তু সদা বৰ্তমান সন্দেহ দৃষ্টিৰ আগত বসবাস কৰা এটা শ্ৰেণীক সন্দেহ কৰি গৈ থাকিলে, সেই শ্ৰেণীটোৰ প্ৰতি যে অন্যায়-অবিচাৰ আৰু অনাদৰ কৰা হ'ব, ইতিহাসেও যে তাক সাঙুৰি ল'ব— অসমৰ সৰ্ব শ্ৰেণীৰ লোকে তাক জনা উচিত। বুদ্ধিজীৱী মহলৰ দায়িত্ব এই বিষয়ে সবাতকৈ বেছি।

দুখৰ বিষয় অসমৰ বুদ্ধিজীৱীসকল এই সম্পৰ্কে নীৰৱ। তেওঁলোকৰ যেন এই সম্পৰ্কে কৰিবলগীয়া বা ভাবিবলগীয়া একো নাই। গোটা এটা সমাজৰ এই অৱস্থাত তেওঁলোকৰ .... সহানুভূতি জনোৱাৰ কোনো তাগিদ দেখা নাই। মানবীয় দৰদকণৰ বাবে মন যেতিয়া আকুল হৈ পৰিছিল, ঠিক তেনে সময়ত বংগদেশৰ বুদ্ধিজীৱীসকলৰ বুলন্দ আৱাজত আশাৰ ৰেঙনি দেখিছোঁ।

বংগদেশৰ প্ৰখ্যাত শিক্ষাবিদ, সাহিত্যিক, কবি আৰু স্বাধীনতা সংগ্ৰামী লোকসকলে দাবী উত্থাপন কৰিছে যে ভাৰত আৰু পাকিস্তানৰ মাজত জনসাধাৰণৰ মুক্ত চাল-চলন আৰু দুয়ো দেশৰ সীমান্তত নিয়ন্ত্ৰিত জীৱন যাপন কৰিবলৈ যি অৱৰোধমূলক আইন ব্যৱস্থা আছে, সেই ব্যৱস্থা উঠাই দিব লাগে। তেওঁ লোকৰ মতে— 'সীমান্ত অঞ্চলত মুক্ত যোগাযোগ ব্যৱস্থাই ৰাজনৈতিক বিভাজন থকা সত্বেও জনসাধাৰণৰ সামাজিক আৰু অৰ্থনৈতিক জীৱন সুগম কৰি তুলিব আৰু জনসাধাৰণৰ মাজত ঐক্যতাৰ সদায়ে থাকিব।'

পাকিস্তানী মানুহ যদি সঁচাই অসমত ভৰিৰে চলাচল কৰি আছে আৰু পাকিস্তানী মাছো যদি অসমৰ মহানগৰী গুৱাহাটী আৰু ৰাজধানী চিলঙত মুক্তভাৱে বেচা-কিনা চলিছেই, তেনেহ'লে বংগদেশৰ বুদ্ধিজীৱীসকলৰ উদাত্ত কণ্ঠৰ আহ্বানত সঁহাৰি দিলে এই সমস্যাৰ সমাধান হ'ব বুলি আমি ভাবো।

*৪ৰ্থ বছৰৰ ৭ম সংখ্যাত প্ৰকাশিত (মাৰ্চ, ১৯৬৯)*

# দাক্ষিণাত্য ভ্ৰমণ

আতাউৰ ৰহমান, (উপাধ্যক্ষ, অসম বিধানসভা)

ইতিপূৰ্বে কোনো দিনেই হাবাই জাহাজত উঠি নোপোৱা কাৰণে মনত থকা ভয়-সংকোচ লৈ বৰঝাৰ বিমান কোঠৰ পৰা বিৰাটকায় ভাইকিং বিমানত উঠি বহিলো যেতিয়া পিছৰ ডেৰ ঘণ্টা কলিকতালৈ যোৱা সময়খিনি যেনিবা ভালেৰেই কাটিল। মাটিৰ পৰা তিনি মাইল ওপৰে দি মেঘৰ ওপৰে ওপৰে কামৰূপ-গোৱালপাৰা-গাৰোপাহাৰ আৰু পূব-পাকিস্তান অতিক্ৰম কৰি, ৰিণি-ৰিণি তলৰ নদী-নালা, পাহাৰ-পৰ্বত, খেতি-খলা আদি দৃশ্য দেখি দেখি আৰু লগতে বিমানত বহিয়েই দুপৰীয়াৰ সাজ আহাৰ গ্ৰহণ কৰি, মাজতে খবৰৰ কাকতকে আদি কৰি কিবাকিবি পঢ়ি থাকোতেই পালো গৈ দমদম। হওঁতে গাৰোপাহাৰ পাৰ হ'বৰ বেলিকা তথাকথিত এয়াৰ পকেটত কিছুকিছু জোকাৰণিত এনেহেন লাগিছিল যেন ঘৰখনকে ভুঁইকঁপে জোকাৰিছে। আকৌ দমদমত নামোতে যেতিয়া একেকোবে পঞ্চাছ বা এশ ফুটকৈ বিমানখন নামি গৈ আছিল ধাৰণা হৈছিল যেন গোটেই গাৰ তেজ মূৰত উঠিল গৈ। যিকি নহওক, মনে মনে আশা কৰা নিৰাপদতাৰে সৈতে কলিকতা পাই 'আছাম হাউছত' এখন্তেক জিৰণি ল'বৰ বেলিকাত মনতে পাতিছিলো বিজ্ঞানৰ কাৰুকাৰ্য আৰু স্পেছ অমৰ কাহিনী।

উদ্দেশ্য আছিল ভাৰতৰ পশ্চিম সীমান্তত অৱস্থিত কেৰালা ৰাজ্যৰ ত্ৰিবান্দ্ৰম সৰ্বভাৰতীয় বিধানসভাৰ আৰু লোকসভাৰ অধ্যক্ষ-উপাধ্যক্ষ সম্মিলনত যোগদান কৰা। কলিকতাৰ 'আছাম হাউছ'ত ল'গ পালোঁগৈ অসম বিধানসভাৰ অধ্যক্ষ শ্ৰীমহীকান্ত দাসক সপৰিয়ালে, সিদিনা আছিল ছেপ্টেম্বৰ মাহৰ ৩০ তাৰিখ। গধূলি উঠি বহিলো মাদ্ৰাজমুখী ব্ৰডগজৰ এক্সপ্ৰেছ ট্ৰেইনখনত। দুই ৰাতি কটোৱাৰ পিছত মাদ্ৰাজ পাইছিলো গৈ ২ অক্টোবৰৰ দোকমোকালিতে। বাটত নতুন ঠাইৰ আকৰ্ষণত পৰি চলন্ত ট্ৰেইনৰ পৰাই নিৰীক্ষণ কৰি গ'লো ভূমিখণ্ড, মানুহ-দুনুহ, গাঁও-ভূঁই, ঘৰ-দুৱাৰ, খেতি-বাতি আৰু আনুসংগিক উন্নয়ন কাৰ্যসমূহ। পশ্চিমবংগৰ হাওৰাৰ পৰা পশ্চিমবংগৰ যিছোৰা পাৰ হ'লো দেখিলো শিল্পায়নৰ আবহাওয়া। বিখ্যাত ইঞ্জিনীয়াৰিং কলেজ নগৰী খড়্গপুৰৰ পৰাই গোটেই উৰিষ্যা পাৰহৈ যাওঁতে ৰবসুণ আৰু শান্তিদায়িনী টোপনিৰ জালত বিশেষ

লক্ষ্য কৰিবৰ নহ'ল। তাতে আকৌ ৰাতিৰ কথা। কৰ্মব্যস্ত জামছেদপুৰ টাটা নগৰ মঠ-মন্দিৰেৰে পৰিপূৰ্ণ ভুবনেশ্বৰ-কটক আদি কেতিয়া পাৰ হ'লো কবকে নোৱাৰো। ৰাতি পুৱাও পুৱাও হওঁতেই শেষৰ আখৰ 'ম'ৰে নামবোৰ পাবলৈ ধৰিলো আৰু অন্ধ্ৰপ্ৰদেশৰ মাজেৰে যে গৈছিলো তাত সন্দেহ নাথাকিল। নজৰত পৰিল চৌপাশে আৰু সুদূৰত নীলা পাহাৰবোৰ যদিও গছ-বিৰিখ শূন্য। চকুত পৰিল পাহাৰৰ মাজতে মাটিত লাগি থকা ঘৰবোৰ যাৰ ছাউনী তাল পাতৰ, যাৰ খুঁটা বুলিবলৈ বিশেষ একো নাইয়েই আৰু যাৰ ভিতৰখন মাটিৰ দেৱালেৰে আবৃত। দুই-তিনি বিঘা মাটিৰ ওপৰত এইদৰে থকা কিছুমান ঘৰৰ সমষ্টিয়েই একোখন গাঁও। আগ-পিছৰ চ'তাল বুলিবলৈ বিশেষ একো নাই আনকি ঘৰৰ ভিতৰলৈ ওলোৱা-সোমোৱা কৰা দুৱাৰৰ অভাবো চকুত নপৰাকৈ নাথাকিল গৰু-গাই-বাছুৰ তেনেকৈ একোটা ঘৰতেই নতুবা মানুহ থকা ঘৰতেই। বাঁহ আমাৰ ঠাইৰ নিচিনা, অন্য গছ-বিৰিখ দৃষ্টি গোচৰ নহ'ল। পৰিবৰ্তে দেখিলো ঝাউ গছৰ নিচিনা এক শ্ৰেণী দীঘল দীঘল গছৰ খেতি। তেতেলী পতীয়া কিছুমান গছ আৰু অসংখ্য তাল গছ। তাল গছ আৰু তালপাত মানুহৰ জীৱনৰ প্ৰতিস্তৰত প্ৰভাৱ বিস্তাৰ কৰি থকা যেন লাগিল। আমাৰ ট্ৰেইনত লগ পোৱা এগৰাকী ছিভিল ছাৰ্জিচ ভদ্ৰলোকৰ ওচৰত খেৰৰ কথা উল্লেখ কৰোতে তেওঁ অকল ধান খেৰহে বুজি পালে। হওঁতে কৃষকবিলাকক বৰ কৰ্মঠ যেন দেখিলো আৰু বৈজ্ঞানিক প্ৰণালীত খেতি কৰাৰ প্ৰয়াসো দেখিলো। ৰে'লৰ আলিৰ কাষে কাষে থকা ডোঙাবোৰৰ পৰা পথাৰত পানী সিঁচা, শাৰী পাতি বিধান পাৰা আৰু যিকোনো খেতিয়েই যিকোনো ঠাইত ব্যাপকভাৱে কৰা দেখা গ'ল। গোদাবৰী জিলাত দেখিলো মাইলৰ পিছত মাইল কুঁহিয়াৰ খেতি যাৰ ফলত গঢ়ি উঠিছে একোখন জিলাতেই নটা চেনিৰ কল। ঠায়ে ঠায়ে পালক পালে উন্নত ধৰণৰ ছাগলীও চৰিফুৰা দেখিলো। মানুহবিলাকৰ পিন্ধন-উৰণ অতি সাধাৰণ, আনকি বহুক্ষেত্ৰত অকল লেঙঠ পিন্ধাহে দেখিলো। ওৱালয়াৰৰ নিচিনা স্বাস্থ্যনিবাসতো পৰিবেশন কৰা খাদ্যৰ পৰা বুজিলো টেঙা, জলকীয়া আৰু নাৰিকল তেলেই প্ৰধান অৱলম্বন।

মাদ্ৰাজ চহৰ পালোগৈ দোকমোকালিতে। ষ্টেছন প্লেটফৰ্মত স্থানীয় বিধানসভাৰ কৰ্মচাৰী আথেবেথে আমাক আগবঢ়াই লৈ গ'ল আৰু মটৰ ষ্টেশনত গাড়ীত উঠাৰ পূৰ্ব মুহূৰ্তত লক্ষ্য কৰিলো এজন কনিষ্টবলে এখন টেক্সিৰ 'ভাৰাৰ কাৰণে, লিখা থকা প্লেটখন অলপ বেঁকাকৈ থকা অৱস্থাৰ পৰা চিধা কৰি দিয়া। আমাৰ বয়-বস্তুও অচিনাকি কনিষ্টবলেই আগ্ৰহেৰে গাড়ীত উঠাই দিলে। ইয়াৰ পৰাই সেই শ্ৰেণী কৰ্মচাৰীৰ কৰ্তব্যনিষ্ঠা অনুমান কৰিলো। লোৱাৰ পিছতেই আমাৰ ভাৰ গ্ৰহণ কৰা দুখন গাড়ীৰ দুজন ড্ৰাইভাৰে যেনেকৈ

মহাবলিপুৰম আৰু কাঞ্জিভৰম দেখুৱাই আনিলে মোহিত নহৈ নোৱাৰিলোঁ। মাদ্ৰাজ চহৰত মেৰিণা বীচত মোৰ প্ৰথম সমুদ্ৰ দৰ্শন। বংগোপসাগৰৰ উৰ্মিমালাই বিধৌত কৰা মাদ্ৰাজ তীৰৰ মানোমোহা দৃশ্য, দক্ষিণ ভাৰতৰ মনীষীসকলৰ প্ৰস্তৰ মূৰ্তি, সহজ-সৰল মাছৈ মানুহবোৰ, সমুদ্ৰ তীৰৰ তাহানিৰ ইষ্ট ইণ্ডিয়া কোম্পানীৰ ফোৰ্ট চেণ্ট জৰ্জ যি বিশ্ববিদ্যালয়ত ৰূপান্তৰিত হৈছে, অতীত-আধুনিক মিলিত পৰিৱেশ মনত দকৈ বহিল। মহাবলিপুৰমত বৌদ্ধ মন্দিৰৰ বিৰাটকায় অনন্ত শয্যাৰ বুদ্ধৰ প্ৰস্তৰ মূৰ্তি আৰু ভগ্নমুখী হ'লেও মন্দিৰটোৰ কাৰুকাৰ্য চাবলগীয়া। বংগোপসাগৰ, ভাৰত মহাসাগৰৰ মিলনত এটা অপূৰ্ব দৃশ্য। ওচৰৰ পাহাৰবোৰত পুৰণিকলীয়া ৰাজন্যবৰ্গৰ দ্বাৰা খোদিতহিন্দুশাস্ত্ৰৰ কাহিনীবোৰ অৰ্থপূৰ্ণ আৰু বৈষ্ণৱ পন্থাই টৌৱাই নিয়াৰ নিদৰ্শনস্বৰূপ। মহাবলিপুৰমৰ পৰা কাঞ্জিভৰমলৈ যাওঁতে বাটতে পাহাৰ-টিলাৰ গাতে লাগি থকা ত্ৰিকালিকুন্দ্ৰম মন্দিৰটো। প্ৰবাদ আছে তাত হেনো নিতৌ কাশীৰ পৰা এজোৰ পখী আহে আৰু যায়। পখীজোৰ দেখিবলৈ পোৱা হেনো ভাগ্যৰ কথা। মহাবলিপুৰমত তিনিচুকীয়াৰ এদল ছাত্ৰক লগ পাইছিলো— অশেষ কষ্ট কৰি পাহাৰ বগাই মন্দিৰলৈ উঠি হেনো তেওঁলোকে পখীজোৰ দেখিবলৈ নেপালে। কাঞ্জিভৰমত দেখিলো বিৰাট মন্দিৰ যাৰ গেটবোৰ প্ৰায় ফতেহপুৰ দাক্ষিণাত্যৰ প্ৰায় আটাইবোৰ মন্দিৰেই একে ঠাচতে গঢ়া দেখিলো— কি মহাবলিপুৰমেই হওক, কাঞ্জিভৰমেই হওক বা মাদুৰাই হওক।

৩ অক্টোবৰত ৰাতিপুৱা উঠি বহিলোহি ত্ৰিবান্দ্ৰম এক্সপ্ৰেছত। হাওৰাৰ পৰা গৈ ৪ অক্টোবৰত ৰাতিপুৱা নামিলো ত্ৰিবান্দ্ৰমত। ষ্টেছন ঘৰ আৰু প্লেটফৰ্ম তেনেই চাধা-চিধা, বিশেষ আৰ্টৰ বাড়াবাড়িহীন। বাটত দেখিলো ইলেকট্ৰিক পাম্পেৰে পানী যোগানৰ ব্যৱস্থা, কল, নাৰিকল, কুঁহিয়াৰ, কোকোৰ, বিস্তাৰিত পথাৰবোৰ। কেৰেলাখণ্ডত তামোল-পাণৰ বাৰী অসমৰ দৰেই। ঘৰ-দুৱাৰো অন্ধ্ৰ-মাদ্ৰাজৰ তুলনাত উন্নত আৰু বহুক্ষেত্ৰত অসমৰ দৰেই। ত্ৰিচিনোপল্লী, মাদুৰাই আদি উন্নয়নমুখী চহৰ। মাদ্ৰাজৰ বেছিভাগতে বৰষুণ কম, মাটি শিলাময়, তুলনাত কেৰালাত বহুভাগ মাটি সাৰুৱা, বৰষুণ বেছিকৈ পোৱা। ওখ-চাপৰ ভূমি— মাজে মাজে সমুদ্ৰতীৰত শগুণ। ত্ৰিবান্দ্ৰম চহৰখন (২ লাখ লোকসংখ্যা) কিছুমান টিলাৰ ওপৰত অৱস্থিত। বালিময়, কিন্তু সাৰুৱা। দেখিলেই মনত পৰে আৰবসাগৰৰ অপৰ পাৰত অৱস্থিত আৰৱ দেশৰ বৰ্ণনালৈ।

ষ্টেট গেষ্ট হাউচত আশ্ৰয় লৈয়েই ততাতৈয়াকৈ এমুঠি (কেৰালা ষ্টাইলত নহয়, পৰিৱেশন আমাৰ ইয়াৰ দৰে) খাই লৈ কন্যাকুমাৰীকালৈ (৬০ মাইল) টেক্সি এখন ল'লো। ওৰেবাটে দুয়োকাষে চহৰ বা অৰ্ধ চহৰবোৰ। এটাইত হেস্তাৰ দেখি অনুমান কৰিলো মাদ্ৰাজৰ সীমা

পালো। অন্তৰীপ পোৱাৰ কেবামাইল দেখিলো। সমুদ্ৰৰ উৰ্মিমালা ঘূৰণীয়া ছেওৰে পাহাৰৰ দৰে উঠিছে। মাদ্ৰাজ উপকূলৰ ধাননি পথাৰৰ মাজে মাজে গৈ অৱতৰণ কৰিলো কন্যাকুমাৰীকাত য'ত বংগোপসাগৰ, আৰব সাগৰ আৰু ভাৰত মহাসাগৰৰ সংগম। সাগৰৰ উশাহ-নিশাহ। গান্ধী মন্দিৰ। বিবেকানন্দ স্মৃতিৰক্ষাৰ্থে নিৰ্মাণ কৰিবলৈ লোৱা সৌধৰ আৰম্ভণি। মনোৰম সূৰ্যাস্ত। বিৰাটৰ সান্নিধ্যক নিজকে ক্ষুদ্ৰৰো ক্ষুদ্ৰতম জ্ঞান।

বেছ ভাল লাগিল থাকি ত্ৰিবান্দ্ৰমত। মালয়ালী ভাষা সহোদৰা তামিল-তেলেগুৰ। দাঁতৰ জোৰ নিশ্চয় লাগে। অভাৱণীয়ৰূপে এটামান শব্দ শিকিলোঁ। ভাত খাই উঠি বেয়াৰৰ এজনক ক'লোঁ। 'বেটেলনাট'— বুজি নাপালে— 'এৰেকা' তথাপিও বুজি নাপালে। অৱশেষত অংগী-ভংগীৰে মুখলৈ দেখালো— ক'লে— 'ভুম পেণ্ট'। ওচৰৰ ভলণ্টিয়াৰ এজনে যেনিবা ক'লে 'ৱেট্ৰা-পাকে' (তামোল-পাণ)। মানুহবিলাক শৃংখলাবদ্ধ লাগিল, হেজাৰ-বিজাৰ লোকৰ সভাতো দেখিলো কোনো হাই-উৰুমি নাই। চহৰৰ কোণে কোণে পাৰ্কবোৰত লালঝাণ্ডা আৰু অলপীয়া লোকৰ সমুখত হাইডপাৰ্কৰ লেখীয়া বক্তৃতা। কৌতূহলত মটৰ ড্ৰাইভাৰ এজনক সুধিছিলো, কমিউনিষ্ট চৰকাৰে কি কৰিব পাৰিছে? উত্তৰ— বিশেষ একো নহয়। প্ৰশ্ন— তেন্তে কিয় লোকে সমৰ্থন কৰে? উত্তৰ— 'এওঁলোকে কোনেপ্ৰকাৰে চৰকাৰ চলাইছে, পূৰ্বে সেয়াও নাছিল'। ঠিক তেনেকৈয়ে মাদ্ৰাজত মটৰ ড্ৰাইভাৰ এজনক সোধাত কৈছিল— 'আন্নাদুৰাই চৰকাৰে বাইজৰ কাৰণে যি পাৰে কৰিছে, পূৰ্ববৰ্তী চৰকাৰৰ লোকে তেওঁলোকৰ নিজৰ কাৰণে কৰিছিল।' সঁচা-মিছা বেলেগ কথা, কিন্তু ধাৰণাটোহে লক্ষ্য কৰিবলগীয়া।

দুদিন কনফাৰেন্সত যোগদান কৰিলোঁ। খানা খালোঁ, গৱৰ্ণৰৰ, নাম্বুদ্ৰীপাদৰ, কেৰালাৰ অধ্যক্ষৰ। কেৰালা মন্ত্ৰীসকলক লগ পালোঁ। সেই লুঙ্গী পিন্ধা অৱস্থাত। সৰলতাপূৰ্ণ ব্যৱহাৰ ভাল লাগিল। ভাৰতৰ অপৰ প্ৰান্তত অসমৰ পৰা কেবাহাজাৰ মাইল দূৰত কেইদিনমানকটাই দেশখনৰ বিশালতা, দেশখনৰ বিসাদৃশ্যৰ মাজত সাদৃশ্যৰ প্ৰতি মৰম জন্মিল। আপোন ঠাই পালোহি ১০ অক্টোবৰত।

*৪ৰ্থ বছৰৰ ৭ম সংখ্যাত প্ৰকাশিত (মাৰ্চ, ১৯৬৯)*

# বন্ধুৰ স্মৃতিত

হেমেন্দ্ৰ প্ৰসাদ ব্ৰহ্মচাৰী

মই পঢ়া কলেজখন খুড়াইঁতৰ ঘৰৰ পৰা তিনি মাইল দূৰত সেইকাৰণে মই কলেজলৈ চাইকেলেৰে অহা-যোৱা কৰিছিলো। আজি বৰষুণ দি থকা কাৰণে কলেজলৈ নগ'লো কাৰণ তিনিমাইল ৰাস্তা বৰষুণত তিতি বুৰি ক্লাছ কৰিবলৈ মই বৰ টান পাওঁ। সেই কাৰণে ঘৰতে থাকি বাহিৰা কিতাপ পঢ়া মোৰ মদৰ নিচাত পৰিণত হৈছে। আজিও চেল্ফৰ পৰা কিতাপ এখন উলিয়াই পঢ়িবলৈ লৈছিলোঁ; কিন্তু পঢ়া নহ'ল। কিতাপখনৰ দুটামান পাত অতিক্ৰম কৰাৰ পিছত মোৰ চকুৰ আগত ধুনীয়া আখৰোৰ ভাহি উঠিছিল। 'মৰমৰ প্ৰকাশ, বিছৰ মৰমেৰে তোমালৈ বুলি মোৰ এই ক্ষুদ্ৰ উপহাৰ 'নগৰ' দুখনৰ কথা' ইতি— তোমাৰ বন্ধু অমৰ।' মইও অমৰক বিছৰ মৰমেৰে বহুতো কিবা কিবি পঠাইছিলো। তাৰ পিছত এলবামটো খুলি আমি দুয়ো একেলগে উঠা ফটোখন চাইছিলো মুখত এমোকোৰা হাঁহিৰে এইয়া অমৰ। মোৰ ভাব হয় অমৰ যেন এতিয়াও জীয়াই আছে। কিন্তু কি হ'ব? অমৰ যে বহু বছৰ আগয়ে এই পৃথিবীৰ পৰা অদৃশ্য হৈ নীলা আকাশৰ তৰাৰ লগত মিলি পৰিছে। অমৰক মই ক্লাছ ফ'ৰৰ পৰা টেনলৈকে লগ পাই আহিছো। ক্লাছৰ অইন ল'ৰাতকৈ অমৰক মই বিশেষ ধৰণে ভাল পাইছিলো। অবশেষত আমি মেট্ৰিক পাছ কৰিলোঁ, তাৰ পিছত খুড়াদেউৰে মোক গুৱাহাটীলৈ আনি কলেজত নাম ভৰ্ত্তি কৰি দিলে।

অমৰ আচলতে প্ৰদীপ বৰুৱাৰ ল'ৰা নাছিল এদিন গভীৰ নিশা প্ৰদীপ বৰুৱাই ঘৰৰ ওচৰতে কেঁচুৱাৰ কান্দোন শুনি বাহিৰলৈ ওলাই দেখে যে দুবৰিৰ ওপৰত হাত-ভৰি জোকাৰি এটি নৱজাত শিশুৱে কান্দিছে। বৰুৱাই চাৰিওফালে চাই কোনো মানুহ নেদেখি অলপ আচৰিত হ'ল পিছত শিশুটো কোলাত লৈ ঘৰৰ ভিতৰলৈ সোমাই আহিল। পিছদিনাখন তেওঁ কথাটো বহুতো মানুহক শুধি কোনো শুংসূত্ৰ উলিয়াব নোৱাৰিলে। তাৰ পিছত বৰুৱাই ঘৰলৈ আহি অঞ্জুৰ মাকক কৈছিল— ল'ৰাটো আমিয়ে ৰাখিব লাগিব বাহিৰত ইমান খবৰ কৰিও ল'ৰাৰ মালিক বিচাৰি পোৱা নগ'ল। গতিকে ল'ৰাটোক তুমি নিজৰ ল'ৰা বুলিয়ে ডাঙৰ দীঘল কৰিবা। অঞ্জুৰ মাকৰ অন্তৰখন শুদ্ধ আছিল কাৰণে অমৰে কোনো কষ্ট নোপোৱাকৈ ডাঙৰ-দীঘল হৈছিল। অমৰেও অঞ্জুৰ মাক আৰু

দেউতাকক দেউতা আৰু মা বুলিয়ে মাতিছিল। কোনো বাহিৰা মানুহে অমৰক ক'ব নোৱাৰিছিল যে অমৰ সিহঁতৰ ল'ৰা নহয়। কাৰণ প্ৰদীপ বৰুৱাই সেই ঠাইৰ ভিতৰত অতি ক্ষমতাশালী লোক আছিল। সেইকাৰণে মানুহে তেওঁক সন্মান কৰি চলিছিল। কিন্তু অঞ্জুৰ দেউতাকে এই কথা গোপনে ৰাখিব নোৱাৰিলে। এদিন প্ৰদীপ বৰুৱাই চিলঙৰ পৰা আহোঁতে অঞ্জু আৰু অমৰে লগ লাগি সিহঁতলৈ কিবা অনা বুলি দেউতাকৰ চুটকেচটো খুলি চাইছিল। অমৰে দেউতাকৰ ডায়েৰীটো মেলি চাওঁতে এটা পাতত লিখি থোৱা দেখা পালে। .... চন বুধবাৰ, ৰাতি প্ৰায় চাৰে বাৰ বজাত আমি ল'ৰাটোক পাইছিলো। ল'ৰাটোৰ মালিকক আমি বিচাৰি নাপালো সেইকাৰণে ল'ৰাটোক আমিয়ে ডাঙৰ-দীঘল কৰি নাম ৰাখিছো অমৰ। তাৰ পিছত অমৰে মাক-দেউতাকক এই কথাটো সুধিলে, বৰুৱা-বৰুৱানীৰ মুখ কলা পৰিল, অঞ্জুৱেও অমৰৰ পিনে ভেবা লাগি চাই থাকিল। বৰুৱাইঁতে কিমান বুজালে তথাপি অমৰ মাতি নহ'ল। কান্দি কান্দি অমৰ শুই পৰিল। লাহে লাহে অমৰে কলেজলৈ যোৱা বন্ধ কৰিলে। তাৰ পিছত মূৰৰ বিকৃতি ঘটি বাটে-পথে ঘূৰি ফুৰা হ'ল, মুখেৰে কিবা কিবি কয়, হাঁহে। এদিন মই অমৰ সলনি প্ৰদীপ বৰুৱাৰ চিঠি পাই আচৰিত হৈছিলো। মোক যেনেতেনে এবাৰ মাতি পঠাইছে। মই গৈছিলো বৰুৱাই মোক সকলো কথা কৈছিল— 'বহুত ডাঙৰ ডাঙৰ চিকিৎসকো লগাইছিলো কিন্তু কোনো ফল নিদিলে। সেই কাৰণে তোমাক মাতি পঠাইছো, তুমি অমৰক কথা বতৰাৰ মাজেৰে বুজাবলৈ চেষ্টা কৰা কিজানি কিছু পৰিবৰ্তন আহে তাৰ পিছত অমৰক লগ ধৰি কেইবাবাৰো মাতিছিলো— 'অমৰ। অমৰ। মই তোৰ বন্ধু প্ৰকাশ' অমৰে মোৰ পিনে ভেবা লাগি চাইছিল, বোধহয় মোক চিনিকে নেপালে। মোৰ মাতা কোনো কাম নহ'ল। মই হতাশ হৈ ঘৰলৈ গুচি আহিলো। কেইবছৰ মান যোৱাৰ পিছত প্ৰদীপ বৰুৱাৰ পৰা অমৰৰ মৃত্যু হোৱা বুলি এখন চিঠি পাইছিলো। মোৰ মনটো কেনেবা লাগিছিল। নিয়ৰৰ দৰে টোপাল কিছুমান মাটিত নিহলি হৈ পৰিছিল। অমৰ আজি এই পৃথিবীত নাই যদিও আমাৰ মনত অৰ্থাৎ বৰুৱা-বৰুৱানী, অঞ্জু আৰু মোৰ মনত অমৰ 'অমৰ' হৈয়ে ৰ'ব।

*৪৫ বছৰৰ ৭ম সংখ্যাত প্ৰকাশিত (মাৰ্চ, ১৯৬১)*

# আবোল-তাবোল

**শ্ৰীমিঞা মনছুৰ**

বোলো পাঠকসকল! অছম ছাহিত্য ছভাৰ বৰপেটাৰ অধিবেচন নাম-কীৰ্তন আৰু গায়নে-বায়নে কি যে মহা ধুমধাম হৈ গ'ল, তাৰ নখ-শিখ বৰ্ণনা আপোনালোকে যথাসময়ত বাতৰি কাকতৰ পাতে পাতে পঢ়িবলৈ পাইছে। আমাৰ ছম্পাদক ভাইঞাৰ 'অসম সাহিত্য সভা-সংখ্যা'ৰ চৰখ বাবে মিঞামনছুৰক যথা সময়ত কথাখিনি ক'বলৈ নিদিলে— অছম ছাহিত্য ছভাত 'মিঞাৰ অতপালি' প্ৰসংগে এটা প্ৰবন্ধ যুগুতাইছিলো— মিঞাবোৰে ছাহিত্য ছভাৰ নামত ক'ত কেনেকৈ কিমান বৰঙণি যোগাই ধন্য হ'ল, এহেজাৰ তামোল গছৰ খুঁটিৰ ওপৰত ...... ধাৰত চন্দ্ৰতাপ (ছায়মানাৰ)ৰ প্ৰতাপত 'শ্ৰীশংকৰক্ষেত্ৰ'ৰ শ্ৰীকিমান বঢ়াইছিল প্ৰত্যেক্ষদৰ্শীয়ে ক'লে মিঞা (ভদ্ৰ)সকলৰ সহযোগিতাৰ স্বাক্ষৰ সপ্ৰমাণে দেখি প্ৰশংসা কৰি কি কি বটা উপহাৰ দিয়াৰ কথা চিন্তা কৰিছিল আৰু বিৰাট জনতা (আধা আসি মিঞা)ক উদ্দেশ্য কৰি সভাপতি শ্ৰীআনন্দ বৰুৱাই মহা আনন্দিত হৈ যেতিয়া নামাজী মুছলমানৰ দৰে পশ্চিমফালে শিজদা দিলে— মিঞাবোৰে আপোন আচাৰ দেখি কিমান আনন্দ পালে, ইত্যাদি ইত্যাদি বিছয়-ছম্ভাৰে প্ৰবন্ধটো ভৰপূৰ আছিল! নৰ-মুনিচৰূপে লিখা শেহতীয়া সেই প্ৰবন্ধটো পঢ়াৰ নছীৰ পাঠকসকলৰ নংলে দেখি মিঞা মনছুৰে আফ্ছোছ কৰিছে।

শ্ৰীমিঞা মনছুৰ এতিয়া দেৱতা। অছম সাহিত্য ছভাৰ এছিলাত বৰপেটাত 'শ্ৰীশংকৰক্ষেত্ৰ' হল আৰু লগতে সমুচা বৰপেটাখনেই ধাম ('ভূ-ভাৰতৰ স্বৰ্গপুৰী)ত পৰিগণিত হ'ল। ফলত ৰক্ত-মাংছৰ শ্ৰীমিঞা মনছুৰ দেৱতা হ'ল। শ্ৰীশংকৰক্ষেত্ৰৰ পবিত্ৰ জায়গাত শ্ৰীমিঞা মনছুৰে বিচৰণ কৰিছে, দেৱাসনত বহিছে আৰু দেৱাহাৰ খাইছে।

গতিকে আপোনালোকে যিসকল বৰপেটাত ওপজা নাই, তেওঁলোকলৈ মিঞা মনছুৰে কৃপা কৰি আশীৰ্বাদ দিছে .......খোৱা পৰাৰ চিন্তা কৰি যাক, তাত ক্ষতি নাই, মিঞা মনছুৰৰ আশীৰ্বাদত ছব বালা কাটি যাব— আপোনালোকৰ ছুখ-ছান্তিৰ গৃহ-বনবাছ খাটি থাকিব পাৰিব। কোনো চিন্তা নাই। মিঞা মনছুৰ যেতিয়া দেৱপুৰীত বহাল তবীয়তত আছে গতিকে উদ্ধাৰৰ চিন্তা আপোনালোকে নকৰিলেও হ'ব।

বৰপেটা যিহেতু ধাম, গতিকে কাম কৰি গৈছে। ইয়াৰ সকলো এতিয়া দেৱ-দেৱী; অজৰ-অমৰ। সাংসাৰিক চিন্তা-ভাবনা নাই। কেৱল ৰম্ভা-তিলোত্তমাকলৈ নাচ-গান কৰি থাকিলেই হ'ব। ভালেই হৈছে। নমোঃ হে দেৱধাম!!

*৪ৰ্থ বছৰৰ ৭ম সংখ্যাত প্ৰকাশিত (মাৰ্চ, ১৯৬৯)*

# ত্যাগৰ পৰিচয়

চফিয়া চুলতানা

(এটা উৰ্দু কবিতাৰ মুকলি অনুবাদ)

সূৰ্য ৰঙা মৰুভূৰ ৰৌদ্ৰ দীপ্ত বালুকা ৰাশিত পিতৃৰ ক্ৰন্দন বোলে নমালে বৰষা দ্বাৰা পুঞ্জবিত বহু আকুতিৰ।

জন্ম হ'ল হেজাৰ নিশাৰ আৰাধা
এক নৱজাতকৰ,
শিশু কণ্ঠৰ কাকলিয়ে শান্ত কৰিলে আকুণ্ঠ তৃষ্ণ
পিতৃৰ,
বোৱালে শান্তিৰ নিজৰা দুন্তৰ মৰুৰ বুকুত
বহুদিন পাৰ হ'ল, বহু সূৰ্য অস্ত গ'ল অস্তাচলত,
অতিক্ৰমি বহু পথ, গিৰি-পৰ্বত
ক্লান্ত হল কাফেলা চাহাৰাৰ কোনোবা একদিশত
চকুৰ পতাত আঁকি আল্পনা অযুত নিশাৰ,
থৰ হৈ চালে ইব্ৰাহীমে কান্তি পুত্ৰ ইছমাইলৰ;
উন্মনা হ'ল সৃষ্টিৰ সৃষ্টিত।
ভক্তি গদ্‌গদ্ দুচকুত নামিল তন্দ্ৰা প্ৰেমৰ
সাক্ষী হল ধ্ৰুৱ-তৰা নীলিম আকাশত,
হঠাৎ চমক ভাঙিল ইব্ৰাহীমৰ তন্দ্ৰালু চকুত
স্বপ্ন দেখিলে তেওঁ....
'পুত্ৰক কোৰবানী কৰি দিব লাগে পৰিচয়
মহান ত্যাগৰ'....
চকুলো টুকিলে নীৰৱে মাজনিশা নিজানত।
সাজু হ'ল ইছমাইল, জীৱনাহুতিৰে ৰাখিব।
পিতৃৰ কথা।
ধাবমান হ'ল পুত্ৰ, কোৰবানী ময়দানত,
উজ্জ্বলাৰ মুখ ইব্ৰাহীমৰ আল্লাৰ ওচৰত,
আল্লাৰ প্ৰেমত ত্যাগৰ পৰিচয় দিবলৈ
সাজু হ'ল পিতৃ ইব্ৰাহীম

উচ্চাৰিলে নাম সেই মহানজনৰ।
আকাশ-ফুলৰ পাপৰি কঁপি উঠিল
ইথাৰৰ সাগৰত ঢৌ উঠিল,
খবৰ আনিলে জিব্ৰাইলে—
'ক্ষান্ত হোৱা ইব্ৰাহীম পূৰ্ণ হ'ল তোমাৰ সাধনা
উত্তীৰ্ণ তুমি আজি এক মহা পৰীক্ষাত
কৰাহে কোৰবানী তুমি এই দুম্বা আল্লাৰ নামত
যুগে যুগে ৰব তোমাৰ চানেকি ধৰা।'

*৪ৰ্থ বছৰৰ ৭ম সংখ্যাত প্ৰকাশিত (মাৰ্চ, ১৯৬৯)*